# ভাৰত প্ৰেমকথা

মূল ৰচনা ঃ সুবোধ ঘোষ
অনুবাদ ঃ কৃপানাথ বৈশ্য

বিক্ৰম প্ৰকাশন
এচ, চি, গোস্বামী ৰোড, পানবজাৰ
গুৱাহাটী-১

মুখ্য পৰিবেশক
এন, বি এন্টাৰপ্ৰাইজ
এচ, চি, গোস্বামী ৰোড, পানবজাৰ
গুৱাহাটী-১

***BHARAT PREMKATHA*** : Translated into Assamese by Shri Kripanath Baisya from the famous collection of Bengali stories by late Subodh Ghose under the same title, and published by Shri Vikram Baisya on behalf of M/S Vikram Prakashan, S. C. Goswami Road, Panbazar, Guwahati-781001, Assam.
First Publication : December, 1997. Price Rs. 90 only

প্ৰকাশক ঃ
শ্ৰীবিক্ৰম বৈশ্য
বিক্ৰম প্ৰকাশন
এঁচ, চি, গোস্বামী ৰোড
পানবজাৰ
গুৱাহাটী - ৭৮১ ০০১ (অসম)

প্ৰথম প্ৰকাশ ঃ
ডিচেম্বৰ, ১৯৯৭

মূল্য ঃ ৯০.০০ টকা

মুদ্ৰক ঃ
অভিযাত্ৰী কম্পিউটাৰ এণ্ড অফছেট্
চেনিকুঠী ঃ গুৱাহাটী-৭৮১০০৩

# প্ৰকাশকৰ নিবেদন –

আমাৰ পৰম শ্ৰদ্ধেয় জেঠাদেউ শ্ৰীযুক্ত কৃপানাথ বৈশ্য এগৰাকী নীৰৱ সাহিত্যসাধক। বিশেষকৈ অসমীয়া অনুবাদ সাহিত্যৰ ভঁৰাল চহকী কৰাৰ ক্ষেত্ৰত তেখেতৰ অৱদানৰ কথা পঢ়ুৱৈ সমাজক সুবিদিত। ইতিপূৰ্বে তেখেতে 'জাহানাৰা' 'বসন্ত-প্লাৱন' 'তাৰাছ বুলবা' (১৯৭৭ চনত চোভিয়েট দেশ নেহৰু বটাপ্ৰাপ্ত), 'বিনন্দ-বিলাস' আদি গ্ৰন্থসমূহৰ আৰু 'নৱৰত্ন', 'হিতোপদেশৰ সাধু,' (মোক্ষদানন্দ পাঠক স্মৃতি শিশু সাহিত্য বটাপ্ৰাপ্ত, ১৯৮৯),মূৰ্খভানৰ কথা,' সাধুকথাৰ 'অ আ ক খ' আৰু 'সিংহগড় বিজয়' (১৯৭৪-১৯৮৮ চনলৈ হাইস্কুলৰ শিক্ষান্ত পৰীক্ষাৰ বাবে একমাত্ৰ দ্ৰুত পাঠ্য আদি এলানি শিশু আৰু কিশোৰ সাহিত্যৰ জৰিয়তে অসমৰ ইমূৰৰ পৰা সিমূৰলৈ খ্যাতি লাভ কৰিছে।

এতিয়া তেখেতে তেখেতৰ শেহতীয়া অনুবাদ 'ভাৰত প্ৰেম কথা' পুথিখন (মনীষী সুবোধ ঘোষৰ সুপ্ৰসিদ্ধ বঙালী ক্লাছিক 'ভাৰত প্ৰেম কথা' অনুবাদ) আমাক প্ৰকাশ কৰিবলৈ দি বাধিত কৰিছে। প্ৰকাশক হিচাপে সেই পুথিখনেই আমাৰ প্ৰথম প্ৰচেষ্টা হ'লেও মুদ্ৰণ আৰু প্ৰকাশনৰ ক্ষেত্ৰত বিশেষ অভিজ্ঞতা আৰু খ্যাতি লাভ কৰা কেইগৰাকীমান ব্যক্তিৰ সহায় আৰু সহযোগত পুথিখন সৰ্বাঙ্গসুন্দৰ কৰিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই। আশা কৰো পুথি খনে সকলোৰে পৰা সমাদৰ পাব আৰু ই সকলোৰে ঘৰ শুৱনি কৰিব।

পুথিখন সুধি সমাজৰ মাজত সমাদৃত হ'লে আমি নিজকে ধন্য মানিম আৰু তেখেতৰ আন সকল পুথিও যথাসাধ্যে প্ৰকাশ কৰিবলৈ চেষ্টা কৰিম।

বিনীত

বিক্ৰম বৈশ্য

# "নতুনকৈ পোৱাৰ আশাত"

(মূল লেখকৰ মুখবন্ধ)

আদিযুগ আৰু নৱতম যুগৰ মাজত পাৰ্থক্য আছে, কিন্তু এই পাৰ্থক্য অৱশ্যে বিচ্ছেদ নহয়। নৱতমৰ মাজতেই হওক বা পুৰাতনৰ মাজতেই হওক, শিল্পীৰ মনে সেই একেই চিৰন্তনৰ ৰূপৰ অন্বেষণ কৰে। শিল্পীৰ সাধনা হ'ল নতুনকৈ পোবাৰ সাধনা। নতুনকৈ পোৱাৰ আনন্দও শিল্পীৰ আনন্দ। আদিযুগৰ ৰূপক যে এই জগতত দুনাই পোৱা নাযাব সেই কথা সত্য, কিন্তু আদি যুগৰ ৰূপক নতুনকৈ কাষত পোৱাৰ আকাঙ্ক্ষা শিল্পীয়ে ত্যাগ কৰিব নোৱাৰে। কাৰণ, সেই পুৰাতনৰ ৰূপৰ লগত নৱতম যুগৰ মানুহৰো জীৱনৰ ৰূপ এডাল অখণ্ড আত্মীয়তাৰ ডোলেৰে বান্ধ খাই আছে।

জীৱনৰ ৰূপ সম্বন্ধে এই অখণ্ডতাৰ বোধেই হ'ল কবি শিল্পী আৰু সাঁধকৰ মহানুভূতি আৰু এই মহানুভূতিয়ে মানৱ জাতিৰ শিল্প আৰু সাহিত্যৰ ক্ষেত্ৰত য'তেই আটাইতকৈ বেছি স্পষ্ট আৰু সুন্দৰ আত্মপ্ৰকাশ লাভ কৰিছে, ত'তেই আমি পাইছো ক্লাছিক গৌৰৱেৰে মণ্ডিত সাহিত্য আৰু শিল্প। ক্লাছিকৰ ৰূপ আৰু ভাব খণ্ডকালৰ মাজত সীমিত নহয়। কালোওৰ প্ৰেৰণাৰ শক্তিৰে সঞ্জীৱিত হৈ আছে কবি বাল্মীকিৰ ৰামায়ণ আৰু ব্যাসদেৱৰ মহাভাৰত। বিশেষ কোনো জাতিৰ জীৱনৰ ৰীতি-নীতি আৰু ঘটনা অথবা বিশেষ কোনো যুগৰ ইতিহাসৰ উত্থান-পতনৰ ঘটনাক আশ্ৰয় কৰি ৰচিত হ'লেও বিশ্বৰ আনন্দ হৰ্ষ আৰু বেদনাৰ ব্যাকুলতা তাত বাঙণয় হৈ আছে। ৰাতিপুৱাৰ সূৰ্যৰ দৰে এই মহাপ্ৰাণময় কাব্য আৰু শিল্পৰীতিবোৰে মানুহৰ মনৰ আকাশত নিত্য নতুন আলোকৰ প্ৰসন্নতা বিকিৰণ কৰে। সেই কাৰণে প্ৰতি জাতিৰ সাহিত্যত দেখা যায় যে নতুন কবি আৰু শিল্পী সকলে জাতিৰ অতীতৰ ৰচিত মহাকাব্য গাথা সঙ্গীত আৰু শিল্পৰীতিৰ পৰা প্ৰেৰনা আহৰণ কৰিছে।

কিন্তু ক্লাছিকৰ ৰূপ আৰু ভাবৰ ভাণ্ডাৰৰ পৰা আহৃত উপাদানেৰে ৰচিত এই নতুন সৃষ্টিবোৰ সম্পূৰ্ণ ভাৱে আধুনিকতম নতুন সৃষ্টিৰূপে পৰিণতি লাভ কৰে, পুৰাতনৰ পুনৰাবৃত্তি নহয়। ইউৰোপীয় সাহিত্য আৰু শিল্পত বিভিন্ন কেইটামান ৰেনেচাঁৰ ইতিহাস লক্ষ্য কৰিলেও এই বিস্ময়কৰ নিয়মৰ সত্যতা আবিষ্কৃত হয় যে, আধুনিক কবি আৰু শিল্পীৰ হৃদয়ে পুৰাতনৰেই মহাপ্ৰাণময় কাব্য আৰু শিল্পৰ ৰূপগৰিমাৰ সাযুজ্য লাভ কৰি বিপুল নতুনত্ব সৃষ্টিৰ অধিকাৰ লাভ কৰিছিল। এই সাফল্যৰ অন্তৰ্নিহিত ৰহস্য বোধ হয় এই যে, ক্লাছিকৰ

অনুশীলনৰ দ্বাৰা কবি আৰু শিল্পীয়ে সহজে সেই দৃষ্টিসিদ্ধি লাভ কৰে, যাৰ ফলত জীৱনৰ ৰূপক যুগৰ পৰা যুগান্তৰলৈ প্ৰবাহিত এক অক্ষান্ত আৰু অখণ্ড ৰূপৰ ধাৰা বুলি সহজে উপলব্ধি কৰা যায়।

বিশ্বৰ ক্লাছিক সাহিত্য এই উপলব্ধিৰ বাণীময় ৰূপ। সেই কাৰণে ক্লাছিকৰ অনুশীলনে সহজে মানুহৰ চিত্তৰ ভাবনাক প্ৰকৃত ৰূপসৃষ্টিৰ ৰীতি-নীতি আৰু পথৰ সন্ধান দিয়ে। এক কথাত ক'ব লাগিলে, ক্লাছিক সাহিত্য আৰু শিল্পৰীতিৰ লগত অন্তৰঙ্গ হোৱা মানে জীৱনৰ ৰূপক নতুনকৈ ওচৰতে পোৱাৰ উপায়।

মহাভাৰতৰ মূলকাহিনীৰ উপৰিও আৰু এনেকুৱা শত শত উপাখ্যানেৰে এই গ্ৰন্থ আকীৰ্ণ যাৰ মূল্য হাজাৰ বছৰৰ প্ৰাচীনতাৰ প্ৰকোপতো মিছা হৈ যোৱা নাই। কাৰণ, ব্যক্তিৰ আৰু সমাজৰ মন আৰু সম্পৰ্কৰ যিবোৰ সমস্যা সেইবোৰ সমস্যা বিংশ শতাব্দীৰ নৰ-নাৰীৰ জীৱনৰ পৰাও অন্তৰ্হিত হোৱা নাই। নৰ-নাৰীৰ প্ৰণয় আৰু অনুৰাগ, দাম্পত্যৰ বন্ধন বাৎসল্য আৰু সখ্য শ্ৰদ্ধা ভক্তি ক্ষমা আৰু আত্মত্যাগ ইত্যাদি যিবোৰ সংস্কাৰৰ ওপৰত সামাজিক কল্যাণ আৰু সৌষ্ঠৱ ঘাইকৈ নিৰ্ভৰ কৰে, তাৰ একো একোটা আদৰ্শোচিত ব্যাখ্যা এইবোৰ উপাখ্যানৰ নায়ক-নায়িকাৰ জীৱনৰ সমস্যাৰ মাজেদি বৰ্ণিত হৈছে। শত শত ব্যক্তি আৰু ব্যক্তিত্বৰ যিবোৰ কাহিনী মহাভাৰতত বিবৃত হৈছে তাৰ মাজত এই বিংশ শতাব্দীৰ যিকোনো মানুহে তেওঁৰ নিজৰ জীৱনৰো সমস্যাৰ অথবা আগ্ৰহৰ ৰূপ দেখিবলৈ পাব। এই কাৰণে শ শ যুগৰ কবি সকলে মহাভাৰতৰ পৰা তেওঁলোকৰ ৰচনাৰ আখ্যানবস্তু আহৰণ কৰিছে। পৃথিৱীৰ অন্যান্য দেশৰ ক্লাছিক এই মহাভাৰত কিন্তু এটা বৈশিষ্ট্যত স্বতন্ত্ৰ। এই মহাভাৰতেই প্ৰকৃততে ভাৰতৰ সাধাৰণ লোকসাহিত্যত পৰিণত হৈছে। ভাৰতৰ কোটি কোটি নিৰক্ষৰৰ মনো মহাভাৰতীয় কাহিনীৰ ৰসেৰে লালিত। ভাৰতীয় চিত্ৰকৰৰ ওচৰত মহাভাৰত হ'ল ৰূপৰ আকাশপট, ভাস্কৰৰ ওচৰত মূৰ্তিৰ ভাণ্ডাৰ। গ্ৰাম্য ভাৰতৰ পাঠক ভাট চাৰণ আৰু অভিনেতা সকলো শ্ৰেণীৰ শিল্পীয়ে মহাভাৰতীয় কাহিনীক তেওঁবিলাকৰ নাটকত সঙ্গীতত আৰু লোকগীতত প্ৰাণৱন্ত কৰি ৰাখিছে। মহাভাৰতৰ কাহিনী আৰু কাহিনীৰ নায়ক-নায়িকাৰ চৰিত্ৰ আৰু ৰূপে ভাৰতীয় ভাস্কৰ স্থপতি চিত্ৰকৰ নট নৰ্তক আৰু গীতিকাৰৰ ওচৰত তেওঁলোকৰ শিল্পসৃষ্টিৰ শত উপাদান, ভাব, ৰস, ভঙ্গী, কাৰুকাৰ্য্য আৰু অলংকাৰৰ যোগান ধৰিছে। মহাভাৰত গ্ৰন্থ প্ৰতিশব্দ উপশব্দ আৰু পৰিভাষাৰ অভিধান। ভাৰতৰ

জ্যোতির্বিদে মহাভাৰতীয় নায়ক-নায়িকাৰ নামেৰে তেওঁবিলাকৰ আৱিষ্কৃত আৰু পৰিচিত গ্ৰহ-নক্ষত্ৰ উপগ্ৰহৰ নামকৰণ কৰিছে, আকাশলোকৰ সেই কালপুৰুষৰ অৰুন্ধতী ৰোহিণী চন্দ্ৰ বুধ আৰু কৃত্তিকা, কিছুমান জ্যোতিষ্কৰ নামেই নহয়, সেই সকলোবোৰেই একো একোটা কাহিনীৰ নায়ক আৰু নায়িকা। নৈসৰ্গিক ৰহস্য সেই মেৰুজ্যোতিৰ অভ্যন্তৰত কাহিনী আছে, সমুদ্ৰ বাড়বানলৰ অন্তৰালত কাহিনী আছে, সপ্তাশ্বযোজিত ৰথত উপবিষ্ট সূৰ্য্যৰ উদয়াচলৰ পৰা আৰম্ভ কৰি আস্তাচল পৰ্য্যন্ত অভিযানৰ লগে লগে কাহিনী আছে। মহাভাৰতীয় কাহিনীৰ নায়ক-নায়িকাৰ নাম হ'ল ভাৰতৰ শত শত পাহাৰ পৰ্বত নদ নদী আৰু হ্ৰদৰ নাম। ভাৰতীয় শিশুৰ নামকৰণো মহাভাৰতীয় চৰিত্ৰবোৰৰ নামত নিষ্পন্ন হয়।

মহাভাৰতীয় প্ৰেমোপাখ্যানবোৰৰ বৈচিত্ৰ্য আৰু বিস্ময়কৰ। উপাখ্যানবোৰ যেন প্ৰণয়তত্ত্বৰেই মনোবিশ্লেষণ। সাবিত্ৰী-সত্যৱান, নল-দময়ন্তী, দুষ্মন্ত-শকুন্তলা ইত্যাদি লোকসমাজৰ অতি পৰিচিত উপাখ্যানবোৰৰ উপৰিও এনেকুৱা আৰু বহু উপাখ্যান মহাভাৰতত আছে, যিবোৰৰ প্ৰচলন লোকসমাজত নাই বুলিবই পাৰি। এইবোৰ অল্প প্ৰচাৰিত উপাখ্যানো প্ৰেমৰ ৰহস্য বৈচিত্ৰ্য আৰু মহত্ত্বৰ একো একোটা বিশেষ ৰূপৰ পৰিচয়। ভাৰত প্ৰেমকথাৰ কুৰিটা গল্প এনে ধৰণৰ ।

মহাভাৰতীয় প্ৰেমোপাখ্যানৰ পুনৰ্গবিত অথবা নৱনিৰ্মিত ৰূপ। উপাখ্যানৰ মূল বক্তব্যক স্পষ্টতৰ অভিব্যক্তি দান কৰাৰ কাৰণেই মাজে মাজে নতুন ঘটনা কল্পিত কৰা হৈছে।

*সুবোধ ঘোষ*

# "অতীতক নেযাবা পাহৰি"

*(অনুবাদকৰ একোষাৰ)*

"Whatever one may say about the inadequay fo translation, it is and remains after all one of the most inportant and worthy occupations, in general world inter course."- Goethe.

গ্যেটেৰ বাণী সাৰোগত কৰি কষ্টসাধ্য অনুবাদ সাহিত্যকে জীৱনৰ ব্ৰত হিচাপে লৈ অতি যত্ন সহকাৰে আৰু অতি সতৰ্কতা অৱলম্বন কৰি ইতিমধ্যে মই দেশ-বিদেশৰ দহখন বাছকবনীয়া গ্ৰন্থ অনুবাদ কৰি প্ৰকাশ কৰিছো, যাতে সৰু সৰু ল'ৰা-ছোৱালীকে ধৰি কিশোৰ-কিশোৰী, ডেকা-গাভৰু, পিতৃ-মাতৃ, শিক্ষক-শিক্ষয়িত্ৰী, বুঢ়া-বুঢ়ী সকলো শ্ৰেণীৰ পাঠক-পাঠিকা উপকৃত হ'ব পাৰে।

বিশ্ববন্দিত দাৰ্শনিক পণ্ডিত সৰ্বপল্লী ৰাধাকৃষ্ণণৰ বাণীয়ে আৰু বাল্যকালৰে পৰা ৰামায়ণ আৰু মহাভাৰত মহাকাব্য দুখনৰ কাহিনীবোৰৰ প্ৰতি থকা মোৰ শ্ৰদ্ধা আৰু অনুৰাগে মোক ঋষিতুল্য মনীষী সুবোধ ঘোষৰ 'ভাৰত প্ৰেমকথা' অনুবাদ কৰিবলৈ প্ৰেৰণা যোগায়।

কিছুমানে অনুবাদকক হেয়জ্ঞান কৰিব বিচাৰে। তেওঁবিলাকে নজনা নহয় যে, অনুবাদ সাহিত্য কোনো কোনো ক্ষেত্ৰত মৌলিক সাহিত্যতকৈও এখোপ চৰা হ'ব পাৰে। তেনেকুৱা দৃষ্টান্ত বিশ্বসাহিত্যৰ বুৰঞ্জীৰ পাত লুটিয়াই চালে বহুতো দেখিবলৈ পোৱা যায়; উদাহৰণ স্বৰূপে আমি এডৱাৰ্ড ফিট্জেৰাল্ড আৰু কৃষ্ণকান্ত সন্দিকৈৰ নামকে উল্লেখ কৰিব পাৰো। ওমৰ খায়ামৰ ৰুবাইয়াত ইংৰাজী ভাষালৈ অনুবাদ কৰি ৰাতিটোৰ ভিতৰতে এডৱাৰ্ড ফিট্জেৰাল্ড বিশ্বকবি হৈ পৰিছিল আৰু শ্ৰীহৰ্ষৰ সংস্কৃত কাব্য 'নৈষধচৰিত' (১৯২৭-৩৪) অনুবাদ কৰি সন্দিকৈ পৃথিৱী বিখ্যাত হৈছে। তেখেতে অনুবাদ কৰা জৈন গ্ৰন্থ যশস্তিলক (১৯৩৮-৪৭) আৰু প্ৰৱৰ সেনৰ প্ৰাচীন মহাৰাষ্ট্ৰীয় প্ৰাকৃত কাব্য 'সেতুবন্ধ'ও বিশ্ববিখ্যাত হৈছে। সন্দিকৈয়ে অনুবাদ নকৰাহেঁতেন কিজানি তিনিওখন গ্ৰন্থ অন্ধকাৰৰ মাজত চিৰকালৰ বাবে পোত খাই থাকিলহেঁতেন।

বিশ্বসাহিত্যৰ জ্ঞানভাণ্ডাৰৰ পৰা ৰসামৃত পান কৰাৰ একমাত্ৰ উপায় অনুবাদ। আজিকালি পৃথিৱীৰ যিকোনো ভাষাৰ শ্ৰেষ্ঠ গ্ৰন্থ সমূহ প্ৰকাশিত হোৱাৰ লগে লগে ইংৰাজী ভাষালৈ অনুদিত হয় আৰু ইংৰাজী ভাষাৰ পৰা বিশ্বৰ নানা ভাষালৈ এইবোৰ ৰূপান্তৰিত হয়। সেই কাৰণে ইংৰাজী ভাষা সাহিত্য আজি ইমান চহকী। আজিকালি ইংৰাজী ভাষা জনা লোক পৃথিৱীৰ প্ৰায় সকলো দেশত

আছে। অনুবাদৰ যোগেদিয়ে ইংৰাজী ভাষা আজি আন্তৰ্জাতিক মাধ্যম হৈ পৰিছে।

আমাৰ পূৰ্বসুৰী কবি আৰু মহাপুৰুষ সকলেও অনুবাদ সাহিত্যৰ জৰিয়তে অসমীয়া ভাষাৰ সুদৃঢ় ভেটি স্থাপন কৰি থৈ গৈছে। অসমবাসীৰ কাৰণে পৰম গৌৰৱৰ কথা এই যে, ভট্টদেৱৰ 'কথা ভাগৱত'খনেই অসমীয়া তথা ভাৰতীয় ভাষাবোৰৰ মাজতো প্ৰথম গদ্য সাহিত্য।

১৯৯৬ চনৰ ১৯ নৱেম্বৰৰ দিনা গুৱাহাটীৰ ৰাষ্ট্ৰীয় গ্ৰন্থ সপ্তাহৰ সামৰণি অনুষ্ঠানত ভাষণ দি নেচনেল বুক ট্ৰাষ্টৰ সভাপতি প্ৰখ্যাত কানাড়া কবি-সাহিত্যিক অনুবাদক ড০ এচ্, আৰ, নাডিগেই ভাৰতৰ বিভিন্ন আঞ্চলিক ভাষাৰ সাহিত্য কৰ্ম অনুবাদ কৰাৰ ওপৰত গুৰুত্ব দিয়ে। এক সাক্ষাৎকাৰতো তেখেতে কয়, "আমাৰ বৌদ্ধিক দাসত্বৰ পৰিহাসটো হ'ল এই যে, সাহিত্যৰ বিভিন্ন ইউৰোপীয় অথবা বিদেশী আন্দোলনবোৰৰ বিষয়ে আমি যিমান জানো ভাৰতীয় ভাষাবোৰত কোন ধৰণৰ সাহিত্য সৃষ্টি হৈছে, সেই বিষয়ে সিমানেই নাজানো। অনুবাদৰ জৰিয়তেহে মহত্বৰ অন্বেষণ সফল হ'ব।

গতিকে আজি তিনিদশকৰো অধিক কাল অনুবাদ কৰ্মতে লাগি থাকি মই যেন অসমীয়া সাহিত্য ভাণ্ডাৰলৈ যৎকিঞ্চিত অৰিহণা আগবঢ়াইছোঁ।

ইতিপূৰ্বে মই বঙালী ভাষাৰ পৰা 'বুনিয়াদী শিক্ষা-পদ্ধতি' (১৯৬৫), হিন্দী ভাষাৰ পৰা 'জাহানাৰা' (১৯৬৮), ৰুছ ভাষাৰ পৰা তুৰ্গেনেভৰ 'বসন্ত-প্লাৱন' (১৯৭১), মাৰাঠী ভাষাৰ পৰা হৰি নাৰায়ণ আপ্তেৰ 'সিংহগড় বিজয়' (১৯৭৪), ফৰাচী ভাষাৰ পৰা ভলটেয়াৰৰ 'বিনন্দ-বিলাস' (১৯৮৩) অনুবাদ কৰিছোঁ।

মোৰ কাৰণে পৰম সৌভাগ্য আৰু গৌৰৱৰ কথা এই যে, অসম মাধ্যমিক শিক্ষা পৰিষদে মোৰ 'সিংহগড় বিজয়' নামৰ অনুবাদ পুথিখনকে হাইস্কুলৰ শিক্ষান্ত পৰীক্ষাৰ কাৰণে একমাত্ৰ দ্ৰুতপাঠ হিচাপে নিৰ্বাচিত কৰে আৰু ই একেৰাহে চৈধ্যবছৰ ধৰি স্কুলবোৰত চলে; 'তাৰাছ বুলবা' অনুবাদৰ বাবে মই ১৯৭৭ চনৰ ছোভিয়েট দেশ নেহৰু বঁটা আৰু 'হিতোপদেশৰ মধু'ৰ বাবে বৰপেটা সাহিত্য সভাৰ ১৯৮৯ চনৰ মোক্ষদানন্দ শিশু সাহিত্য বঁটা লাভ কৰো।

শিশু সকলৰ প্ৰতি আমাৰ প্ৰাপ্তবয়স্ক সকলৰ, বিশেষকৈ পিতৃ-মাতৃ আৰু শিক্ষক-শিক্ষয়িত্ৰী সকলৰ গুৰু দায়িত্বৰ কথা উপলব্ধি কৰি ১৯৮৮ চনৰ

পৰা মই একনিষ্ঠভাৱে শিশু আৰু কিশোৰ সাহিত্য ৰচনাত মনোনিবেশ কৰিছোঁ। ইতিমধ্যে 'হিতোপদেশৰ সাধু', 'নৱৰত্ন', 'সাধুকথাৰ অ আ ক খ,' 'মুৰ্খ ইভানৰ কথা' আদি কেইখনমান পুথি প্ৰকাশিত হৈছে আৰু কেইবাখনো পুথি পাণ্ডুলিপি অৱস্থাত আছে।

অনুবাদ সাহিত্যও যে মৌলিক সাহিত্যৰ মৰ্যাদাপ্ৰাপ্ত হ'ব পাৰে, সেই কথা মোক অনুবাদ সম্পৰ্কে অনুপ্ৰেৰণা দিয়া ব্যক্তি সকলৰ মন্তব্যৰ পৰা প্ৰতিপন্ন হয়। সেই ব্যক্তি সকলৰ ভিতৰত প্ৰথমতে পণ্ডিতপ্ৰৱৰ কৃষ্ণকান্ত সন্দিকৈদেৱৰ নাম উল্লেখ কৰিব পাৰি যি ১৯৬৮ চনতে পোন প্ৰথমতে মন্তব্য দিছিল, ''তোমাৰ 'জাহানাৰা' অনুবাদ অতি সুন্দৰ হৈছে। পঢ়িলে অনুবাদ যেন নালাগে। আশা কৰো ইয়াৰ আদৰ হ'ব।'' বিশেষকৈ সন্দিকৈদেৱৰ এই মন্তব্যই আৰু 'জাহানাৰা'ই পঢুৱৈ সমাজৰ মাজত সৃষ্টি কৰা অভূতপূৰ্ব আলোড়নে মোক অভিভূত কৰে আৰু তেতিয়াৰে পৰা মই একান্ত মনে আৰু নিৰৱচ্ছিন্ন ভাৱে অনুবাদ কৰ্মত ব্ৰতী হ'বলৈ উদগনি পাওঁ। পুথিখনৰ পৰিশিষ্টত এই ব্যক্তি সকলৰ মন্তব্য সন্নিবিষ্ট কৰা হৈছে।

অনুবাদৰ বিষয়ে আৰু মোৰ পূৰ্বপ্ৰকাশিত পুথি কেইখনৰ বিষয়ে ইমানকে কৈ, মই এতিয়া ঋষিতুল্য মনীষী সুবোধ ঘোষৰ বঙালী ভাষাত ৰচিত 'ভাৰত প্ৰেমকথা'ৰ বিষয়ে একাষাৰ ক'বলৈ বিচাৰিছোঁ।

প্ৰাচীন বা ক্লাছিক বা সাহিত্যৰ ধ্ৰুপদ অংশত এনে এক সাৰ্বজনীনতা আৰু স্থিতিস্থাপকতা আছে যি আৰব্য ৰূপকথাৰ ফিনিক্স পক্ষীৰ দৰে আপোন দেহৰ পৰা যুগে যুগে নতুন নতুন সাহিত্য সৃষ্টি কৰি মানুহৰ মনত শান্তি দিয়ে আৰু আনন্দৰ জোৱাৰ তোলে।

ভাৰতৰ অন্যতম ক্লাছিক 'মহাভাৰতে'ই 'ভাৰত প্ৰেমকথা'ৰ উৎপত্তিৰ উৎস হ'লেও, মোৰ মানত ই সদায় ক্লাছিক হৈয়ে থাকিব। ই এক অভিনৱ অপূৰ্ব অনবদ্য সৃষ্টি। ই কবিতা নহয়, কথা কবিতা। মহাভাৰতৰ প্ৰেমকাহিনীবোৰৰ 'এনেকুৱা মধুৰোজ্জ্বল মৰ্মানুবাদ, জীৱনালেখ্য লিখনৰ এনেকুৱা শুচিস্মিত ৰম্যতা, চিত্ৰণৰ এনেকুৱা ইন্দ্ৰধনুৰ বিচিত্ৰতা, সংকলনৰ এনেকুৱা শালীনতা, ইমান লালিত্য, ইমান মাধুৰ্য' ইতিপূৰ্বে কোনো সাহিত্যতে মোৰ দৃষ্টিগোচৰ হোৱা নাই, এনেকুৱা এখন উপভোগ্য আৰু মহত্ত্বপূৰ্ণ গ্ৰন্থৰ পাতনি লিখিবলৈ যোৱাটো মোৰ পক্ষে বাওনা হৈ আকাশৰ জোনলৈ হাত মেলাৰ লেখিয়া হ'ব। সেই কাৰণে তেখেতৰ মুখবন্ধৰ কথাখিনিকে মোৰো

পাতনি বা আগকথা হিচাপে পুথিখনৰ আদিত সংযোজিত কৰা হৈছে, যাতে মূল গ্ৰন্থখনৰ, মহত্ত্ব কোনো প্ৰকাৰে অৱনমিত নহয়।

'ভাৰত প্ৰেমকথা' স্বগ-মৰ্ত্য পাতালৰ সমস্ত সৌন্দৰ্য-সম্ষমা, সুৰভিৰ অপূৰ্ব সমন্বয়। ই মৰ্ত্যবাসীৰ কাৰণে পবিত্ৰ ত্ৰিবেণীসঙ্গম। ইয়াৰ পূত সলিলত অৱগাহন কৰি সকলো ধন্য হওক।

মহাভাৰতীয় পৰিবেশ ৰচনা কৰিবলৈ বা ক্লাছিকেল ৰস সৃষ্টি কৰিবলৈ যি ভাষাৰীতিৰ প্ৰয়োজন হয়, সেই ভাষাৰীতি অসমীয়া ভাষাতো অক্ষুণ্ণ ৰাখিবলৈ চেষ্টাৰ ত্ৰুটি কৰা নাই।

'ভাৰত প্ৰেমকথা'ৰ সুৰভি যেন অসমৰ চুকে-কোণে বিয়পি পৰে আৰু এই সুৰভি যেন উত্তৰ পূৰ্বাঞ্চলৰ আন আন ৰাজ্যতো অনুভূত হয়। এয়ে মোৰ কামনা।

সদৌ শেষত 'ভাৰত প্ৰেম কথা' অনুবাদ আৰু অনুবাদ কৰাৰ অনুমতি প্ৰসংগত দুই-এটা কথা উনুকিয়াই মোৰ বক্তব্যৰ সামৰণি মৰিব বিচাৰিছোঁ। ১৯৭৯ চনৰ পৰা ১৯৮৮ চনৰ ভিতৰত মই 'ভাৰত প্ৰেম কথা'ৰ অনুবাদ কৰ্ম শেষ কৰিছিলোঁ।

গ্ৰন্থকাৰৰ জীৱদ্দশাত কিতাপখন প্ৰকাশ কৰাৰ অনুমতি নাপালো। শেষত তেখেতৰ বৰপুত্ৰ শ্ৰীযুক্ত সত্তম ঘোষলৈ লিখা-লিখি কৰিলোঁ আৰু তেখেতৰ পৰা দুবছৰৰ সময় সাপেক্ষে কিতাপখন প্ৰকাশ কৰাৰ অনুমতি পালো। এই খিনিতে মই তেখেতলৈ আৰু তেখেতসকলৰ পৰিয়ালবৰ্গলৈ কৃতজ্ঞ জ্ঞাপন কৰিছোঁ। এই প্ৰসংগতে মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ বঙালী বিভাগৰ অধ্যাপক শ্ৰীযুক্ত অমলেন্দু চক্ৰৱৰ্ত্তী মহোদয় আৰু শ্ৰীমান দেবেন্দ্ৰ নাথ দত্তৰ ওচৰতো কৃতজ্ঞতাপাশত আৱদ্ধ থাকিলো। কিতাখনৰ পাণ্ডুলিলিপটো প্ৰস্তুত কৰাত সহায় কৰাৰ কাৰণে শ্ৰীকমলানন্দ বৰদলৈৰ ওচৰতো অনুবাদক ঋণ।

বিনীত

শ্ৰীকৃপানাথ বৈশ্য

# সূচীপত্ৰ

# পৰীক্ষিৎ আৰু সুশোভনা

সেই নিদাঘৰ মধ্যাহ্নৰ আকাশ সেইদিনা তপ্ত তাম্রৱৎ ৰক্তাভ হৈ উঠিছিল। বলাকামালাৰ চিহ্ন ক'তো দেখিবলৈ পোৱা নগৈছিল। প্ৰদীপ্ত স্ফটিকৰ দৰে স্বচ্ছ সেই সৰোবৰ সলিলত মীনপংক্তিৰ চাঞ্চল্যও নাছিল। সূৰ্যৰ প্ৰখৰ তাপত তাপিত এক শৈবালবৰ্ণ শিলানিকেতন বহিঃস্পৃষ্ট মৰকতস্তূপৰ দৰে সৰোবৰৰ প্ৰান্তত যেন শীতলস্পৰ্শসুখৰ তৃষ্ণালৈ থিয় হৈ আছিল। মণ্ডুকৰাজ আয়ুৰ প্ৰাসাদ।

সৰোবৰৰ আন এটা প্ৰান্তত ছায়ানিবিড় লতাগৃহৰ নিভৃতত কোমল পুষ্পদলপুঞ্জৰ আসনত সুস্নাত দেহৰ স্নিগ্ধ আলস্য সঁপি দি বহিছিল মণ্ডুকৰাজ আয়ুৰ কন্যা সুশোভনা। সন্মুখত এখন নীলবৰ্ণ নিবিড় কানন, উত্তপ্ত আকাশৰ দুঃসহ যন্ত্ৰণাৰ হাত সাৰিবলৈ নীলাঞ্জন ৰাশি যেন পলাই আহি ভূতলত আশ্ৰয় লৈছে।

মণ্ডুকৰাজ আয়ু বিষণ্ণ, তেওঁৰ মনত শান্তি নাই। তেওঁৰ কন্যা নাৰীধৰ্মদ্ৰোহিণী হৈছে, এই দুঃখ পাহৰিব নোৱাৰে মণ্ডুকৰাজে। সুশোভনাক যোগ্য পাত্ৰৰ হাতত সমৰ্পণ কৰাৰ আশাত কতবাৰ স্বয়ম্বৰসভা আহ্বানৰ ইচ্ছা প্ৰকাশ কৰিছে মণ্ডুকৰাজে। কিন্তু বাধা দিছে, আপত্তি কৰিছে আৰু অৱশেষত অৱমৰ্দিতা ভুজঙ্গীৰ দৰে ৰুষ্ট হৈছে সুশোভনা। তোমাৰ স্নেহপিঞ্জৰৰ শালিকীৰ কাৰণে নতুন পিঞ্জৰ ৰচনা নকৰিবা পিতা, সহ্য কৰিব নোৱাৰিম।

স্বয়ম্বৰসভা আহ্বানৰ আৰু কোনো চেষ্টা নকৰে নৃপতি আয়ুৱে। ভয় খাই মনে মনে থাকে।

ভয়, অপযশৰ ভয়। লোকনিন্দাৰ ভয়ত ম্ৰিয়মাণ হৈ আছে মণ্ডুকৰাজ আয়ু। কিন্তু কৌতুকিনী কন্যাৰ গোপন মূঢ়তাৰ কাহিনী লোকসমাজত নিশ্চয় চিৰকাল অবিদিত হৈ নাথাকিব। এই দুশ্চিন্তাৰ মাজতো বিস্মিত নহৈ নোৱাৰে নৃপতি আয়ু, আজিও কিয় এই অগৌৰৱৰ কাহিনী লোকসমাজত বিদিত হোৱা নাই আৰু তেওঁ কেনেকৈ লোকাপবাদৰ আঘাতৰ পৰা এতিয়াও ৰক্ষা পৰি আছে?

সেই ৰহস্য জানে কেৱল কিংকৰী সুবিনীতাই। কৌতুকিনী ৰাজতনয়াৰ ছললীলাৰ সকলো ৰীতি-নীতি আৰু বৃত্তান্তৰ কোনো কথা তাইৰ অজানা নাই।

অপযশৰ পৰা হাত সাৰিবলৈ এটা ছলনাগূঢ় কৌশল আৱিষ্কাৰ কৰিছে সুশোভনাই। প্ৰণয়াভিলাষী কোনো পুৰুষৰ ওচৰত নিজৰ পৰিচয় দান নকৰে সুশোভনাই। কোনেও নাজানে, কোন সেই বৰবৰ্ণিনী নাৰী, ক'ৰ পৰা আহে আৰু ক'লৈ গুচি যায়? তেওঁ জানো সঁচাই এই মৰ্ত্যলোকৰ কোনো পিতাৰ কন্যা? তেওঁ জানো সঁচাই মানৱসংসাৰত লালিতা কোনো নাৰী? তেওঁ জানো কোনো

বনস্থলীৰ সকলো পুষ্পৰ আত্মামথিত সুৰভিৰ পৰা উদ্ভূতা? অথবা কোনো দিগঙ্গনাৰ লীলাসঙ্গিনী, মুক্তা সংগ্ৰহ কৰি নিবৰ কাৰণে ধূলিময় মৰ্ত্যলৈ নামি আহে দুদিনৰ কাৰণে? কিম্বা এই ফুল্ল অৰবিন্দৰ স্বপ্ন, অথবা সেই নক্ষত্ৰপুঞ্জৰ তৃষ্ণা? আকাশচ্যুত চন্দ্ৰলেখাৰ দৰে কোন সেই ভাস্বৰদেহিনী অপৰিচিতা, যি প্ৰমত্ত অনুৰাগৰ জোৎস্নাৰে প্ৰণয়িজনৰ হৃদয়াকাশ উদ্ভাসিত কৰি পুনৰ গুচি যায় কোনো এক তিমিৰাচ্ছন্ন অন্তৰাললৈ? শালীননয়না সেই পৰিচয়হীনা প্ৰেমিকাৰ বিৰহ সহ্য কৰিব নোৱাৰি এজন নৃপতি উন্মাদ হৈছে, আন এজন তেওঁৰ ৰাজ্যভাৰ অমাত্যৰ হাতত অৰ্পণ কৰি বনবাসী হৈছে। আনন্দহীন হৈছে সকলোৰে জীৱন। প্ৰিয়াবিৰহক্লিষ্ট সেই নৃপতিবৃন্দৰ দুঃখৰ বৃত্তান্ত জানে সুশোভনাই, আৰু জানে সুবিনীতাই; কিন্তু তাৰ কাৰণে ৰাজতনয়া সুশোভনাৰ মনত কোনো আক্ষেপ নাই, কিংকৰী সুবিনীতাই মাথো সকলো সময়তে মনে মনে আক্ষেপ কৰে।

কিয় এই মায়াবিনী বৃত্তি আৰু এই অপ্সৰী প্ৰবৃত্তি? ক্ষান্ত হোৱা ৰাজকুমাৰী! কিংকৰী সুবিনীতাৰ এই আকুল আবেদনো কোনো কামত নাহে। সুবিনীতা আৰু বিষণ্ণ হৈছে, মণ্ডুকৰাজ আয়ু আৰু ম্ৰিয়মাণ হৈছে আৰু শৈবালবৰ্ণ শিলাপ্ৰাসাদৰ চূড়াৰ হৈমপ্ৰদীপ নীহাৰবাষ্পৰ আঁৰত মুখ লুকাই আৰু নিষ্প্ৰভ হৈ পৰিছে।

কিন্তু সুশোভনাৰ কক্ষত আৰু প্ৰখৰ হৈ দীপ জ্বলে। অভিসাৰৰ শেষত ঘৰলৈ উভতি আহি যেন বিজয়োৎসৱত প্ৰমত্তা হৈ উঠে সুশোভনা। মাধুৰ্কী মদিৰাৰ বিহ্বলতাত, সুতন্ত্ৰিবীণাৰ স্বৰঝংকাৰত আৰু কেলিমঞ্জুল স্বৰ্ণমঞ্জীৰৰ ধ্বনিত সুশোভনাৰ উৎসৱ আত্মহাৰা হয়। নৃত্যপৰা সেই নিষ্ঠুৰা নায়িকাৰ জীৱনৰ ৰূপ দেখি আতংকত শিহৰিত হয় সহচৰী, দুঃখ আৰু ত্ৰাসত বিচলিত হয় তাইৰ কৰধৃত বীজনপত্ৰ।

মুগ্ধ প্ৰেমিকৰ আলিঙ্গনৰ বন্ধনৰ পৰা কেনেকৈ অত সহজে মুক্ত হৈ আঁতৰি আহে সুশোভনা? কি মায়াবলত? কোনেও জানো বাধা নিদিয়ে, কাৰো জানো বাধা দিয়াৰ শক্তি নাই?

মায়াবলত নহয়, ছলনাৰ বলত আৰু সেই ছলনা বৰ সুন্দৰ। বিভ্ৰমনিপুণা সুশোভনাই পুৰুষচিত্ত বিজয়ৰ অভিযানৰ শেষত অদৃশ্য হৈ যোৱাৰ এটি কৌশলো আৱিষ্কাৰ কৰি লৈছে।

সঙ্গদানৰ পূৰ্বমুহূৰ্ত্তত প্ৰতিজন প্ৰণয়ীৰ পৰা এটি প্ৰতিশ্ৰুতি প্ৰাৰ্থনা কৰে সুশোভনাই। কপট ভয় আৰু অলীক ভাবনাৰে ৰচিত কৰুণমধুৰ এটি নিয়ম। তোমাৰ জীৱনৰ চিৰসঙ্গিনী হৈ থকাত মোৰ কোনো আপত্তি নাই, হে প্ৰিয়দৰ্শন

নৰোত্তম! কিন্তু এটি অঙ্গীকাৰ কৰক।

— কোৱা প্ৰিয়ভাষিণী, কিহৰ প্ৰতিশ্ৰুতি লাগে তোমাক?

— মোক কোনো মেঘাচ্ছন্ন দিৱসত কেতিয়াও তমালতৰু নেদেখুৱাব।

— তমালতৰুলৈ তোমাৰ ইমান ভয় কিয় শুচিস্মিতা?

— ভয় নহয়, অভিশাপ আছে প্ৰিয়।

— অভিশাপ?

— হয়, মেঘাচ্ছন্ন দিবসৰ যি মুহূৰ্ত্তত তমালতৰু মোৰ দৃষ্টিগোচৰ হ'ব, সেই মুহূৰ্ত্তে মোক আৰু বিচাৰি নাপাব। জানিব, আপোনাৰ প্ৰণয়কৃতাৰ্থিনী এই অপৰিচিতাৰ মৃত্যু হ'ব সেইদিনা।

প্ৰতিশ্ৰুতি দিয়ে প্ৰণয়ীয়ে— মেঘমেদুৰ দিৱসৰ সকলো প্ৰহৰ এই বক্ষঃপটৰ অনুৰাগশয্যাত তুমি সুখসুপ্তা হৈ থাকিবা বাঞ্ছিতা। তমালতৰু দেখাৰ দুৰ্ভাগ্য তোমাৰ নহ'ব।

আৰু দ্বিধা নকৰে সুশোভনাই। প্ৰণয়ীৰ আলিঙ্গনত আত্মসমৰ্পণ কৰে আৰু পিচমুহূৰ্ত্তৰে পৰা গোপনে কেৱল এটা ঘটনাৰ কাৰণে কৌতুকিনীৰ প্ৰাণে অপেক্ষা কৰি থাকে। এপ্ৰহৰ বা দুপ্ৰহৰ, এদিন বা দুদিন, অথবা সপ্ত দিবানিশা, কিম্বা মাসান্ত আসঙ্গমুগ্ধ এই পুৰষচক্ষুৰ দৃষ্টিৰ পৰা খৰ কামনাৰ বহ্নিচ্ছায়া আঁতৰি গৈ কেতিয়া অন্তৰৰ ছায়া নিবিড় হৈ ফুটি উঠিব?

এই প্ৰতীক্ষা সেইদিনা সমাপ্ত হয়; যিদিনা সুশোভনাৰ কৰপল্লৱ সাগ্ৰহ সমাদৰে বুকুৰ ওপৰলৈ তুলি নি প্ৰাতঃসূৰ্যৰ কিৰণকিশলয়ত অৰুণিত উদয়শৈলৰ ফালে চাই প্ৰণয়ীয়ে কয়— ইমান আনন্দৰ মাজতো মাজে সময়ে বৰ ভয় হয় প্ৰিয়া।

— কিহৰ ভয়?

— যদি তোমাক কেতিয়াবা হেৰুৱাব লগা হয়, সেই দুৰ্ভাগ্য জীৱনত সহ্য কৰিব নোৱাৰিম বোধহয়।

সুশোভনাৰ কৰপল্লৱ শিহৰিত হয়, আনন্দৰ শিহৰণ। প্ৰণয়ীৰ ভাষাত অন্তৰৰ বেদনা ধ্বনিত হৈছে। ইমান দিনৰ মূৰত এইবাৰ আন্তৰিকতাপূৰ্ণ হৈ উঠিছে এই মূঢ় পুৰুষৰ প্ৰেম। অন্তৰজয়ৰ অভিযান সফল হৈছে সুশোভনাৰ।

তাৰপিচত আৰু বেছি দিন অপেক্ষা কৰিব লগা নহয়। নৱাম্বুদৰ আড়ম্বৰত আকাশ মেদুৰ হৈ উঠে যিদিনা, সেইদিনা কৌতুকিনী সুশোভনাই বৰ্ণায়িত ক্ষৌমবস্ত্ৰে কুসুমে আভৰণে আৰু অঙ্গৰাগে সজ্জিত হৈ আকুল আবেগত প্ৰণয়ীৰ হাতত ধৰি কয়, উপবনলৈ ফুৰিবলৈ যাওঁ বলা গুণাভিৰাম। আজি মন গৈছে, দুই চৰণৰ মঞ্জীৰ নৃত্যভঙ্গিমাৰে গুঞ্জিত কৰি তোমাৰ কৰ্ণকুহৰ

ৰম্য নিনাদে নন্দিত কৰোঁ।

উপবনত প্ৰবেশ কৰাৰ লগে লগে শুনা যায়, তমালতৰুৰ পাতৰ আঁৰৰ পৰা অহা ময়ূৰৰ কেকাৰৱে চতুৰ্দিক চমকিত কৰি তুলিছে। প্ৰণয়ীৰ হাতত ধৰি সুশোভনাই যেন কেকোৎকণ্ঠা বৰ্ষাময়ূৰীৰ দৰে আনন্দত চঞ্চল হৈ তমালতৰুৰ ওচৰলৈ আহি থিয় হয়।

হঠাৎ প্ৰশ্ন কৰে সুশোভনাই— ময়ূৰবাঞ্ছিত এই সুন্দৰ পাতৰ তৰুৰ নাম কি প্ৰিয়তম?

-- তমাল।

— ভাল লক্ষণ দেখুৱালা!

দুই অধৰৰ স্ফুৰিত হাস্য গোপন কৰি কেলিকপটিনী সুশোভনাই বেদনাৰ্তভাৱে প্ৰণয়ীৰ ফালে চায়। অভিশাপ লাগিল মোৰ জীৱনত, এতিয়া মোক হেৰুৱাবৰ কাৰণে প্ৰস্তুত থাকা।

আৰ্তনাদ কৰি উঠে প্ৰণয়ীয়ে। সুশোভনাৰ অলক্তৰঞ্জিত চৰণযুৰিত সাৱটি ধৰিবৰ কাৰণে মাটিত লুটি খাই পৰে প্ৰণয়ী। আঁতৰি যায় সুশোভনা। আজি মোক কিছু সময়ৰ কাৰণে নিৰ্জন নিভৃতত থাকিবলৈ দিয়া প্ৰিয়তম।

সন্ধ্যা হয়, তমালতলত অন্ধকাৰ নিবিড়তৰ হৈ উঠে। একাকিনী বহি থাকে সুশোভনা; তাৰপিচত তাইক আৰু বিচাৰি পোৱা নাযায়।

প্ৰণয়ীয়ে জানে, বিচাৰি আৰু পোৱা নাযাব। নীলবৰ্ণ বনস্থলীৰ সকলো পুষ্পৰ আত্মামথিত সুৰভিৰ পৰা উদ্ভুতা সেই পৰিচয়হীনা বিস্ময়ৰ নাৰী এই মেঘাবৃত সন্ধ্যাৰ অন্ধকাৰত হেৰাই গৈছে। মৃত্যু হৈছে সেই সুন্দৰাধৰা আকস্মিকাৰ, অনামিকা প্ৰেমিকাৰ।

নীলবৰ্ণ কাননৰ ফালে তৃষ্ণাৰ্তৰ দৰে চাই বহি থাকে ৰাজনন্দিনী সুশোভনা। সন্মুখত বহি থাকে ব্যজনিকা সহচৰী সুবিনীতা।

নবীন কিশলয়ৰ বৃন্ত কুঙ্কুমৰসে অনুলিপ্ত কৰি সুশোভনাৰ বক্ষঃপটত পত্ৰলেখা আঁকি দিয়ে সহচৰীয়ে। বীজনপত্ৰ আন্দোলিত কৰি সুশোভনাৰ স্বেদাঙ্কুৰ ব্যথিত কপোলত সমীৰ সঞ্চাৰ কৰি থাকে। নিপুণা কলাৱতীৰ দৰে ধীৰে ধীৰে কৰাঙ্গুলি সঞ্চালিত কৰি ৰাজনন্দিনী সুশোভনাৰ কপাললগ্ন কুন্তলেৰে চঞ্চল ভ্ৰমৰক ৰচনা কৰে সহচৰীয়ে আৰু স্তৱকিত মেঘভাৰৰ দৰে কবৰীবদ্ধ কেশদামৰ ওপৰত এডোখৰ সুপ্ৰভ চন্দ্ৰোপল গাথি দিয়ে। তাৰ পিচত এখন হাতেৰে সুশোভনাৰ চিবুকত ধৰি ভালদৰে চাই থাকে সহচৰীয়ে, ৰাজকুমাৰীৰ মুখশোভা সম্পাদনত প্ৰসাধনৰ আৰু কিবা বাকী ৰৈ গ'ল নেকি?

সহৰ্ষে ভ্ৰূধনুযুগল ভঙ্গুবিত কৰি ৰাজকুমাৰীয়ে সহচৰীৰ ফালে কটাক্ষ দৃষ্টিপাত কৰি প্ৰশ্ন কৰে— কি চাইছা সুবিনীতা?

— তোমাৰ ৰূপ চাইছো ৰাজনন্দিনী।

— কেনে লাগিছে?

— সুন্দৰ।

— কি ৰকম সুন্দৰ?

— ৰত্নখচিত অসিফলকৰ দৰে উজ্জ্বল, কনকধুতুৰাৰ ঘোঁটাৰ দৰে বৰ্ণমদিৰ, পুষ্পাচ্ছাদিত কন্টকতৰুৰ দৰে কোমল, বস্তুহীনা প্ৰতিধ্বনিৰ দৰে সুস্বৰা। তুমি শ্ৰাৱণী বিজুলীৰ দৰে ক্ষণলাস্যনটী বহ্নি।

সুশোভনাই বিস্মিত হৈ কয়--- তুমি ভাষাবিদগ্ধা চাৰণীৰ দৰে কথা কৈছা সুবিনীতা, কিন্তু তোমাৰ কথাৰ অৰ্থ মই বুজিব পৰা নাই।

সহচৰী সুবিনীতাৰ কণ্ঠস্বৰত যেন এক বিক্ষুব্ধ অভিযোগ প্ৰতিফলিত হয়--- ৰূপাতিশালিনী ৰাজতনয়া, তোমাৰ ৰূপ অতি নিষ্ঠুৰ। এই ৰূপে মুগ্ধপুৰুষৰ হৃদয় বিদ্ধ কৰে, বিবশ কৰে, আৰু বিক্ষত কৰে। তোমাৰ কণ্ঠস্বৰৰ আহ্বান প্ৰতিধ্বনিৰ ছলনাৰ দৰে শ্ৰবয়িতাৰ হৃদয় উদ্‌ভ্ৰান্ত কৰি শূন্যত অদৃশ্য হৈ যায়। তুমি চকিতস্ফুৰিত তড়িল্লেখাৰ দৰে পথিকৰ চকুত ছাটমাৰি ধৰি আঁতৰি যোৱা। ৰূপৰ কৈতৱিনী তুমি। সকলো আছে তোমাৰ, কিন্তু হৃদয় নাই।

সহচৰীৰ অভিযোগবাণী শুনি ক্ষুব্ধ হোৱা দূৰৈৰ কথা, উল্লাসত হাঁহি উঠে সুশোভনাই— তুমি ঠিকেই কৈছা সুবিনীতা। শুনি সুখী হ'লো।

— কিংকৰীৰ বাচালতা ক্ষমা কৰা ৰাজকুমাৰী, এটা সঁচা কথা ক'ম।

— কোৱাঁ।

— মই দুঃখিত।

— কিয়?

— তোমাৰ এই ৰূপৰম্যা মূৰ্ত্তিক ৰত্নাভৰণেৰে সজাই-কচাই মই আৰু আনন্দ নাপাওঁ। বোধহয়, বৃথাই আজি অত দিনে অত যত্নে তোমাক সজাইছো।

— বৃথাই?

— এৰা, বৃথাই। এটাৰ পাচত এটাকৈ তোমাৰ একো একোটা প্ৰেমহীন অভিসাৰৰ লগ্নত তোমাৰ পদতল বৃথাই লাক্ষাপঙ্কেৰ ৰঞ্জিত কৰিছো। বৃথাই অত সমাদৰে পৰাগলিপ্ত কৰিছো তোমাৰ বৰতনু। বৃথাই সুচাৰু কজ্জলমসিৰেখাৰে প্ৰসাধিত কৰি তোমাৰ এই চৰণযুগললৈ মৃগলোচনদৰ্পহাৰিণী নিবিড়তা আনি দিছো।

— তোমাৰ কৰ্ত্তব্য কৰিছা কিংকৰী, কিন্তু বৃথা বুলিছা কোন দুঃসাহসত?

— দুঃসাহসত নহয়, অতি দুঃখত কৈছো ৰাজনন্দিনী। তুমি আজিও কাৰো প্ৰেমবশ নহ'লা। কোনো প্ৰণয়িহৃদয়ৰ সন্মান নাৰাখিলা। মোৰ দুহাতেৰে

অতি যত্নে সজাই দিয়া তোমাৰ প্ৰেমিকামূৰ্ত্তিয়ে কেৱল প্ৰণয়ীৰ হৃদয় বিদ্ধ বিক্ষত আৰু ছিন্ন কৰি উভতি আহে। মোৰ বৰ ভয় লাগিছে, ৰাজনন্দিনী।

অবিচলিত স্বৰে সুশোভনাই প্ৰশ্ন কৰে— ভয় আকৌ কিহৰ কিংকৰী?

— এটাৰ পাচত এটাকৈ ছলপ্ৰণয়ৰ লীলা শেষ কৰি যেতিয়া তুমি ভৱনলৈ উলটি আহা কুমাৰী, তেতিয়া মই মাথোন তোমাৰ পদ তললৈ চাওঁ। ভাবোঁ তোমাৰ চৰণাসক্ত অলক্ত যেন কোনো এক হতভাগ্য প্ৰেমিকৰ আহত হৃৎপিণ্ডৰ ৰক্তেৰে আৰু ৰক্তিম হৈ উভতি আহিছে।

প্ৰগল্‌ভ হাঁহিৰ উচ্ছ্বাস তুলি আৰু যৌৱন মদয়িত তনু হিল্লোলিত কৰি সুশোভনাই কয় তোমাৰ ভয় লাগিছে মূঢ়া কিংকৰী আৰু মই ভাবোঁ মোৰ নাৰীজীৱন ধন্য হৈছে। এজন এজনকৈ কত মহাবল যশস্বী আৰু অতুল বৈভৱগৰ্বত গৰ্বী নৰপতি মোৰ এই পদতলত কমল গন্ধবিধুৰ ভৃঙ্গৰ দৰে চুম্বন দানৰ কাৰণে লুটি খাই পৰে। পিচমুহূৰ্ত্ততে সেই উদ্‌ভ্ৰান্তৰ কাৰণে কেৱল শূন্যতাৰ কুহক এৰি থৈ চিৰকালৰ বাবে আঁতৰি আহো। তুমিয়ে কোৱা সহচৰী, নাৰীজীৱনত ইয়াতকৈ আৰু বেছি সাৰ্থক আনন্দ আৰু গৰ্ব জানো কিবা আছে?

— ভুল বুজিছা ৰাজতনয়া, এনেকুৱা জীৱন কোনো নাৰীৰ কাম্য হ'ব নোৱাৰে।

— নাৰীজীবনৰ কাম্য কি?

— বধূ হোবা।

পুনৰ অট্টহাস্যে হাঁহি আৰু কিংকৰীৰ উপদেশ বিদ্ৰূপবাণে বিদ্ধ কৰি সুশোভনাই কয়— বধূ হোৱাৰ অৰ্থ পুৰুষৰ কিংকৰী হোৱা। কিংকৰী হৈও কিয় সেই ক্ষুদ্ৰ জীবনৰ দুঃখ কল্পনা কৰিব নোৱাৰা সুবিনীতা? মোক মৰণৰ পথলৈ যাবলৈ উপদেশ নিদিবা।

মোৰ অনুৰোধ শুনা কুমাৰী, পুৰুষহৃদয় সংহাৰৰ এই নিষ্ঠুৰ ছলপ্ৰণয়বিলাস ত্যাগ কৰা। প্ৰেমিকৰ প্ৰিয়া হোৱা, বধূ হোৱা, গৃহিণী হোৱা।

বিদ্ৰূপকুটিল দৃষ্টিৰে সুশোভনাই পুনৰ প্ৰশ্ন কৰে, কেনেকৈ প্ৰিয়া বধূ গৃহিণী হ'ব পাৰি কিংকৰী? তাৰ জানো কিবা নিয়ম আছে?

— আছে।

— কি?

— প্ৰেমিকক হৃদয় দান কৰা, প্ৰেমিকৰ ওচৰত সত্য হোৱা।

সুশোভনাই হাঁহে, মোৰ জীৱনত হৃদয় নামে কোনো বোজা নাই সুবিনীতা। নোহোৱা বস্তু মই কেনেকৈ দান কৰিম কোৱা?

ব্যজনিকা কিংকৰীৰ চকু দুটা বাষ্পাচ্ছন্ন হয়। ব্যথিত স্বৰে তাই কয়—

আৰু একো ক'বলৈ ইচ্ছা নাই ৰাজনন্দিনী, কেৱল প্ৰাৰ্থনা কৰোঁ, তোমাৰ জীৱনত হৃদয়ৰ আৱিৰ্ভাৱ হওক।

বিৰক্ত দৃষ্টিৰে সুশোভনাই প্ৰশ্ন কৰে— তাৰ পৰা তোমাৰ কি লাভ হ'ব?

— কিংকৰী জীৱনৰো এটা আশা তেতিয়া পূৰ্ণ হ'ব।

— কিহৰ আশা?

— তোমাক বধূবেশে সজোৱাৰ আশা। তোমাৰ এই সুন্দৰ হাতত বৰমাল্য তুলি দি তোমাক দয়িত ভৱনলৈ পঠোৱাৰ শুভলগ্নত এই মূৰ্খা ব্যজনিকাৰ আনন্দ শঙ্খধ্বনি হৈ এদিন বাজি উঠিব। এই আশা আছে বুলিয়েই আজিও ইয়াত আছো ৰাজকুমাৰী, নহ'লে তোমাৰ ভৰ্ৎসনা শুনাৰ আগতেই গুচি গলোহেঁতেন।

সুশোভনা ৰুষ্ট হয়— তোমাৰ এই অভিশপ্ত আশা অৱশ্যই ব্যৰ্থ হ'ব কিংকৰী, সেই কাৰণে তোমাক শাস্তি নিদিলো, নহ'লে তোমাৰ এই ভয়ংকৰ প্ৰাৰ্থনাৰ অপৰাধত তোমাক আজিয়ে চিৰকালৰ বাবে বিদায় দিলোহেঁতেন।

সুশোভনা গম্ভীৰ হয়। সহচৰী সুবিনীতাও নিৰুত্তৰ হয়। স্তব্ধ নিদাঘৰ মধ্যাহ্ন সময়ত লতাগৃহৰ ছায়াচ্ছন্ন অভ্যন্তৰত অঙ্গৰাগসেৱিত তনুশোভা লৈ বহি থাকে মণ্ডুকৰাজপুত্ৰী সুশোভনা। সন্মুখত নীলবৰ্ণ কাননৰ উপান্ত পথৰ ফালে অদ্ভুত তৃষ্ণাতুৰ দৃষ্টিৰে চাই থাকে আৰু ব্যজনিকা সুবিনীতাই নিঃশব্দে বীজনপত্ৰ আন্দোলিত কৰি কিংকৰীৰ কৰ্ত্তব্য পালন কৰি থাকে।

হঠাৎ চঞ্চল হৈ উঠে সুশোভনা। কাননপথৰ ফালে একেথৰে চাই থকা সুশোভনাৰ চকু দুটা মৃগয়াজীৱা ব্যাধিনীৰ চকুৰ দৰে দেখা যায়। কিবা যেন এটা দেখা পাই চঞ্চল হৈ উঠিছে সুশোভনাৰ নিবিড় কৃষ্ণপক্ষ্মসেৱিত লোচনদ্বয়ৰ তাৰকা। সহচৰী সুবিনীতায়ো কৌতুহলী হৈ কাননভূমিৰ ফালে এবাৰ দৃষ্টি নিক্ষেপ কৰে আৰু লগে লগে শঙ্কিতভাৱে মুখ ঘূৰাই আনে। শিহৰিত হস্তৰ বীজনপত্ৰ আতঙ্কত কঁপি উঠে।

অশ্বাৰূঢ় এজন কান্তিমান যুৱাপুৰুষ কাননপথেৰে গৈছে। বোধহয় পথভ্ৰান্ত হৈছে কিম্বা পিপাসাৰ্ত হৈছে। সেই কাৰণে শীতল সৰসীসলিলৰ সন্ধানত কাননৰ অভ্যন্তৰৰ ফালে ধীৰে ধীৰে গৈছে। তেওঁৰ ৰত্নসমন্বিত কিৰীটি সূৰ্যৰ ৰশ্মিজালৰ স্পৰ্শত দ্যুতিময় হৈ উঠিছে। কোন এওঁ বলদৃপ্ততনু যুৱা পুৰুষ? বোধহয় কোনোবা ৰাজ্যাধিপতি নৰশ্ৰেষ্ঠ।

সুশোভনা থিয় হয়। সেই কিৰীটিৰ বিচ্ছুৰিত দ্যুতিয়ে যেন সুশোভনাৰ নয়নত খৰ বিদ্যুতৰ প্ৰমত্ত লাস্য জগাই তুলিছে। কিংকৰী সুবিনীতাই সভয়ে

প্ৰশ্ন কৰে— সেই আগন্তুকৰ পৰিচয় জানো তুমি জানা?

— নাজানো, অনুমান কৰিব পাৰোঁ।

— কোন?

— বোধহয় ইক্ষ্বাকুগৌৰৱ সেই মহাবল পৰীক্ষিৎ। শুনিছো, আজি তেওঁ মৃগয়া কৰিবলৈ ওলাইছে।

সুবিনীতাই বিস্মিত হৈ আৰু শ্ৰদ্ধাপ্লুত স্বৰে প্ৰশ্ন কৰে— ইক্ষ্বাকুগৌৰৱ পৰীক্ষিৎ? অযোধ্যাপতি, পৰম প্ৰজাবৎসল, মহাবদান্য, ভীতজনৰক্ষক, আৰ্তজনশৰণ সেই ইক্ষ্বাকু?

সুশোভনাই হাঁহে— এৰা কিংকৰী, সুৰেন্দ্ৰসম পৰাক্ৰান্ত ইক্ষ্বাকু-কুলতিলক পৰীক্ষিৎ। সৌ চোৱা, ধনুৰ্বাণ আৰু তূণীৰে সজ্জিত, কটিদেশত বিলম্বিত দীৰ্ঘ অসি, দৃপ্ত তুৰঙ্গৰ পৃষ্ঠাসীন বীৰোত্তম পৰীক্ষিৎ। কিন্তু ...... কিন্তু তোমাক আৰু আশ্চৰ্য কৰি দিব নোখোজো সুবিনীতা। তুমি মূৰ্খা, তুমি কিংকৰী মাত্ৰ, কল্পনাও কৰিব নোৱাৰিবা তুমি, সেই ধৰ্নুবান তুণীৰে সজ্জিত পৰাক্ৰান্তৰ পুৰুষ হৃদয় এটি কটাক্ষেৰে চূৰ্ণ কৰি দি কি আনন্দ পোৱা যায়!

কিংকৰী সুবিনীতাই সন্ত্ৰস্ত হৈ সুশোভনাৰ হাতত ধৰে। —নিবৃত্ত হোৱা ৰাজতনয়া। বহু কৰিছা, তোমাৰ মিথ্যাপ্ৰণয়কপটতাৰে বহু ভগ্নহৃদয় নৃপতিৰ জীৱনৰ সকলো সুখ মিথ্যা হৈ গৈছে। কিন্তু প্ৰজাপ্ৰিয় ইক্ষ্বাকুৰ সৰ্বনাশ আৰু নকৰিবা।

মদবিহ্বল হৈ কিংকৰীৰ হাত এৰুৱাই দিয়ে সুশোভনাই। মণিময় সপ্তকী কাঞ্চী আৰু মুক্তাৱলী তুলি লৈ নিজ হাতে নিজকে সজ্জিত কৰে। তাৰপিচত হাতত তুলি লয় এখন সপ্তস্বৰা বীণা। সাজি কাচি লৈ সুশোভনাই কয়— মই যাওঁ সুবিনীতা। বৃথাই মূৰ্খৰ দৰে বিষণ্ণ নহ'বা। কিংকৰীৰ কৰ্ত্তব্য সদাহাস্যবদনে পালন কৰা, তেতিয়াহে সুখী হ'বা।

লতাগৃহৰ দ্বাৰপ্ৰান্তলৈ গৈ সুশোভনা থমকি ৰয়। অলপ সময় কিবা যেন চিন্তা কৰে। তাৰপিচতেই সুবিনীতাক আদেশ দিয়ে।— প্ৰতি সন্ধ্যা ইক্ষ্বাকুৰ প্ৰাসাদলগ্ন উপবনৰ প্ৰান্তলৈ চৰ আৰু পাল্কী পঠাবলৈ পাহৰি নাযাবা।

লতাগৃহৰ নিভৃতৰ পৰা ওলাই গৈ পান্থবিটপীৰ ছায়াই ছায়াই কাননভূমিৰ ফালে অগ্ৰসৰ হয় সুশোভনা। তলমূৰ কৰি অশ্ৰুসিক্ত নয়নে বহু সময় লতাগৃহৰ নিভৃতত মনে মনে বহি থাকে সুবিনীতা। আকৌ এবাৰ কাননপথৰ ফালে চায়, কিন্তু ইতিমধ্যে সুশোভনা দৃষ্টিৰ অগোচৰ হয়। লতাগৃহৰ নিভৃতৰ পৰা মণ্ডুকৰাজৰ শৈবালবৰ্ণ প্ৰাসাদ কক্ষলৈ একাকিনী উভতি আহে সুবিনীতা। ।।

সুন্দৰ কানন। বহুলবল্কল প্ৰিয়াল আৰু শিৰদ্ৰুম বিল্বৰ ছায়াসমাকীৰ্ণ। লতাপৰিবৃত শত শত নক্তমাল কোবিদাৰ আৰু শোভাঞ্জন। চণ্ড নিদাঘৰ ভ্ৰূকুটিক তুচ্ছ জ্ঞান কৰি এই নিবিড় বনভূভাগৰ সমস্ত তৃণলতা আৰু পুষ্পৰ প্ৰাণ যেন বিহগস্বৰলহৰীৰ পৰা উৎসাৰিত নাদপীযূষ পান কৰি সৰসিত হৈ আছে। কমল পৰাগ সমাচ্ছন্ন এটা সৰোবৰৰ জল পান কৰি পিপাসাৰ্তি শান্ত কৰে পৰীক্ষিতে। মৃণাল তুলি আনি ক্লান্ত অশ্বক খাবলৈ দিয়ে। তাৰপিচত শ্ৰমক্লান্তি দূৰ কৰিবৰ কাৰণে বকুলপল্লবৰ ছায়া তলত তৃণাস্তীৰ্ণ ভূমিৰ ওপৰত শয়ন কৰে।

পৰীক্ষিতৰ সুখতন্দ্ৰা অচিৰে ভাঙি যায়। উৎকৰ্ণ হৈ উঠি বহে পৰীক্ষিৎ। বীণাৰ তন্ত্ৰিঝংকাৰ, লগত ৰমণীকণ্ঠনিঃসৃত শ্ৰুতিৰমণীয় সুস্বৰ, মন্থৰ বনবায়ু, যেন সেই স্বৰমাধুৰীত আপ্লুত হৈ গৈছে।

ৰজা পৰীক্ষিৎ উঠে। বনস্থলীৰ প্ৰতি জোপা গছৰ তললৈ লক্ষ্য ৰাখি সন্ধান কৰি ফুৰিবলৈ ধৰে। অৱশেষত দেখিবলৈ পায় সেই সৰোবৰৰ তীৰত শৈৱালাসনত উপবিষ্টা চন্দ্ৰোপলপ্ৰভাসমন্বিতা এজনী নাৰীয়ে সলিল হিল্লোলিত ৰক্তকোকনদৰ মৃণাল তাইৰ অলক্তলিপ্ত চৰণৰ মৃদুল আঘাতত আন্দোলিত কৰি যেন উচ্ছল যৌৱনৰ অভিমান লীলায়িত কৰিছে। কৰধৃত বীণাৰ তন্ত্ৰী চম্পককলিকা সদৃশ কৰাঙ্গুলিৰ স্পৰ্শত সুস্বৰিত কৰি গান গাইছে নাৰীয়ে।

মুগ্ধ হৈ চাই থাকে ৰজা পৰীক্ষিতে। তেওঁ জানো কোনোবা মানৱ নন্দিনীৰ মূৰ্তি? অথবা প্ৰমূৰ্তা বনশ্ৰী? কিম্বা এই সৰোবৰৰ সলিলোত্থিতা দ্বিতীয়া এগৰাকী সুধাধৰা দেৱিকা?

আগুৱাই যায় ৰজা পৰীক্ষিৎ। অপৰিচিতাৰ সম্মুখবৰ্তী হয়। গীত বন্ধ কৰি অপৰিচিতা নাৰীয়ে আগন্তুক পৰীক্ষিতৰ ফালে কটাক্ষ দৃষ্টিৰে নিৰীক্ষণ কৰে। এতিয়া স্পষ্টকৈ দেখিবলৈ পায় পৰীক্ষিতে, নাৰীৰ কৱৰীগ্ৰথিত চন্দ্ৰোপলৰ ৰশ্মিতকৈও কত বেছি সান্দ্ৰ আৰু স্নিগ্ধ এই নাৰীৰ দুটি এণলোচনৰ জ্যোতি।

পৰীক্ষিতে সোধে - পৰিচয় দিয়া এণাক্ষী।

— মোৰ পৰিচয় নাজানো।

— তোমাৰ পিতা? মাতা? দেশ?

— একোকে নাজানো।

— বিশ্বাস কৰিব নোৱাৰোঁ বিম্বাধৰা। সপ্তকীমেখলা পৰিহিত সৌ কৃশকটিতট, মুক্তাৱলীশোভিত সৌ সুধাধৱল কণ্ঠদেশ, কুঙ্কুমাঙ্কিত সৌ কোমল বক্ষঃপট; তোমাৰ কৱৰীৰ সৌ চন্দ্ৰোপল আৰু এই সপ্তস্বৰা বীণা, ই জানো পৰিচয়হীনতাৰ পৰিচয়?

— মোৰ পৰিচয় মই। ইয়াৰ বাহিৰে কোনো পৰিচয় নাজানো।

নীৰবে অপলক নেত্ৰে মাথোন চাই থাকে পৰীক্ষিতে।

নাৰীয়ে প্ৰশ্ন কৰে— কি দেখিছে গুণৱান?

— দেখিছো, তুমি বিস্ময় অথবা বিভ্ৰম।

— আপুনি কোন?

— মই ইক্ষ্বাকু পৰীক্ষিৎ।

— এতিয়া যাব পাৰে নৃপতি পৰীক্ষিৎ। বনলালিতা এই পৰিচয়হীনাৰ ওচৰত আপোনাৰ কোনো প্ৰয়োজন নাই।

— কৰ্ত্তব্য আছে।

— কি কৰ্ত্তব্য?

— নৃপতিৰ সুখসুন্দৰ মণিময় ভৱনলৈ তোমাক নিবলৈ বিচাৰোঁ, এই বনবাসিনীৰ জীৱনে তোমাক নুশুৱায় সুনয়না।

— বুজিছো, ৰজাৰ কৰ্ত্তব্য পালন কৰিবলৈ বিচাৰিছে মহাবদান্য প্ৰজাবৎসল পৰীক্ষিতে। কিন্তু ৰাজকীয় উপকাৰত মোৰ কোনো স্পৃহা নাই, নৃপতি।

খন্তেক নিৰুত্তৰ হৈ থাকে পৰীক্ষিৎ। লাহে লাহে দুই চক্ষুৰ দৃষ্টি নিবিড় হৈ উঠে। তাৰ পিচতেই প্ৰেমবিধুৰ কণ্ঠস্বৰে আহ্বান কৰে— মণিময় ভৱনলৈ নহয়, মোৰ মনোভৱ ভৱনলৈ আহাঁ সুতনুকা। প্ৰণয়দানে ধন্য কৰা মোৰ জীৱন।

সপ্তস্বৰা হাতত তুলি লৈ থিয় হয় নাৰী।

এটি প্ৰতিশ্ৰুতি বিচাৰো নৃপতি পৰীক্ষিৎ।

— কোৱা।

— আপুনি জীৱনত কেতিয়াও মোক সৰোবৰ সলিল নেদেখুৱাব।

— কিয়?

— অভিশাপ আছে, যদি কোনোবা দিনা সৰোবৰ সলিলত প্ৰতিবিম্বিত মোৰ মুৰ্ত্তি মই দেখিবলৈ পাওঁ তেনেহলে সেইদিনাই মোৰ মৃত্যু হ'ব।

— অভিশাপৰ শঙ্কা দূৰ কৰা সুযৌৱনা। তুমি মোৰ প্ৰমোদভৱনৰ ক্ষান্তিহীন উৎসৱত চিৰক্ষণৰ নায়িকা হৈ থাকিবা। কোনো দিনে কোনো সৰোবৰৰ সান্নিধ্যলৈ যোৱাৰ প্ৰয়োজন নহ'ব।

মণিদীপিত প্ৰমোদভৱনৰ নিভৃতত পৰীক্ষিতৰ প্ৰণয়াকুল জীৱনৰ প্ৰতি দিন-যামিনীৰ মুহূৰ্ত্তবোৰ সুশোভনাৰ নৃত্যে গীতে লাস্যে আৰু চুম্বনে বিহ্বল হৈ থাকে। এইদৰে এদিন বহাগী সন্ধিয়াৰ প্ৰথম প্ৰহৰত পূৰ্ণেন্দুশোভিত আকাশৰ পৰা কুন্দধৱল কৌমুদীকণিকা আহি প্ৰমোদ ভৱনৰ ভিতৰত লুটি খাই পৰে।

সেইদিনা মণিদীপ আৰু নজ্বলালে ৰজা পৰীক্ষিতে। শান্ত জ্যোৎস্নালোকত প্ৰমোদসঙ্গিনী সেই মেঘকুন্তলা নাৰীৰ মুখৰ ফালে সস্নেহে সুস্নিগ্ধ দৃষ্টিৰে চাই থাকে। অনুভৱ কৰে পৰীক্ষিতে, আকাশৰ সেই শশাঙ্কচ্ছবিৰ দৰে এই মুখচ্ছবিও কম সুন্দৰ নহয়। পূৰ্ণচন্দ্ৰৰ মাজত মৃগৰেখাৰ দৰে এই বৰনাৰীৰ ললাটতো কৃষ্ণকুন্তলৰ ভ্ৰমৰকে সুনিবিড় ছায়ালেখা অঙ্কিত কৰি ৰাখিছে।

সযত্নে নাৰীৰ ললাটলগ্ন ভ্ৰমৰক নিজ হাতে বিন্যস্ত কৰি থাকে পৰীক্ষিতে। সুশোভনাৰ হাতত ধৰি মৃদুস্বন শঙ্খৰ অস্ফুট নিঃশ্বাসধ্বনিৰ দৰে নাৰীৰ কাণৰ কাষত আহ্বান কৰে পৰীক্ষিতে— প্ৰিয়া!

প্ৰমদা নাৰীৰ চকু মণিদীপৰ দৰে হঠাৎ প্ৰখৰ হৈ উঠে। —কি ক'ব বিচাৰিছে ৰজা?

—তুমি মোৰ মনোভৱ ভৱনৰ নায়িকা নোহোৱা প্ৰিয়া, তুমি মোৰ জীৱন ভৱনৰ অন্তৰতমা। মোৰ কামনাৰ আকুলতাৰ মাজত অত দিনৰ মূৰত এগছি প্ৰেমসুন্দৰ বন্তি জ্বলি উঠিছে, গতিকে মণিদীপ নুমাই দিও কেৱল হৃদয়েৰে দেখিবলৈ পাইছো তুমি কিমান সুন্দৰ।

কৌতুকিনীৰ অধৰ সুস্মিত হৈ উঠে। অতদিনে আন্তৰিক হৈছে ৰজা পৰীক্ষিতৰ প্ৰণয়। প্ৰমদাতনুবিলাসী নৃপতিৰ আকাঙ্ক্ষা আন্তৰিক প্ৰেমত পৰিণত হৈছে। অপৰিচিতা নাৰীক হৃদয় দান কৰি চিৰজীৱনৰ আপোন কৰি লবলৈ বিচাৰিছে পৰীক্ষিতে।

পৰীক্ষিতৰ হাতত ধৰি প্ৰমদা নাৰী হঠাৎ আবেগাকুল হৈ উঠে। চন্দ্ৰিকাবিহ্বল এনুৱা বহাগী সন্ধ্যাত আজি আৰু ভৱনত থাকিবলৈ মন যোৱা নাই প্ৰিয়। আপোনাৰ উপবনলৈ যাওঁ বলক।

নৱাকাশসন্নিভ সুশ্বেত ক্ষৌম পট্টবস্ত্ৰেৰে সুতনু সজ্জিত কৰি, শ্বেত স্ফটিককণিকাখচিত কৱৰী শ্বেতাংশুক জালেৰে আচ্ছন্ন কৰি, শ্বেত পুষ্পৰ মালিকা কণ্ঠলগ্ন কৰি আৰু জ্যোৎস্নালিপ্ততনু সুধৱলা কলহংসীৰ দৰে উৎফুল্লা হৈ নৃপতি পৰীক্ষিতৰ লগত সুশোভনাই উপবনত প্ৰবেশ কৰে। পৰীক্ষিতৰ মুখৰ ফালে চাই আবেদন কৰে, আজি মোৰ মনে বিচাৰিছে ৰজা, কলহংসীৰ দৰে জলকেলি কৰি আপোনাৰ নেত্ৰদ্বয় নন্দিত কৰোঁ।

তাকেই কৰা প্ৰিয়া।

উপবনৰ এটা সৰোবৰৰ পাৰলৈ আহি থিয় হয় ৰজা পৰীক্ষিৎ, লগত সুশোভনা।

মৃণালভুক মৰাল আৰু কলহংসৰ জাকবোৰে অবাধ আনন্দে সৰোবৰ

সলিলত সাঁতুৰি ফুৰিছে। উৎফুল্লা কলহংসীৰ দৰে সহৰ্ষে পানীত নামে সুশোভনা। কেইমুহূৰ্তমান নিস্তব্ধ হৈ থিয় হৈ থাকে। তাৰ পিচতেই হৰ্ষহীন বেদনাবিষণ্ণ মুখে পৰীক্ষিতৰ ফালে চায়। মোক এই সৰোবৰৰ সান্নিধ্যলৈ লৈ আহিল কিয় ৰজা?

তোমাৰ ইচ্ছাতে আহিছো প্ৰিয়া।

আপোনাৰ প্ৰতিশ্ৰুতি স্মৰণ কৰক।

প্ৰতিশ্ৰুতি? প্ৰতিশ্ৰুতিৰ কথা মনত পৰি পৰীক্ষিৎ চমকি উঠে। প্ৰতিশ্ৰুতিৰ কথা পাহৰি তেওঁ তেওঁৰ জীৱনপ্ৰিয়াক সৰোবৰ সলিলৰ সান্নিধ্যলৈ লৈ আহিছে।

সুশোভনা— আপুনি ভুল কৰি মোক মোৰ জীৱনৰ অভিশাপৰ সান্নিধ্যলৈ লৈ আহিছে ৰজা। সলিলবক্ষত মোৰ প্ৰতিচ্ছবি দেখিছো। এতিয়া মোক বিদায় দিবৰ কাৰণে প্ৰস্তুত হওক।

পৰীক্ষিৎ— তোমাক বিদায় দিব নোৱাৰিম প্ৰিয়া। এই জীৱন থকা পৰ্যন্ত নোৱাৰিম।

ভগ্নহৃদয়ৰ আৰ্তনাদ নহয়, অসহায়ৰ বিলাপ নহয়, সংকল্পকঠিন এক বলিষ্ঠৰ দৃঢ় কণ্ঠস্বৰ।

চমকি উঠে সুশোভনা। জীৱনত এই প্ৰথম বাৰৰ কাৰণে শঙ্কাতুৰ হৈ উঠে শঙ্কাহীনা কৌতুকিনীৰ মন।

সুশোভনা— পুনৰ ভুল নকৰিব ৰজা। দৈৱ অভিশাপৰ কোপ মিথ্যা কৰাৰ শক্তি আপোনাৰ নাই।

পৰীক্ষিৎ— সঁচাই অভিশাপ, নে অভিশাপৰ কৌতুক?

পৰীক্ষিতৰ প্ৰশ্ন শুনি সুশোভনাৰ বুকুৰ নিঃশ্বাসবায়ু যেন হঠাৎ ভীৰুতাৰ বেদনাত কঁপি উঠে।

পৰীক্ষিৎ আগবাঢ়ি গৈ সুশোভনাৰ সন্মুখত থিয় হয়। আহাঁ প্ৰিয়া, বাহুবন্ধনত তোমাক বক্ষোলগ্ন কৰি ৰাখো সৰ্বক্ষণ, চাওঁ কোন অভিশাপৰ প্ৰেতে তোমাৰ প্ৰাণ হৰণ কৰি লৈ যাব পাৰে।

ভয়তে পিচুৱাই গৈ থিয় হয় সুশোভনা।— অনুৰোধ কৰো ৰজা পৰীক্ষিৎ, কাষলৈ নাহিব। মোক অকলশৰে থাকিবলৈ দিয়ক।

পৰীক্ষিৎ— কিমান সময়?

সুশোভনা— কিছুসময়।

পৰীক্ষিৎ— কিয়?

সুশোভনা— জানিব বিচাৰো, সেই অভিশাপ সঁচাকৈয়ে এটি মিথ্যাৰ কৌতুক। বিশ্বাস কৰিব খোজো, মিথ্যা হৈ গৈছে সেই অভিশাপ। সৰোবৰতটৰ নিৰ্জন একান্তত থিয় হৈ মোক কিছু সময় প্ৰাৰ্থনা কৰাৰ সুযোগ দিয়ক নৃপতি।

পৰীক্ষিৎ— কিহৰ প্ৰাৰ্থনা?

সুশোভনাৰ কণ্ঠস্বৰ অদ্ভুত এক আকুলতাত কাতৰ হৈ উঠে। আপোনাৰেই প্ৰেমিকাই মৃত্যু শঙ্কা পৰিহাৰ কৰাৰ কাৰণে প্ৰাৰ্থনা কৰিবলৈ বিচাৰে, সুযোগ দিয়ক প্ৰিয় পৰীক্ষিৎ।

মিথ্যা ভয়ত বিহ্বলা নাৰীয়ে যেন এটা ব্ৰত পালন কৰি মিথ্যা বিশ্বাসৰ বন্ধনৰ পৰা মুক্তিলাভ কৰিবলৈ বিচাৰিছে। নাৰীৰ এই কৰুণ অনুৰোধৰ মৰ্যাদা অমান্য নকৰিলে পৰীক্ষিতে। সৰোবৰৰ তীৰৰ পৰা আঁতৰি আহি উপবনৰ আম্ৰবীথিকাৰ ছায়াত বিচৰণ কৰিবলৈ ধৰিলে পৰীক্ষিতে।

আম্ৰমঞ্জৰীৰ পৰা ক্ষৰিত মধুবিন্দুৱে ললাট চুম্বন কৰি যেন সান্ত্বনা দিয়ে; মত্ত কোকিলৰ কুহুকূজনত ধৰণী সঙ্গীতময় হৈ উঠে; তথাপি মনৰ উদ্বেগ পাহৰিব নোৱাৰে পৰীক্ষিতে। সঁচাকৈয়ে জানো কোনো অভিশাপৰ কৌতুকত এই বহাগী যামিনীৰ চন্দ্ৰিকা তেওঁৰ জীৱনত প্ৰিয়াহীন শূন্যতা সৃষ্টিৰ কাৰণে দেখা দিছে?

এই উদ্বেগ সহ্য নহয়, পিচমুহূৰ্ততে ত্বৰিত পদে উভতি গৈ আকৌ সৰোবৰৰ পাৰত থিয় হয়হি পৰীক্ষিৎ— প্ৰিয়া!

মাতিবলৈ গৈ আৰ্তনাদ কৰি উঠে পৰীক্ষিতে। শূন্য আৰু নিৰ্জন সেই সৰোবৰতীৰত কোনো প্ৰাৰ্থনাৰ মূৰ্তি নাই; শ্বেতাংশুকজালত কবৰীৰ শোভা পুষ্পিত কৰি কোনো নাৰীৰ মূৰ্তি নাই।

পৰীক্ষিতৰ চকুৰ দৃষ্টি সুতীক্ষ্ণ বানৰ দৰে চাৰিও ফালৰ শূন্যতা ভেদ কৰি বিদ্যুৎ গতিত ধাৱিত হয়। তেওঁ সৰোবৰৰ ফালে চাই থাকে। সৰোবৰৰ খলসলিলে তেওঁৰ প্ৰিয়াক গ্ৰাস কৰা বুলি সন্দেহ হয়। পিচমুহূৰ্ততে দেখিবলৈ পায়, সৰোবৰৰ অন্য প্ৰান্তত যেন এটি মৃত কলহংসীৰ জ্যোৎস্নানুলিপ্ত দেহপিণ্ড তটভূমি স্পৰ্শ কৰি ভাহি আছে। এজাক প্ৰেতচ্ছায়া আহি মুহূৰ্তৰ ভিতৰতে সেই সুশ্বেতা কলহংসীৰ মৃতদেহ তুলি লৈ গুচি যায়।

বিশ্বাস কৰিব নোৱাৰে পৰীক্ষিতে। সমস্ত ঘটনা আৰু দৃশ্যবোৰক সন্দেহ হয়। বোধহয় ই তেওঁৰ উদ্বিগ্ন চিত্তৰ বিভ্ৰম, ব্যথিত দৃষ্টিৰ প্ৰহেলিকা।

কিন্তু আৰু এক মুহূৰ্তও কালক্ষেপ নকৰে পৰীক্ষিতে। উপবনৰ প্ৰহৰীবিলাকক মাতে। সৰোবৰৰ বান্ধ ভাঙি দি সৰোবৰ জলশূন্য কৰে। কিন্তু

নিমজ্জিত কোনো নাৰীদেহৰ সন্ধান নাপায়।

পৰীক্ষিতে দৌৰি গৈ ৰাজভৱনৰ আস্তাবলত প্ৰবেশ কৰে আৰু ৰণাশ্বৰ মুখত ৰজ্জু যোজিত কৰি প্ৰস্তুত হয়। পিচমুহূৰ্ততে অশ্বাৰোহণ কৰি সৰোবৰৰ প্ৰান্তলৈ ধাৱিত হয়।

কিন্তু প্ৰান্তৰ আৰু বনোপ্ৰান্তৰ সৰ্বত্ৰ সন্ধান কৰিও পৰীক্ষিতে সেই নাৰী মূৰ্ত্তিৰ সন্ধান নাপালে। হতাশ হৈ তেওঁ শূন্য বিষণ্ণ আৰু দীপহীন মণিভৱনৰ ফালে উভতি যাবলৈ ধৰিলে। ক্লান্ত অশ্বৰ অঙ্গৰ পৰা ক্ষৰিত স্বেদ জলৰ ধাৰাৰ দৰে পৰাক্ৰান্ত পৰীক্ষিতৰো চকু দুটাৰ পৰা অবিৰল অশ্ৰুধাৰা নিগৰি পৰিবলৈ ধৰিলে।

আকৌ উপবনৰ পথত প্ৰবেশ কৰে ৰজা পৰীক্ষিতে। হঠাৎ দেখিবলৈ পায় গোপনচৰ চৰৰ দৰে এটি ছায়া মূৰ্তি যেন বৃক্ষান্তৰালত থিয় হৈ আছে। কটিবন্ধৰ পৰা খড়া হাতত তুলি লৈ গোপনচৰৰ ছায়া মূৰ্তিৰ ফালে ধাৱিত হয় পৰীক্ষিৎ। কিন্তু ধৰিব নোৱাৰিলে। সেই ছায়া মূৰ্তিও দৌৰি গৈ এটি সলিল-প্ৰবাহিকাত জঁপিয়াই পৰে আৰু অদৃশ্য হৈ যায়। কিন্তু চৰৰ মূৰ্তিটো স্পষ্টভাৱে দেখা পায় পৰীক্ষিতে। সি এটা মণ্ডুক।

মণ্ডুকৰাজৰ শৈবালবৰ্ণ শিলা নিকেতনৰ কক্ষত ৰাজকুমাৰীৰ কিঙ্কিণীনিক্বণলাঞ্ছিত চৰণ পূৰ্বৰ দৰে নৃত্যায়িত হৈ নুঠে। সফল অভিসাৰৰ আনন্দও মাধুকী পানত আগৰ দৰে মতলীয়া হ'ব নোৱাৰে। কপটাভিসাৰিকা সুশোভনা যেন কন্টকবিদ্ধ চৰণ লৈ উভতি আহিছে।

অপৰাহ্ন কাল। মণ্ডুক জনপদৰ আকাশ পৱন হঠাৎ আৰ্তনাদ আৰু হাঁহাকাৰত নিনাদিত হৈ উঠে। প্ৰাসাদকক্ষৰ বাতায়ন পথত থিয় হৈ এই অদ্ভুত আৰ্তনাদৰ ৰহস্য বুজিবলৈ চেষ্টা কৰে সুশোভনাই, কিন্তু বুজিব নোৱাৰে। বোধ হয় এজাক ধূলিময় ধুমুহা বতাহ এই বহাগী অপৰাহ্নক আক্ৰমণ কৰিবলৈ ধাৱিত হৈছে।

এয়া আকৌ কি নতুন সৰ্বনাশ কৰিছা ৰাজপুত্ৰী?

বাহিৰত নহয়, কক্ষৰ ভিতৰতে আৰ্ত কণ্ঠস্বৰৰ ধিক্কাৰ শুনি চমকি উঠে সুশোভনা। মুখ ঘূৰাই দেখিবলৈ পায়, ৰূঢ়ভাষিণী কিংকৰী সুবিনীতা আহি থিয় হৈছে। ভ্ৰূভঙ্গী উদ্ধত কৰি সুশোভনায়ো ৰুষ্ট স্বৰে প্ৰশ্ন কৰে কি হৈছে?

পৰাক্ৰান্ত পৰীক্ষিতে মণ্ডুকজনপদ আক্ৰমণ কৰিছেঁ। শত শত মণ্ডুকৰ প্ৰাণ সংহাৰ কৰিব লাগিছে। ৰাজ্যৰ প্ৰজাই আৰ্তনাদ কৰিছে, ৰজা আয়ুৰে

অশ্ৰুপাত কৰিছে। ঘৰে ঘৰে তেজৰ সোঁত বৈছে আৰু দীৰ্ঘশ্বাস উঠিছে। কি নতুন কৌতুকসুখত ৰাজ্যৰ এই সৰ্বনাশ কৰিছা নিৰ্মমা? পৰাক্ৰান্ত পৰীক্ষিতৰ ওচৰত কিয় তোমাৰ পৰিচয় প্ৰকট কৰি আহিছা কপটিনী?

মিথ্যা অভিযোগ নকৰিবা বিমূঢ়া। নিমিষৰ মনৰ ভুলতো নৃপাতি পৰীক্ষিতৰ ওচৰত মই মোৰ পৰিচয় প্ৰকট কৰা নাই।

কিংকৰী সুবিনীতা অপ্ৰস্তুত হয়। মোৰ সংশয় মাৰ্জনা কৰা ৰাজকুমাৰী, কিন্তু . . .।

— কিন্তু কি?

— কিন্তু ভাবি ওৰ পোৱা নাই, মহাচেতা পৰীক্ষিৎ কিয় অকাৰণত নিৰীহ মণ্ডুক জাতিৰ বিনাশ সাধনত হঠাৎ প্ৰমত্ত হৈ উঠিছে? . . . . মই ৰজাৰ ওচৰলৈ যাওঁ কুমাৰী।

মণ্ডুকৰাজ আয়ুৰ ওচৰত সংবাদ নিবেদনৰ উদ্দেশে ব্যস্তভাৱে খোজ লয় কিংকৰী সুবিনীতা।

খিৰিকীৰ কাষত নিঃশব্দে থিয় হৈ থাকে সুশোভনা। নিষ্প্ৰভ হৈ আহিছে অপৰাহ্ন মিহিৰ। অদৃশ্য আৰু দুৰ্বোধ্য সেই বহাগী ধুমুহাৰ ক্ৰুদ্ধ নিঃস্বন নিকটতৰ হৈ আহিছে। মনত ভাব হয় সুশোভনাৰ, মণ্ডুকজনপদৰ উদ্দেশে নহয়, এই প্ৰতিহিংসাৰ ধুমুহা তাইৰে জীৱনৰ সকলো গৰ্ব খৰ্ব কৰাৰ কাৰণে প্ৰচণ্ড বেগে আগবাঢ়ি আহিছে।

হঠাৎ ভিতৰি ভিতৰি হাঁহিবলৈ ধৰে সুশোভনাই। জীৰ্ণপত্ৰৰ আৱৰ্জনাৰ দৰে এই মিথ্যা দুশ্চিন্তাৰ ভাৰ মনৰ পৰা আঁতৰাই দিয়ে। কনকদৰ্পণ সন্মুখত ৰাখি তিলপৰ্ণীৰ তিলক অঙ্কিত কৰে কপালত। জনপদৰ আৰ্তস্বৰ আৰু অদৃশ্য ধুমুহাৰ ভ্ৰূকুটি মদিৰাসিক্ত অধৰৰ হাঁহিৰে উপহাস কৰি সুতন্ত্ৰিবীণা কোলাত তুলি লয়। কিন্তু ঝংকাৰ দিবলৈ গৈ প্ৰথম কৰক্ষেপৰ পূৰ্বেই বাধা পায় সুশোভনাই।

— ৰাজকুমাৰী!

সুবিনীতা আহি থিয় হৈছে। বিৰক্তভাৱে ভ্ৰূক্ষেপ কৰে সুশোভনাই— আকৌ কি দুৰ্বাতা লৈ আহিছ সুমুখী?

— দুৰ্বাতাই আনিছো সুব্ৰতা ৰাজকুমাৰী। তোমাৰ ছলনাত ভোল গৈছে ৰজা পৰীক্ষিত; কিন্তু মণ্ডুক জাতিৰ দুৰ্ভাগ্যত ভোল যোৱা নাই। দৈৱৰ ইঙ্গিতত তোমাৰ অপৰাধ আজি জাতিৰ অপৰাধত পৰিণত হৈছে।

ভ্ৰূকুটি কৰে সুশোভনাই— ইয়াৰ অৰ্থ?

— নৃপতি পৰীক্ষিতে দূতৰ মুখে জানিছে, দৈৱ অভিশাপত ভীতিগ্ৰস্তা তেওঁৰ প্ৰিয়তমা যেতিয়া মূৰ্চ্ছিতা হৈ সৰোবৰ সলিলত ভাহি গৈছিল, সেই সময়ত দুৰাত্মা মণ্ডুকবিলাকে চন্দ্ৰোপল প্ৰভাসমন্বিতা তেওঁৰ জীৱনবাঞ্ছিতা সেই নাৰীক নিধন কৰিছে। তেওঁ স্বচক্ষে এটা মণ্ডুক চৰক পলাই যোৱা দেখিছে।

সুতন্ত্ৰিবীণাত ঝংকাৰ তুলি সুশোভনাই কয়— তোমাৰ শুভবাৰ্তা শুনি আশ্বস্ত হলো।

— আশ্বস্ত?

— এৰা, আশ্বস্ত আৰু আনন্দিত। এই অক্ষিতাৰকাৰ কটাক্ষত, এই স্ফুৰিতাধৰৰ হাস্যত, এই মধুমুখৰ চুম্বনৰ ছলনাত প্ৰখৰবুদ্ধি আৰু পৰাক্ৰান্ত পৰীক্ষিতো কত মূৰ্খ হৈ গৈছে।

— তুমি কৃতাৰ্থা হৈছা কৌতুকৰ নাৰী, কিন্তু তোমাৰ প্ৰেমিকে যে আজি তোমাৰে বিচ্ছেদৰ দুঃখত কত নিষ্ঠুৰ হৈ নিৰীহৰ শোণিতেৰে ভয়ানক উৎসৱ আৰম্ভ কৰিছে, তাৰ কাৰণে অলপো দুঃখ নহয় তোমাৰ? এই অগ্নিদেহা দীপশিখাৰো হৃদয় আছে, তোমাৰ নাই ৰাজকুমাৰী।

কিংকৰী সুবিনীতা কক্ষৰ পৰা ওলাই যায়।

সন্ধ্যা গাঢ়তৰ হৈ আহে। অন্তৰীক্ষত অন্ধকাৰ বাতায়নৰ কাষলৈ আহি সুশোভনা থিয় হয় আৰু দেখিবলৈ পায়, জনপদৰ গড়খাৰৈৰ প্ৰান্তত শত্ৰুশিবিৰত প্ৰদীপ জ্বলিছে। সুশোভনাৰ কাণত পৰে, শত্ৰুৰ খড়গাঘাতত ছিন্নদেহ প্ৰজাৰ মৃত্যুনাদ কৰুণ হৈ সন্ধ্যাৰ বতাহত ভাহি আহিছে।

বাতায়ন পথৰ পৰা আঁতৰি আহে সুশোভনা। কক্ষৰ দীপশিখাই যেন আপোন হৃদয় দগ্ধ কৰি অন্তৰীক্ষৰ সেই ভয়ানক অন্ধকাৰক বাতায়নপথত প্ৰবেশ কৰিবলৈ দিয়া নাই। কিন্তু আজি যেন অন্ধকাৰৰ মাজত লুকাই কিছু সময়ৰ কাৰণে বধিৰা হৈ বহি থাকিবলৈ ইচ্ছা কৰে সুশোভনাই।

আকৌ আৰ্তনাদ শুনা যায়। চমকি উঠে সুশোভনা, যেন তাইৰ বক্ষঃপঞ্জৰত আহি আঘাত কৰিছে অগণন মৰ্মভেদী ধ্বনিয়ে, অগণন নিৰপৰাধ বিপন্ন প্ৰাণৰ বিলাপে। সহ্য নহয় এই বিলাপ। ফুক মাৰি দীপশিখা নুমাই দি কক্ষৰ বহিৰ্দ্বাৰলৈ আহি চিঞৰি মাতে সুশোভনাই— সুবিনীতা!

কক্ষান্তৰৰ পৰা দৌৰি আহে কিংকৰী সুবিনীতা। সন্ত্ৰস্ত স্বৰে কয়— আদেশ দিয়া।

সুশোভনা— আদেশ দিছো কিংকৰী, এই মুহূৰ্তে শত্ৰু পৰীক্ষিতৰ শিবিৰলৈ দূত প্ৰেৰণ কৰা। জনাই দিয়া, কোনো মণ্ডুকে তেওঁৰ আকাঙ্ক্ষাৰ

নাৰীক নিধন কৰা নাই। জনাই দিয়া, সেই নাৰী হ'ল মণ্ডুক ৰাজদুহিতা সুশোভনা, যি এই প্ৰাসাদৰ কক্ষত সকলো সুখৰ মাজত সুখেৰে জীয়াই আছে। ছলপ্ৰণয়ত মুগ্ধ মূৰ্খ আৰু উন্মাদ নৃপতিক এই সংহাৰোৎসৱ বন্ধ কৰিবলৈ কোৱা।

সুবিনীতা— জনাই দিয়া হৈছে ৰাজকুমাৰী। স্বয়ং মণ্ডুকৰাজ আয়ুৱে ব্ৰাহ্মণবেশে পৰীক্ষিতৰ শিবিৰলৈ গৈ এই কথা জনাই আহিছে।

সন্ত্ৰস্তৰ দৰে চমকি উঠে সুশোভনা। তাইৰ কজ্জলিত খৰনয়নৰ দীপ্তি হঠাৎ যেন উদাস আৰু কৰুণ হৈ উঠে। সুশোভনাই এটা মৃদু হাঁহি মাৰে— শুনি সুখী হ'লো। পিতা ইমানদিনৰ মূৰত মোৰ ওপৰত নিৰ্মম হ'ব পাৰিছে। ভাবিবলৈ ভাল লাগিছে কিংকৰী, মোৰ অপৰাধ প্ৰকাশ কৰি দি পিতাই আজি প্ৰজাক উন্মত্ত পৰীক্ষিতৰ আক্ৰমণৰ পৰা বচাইছে। এজন নিৰ্বোধ প্ৰেমিক আজি ছলসৰ্বস্বা কপটিনীক ঘৃণা কৰি গুচি যাব, ময়ো সেই মূঢ়ৰ প্ৰেমৰ গ্ৰাসৰ পৰা বাচি গলো।

কিংকৰী সুবিনীতাৰ চকু দুটা হঠাৎ বেদনাত বিচলিত হয়— প্ৰজা বাচিছে ৰাজকুমাৰী, কিন্তু তুমি . . .।

সুশোভনা— কি?

সুবিনীতা— প্ৰেমিক পৰীক্ষিতে প্ৰতীক্ষাৰ দীপ জ্বলাই তোমাৰ আশাতে আছে।

চিঞৰি উঠে সুশোভনা— নাই, অসম্ভৱ। এনেকুৱা ভয়ংকৰ আশাৰ কথা উচ্চাৰণ নকৰিবা কিংকৰী। সেই নিৰ্বোধক জনাই দিয়া, আয়ুনন্দিনী সুশোভনাৰ হৃদয় নাই, হৃদয় দান কৰি পুৰুষৰ ভাৰ্যা হ'বলৈ তাই নাজানে। সুশোভনাক ঘৃণা কৰি এই মুহূৰ্তে তেওঁক গুচি যাবলৈ কোৱা।

সুবিনীতা— যদি তেওঁ ঘৃণা কৰিব নোৱাৰে, তেন্তে?

দীপশিখাৰ ফালে চাই স্থিৰ স্ফুলিঙ্গৰ দৰে দুই চক্ষুতাৰকা নিশ্চল কৰি নিঃশব্দে থিয় হৈ থাকে সুশোভনা। তাৰ পিচত নিজ দংশনত আহতা ফণিনীৰ দৰে যন্ত্ৰনাক্ত দৃষ্টিৰে কিংকৰী সুবিনীতাৰ ফালে চাই কয়— তেন্তে সেই নিৰ্বোধৰ মনলৈ ঘৃণা আনি দিয়া। নাৰীধৰ্মদ্ৰোহিণী কৌতুকিনী নাৰীৰ গোপন জীৱনৰ সকলো ইতিহাস তেওঁক শুনাই দিয়া। সুশোভনাৰ অপযশ ৰটিত হওক ত্ৰিভুবনত। জানক পৰীক্ষিতে, মণ্ডুকৰাজ আয়ুৰ চন্দ্ৰোপল প্ৰভাসমন্বিতা তনয়া হ'ল এজনী বহুবল্লভা অন্যপূৰ্বা আৰু ভ্ৰষ্টা নাৰী।

অশ্ৰুসিক্ত নেত্ৰে কিংকৰী সুবিনীতাই কয়— ইমানপৰে বোধহয় সেই কথাও জানিব পাৰিছে ৰজা পৰীক্ষিতে।

আৰ্তস্বৰে চিঞৰি উঠে সুশোভনা— কেনেকৈ?

সুবিনীতা— পিতা আয়ু আজি তোমাৰ ওপৰত সঁচাকৈয়ে নিৰ্মম হৈছে কুমাৰী; তেওঁ স্বয়ং অমাত্যবৰ্গক লগত লৈ পৰীক্ষিতৰ শিবিৰলৈ যাওনা হৈছে, ইক্ষ্বাকুগৌৰৱৰ ওচৰত নিজমুখে নিজতনয়াৰ অপকীৰ্তিৰ কথা জনাই দিবলৈ। ইয়াৰ বাহিৰে মহাবল পৰীক্ষিতক তোমাৰ প্ৰণয়মোহৰ পৰা মুক্ত কৰাৰ আন কোনো উপায় নাছিল দুৰ্ভাগিনী কুমাৰী।

হাততলুৱাৰে চকু দুটা ঢাকি ধৰি বেগাই কক্ষৰ পৰা ওলাই যায় সুবিনীতা।

মাধুকীবাৰিৰ পৰিপূৰ্ণ পাত্ৰ এটাত নীলগৰলৰ বুদ্‌বুদ্ উঠে। আজি অত দিনৰ মূৰত সুশোভনাৰ জীৱনলৈ শেষ অভিসাৰৰ লগ্ন আহি পৰিছে। খিৰিকীৰে দেখিবলৈ পায়, আকাশত অগণন তৰা ওলাইছে। সিদ্ধ কন্যা সকলৰ সন্ধ্যাপূজাৰ ফুলবোৰ যেন এতিয়াও সিচৰিত হৈ আছে। এতিয়া যে শুই পৰাৰ সময়।

অপযশ ৰচিত হৈ গৈছে। জগতৰ কোনো অন্ধয়ো এই ৰঙ্গময়ী কপটিনীক চিনাত আৰু ভুল নকৰিব। ইমান দিনৰ সকলো গৰ্ব, সকলো উল্লাস আৰু সকলো সুযোগ হেৰুৱাই শূন্য হৈ গ'ল জীৱন। মৃত্যু তো হৈয়ে গৈছে। তেনেহ'লে এটা ঘৃণাৰ কাহিনী মাত্ৰ হৈ এই পৃথিৱীত জীয়াই থকাৰ পৰা লাভ কি? ছলস্বৰ্গৰ অপ্সৰীৰ দৰে ছদ্মচাৰিণী এক ৰূপহী সৰ্পীক, দেহহীনা প্ৰেতিনীতকৈও ভয়ংকৰী এক হৃদয়হীনাক এতিয়া ঘৃণা কৰি এৰি যাব পাৰিব পৰীক্ষিতে। লোক নিন্দা সহিবৰ কাৰণে আৰু বিনা হৃদয়ৰ এই জীৱনটোক কেৱল তাড়না দিবৰ কাৰণে বচাই ৰখাৰ কোনো প্ৰয়োজন নাই।

মাধুকীবাৰিৰ পাত্ৰত গৰলফেন টলমল কৰে, তৃষ্ণাৰ্ত হৈ উঠে সুশোভনাৰ ওষ্ঠাধৰ। পাত্ৰ হাতত তুলি লয় সুশোভনাই।

— ৰাজনন্দিনী!

কিংকৰী সুবিনীতাৰ আহ্বানত বাধা পাই সুশোভনাই মুখ ঘূৰাই চায়, সুবিনীতাই কয়— পৰীক্ষিতৰ পৰা বাৰ্তা আহিছে।

— কি?

— তেওঁ তোমাক অপেক্ষা কৰি আছে।

ই জানো সম্ভৱ?

ই সত্য।

তেওঁ জানো শুনা নাই, মই যে এজনী শুচিতাহীন মসিলেখা মাত্ৰ?

সকলো শুনিছে।

গৰলপাত্ৰটো মাটিত থৈ বাতায়নৰ কাষলৈ গৈ থিয় হয় সুশোভনা। দেখিবলৈ পায়, শত্ৰু শিবিৰত এটি প্ৰদীপ জ্বলি আছে, ধীৰ স্থিৰ শান্ত আৰু নিষ্কম্প তাৰ শিখা।

অপলক নেত্ৰে চাই থাকে সুশোভনাই। শত্ৰুশিবিৰৰ সেই প্ৰদীপৰ বিচ্ছুৰিত জ্যোতিয়ে যেন সুশোভনাৰ হৃৎপিণ্ডৰ অন্ধকাৰ স্পৰ্শ কৰিছে। জাগিছে হৃদয়, যেন মৰু অন্ধকাৰৰ গভীৰত নিৰ্বাসিত এটি মল্লীকলি ফুটিছে। আৰু যেন এই জাগৰণৰ বিস্ময় আপোন আবেগে সুশোভনাৰ মৃদু কম্পিত অধৰৰ ভীতি ভেদ কৰি গুঞ্জৰণ হৈ ফুটি উঠিছে। কি সুন্দৰ শত্ৰু তুমি!

কিংকৰী সুবিনীতাই চমকি উঠি প্ৰশ্ন কৰে— কি কৈছা ৰাজকুমাৰী?

সুবিনীতাৰ কাষলৈ ধীৰে ধীৰে আগুৱাই আহে সুশোভনা। আজি মোৰ জীৱনলৈ শেষ অভিসাৰৰ লগ্ন আহি পৰিছে সুবিনীতা। সজাই দিয়া কিংকৰী আৰু সুযোগ নাপাবা।

যেন এক নতুন আকাশৰ শ্ৰাৱণী বেদনাৰ ধাৰাবাৰিবিধৌত নৱশেফালিকা, সুশোভনাৰ অশ্ৰুপ্লুত সেই সুন্দৰ মুখৰ ফালে চাই আচৰিত হৈ যায় কিংকৰী সুবিনীতা। সভয়ে প্ৰশ্ন কৰে— ক'লৈ যাবলৈ খোজা ৰাজনন্দিনী?

সুশোভনা— সেই সুন্দৰ শত্ৰুৰ ওচৰলৈ।

সুবিনীতাই বিস্মিত হৈ প্ৰশ্ন কৰে— কি বেশত সজাম?

সুশোভনা— বধূ বেশত।

# সুমুখ আৰু গুণকেশী

অৱশেষত বাসুকিপৰিপালিত ভোগৱতীপুৰীলৈ আহি ইন্দ্ৰসাৰথি মাতলিৰ ম্ৰিয়মাণ মন আশাত উৎফুল্ল হৈ উঠিল। এয়ে সেই ভোগৱতীপুৰী, যি ঠাই শ্বেতাচলৰ দৰে কলেবৰ সেই মহাবল শেষ নাগৰ তপস্যাৰে পূণ্যময় হৈ আছে। ওপৰত মণিজালৰ দীপ্তি আৰু তলত শতপ্ৰস্ৰৱণৰ অবিৰত ধাৰাসলিলত ৰত্নধাতুৰেণুৰ প্ৰবাহ। এই ভোগৱতীপুৰীত্ত বাসবৰ অমৰাৱতীৰ দৰে নয়নাভিৰাম।

অনেক দেশ ঘুৰি আহিছে মাতলি, কিন্তু ক'তো তেওঁ এনেকুৱা এজন ৰূপৱান তৰুণক লগ নাপালে, যাক তেওঁৰ ৰূপৱতী কন্যা গুণকেশীৰ পৰিণেতা হ'বৰ কাৰণে আহ্বান কৰিব পাৰে। কি আশ্চৰ্য, যি অমৰপুৰত বাস কৰে ইন্দ্ৰসখা মাতলি, পাৰিজাতৰ দেশ সেই অমৰপুৰতো গুণকেশীৰ পাণিগ্ৰহণৰ যোগ্য কোনো প্ৰত্ৰ বিচাৰি নাপালে।

তেওঁ গৈছিল পাতালৰ বাৰণপুৰলৈ য'ত জগতৰ হিতৰ কাৰণে মেঘৰ বুকুত বাৰি বৰ্ষণ কৰে ঐৰাবতে। যি বাৰণপুৰৰ সলিলচাৰী মীনেও চন্দ্ৰকিৰণ পান কৰি সুন্দৰ হৈ আছে, সেই দেশতো কোনো সুন্দৰ তৰুণৰ সাক্ষাৎ নাপালে মাতলিয়ে। পুণ্ডৰীক কুমুদ আৰু অঞ্জন, সুপ্ৰতীক কুলৰ সকলো প্ৰধানৰ ওচৰলৈ গৈছিল মাতলি। কিন্তু কাকো তেওঁ গুণকেশীৰ পাণিগ্ৰহণৰ যোগ্য বুলি বিবেচনা নকৰিলে। মাতলিতনয়া গুণকেশী, পাৰিজাতৰ মালা যাৰ কণ্ঠৰ স্পৰ্শত সুন্দৰতৰ হৈ উঠে, সেই গুণকেশীৰ বৰমালা গ্ৰহণ কৰাৰ যোগ্য কোনো সুকণ্ঠ সেই বাৰণপুৰতো নোলাল।

অৱশেষত ভোগৱতীপুৰী। মণি স্বস্তিক চক্ৰ আৰু কমণ্ডলুচিহ্নযুক্ত বিবিধ ৰত্নময় আভৰণ পিন্ধি সভাত সমবেত হৈছে শত শত প্ৰবীণ নাগপ্ৰধান আৰু তৰুণ নাগকুমাৰ। সভাস্থলীৰ ওচৰলৈ আহি মাতলিয়ে দেখিবলৈ পালে, নাগপ্ৰধান আৰ্যকৰ সন্মুখত বহি আছে এক প্ৰিয়দৰ্শন কুমাৰ। দিব্যদেহ সেই তৰুণৰ মুখময়ুখৰ পৰশত যেন উজলি উঠিছে নাগসভাস্থলীৰ মণিজাল। এওঁৰেই মাথো আছে গুণকেশীৰ জীৱনৰ প্ৰতিক্ষণৰ নয়নানন্দ হোৱাৰ যোগ্যতা।

প্ৰীতমনা মাতলিয়ে নাগপ্ৰধান আৰ্যকৰ ওচৰলৈ গৈ আগ্ৰহে নিবেদন কৰিলে— আপোনাৰ সন্মুখত উপবিষ্ট এই কুমাৰৰ পৰিচয় জানিবলৈ ইচ্ছা কৰোঁ নাগপ্ৰধান আৰ্যক।

আৰ্যক— মোৰ পৌত্ৰ সুমুখ।

মাতলি— মোৰ কন্যা গুণকেশীৰ পাণিগ্ৰহণৰ যোগ্য ব্যক্তি এই ত্ৰিভুবনত যদি কোনোবা আছে, তেন্তে একমাত্ৰ এজনেই আছে। তেওঁ হ'ল আপোনাৰেই

পৌত্ৰ সুমুখ।

আৰ্যক— আপোনাৰ ভাষণ শুনি পৰম প্ৰীত হলো।

মাতলিয়ে অকস্মাৎ বিস্মিত হৈ প্ৰশ্ন কৰিলে— কিন্তু প্ৰীত হৈও কিয় হঠাৎ বিষণ্ণ হৈ পৰিল নাগপ্ৰধান আৰ্যক? আপোনাৰ পৌত্ৰ সুমুখৰো সুন্দৰ আনন যেন হঠাৎ নিষ্প্ৰভ হৈ পৰিল।

ব্যথিত স্বৰে নিবেদন কৰিলে আৰ্যকে— আপোনাৰ উদ্দেশ্য অনুমান কৰিব পাৰিছো, সেই কাৰণে বিষণ্ণ নহৈ নোৱাৰিলো।

মাতলি— কি অনুমান কৰিছে?

আৰ্যক— আপোনাৰ ইচ্ছা— আপোনাৰ কন্যা গুণকেশীৰ পাণিগ্ৰহণ কৰক মোৰ এই নয়নানন্দবৰ্ধন পৌত্ৰ সুমুখে।

মাতলি— হয়, নাগপ্ৰধান আৰ্যক। সুৰকামিনীতকৈও শতগুণে কমনীয়ৰূপা মোৰ কন্যা গুণকেশীৰ পতি হওক আপোনাৰ পৌত্ৰ সুমুখ।

আৰ্যক— ইন্দ্ৰসখা মাতলিৰ লগত সম্বন্ধ বন্ধন কোনে নো কামনা নকৰে? কিন্তু . . . ।

মাতলি— তথাপি দ্বিধা কিয়?

আৰ্যক— সুমুখৰ আয়ু প্ৰায় শেষ হৈ আহিছে।

বেদনাহত মাতলি চমকি উঠিল— আয়ু শেষ হৈ অহাৰ অৰ্থ কি?

চকুলোৰে উপচি পৰা চকু দুটা ওপৰলৈ তুলি আৰ্যকে ক'লে— মোৰ পুত্ৰ চিকুৰ নাগক সম্প্ৰতি হত্যা কৰিও তৃপ্ত হ'ব পৰা নাই নাগবৈৰী গৰুড়। প্ৰতিজ্ঞা কৰিছে গৰুড়ে— এমাহৰ ভিতৰতে সি মোৰ পৌত্ৰ সুমুখকো হত্যা কৰিহে এৰিব। আপুনি জানে মাতলি, বিষ্ণুকৃপাৰ আশ্ৰয়ত উৎসাহিত গৰুড়ে কি নিষ্ঠুৰ সংহাৰামোদত মত্ত হৈ নাগজাতিক ধ্বংস কৰি আহিছে। কি ভয়ংকৰ তাৰ জাতিবৈৰ। মাতৃৰ কোলাত সুখসুপ্ত নাগশিশুৰ বক্ষ বিদীৰ্ণ কৰিবলৈও কুণ্ঠাবোধ নকৰে গৰুড়ে। মোৰ জীৱনত আৰু এক দুঃসহ শোকৰ আঘাত আসন্ন হৈ উঠিছে। নাগদ্বেষী গৰুড়ৰ হিংসাৰ নখৰাঘাতত ছিন্নভিন্ন হ'ব মোৰ জীৱনৰ শেষ শান্তি এই প্ৰিয় পৌত্ৰ সুমুখৰ জীৱন। আপোনাৰ প্ৰস্তাৱ শুনি সুখী হৈছো যদিও, প্ৰস্তাৱত সন্মতি দিব নোৱাৰোঁ মাতলি। মৃত্যু যাৰ আসন্ন, কি লাভ হ'ব তাৰ জীৱনত ক্ষণচঞ্চল এক উৎসৱৰ আনন্দ আহ্বান কৰি? শুভৰাত্ৰিৰ দীপ নুমাই যোৱাৰ লগে লগে যাৰ জীৱনৰ দীপ নুমাই যাব, প্ৰিয়াৰ প্ৰেমান্বিত আনন্দৰ শোভা চাই মুগ্ধ হ'বৰ কাৰণে যি হয়তো এদিনো সময় নাপাব, তাৰ কাষত আপোনাৰ কন্যাক সম্প্ৰদান কৰিবলৈ মই কেতিয়াও ক'ব নোৱাৰোঁ। এয়ে মোৰ দুঃখ।

কিছুসময় বিমৰ্ষ আৰু চিন্তান্বিত হৈ থাকি আশাদীপ্ত স্বৰে মাতলিয়ে ক'লে— আপুনি সন্মতিদান কৰক আৰ্যক।

আৰ্যকে বিস্মিতভাৱে ক'লে— আপোনাৰ অত অনুৰোধৰ অৰ্থ কি মাতলি? আপুনি জানো আপোনাৰ কন্যাৰ অচিৰ বৈধব্য কামনা কৰে?

মাতলি— নকৰোঁ, আৰ্যক, মই নাগজাতিদ্বেষী গৰুড়ৰ নিষ্ঠুৰ দৰ্পৰ বিনাশ কামনা কৰোঁ।

আৰ্যক— কিন্তু . .. .।

মাতলি— আপুনি নিশ্চিন্ত থাকক। আপোনাৰ পৌত্ৰ সুমুখৰ আয়ু ৰক্ষাৰ কাৰণে মই যত্নৰ ক্ৰুটি নকৰোঁ। আশা কৰোঁ দেৱৰাজ ইন্দ্ৰৰ সহায়তাত মোৰ যত্ন সাম্ফল হ'ব।

আৰ্যক— তেনেহ'লে তাকেই কৰক মাতলি।

মাতলি— কিন্তু লগতে মই আপোনাৰ পৌত্ৰ সুমুখকো সুৰপুৰলৈ লৈ যাবলৈ বিচাৰোঁ।

আতংকিত দৃষ্টিৰে আৰ্যকে প্ৰশ্ন কৰিলে— সুৰপুৰী অমৰাৱতীৰ ক'ত আৰু কাৰ আশ্ৰয়ত থাকিব সুমুখ?

মাতলি— মোৰ আশ্ৰয়ত।

আৰ্যক— কিন্তু মোৰ ভয় হৈছে নাগবৈৰী গৰুড়ে তথাপি তাৰ সংহাৰ বাসনা চৰিতাৰ্থ কৰাৰ সুযোগ নোপোৱাকৈ নাথকিব।

মাতলিয়ে বাধা দি ক'লে— দুশ্চিন্তা নকৰিব আৰ্যক। আশা কৰোঁ গৰুড়ে এনে সুযোগ কেতিয়াও নাপাব।

আৰ্যক— আশাৰ কথা নকব মাতলি, প্ৰতিশ্ৰুতি দিয়ক।

অকস্মাৎ উৎসাহিত স্বৰে সুমুখে ক'লে— দেৱৰাজসখা মাতলিৰ পৰা বৃথা প্ৰতিশ্ৰুতি বিচাৰিছে কিয় পিতামহ? আপোনাৰ এই ভোগৱতীপুৰীত এনে কোনো লোক নাই যি গৰুড়ৰ আঘাতৰ পৰা মোৰ প্ৰাণ ৰক্ষা কৰিব পাৰে। ইয়াত থাকিলে মোৰ প্ৰাণৰক্ষাৰ কোনো আশা নাই পিতামহ। অমৰপুৰীলৈ গৈ দেৱৰাজসখা মাতলিৰ সহায়তাত হয়তো আয়ুলাভৰ আশা আছে। আশা আছে, দেৱৰাজ ইন্দ্ৰ যদি তুষ্ট হয়, তেনেহ'লে তেৱেঁই অমৃতদান কৰি আপোনাৰ পৌত্ৰক অমৰ কৰি তুলিব। মোক সেই আশাৰ ৰাজ্যলৈ যাবলৈ অনুমতি দিয়ক পিতামহ।

আৰ্যক— তথাস্তু।

অমৰাৱতীৰ পুৰদ্বাৰ পাৰ হৈ পাৰিজাত কাননৰ ফালে মুগ্ধ হৈ চাই থাকে নাগকুমাৰ সুমুখে। অম্লানকুসুম পাৰিজাতৰ ৰূপৰ মাজতো যেন আনন্দ বিৰাজ

কৰে। সেই কল্পপাদপৰ পল্লৱ কেতিয়াও শীৰ্ণ নহয়। জৰা নাই, জীৰ্ণতা নাই, স্বৰ্গনগৰীৰ প্ৰাণত কোনো বিৰহ আৰু বিচ্ছেদৰ বেদনা নাই। ইয়াত সকলো চিৰজাগ্ৰত, চিৰপ্ৰস্ফুটিত। চিৰমধুনিষ্যন্দ মন্দাৰৰ দৰেই যৌৱন ইয়াত চিৰসৰসিত। অমৰপুৰীৰ সমীৰত কেৱল সুস্মিত অধৰৰ হাস্যস্বৰলহৰী ভাহি আহে। অশ্ৰুবাষ্প নাই, ক্ৰন্দন নাই, বেদনা বিহীন অমৰপুৰীৰ সুধাসিক্ত হৃদয় চিৰহৰ্ষত তৰঙ্গিত হৈ থাকে।

অপলক নেত্ৰে চাই থাকি অমৰতাৰে ধন্য এই সুৰনগৰীৰ শোভা পান কৰিবলৈ যেন সুমুখৰ কল্পনা পিপাসিত হৈ উঠে। লুব্ধ আৰু উৎফুল্ল হৈ উঠে ক্ষণায়ু জীৱনৰ উদ্বেগত ব্যথিত ভোগৱতীপুৰীৰ এটি প্ৰাণ।

সুমুখে ক'লে— মোক এটি প্ৰতিশ্ৰুতি দান কৰক অমৰেন্দ্ৰসাৰথি মাতলি।

মাতলি— কোৱা, কিহৰ প্ৰতিশ্ৰুতি?

সুমুখ— মোক অমৃত দানৰ প্ৰতিশ্ৰুতি দিয়ক।

চমকি উঠে মাতলি— মই কেনেকৈ তোমাক অমৃত দানৰ প্ৰতিশ্ৰুতি দিওঁ সুমুখ?

সুমুখ— দেৱৰাজে ইচ্ছা কৰিলেই তো মোক অমৃত দান কৰিব পাৰে।

মাতলি— এৰা, দেৱৰাজে পাৰে।

সুমুখ— আপুনি দেৱৰাজক তুষ্ট আৰু প্ৰীত কৰি মোৰ কাৰণে অমৃত সংগ্ৰহ কৰক।

মাতলি— কিন্তু দেৱৰাজে যদি মোৰ অনুৰোধ প্ৰত্যাখ্যান কৰে, তেতিয়া?

সুমুখ— তেতিয়া আপুনি মোক বিদায় দিব, আপোনাৰ কন্যাৰ পাণিগ্ৰহণ কৰিবলৈ মোৰ আৰু কোনো আগ্ৰহ নাথাকিব।

বেদনাহত স্বৰে মাতলিয়ে ক'লে তোমাৰ সংকল্পৰ কথা শুনি মই ব্যথিত হলো।

সুমুখ— কিয়?

মাতলি— গুণকেশীৰ পাণিগ্ৰহণত তোমাৰ এই অনাগ্ৰহ দেখি মই দুঃখিত নহৈ নোৱাৰিলো।

হাঁহি এটা মাৰি সুমুখে ক'লে— আপুনি কি বিচাৰে?

মাতলি— মই বিচাৰো তুমি আয়ুষ্মান হোৱা। মই বিচাৰো তুমি গৰুড়ৰ হিংস্ৰ প্ৰতিজ্ঞাৰ আঘাতৰ পৰা ৰক্ষা পৰা আৰু মোৰ কন্যা গুণকেশীৰ পাণিগ্ৰহণ কৰা।

সুমুখ— কোনে মোৰ আয়ু দান কৰিব? গৰুড়ৰ আঘাতৰ পৰা কোনে মোক ৰক্ষা কৰিব?

মাতলি— আশা কৰো মোৰ অনুৰোধত দেৱৰাজে তোমাক আয়ু দান কৰিব।

সুমুখ— যদি নকৰে? যদি আপুনি জানে যে ভোগৱতীৰ এই ক্ষণায়ু নাগকুমাৰৰ প্ৰাণ আৰু এদিনৰ ভিতৰতে নাগবৈৰী গৰুড়ৰ আঘাতত ছিন্নভিন্ন হৈ যাব, তেতিয়া?

মাতলি— তেতিয়া কি?

সুমুখ— তেতিয়া জানো আপুনি আপোনাৰ কন্যাক মোৰ ওচৰত সম্প্ৰদান কৰিব? মোক এই প্ৰতিশ্ৰুতি দিব পাৰে জানো?

হঠাৎ লজ্জিত হৈ কুণ্ঠিতভাৱে উত্তৰ দিলে মাতলিয়ে— নাই, নোৱাৰো।

সুমুখে পুনৰ হাঁহি হাঁহি ক'লে— মোৰ ওচৰত আপোনাৰ কন্যাৰ পাণি সমৰ্পণত আপোনাৰ এই অনাগ্ৰহ কিয় দেৱৰাজসখা?

মাতলি— নাজানো অদৃষ্টত কি আছে। মই প্ৰতিশ্ৰুতি দিলো, তোমাৰ কাৰণে দেৱৰাজৰ ওচৰত অমৃত প্ৰাৰ্থনা কৰিম। যদি সুযোগ পাওঁ, ভগৱান বিষ্ণুৰ ওচৰলৈ গৈও ক'ম, মোৰ কন্যাৰ জীৱনসঙ্গী হ'ব যি প্ৰিয়দৰ্শন নাগকুমাৰ, সেই সুমুখক অমৃত দান কৰি অমৰ কৰক ভগৱান।

তৃপ্তচিত্তে আৰু আশাদীপ্ত নেত্ৰে সুমুখে ক'লে— আপোনাৰ এই চেষ্টাৰ প্ৰতিশ্ৰুতিয়ে যথেষ্ট। মোৰ বিশ্বাস আপোনাৰ চেষ্টা ফলৱতী হ'ব।

ঘৰত সোমায়ে পত্নী সুধৰ্মাৰ পৰা মাতলিয়ে জানিব পাৰিলে, ভগৱান বিষ্ণু আজি অমৰাৱতীত অৱস্থান কৰিছে। শুনি প্ৰসন্ন হ'ল মাতলি, কিন্তু পিচমুহূৰ্ততে শঙ্কিত আৰু দুশ্চিন্তিত হৈ তেওঁ মাত লগালে— গুণকেশী!

কন্যা গুণকেশী আহি সন্মুখত থিয় হৈ ক'লে— আদেশ দিয়ক পিতা।

মাতলি— এতিয়াই যিজন অপৰিচিত অভ্যাগতক পথ দেখুৱাই লৈ গৈ মন্দাৰকুঞ্জৰ নিভৃতত সৌ লতাগৃহত থৈ আহিলা, তেওঁৰ পৰিচয় জানো অনুমান কৰিব পাৰিছা কন্যা?

গুণকেশী— নাই।

মাতলি— ভোগৱতীপুৰীৰ আৰ্যক নাগৰ পৌত্ৰ আৰু বিগতায়ু চিকুৰৰ পুত্ৰ সুমুখ।

গুণকেশী— পাতাল দেশৰ কুমাৰ সুৰপুৰলৈ আহিল কিয়?

মাতলি— তোমাৰ পাণিগ্ৰহণ কৰি তোমাৰ জীৱনৰ সহচৰ হ'ব যিজন,

তেওঁ হ'ল এই নাগকুমাৰ সুমুখ। কিন্তু . . . ।

গুণকেশীৰ লজ্জাৰাগে আৰক্ত মুখমণ্ডলৰ ফালে চাই স্নেহ বিবশ স্বৰে মাতলিয়ে আক্ষেপ কৰি ক'লে— কিন্তু সুমুখৰ আয়ু শেষ হৈ আহিছে।

হঠাৎ যেন মৰুভূমিৰ এক উত্তপ্ত ঘূৰ্ণীবতাহৰ আঘাতত গুণকেশীৰ চকুযুৰিয়ে ধূৰঁা-কুঁৰা দেখিলে। গুণকেশীৰ মুখৰ প্ৰসন্নতা মুহূৰ্তৰ ভিতৰতে অদৃশ্য হৈ গ'ল। নীৰৱ হৈ তাই এই দুঃসহ বাতৰিৰ অৰ্থ বুজিবলৈ চেষ্টা কৰিলে।

মাতলিয়ে ক'লে— নাগবৈৰী গৰুড়ৰ সংকল্প, এমাহৰ ভিতৰতে সি সুমুখৰ প্ৰাণ সংহাৰ কৰিব। সেই কাৰণে দুশ্চিন্ত হৈছো। ভগৱান বিষ্ণু বা দেৱৰাজৰ ওচৰলৈ গৈ সুমুখৰ কাৰণে অমৃত প্ৰাৰ্থনা কৰিব লাগিব। এতিয়াই যাব লাগিব।

গুণকেশী— অপোনাৰ প্ৰাৰ্থনা সফল হওক পিতা।

মাতলি— কিন্তু শুনিবলৈ পাইছো ভগৱান বিষ্ণু হেনো আজি সুৰপুৰীত অৱস্থান কৰিছে। সেই কাৰণে মই নিশ্চিন্ত মনে যাবলৈ টান পাইছো।

গুণকেশী— কিয়?

মাতলি— ভগৱান বিষ্ণু আহিছে যেতিয়া, তেওঁৰ বাহন গৰুড়ো নিশ্চয় আহিছে। মনত ভয় হৈছে, যি কোনো মুহূৰ্ততে আহি আমাৰ স্নেহাশ্ৰিত সুমুখৰ প্ৰাণ বিনাশ কৰি গুচি যাব সেই ভয়ংকৰ জাতিদ্বেষপ্ৰমত্তগৰুড়, বিষ্ণুকৃপাত আশ্ৰিত দৰ্পোন্মাদ গৰুড়। সেই কাৰণে নিশ্চিন্ত মনে যাবলৈ টান পাইছো।

গুণকেশী— আপুনি পলম নকৰিব, পিতা। নিশ্চিন্ত মনে যাওক।

মাতলি— মনত ৰাখিবা, যেতিয়ালৈকে মই উভতি নাহোঁ তেতিয়ালৈকে সুমুখৰ প্ৰাণ ৰক্ষাৰ ভাৰ তোমাৰ ওপৰত থাকিল।

গুণকেশী— ভাল, পিতা।

মাতলি গ'ল ইন্দ্ৰৰ ওচৰলৈ আৰু গুণকেশীয়ে অনিমেষ নয়নে চাই থাকিল মন্দাৰকুঞ্জৰ পিনে।

খন্তেক আগতে যেন নিজৰে যৌৱনান্বিত জীৱনৰ অত দিনৰ সুস্বপ্নৰ দ্বাৰা গঢ়িত এটি মূৰ্তিক পথ দেখুৱাই সৌ মন্দাৰকুঞ্জৰ নিভৃতত থৈ আহিছে গুণকেশীয়ে। কিন্তু কল্পনা কৰিব নোৱাৰে গুণকেশীয়ে যে সঁচাকৈয়ে সেই সুন্দৰদৰ্শন তৰুণ হ'ল ক্ষণভঙ্গুৰ সুস্বপ্নৰ দৰে সুন্দৰ এক ক্ষণায়ু মাত্ৰ। বাহু প্ৰসাৰিত কৰিছে মৃত্যুয়ে, সেই তৰুণৰ প্ৰাণ হৰণ কৰাৰ কাৰণে। তথাপি তেওঁ আহিছে প্ৰিয়ালাভৰ আশাত; সুৰপুৰনিবাসিনী গুণকেশীক জীৱনসহচৰী কৰি লৈ যাবৰ কাৰণে ভোগৱতীৰ অতলৰ পৰা উঠি আহিছে সুন্দৰ এক বিশ্বাস।

অকস্মাৎ নিজৰ মনটোৰ ফালে লক্ষ্য কৰি গুণকেশী চমকি উঠে। তাইৰ অন্তৰৰ গভীৰত এটি তৰঙ্গিতা সৰসীৰ বুকুত ফুটি উঠিছে নাগকুমাৰৰ মুখকমলশোভা। গুণকেশীয়ে আৰু বুজি পায়, তাইৰ চকুযুৰিৰ পৰা দুধাৰি চকুলো বৈ আহিছে।

ইয়াৰেই নাম বোধহয় অশ্রু। এই বস্তু অমৰপুৰীৰ জীৱনত নাই। তেনেহ'লে সুৰপুৰনিবাসিনী গুণকেশীৰ নয়নলৈ ক'ৰ পৰা আৰু কি কাৰণে আহিল এই অশ্রু? প্ৰেমৰ প্ৰথম উপহাৰ এই অশ্রু নেকি?

গুণকেশীৰ অন্তৰত এক সুদৃঢ় সংকল্পৰ সঙ্গীত ধ্বনিত হ'ল— অমৰ হোৱা অথবা আয়ুষ্মান হোৱা, কিম্বা ক্ষণায়ু হোৱা, যিয়েই নোহোৱা তুমি, তুমিয়েই মাতলিতনয়া গুণকেশীৰ প্ৰেমৰ পুৰুষ। যদি মৃত্যুৱে তোমাক কাঢ়ি নিবলৈ আহে, যদি বৰমাল্য দান কৰাৰ সুযোগো নাহে, তথাপি গুণকেশীয়ে তাইৰ প্ৰেমাকুল এই দুই বাহুৰ মালিকা তোমাৰ কণ্ঠত উপহাৰ নিদিয়াকৈ তোমাক বিদায় নিদিয়ে। অমৃত নহয় মই, প্ৰাণদায়িনী নহয় মই, কিন্তু তোমাৰ মৃত্যুক মধুৰ কৰি দিব পাৰো মই। সুৰপুৰে যদি তোমাক বঞ্চিত কৰে, দেৱৰাজে যদি তোমাক অমৃত দান নকৰে, তথাপি দুঃখ নকৰিবা হে নাগকুমাৰ! মাতলিতনয়া গুণকেশীয়ে তোমাক বঞ্চিত নকৰে। ভঙ্গুৰপ্ৰাণ দীপশিখাৰ দৰে সঁচাই যদি তোমাৰ জীৱনবৰ্ত্তি নিৰ্বাপিত হয়, তথাপি নিৰ্বাপিত হোৱাৰ আগতে তোমাৰ বক্ষত বৰণ কৰি নিয়াঁ তোমাৰ প্ৰেমিকা মাতলিতনয়াৰ কামনা বিহ্বল নিঃশ্বাস।

গুণকেশীৰ মনৰ বেদনাময় ভাবনাবোৰ যেন এই অদ্ভুত অশ্রুৰ স্পৰ্শত মধুৰ আৰু চঞ্চল হৈ উঠিল। কিন্তু মন্দাৰকুঞ্জৰ নিভৃততো জানো এনেকৈ কোনো বেদনাময় ভাবনা অশ্রুৰ স্পৰ্শত মধুৰ আৰু চঞ্চল হৈ উঠিছে? জীৱনপ্ৰিয়াৰ মুখচ্ছবিৰ অন্বেষণত ভোগৱতীপুৰীৰ পৰা অমৰপুৰলৈ অহা এই পথিকজন জাগি আছে নে শুই পৰিছে সেই কথা জানিবলৈ গুণকেশী ব্যাকুল হৈ পৰিল।

শুই পৰিছিল সুমুখ। যেন মন্দাৰকুসুমৰ সুৰভিবিহ্বল এক স্বপ্ন দেখিছিল সুমুখে। অমৃত দান কৰিছে দেৱৰাজে আৰু অমৰত্ব লাভ কৰিছে চিকুৰতনয় সুমুখে। শঙ্কা নাই, উদ্বেগ নাই, অশ্রুহীন চিৰহৰ্ষৰ জীৱন। বিদায়ত বেদনা নাই, বিৰহত ব্যথা নাই, বক্ষত দীৰ্ঘশ্বাস নাই। জীৰ্ণ নহয় যৌৱন, শ্ৰান্ত নহয় দেহ, মলিন নহয় কান্তি। কিন্তু হঠাৎ যেন কাৰোবাৰ কুন্তলসুৰভিৰ স্পৰ্শত তাৰ স্বপ্ন ভঙ্গ হ'ল। সুমুখে চকু মেলি চালে।

সন্মুখত থিয় হৈ আছে মাতলিতনয়া গুণকেশী। বিস্মিত সুমুখে ক'লে— তুমি? এই অসময়ত কি উদ্দেশ্যে তুমি ইয়ালৈ আহিলা মাতলিতনয়া?

গুণকেশী— অসময় বুলি কৈছা কিয় চিকুৰতনয়? সন্ধ্যাতাৰকা খন্তেক আগতে উদিত হ'লে জানো আকাশৰ হৃদয় ব্যথিত হয়? উষাৰ অৰুণাভা খন্তেক আগতে জাগৰিত হ'লে জানো আপত্তি কৰে জলকমলে? তুমি মোৰ পাণিগ্ৰহণ কৰিবা, তোমাকেই পতিৰূপে বৰণ কৰি ধন্য হ'ব মোৰ পাৰিজাতৰ মালা, শঙ্খধ্বনি আৰু মন্ত্ৰৰৱৰ উৎসৱৰ মাজত মোক চিৰকালৰ প্ৰিয়া কৰি গ্ৰহণ কৰিব যিজনে মই তেওঁৰেই কাষলৈ আহিছো।

সুমুখ— কোৱাঁ, কি উদ্দেশ্যে আহিছা?

গুণকেশী— জানিব খোজো ইমান পৰে তুমি কি স্বপ্ন দেখিছিলা নাগকুমাৰ?

সুমুখ— দেখিছিলো, যি বিশ্বাস লৈ মই সুৰপুৰলৈ আহিছো সেই বিশ্বাস সফল হৈছে।

ফুল্ল কুসুমৰ দৰে অকস্মাৎ গুণকেশীৰ চকুযুৰিও যেন এক বিশ্বাসৰ স্পৰ্শত উৎফুল্লিত হৈ উঠিল। কি বিশ্বাস লৈ সুৰপুৰলৈ আহিছা চিকুৰ তনয়?

সুমুখ— আহিছো অমৃত লাভৰ কাৰণে।

বেদনাহত হৈ আৰ্তনাদ কৰি উঠে গুণকেশীয়ে— অমৃতলাভৰ কাৰণে?

সুমুখ— এৰা।

গুণকেশী— অমৃতেই জানো তোমাৰ কাম্য?

সুমুখ— এৰা, যদি অমৃত পাওঁ, যদি সুৰোপম অমৰতা লাভ কৰোঁ, তেতিয়াহে মই তোমাক মোৰ জীৱনৰ সহচৰী হ'বলৈ আহ্বান কৰিম। মোৰ এই সংকল্পৰ কথা জানে তোমাৰ পিতা বাসৱসুহৃদ মাতলিয়ে।

গুণকেশী— যদি অমৃত নাপায় তেনেহলে?

অকস্মাৎ শঙ্কিতৰ দৰে বিষণ্ণ হৈ উঠে সুমুখ— এনে অশুভ বচন মুখলৈ নানিবা।

গুণকেশী— মোৰ প্ৰশ্নৰ উত্তৰ দিয়াঁ, যদি তোমাৰ অমৰত্ব লাভৰ স্বপ্ন বিফল হয়, তেন্তে তুমি জানো মাতলিতনয়া গুণকেশীৰ বৰমাল্য প্ৰত্যাখ্যান কৰি উভতি যাবা?

সুমুখ— তুমিয়ে কোৱাচোন বাৰু, হে পাৰিজাতসৌৰভবিলাসিনী সুন্দৰী; যদি তুমি জানা যে আৰু এক মুহূৰ্তৰ পিচতে চিকুৰতনয় সুমুখৰ প্ৰাণ বিনাশ কৰিব হিংস্ৰ আৰু ভয়ংকৰ নাগবৈৰী গৰুড়ে, তেনেহলে তুমি জানো এই মুহূৰ্তে তাৰ কণ্ঠত বৰমাল্য পিন্ধাই দিব পাৰিবা?

গুণকেশী— পাৰিম।

বিস্মিত আৰু ৰোমাঞ্চিত হৈ সুমুখে ক'লে— ই কেনেকুৱা প্ৰণয়ৰীতি, কুমাৰী গুণকেশী?

গুণকেশী— ই অতি সহজ প্ৰণয়ৰীতি, চিকুৰতনয়। গুণকেশীয়ে ভাল পায় তোমাক, তোমাৰ অমৰতাক নহয়। গুণকেশীয়ে ভাল পায় তোমাৰ প্ৰাণক, তোমাৰ প্ৰাণৰ অনন্ততাক নহয়। তোমাৰ আয়ুসতকৈ তোমাৰ হৃদয় মোৰ ওচৰত শতগুণে লোভনীয় স্পৃহনীয় আৰু বহুমূল্য, হে নাগকুমাৰ। মই প্ৰেমিকা, মোৰ ওচৰত তোমাৰ বক্ষৰ ক্ষণিক স্পৰ্শ অনন্ত হৈ থাকিব, যদি মোৰ কাৰণে তোমাৰ হৃদয়ত এক বিন্দুও প্ৰেম আছে।

সুমুখ— মোক ক্ষমা কৰা মাতলিতনয়া; যদি অমৰতা লাভ কৰিব নোৱাৰোঁ, তেনেহলে মোৰ আহত স্বপ্নৰ বেদনাৰুধিৰে ৰঞ্জিত হ'ব মোৰ হৃদয়। সেই হতাশা ব্যথিত হৃদয়ত প্ৰেমৰ পুষ্প কোনোদিনে ফুটি নুঠিব।

গুণকেশী— চিকুৰতনয়!

সুমুখ— কোৱাঁ, মাতলিতনয়া!

গুণকেশী— প্ৰেমহীন নয়নে এবাৰ মাথোন চাই লোৱা তোমাৰ প্ৰেমাকাঙ্ক্ষী এই সুৰপুৰ নিবাসিনীৰ যৌৱনচ্ছবি।

সুমুখ— চাইছো।

গুণকেশী— কোৱাঁ, কি কয় তোমাৰ দেহৰ শোণিত কণিকাৰ কামনাই। পিপাসা নাজাগে জানো তোমাৰ অধৰত? চঞ্চল নহয় জানো তোমাৰ বক্ষৰ নিঃশ্বাস? কোৱা, ভোগৱতীৰ সলিলত লালিততনু নাগকুমাৰ, এই সুৰপুৰ ললনাৰ ললটিতিলকত অধৰ দান কৰি মদামোদমধুৰ এটি মুহূৰ্তৰ বিহ্বলতা বৰণ কৰি লবৰ কাৰণে জানো তোমাৰ শান্ত বক্ষঃপঞ্জৰৰ অন্তৰালত কোনা স্পৃহা নজন্মে?

শান্ত ৰত্নশৈলৰ দৰে সুন্দৰ আৰু অচঞ্চল সুমুখে ক'লে— নাই, নজন্মে, গুণকেশী! অমৰতাহীন জীৱনত এই ক্ষণচঞ্চল আৰু অতিনশ্বৰ কামনাৰ উৎসৱ নিতান্ত এক বিদ্রূপ। সেই বিদ্রূপ দেখিবলৈ সুন্দৰ হলেও তাৰ কাৰণে মোৰ মনত কোনো মোহ নাই।

নীৰৱে আৰু অৱনতশিৰে থিয় হৈ থাকে গুণকেশী। পূব আকাশৰ ললাটত আসন্ন সন্ধ্যাৰ ছায়া দেখা দিয়ে। মন্দাৰকুঞ্জৰ সৌৰভ স্নিগ্ধ সমীৰত আৰু মদিৰ হৈ উঠে।

নিজৰ কথাকে ভাবি কল্পনাৰ আৱেশত অন্যমনা হৈ দূৰান্তৰৰ ফালে চাই থাকে সুমুখে। বোধহয় ইমান পৰে দেৱৰাজ ইন্দ্ৰই তেওঁৰ প্ৰিয়সখা মাতলিৰ

প্ৰাৰ্থনাত প্ৰীত হৈ অমৃত দান কৰিছে। নাগকুমাৰ সুমুখৰ অমৰত্ব লাভৰ স্বপ্ন সত্য কৰিবৰ কাৰণে অমৃত লৈ আহিছে মাতলিয়ে। পদধ্বনি যেন শুনিবলৈ পোৱা গৈছে? বোধহয় মাতলি আহিছে। উৎকৰ্ণ হৈ অপলক নেত্ৰে মন্দাৰকুঞ্জৰ পথৰেখাৰ ফালে চাই থাকে সুমুখে।

সেই মুহূৰ্ততে শঙ্কিত শিশুৰ দৰে করুণকণ্ঠে আৰ্তনাদ কৰি উঠে সুমুখে— ৰক্ষা কৰাঁ, ৰক্ষা কৰাঁ।

কালানলৰ ধুমুহাৰ দৰে যেন কাৰোবাৰ ক্ৰূৰকৰাল নিঃশ্বাস প্ৰচণ্ড গতিৰে আহি মন্দাৰকুঞ্জৰ ওচৰত থমকি ৰয়। লতাগৃহৰ অভ্যন্তৰত বাত্যাহত শীৰ্ণ বেতসপত্ৰৰ দৰে কঁপনি উঠে সুমুখৰ। আহিছে, নাগবৈৰী গৰুড় তাৰ ভয়ংকৰ প্ৰতিজ্ঞা চৰিতাৰ্থ কৰাৰ কাৰণে আহিছে। অমৰত্বপ্ৰয়াসী সুমুখৰ হৃৎপিণ্ডৰ ওচৰলৈ মৃত্যুৰ নখৰ আহি পাইছে।

গুণকেশী— শান্ত হোৱা নাগকুমাৰ।

সুমুখ— শান্তি দিয়াঁ মাতলিতনয়া।

গুণকেশী— ময়ে তো তোমাৰ শান্তি।

সুমুখ— তুমি?

গুণকেশী— এৰা, মই।

সুমুখ— তুমি মোক মৃত্যুৰ হাতৰ পৰা ৰক্ষা কৰিব পাৰিবা?

গুণকেশী— মই অমৃত নহওঁ, চিকুৰতনয়। মই তোমাৰ মৃত্যুপথত কেৱল সহযাত্ৰিণী হ'ব পাৰোঁ, মই তোমাৰ মৃত্যুমুহূৰ্তক মাথোন মধুৰ কৰি দিব পাৰো।

বিস্মিত নয়নে গুণকেশীৰ মুখৰ ফালে চাই শান্ত স্বৰে সুমুখে প্ৰশ্ন কৰে— মৃত্যুপথযাত্ৰীৰ অন্তিম মুহূৰ্তক মধুৰ কৰি দি তুমি কি আনন্দ লাভ কৰিবা মাতলিতনয়া?

গুণকেশী— সেই মধুৰতা অমৰ হৈ থাকিব মোৰ জীৱনত, মোৰ প্ৰাণৰ শেষ মুহূৰ্ত পৰ্যন্ত।

সুমুখ— তুমি বিচিত্ৰ হৃদয়, এই জগতৰ এক অতি অদ্ভুত বিস্ময়।

গুণকেশী— মই এই বিস্ময়ভৰা জগতৰ এক অতি সাধাৰণ হৃদয়।

সুমুখ— তুমি সুন্দৰ।

গুণকেশী— তুমি যদি সুন্দৰ বুলি কোৱা, মই সুন্দৰ।

সুমুখে উদ্‌গত অশ্ৰুবাষ্প নিৰোধ কৰিবলৈ চেষ্টা কৰে আৰু ব্যথিতৰ আবেদনৰ দৰে বিহ্বল স্বৰে কয়— মোৰ এটি অনুৰোধ আছে।

গুণকেশী— কোৱাঁ, কি অনুৰোধ?

সুমুখ— গৰুড়ৰ নখৰাঘাতত দেহ ছিন্নভিন্ন হোৱা চিকুৰতনয়ে যেন তাৰ জীৱনৰ অন্তিম মুহূৰ্তত দেখিবলৈ পায় সুৰপুৰনিবাসিনী গুণকেশীৰ নয়নত দুটি অশ্ৰুবিম্ব।

গুণকেশী— চিকুৰতনয়?

সুমুখ— কোৱাঁ, সুন্দৰহৃদয়া মাতলিতনয়া।

গুণকেশী— অতিনশ্বৰ দুটি অশ্ৰুকণিকাৰ কাৰণে তোমাৰ এই মোহ কিয়?

সুমুখ— বুজিব পাৰিছো, এই মৃত্যুৰ ছায়াৰ মাজত থিয় হৈ বুজিব পাৰিছো গুণকেশী, অতি নশ্বৰ এই অশ্ৰুকণিকা অনন্ত হৰ্ষতকৈও কত বেছি মধুৰ! বুজিছো মৃত্যুৰ মুহূৰ্তক মধুৰ কৰি দিব পাৰে যি বস্তুৱে সেয়ে হৈছে অমৃত।

অস্থিৰ হৈ উঠিছে সংহাৰব্যাকুল গৰুড়ৰ ছায়া। লতাগৃহৰ অভ্যন্তৰত প্ৰবেশ কৰিবৰ কাৰণে আগুৱাই আহিছে অনলোদ্‌গাৰী দুই চক্ষুৰ দৃষ্টি।

ছলছলীয়া চকু দুটাৰে অসহায় আৰ্তস্বৰে কয় সুমুখে— অমৰতাৰ সপোনত মোহিত হৈ পাহৰি গৈছিলো গুণকেশী, আজিয়েই গৰুড়ৰ প্ৰতিজ্ঞাৰ শেষ দিন। এই সন্ধ্যাই মোৰ জীৱনৰ অন্তিম সন্ধ্যা।

আৰ্তস্বৰে চিৎকাৰ কৰি উঠে গুণকেশীয়ে— কিন্তু তুমি মৰণ বৰণ নকৰা চিকুৰতনয়।

মৃদু হাঁহি এটা মাৰি উত্তৰ দিয়ে সুমুখে— উপায় নাই গুণকেশী, বিষ্ণুৰ কৃপাত আশ্ৰিত সেই ভয়ংকৰৰ আঘাতৰ পৰা কেনেকৈ আত্মৰক্ষা কৰিব ভোগৱতীৰ সলিলত লালিত এক নাগে?

এওঁ কেনেকুৱা বিষ্ণু আৰু ই তেওঁৰ কেনেকুৱা কৃপা? গুণকেশীৰ অন্তৰ মথিত কৰি এক উদ্ধত বিদ্ৰোহ যেন কঠিন প্ৰশ্ন হৈ জাগি উঠে।

নিখিল সৃষ্টিৰ ৰক্ষক আৰু পালয়িতা বিষ্ণুৰ কৃপা। সেই কৃপাতে লালিত হয় নিখিলৰ কোলাত আবিৰ্ভূত সকলো প্ৰাণ। অন্যমনাৰ দৰে নিষ্পলক নেত্ৰে যেন ধ্যান সঞ্চাৰিত কৰি থিয় হৈ থাকে আৰু চিন্তা কৰে গুণকেশীয়ে। তাৰ পিচত নিগূঢ় এক সংকল্পৰ ছায়া গুণকেশীৰ ওষ্ঠাধৰ শিহৰিত কৰি কঁপি থাকে। তাইৰ ভাবনামগ্ন মূৰ্তিয়ে যেন অন্তৰৰ গভীৰত এক স্তৱৰ ভাষা আৰু শোণিতৰ কলৰোলত এক প্ৰজায়িনী মহিমাৰ সঙ্গীত উৎকৰ্ণ হৈ শুনিছে। —তোমাৰ প্ৰাণপ্ৰিয় চিকুৰতনয়ৰ প্ৰাণৰ পৰা তোমাৰ প্ৰাণৰ গভীৰত নৱপ্ৰাণ আহ্বান কৰা,

মাতলিতনয়া! প্ৰাণৰ আবিৰ্ভাব ধ্বংস কৰাৰ সাহস কাৰো নাই। বিষ্ণুৰ কৃপাত আশ্ৰিত কোনো উদ্‌ভ্ৰান্ত ভয়ংকৰৰ সেই সাহস নাই, স্বয়ং বিষ্ণুৰো সেই অধিকাৰ নাই!

হিংস্ৰ গৰুড়ৰ ছায়া একেবাৰে লতাগৃহৰ দ্বাৰলৈকে আগবাঢ়ি আহে। সেই মুহূৰ্ততে উৎক্ষিপ্ত পাৰিজাত স্তৱকৰ দৰে মাতলিতনয়া গুণকেশীয়ে তাইৰ যৌৱনিত তনুশোভা অপাবৃত কৰি সুমুখৰ বুকুৰ ওপৰত লুটিয়াই পৰে— মোৰ স্বপ্ন সত্য কৰি যোৱাঁ, প্ৰিয় নাগকুমাৰ!

সুমুখ— নিজকে এনেকৈ শাস্তি নিদিবা কুমাৰী!

গুণকেশীৰ দুই চকুৰ কোণত মুক্তাফলৰ দৰে দুটি মধুৰ আৰু উজ্জ্বল অশ্ৰুবিম্ব ফুটি উঠে— প্ৰশ্ন নকৰিবা, বিস্মিত নহবা, কুণ্ঠিত নহবা গুণকেশীৰ প্ৰেমৰ পুৰুষ, গুণকেশীৰ পিপাসিত শোণিতত তোমাৰ সন্তানৰ প্ৰাণ অংকুৰিত কৰি যোৱাঁ।

—গুণকেশী! সান্দ্ৰ আৰু প্ৰণয়াদ্ৰ স্বৰে আহ্বান কৰে সুমুখে।

সুমুখৰ মৃত্যুৰ মুহূৰ্তবোৰক যেন মধুৰতাত ডুবাই দিবৰ কাৰণে সুমুখৰ বাহু বন্ধনৰ মাজত আত্মহাৰা হৈ লুটিয়াই পৰে এক অশ্ৰুবিধুৰ আৰু স্বপ্নমধুৰ পাৰিজাতৰ স্তৱক।

আকাশত নক্ষত্ৰ উঠে। নৈশবায়ুৰ, চুম্বনত তন্দ্ৰাভিভূত হয় মন্দাৰ সৌৰভ। গৰুড়ৰ নিমম প্ৰতিজ্ঞাৰ এমাহৰ শেষৰ দিনটোৰ মুহূৰ্তবোৰ ক্ৰমে বিলীন হৈ আহে। আগুৱাই আহে ৰাত্ৰিৰ শেষ যাম। সুমুখৰ বাহুবন্ধন বৰণ কৰি বিহ্বল হৈ পৰি থাকে ফুল্লযৌৱনা কুমাৰী গুণকেশী।

উষাৰ আভাস জিলিকি উঠে আকাশপটত, কাণত পৰে বিহঙ্গগণৰ সুমধুৰ স্বৰ। সুমুখৰ বুকুত নখৰাঘাত কৰাৰ সুযোগ নাপায় গৰুড়ে। হতাশ হৈ আঁতৰি যায় গৰুড়ৰ ছায়া। মন্দাৰ কুঞ্জৰ সুগন্ধি সমীৰণ দীৰ্ণ কৰি বিফলমনোৰথ গৰুড়ৰ ধিক্কাৰ ধ্বনিত হয়— ব্যভিচাৰিণী মাতলিতনয়া।

উৰি যায় গৰুড়। সুপ্তোত্থিত বিহগৰ কণ্ঠ কাকলীৰ দৰে গুণকেশীৰ কণ্ঠস্বৰত হাঁহিৰ ৰেখা বিৰিঙি উঠে। সুমুখৰ বাহুবন্ধন হঠাৎ ছিন্ন কৰি থিয় হয় গুণকেশী।

গুণকেশীৰ দুনয়নত দুটি অশ্ৰু বিম্ব দেখি বিস্মিত হৈ সুমুখে প্ৰশ্ন কৰে— এয়া কি, গুণকেশী?

বিস্ময়ৰ আবেগ সহ্য কৰিব নোৱাৰি চিৎকাৰ কৰি উঠে সুমুখে— গুণকেশী। প্ৰাণদায়িনী গুণকেশী।

গুণকেশী— সুৰপুৰবাসিনী এক প্ৰগল্‌ভাৰ এনিশাৰ মূঢ়তাক ঘৃণা কৰি এতিয়া পাতাললোকলৈ উভতি যোৱা নাগকুমাৰ।

দুয়ো হাতেৰে মুখখন ঢাকি, যেন সেই সুন্দৰ মুখখনেৰে এক দুঃসহ বেদনাচ্ছবি আচ্ছাদিত কৰি দ্ৰুতপদে গুচি যায় গুণকেশী। আকুল আগ্ৰহে আহ্বান কৰে সুমুখে— নাযাবা গুণকেশী, নাযাবা।

ইন্দ্ৰৰ ওচৰৰ পৰা উভতি আহিছে মাতলি, বিষণ্ণ হতাশ আৰু বেদনাভিভূত মাতলি। সুমুখৰ কাৰণে অমৃত দান নকৰিলে দেৱৰাজে। কেৱল অনুগ্ৰহ কৰি প্ৰতিশ্ৰুতি দিছে, গৰুড়ৰ কোপৰ পৰা ৰক্ষা পৰিব সুমুখে। দেৱৰাজসখা মাতলিৰ কন্যা গুণকেশীৰ পাণিপ্ৰাৰ্থীক কেৱল আয়ু দান কৰিছে দেৱৰাজে।

হাঁহি হাঁহি কয় সুমুখে— মোক অমৃত দিব নোৱাৰিলে যেতিয়া, মোক বিদায় দিবৰ কাৰণে এতিয়া প্ৰস্তুত হওক, দেৱৰাজসখা মাতলি।

ৰ লাগি চাই থাকে মাতলিয়ে। প্ৰত্যাৱৰ্তন কৰিবলৈ বিচাৰিছে নাগকুমাৰ সুমুখে। সুৰপুৰলৈ আহি পাৰিজাততকৈও সুন্দৰ মাতলিতনয়াৰ মুখৰ পিনে চায়ো যাৰ অন্তৰত কোনো মোহ নাজাগিল, যাৰ চকুত কোনো লোভ নজন্মিল, উভতি যাব সেই নিতান্ত এক অমৃতলোলুপ জীৱ, অকৃতজ্ঞতা আৰু অমমতাৰ আশীবিষ।

পুনৰ হাঁহি এটা মাৰে সুমুখে— মই কিন্তু অকলে উভতি নাযাওঁ, বাসবসুহৃদ মাতলি।

হঠাৎ বিস্ময়ত অপ্ৰস্তুত হৈ প্ৰশ্ন কৰে মাতলিয়ে— কি কৈছা সমুখ?

সুমুখ— হয়, ইন্দ্ৰসাৰথি মাতলি, আপোনাসকলৰ এই সুৰপুৰৰ সৰে ছলশোভাৰ পাৰিজাত, হৃদয়ৰ পাৰিজাত মাত্ৰ এটি আছে। মোৰ লগত তেওঁকো যাবলৈ অনুমতি দিয়ক।

কোন তেওঁ?

তেওঁ মোৰ প্ৰাণদায়িনী অমৰপুৰৰ অমৃতে কেৱল ছলনা কৰে, কিন্তু মৃত্যু মুহূৰ্তকো মধুৰতাৰে অমৰ কৰি দিব পাৰে তেওঁৰেই দুচকুৰ দুটি অতিনশ্বৰ অশ্ৰুবিন্দুৱে।

কাৰ চকুৰ অশ্ৰুবিন্দুৱে।

আপোনাৰেই কন্যা গুণকেশীৰ।

ইন্দ্ৰসাৰথি মাতলিৰ ইমানপৰে বিষণ্ণ হৈ থকা বদন আনন্দত সুস্মিত হৈ

উঠে। অদূৰৰ ভৱনদ্বাৰদেশৰ পুষ্পমালঞ্চৰ এটি স্নিগ্ধচ্ছায়াচ্ছন্ন নিভৃতৰ ফালে চাই প্ৰসন্ন চিত্তে আহ্বান কৰে মাতলিয়ে— কন্যা গুণকেশী!

গুণকেশী আহি সন্মুখত থিয় হয়। মাতলিয়ে মন্ত্ৰ পাঠ কৰি সুমুখৰ হাতত গুণকেশীক সমৰ্পণ কৰে।

অশ্ৰুহীন এই অনন্ত হৰ্ষৰ দেশ অমৰপুৰৰ পৰা ক্ষণায়ুব্যথিত ভোগৱতীপুৰীলৈ যাত্ৰা কৰিবলৈ প্ৰস্তুত হয় সুমুখ। মৃদু স্বৰে আহ্বান কৰে সুমুখে— আহা, প্ৰিয়া গুণকেশী!

গুণকেশীৰ ব্যথিত নয়নযুগলৰ কোণত সেই মধুৰ অশ্ৰুবিন্দু পুনৰ ফুটি উঠে। গুণকেশীয়ে প্ৰশ্ন কৰে— তোমাৰ মনত কিবা জানো দুঃখ আছে?

সুমুখ— কিহৰ দুঃখ?

গুণকেশী— অমৰপুৰলৈ আহিও যে তুমি অমৃত নাপালা!

সাগ্ৰহে গুণকেশীৰ হাতত ধৰি সুমুখে কয়— পাইছো।

গুণকেশী— পাইছা? তেনেহলে পিতাই তোমাৰ কাৰণে অমৃত আনিছে?

সুমুখ— তোমাৰ পিতাই মোক অমৃত দিছে।

গুণকেশী— ক'তা সেই অমৃত?

সুমুখ— এয়া, মোৰ সন্মুখত। তুমি। তুমিয়ে মোৰ অমৃত।

—ঃ—

# গালব আৰু মাধৱী

সহস্ৰ যজ্ঞৰ অনুষ্ঠান কৰিছে আৰু ক'ত সহস্ৰ প্ৰাৰ্থীক গো ভূমি কাঞ্চন আৰু শস্য দান কৰিছে ৰজা যযাতিয়ে। তেওঁৰ মানত দানেই হ'ল মানলাভৰ একমাত্ৰ ব্ৰত আৰু মানেই হ'ল মানৱজীৱনৰ একমাত্ৰ পুণ্য।

পুণ্যৰ প্ৰয়োজন হৈছে ৰজা যযাতিৰ, কাৰণ তেওঁ সেই সকলো ৰাজৰ্ষিৰ মাজত স্থান লাভ কৰিবলৈ বিচাৰে, যি সকলে পুণ্যবলত স্বৰ্লোকত অধিষ্ঠান লাভ কৰিছে। এই আকাঙ্ক্ষাই তেওঁৰ জীৱনৰ একমাত্ৰ স্বপ্ন। কিন্তু কেতিয়া তেওঁৰ এই স্বপ্ন সফল হ'ব?

বৈভৱ ক্ষয় হৈ গৈছে অনেক, কিন্তু ক্ষয় হোৱা নাই তেওঁৰ আৰু দান কৰাৰ স্পৃহা। ৰত্নাগাৰ শূন্য হৈ আহিছে, কিন্তু এতিয়াও শূন্য হোৱা নাই তেওঁৰ আৰু মান লাভৰ আকাঙ্ক্ষা। কাৰণ, দানৰ গৰ্ব আৰু গৌৰৱেৰে তেওঁ সকলো ৰাজৰ্ষিৰ মহিমা খৰ্ব কৰি দিবলৈ বিচাৰে। স্বৰ্লোকৰ ৰাজৰ্ষি সকলৰ মাজত এজন সাধাৰণ হৈ নহয়, অসাধাৰণ হৈ, প্ৰধান হৈ আৰু সৰ্বোচ্চ হৈ তেওঁ আসন লাভ কৰাৰ সংকল্প গ্ৰহণ কৰিছে। সেই কাৰণে সৱাতোকৈ বেছি পুণ্যবল সঞ্চয়ৰ প্ৰতীক্ষাত আছে ৰজা যযাতি।

প্ৰতিদিনৰ দৰে সেইদিনাও সভাকক্ষত বহিছিল ৰজা যযাতি। তেতিয়াও প্ৰাৰ্থীৰ সমাগম আৰম্ভ হোৱা নাই।

সভাকক্ষৰ চাৰিওফালে দৃষ্টিপাত কৰিলেই বুজা যায়, ৰজা যযাতিৰ মনত দান কৰাৰ আকাঙ্ক্ষা যিমান বেছি, দান কৰাৰ জোখাই ৰাজৈশ্বৰ্যৰ পৰিমাণ সিমান বেছি নহয়। ৰাজচ্ছত্ৰ মুক্তাখচিত নহয়। ৰাজদণ্ড মণিবিচিত্ৰিত নহয়। সিংহাসনত ৰত্নধাতু প্ৰভা নাই। স্তম্ভ আৰু বেদিকাত বিদ্ৰুমশোভা নাই। নাই কোনো চাৰণ সুন্দৰীৰ কণ্ঠোৎসাৰিত চিত্তহাৰী গীতস্বৰ, নাই কোনো ভ্ৰমৰ নয়না চামৰগ্ৰাহিণীৰ চাৰু কটাক্ষ। সিংহাসনৰ কাষত এটা ক্ষুদ্ৰ অগৰুগৰ্ভিত প্ৰদীপৰ শিখাৰ পৰা বিচ্ছুৰিত ৰশ্মিয়ে যযাতিৰ মুকুট স্পৰ্শ কৰে, কিন্তু ৰত্নহীন সেই মুকুট উদ্ভাসিত নহয়।

সভাকক্ষত প্ৰথমতে প্ৰবেশ কৰে এজন তপস্বী। ৰজা যযাতিয়ে কেইটিমান তাম্ৰমুদ্ৰা হাতত তুলি লৈ তপস্বীক দান কৰাৰ কাৰণে কয়— দান গ্ৰহণ কৰক যোগিবৰ।

তপস্বীয়ে মৃদুহাস্যে কয়— মই বিষয়ী নহয় ৰজা যযাতি, তাম্ৰমুদ্ৰাৰ

মোৰ কোনো প্ৰয়োজন নাই।

ৰজা যযাতিয়ে পিচমুহূৰ্ততে ভূৰ্জপত্ৰ আৰু লেখনী হাতত লৈ কয়— তেনেহ'লে আপোনাক এখণ্ড ভূমি দান কৰোঁ। দান পত্ৰ লিখি দিওঁ।

তপস্বীয়ে পুনৰ আপত্তি কৰে— মই গৃহী নহয় ৰজা যযাতি, মোৰ কোনো ভূমিখণ্ডৰ প্ৰয়োজন নাই।

এমুঠি যৱকণা তুলি লৈ ৰজা যযাতিয়ে কয়— তেনেহ'লে আগুৱাই যাওক যোগিবৰ, আপোনাৰ সেই চীৰবস্ত্ৰৰ অঞ্চল বিস্তাৰিত কৰক। আপোনাক কিঞ্চিৎ পৰিমাণ শস্য দান কৰোঁ।

তপস্বীয়ে কয়— শস্যকণাৰ মোৰ প্ৰয়োজন নাই, মই ক্ষুধাৰ্ত নহয়।

যযাতি— তেনেহ'লে কি বিচাৰে আপুনি? কওক, আপোনাক কি বস্তু দান কৰিম?

তপস্বী— যদি নিতান্তই দান কৰিবলৈ বিচাৰে, তেনেহ'লে মোক আপোনাৰ সভাত কিছু সময় উপবেশন কৰিবলৈ অনুমতি দান কৰক।

যযাতিয়ে বিস্মিত হৈ কয়— আসন গ্ৰহণ কৰক, কিন্তু মোৰ পৰা মাত্ৰ এইকণ দান গ্ৰহণ কৰিয়েই জানো আপুনি পৰিতুষ্ট হ'ব যোগিবৰ? মোৰ পৰা জানো আৰু কোনো অনুগ্ৰহ প্ৰাৰ্থনা কৰিবলগা নাই?

আসন গ্ৰহণ কৰাৰ পিচত তপস্বীয়ে কয়— মই আপোনাক এটা দিব্য লোকনীতিৰ কথা সোঁৱৰাই দিবলৈ আহিছো ৰজা যযাতি। যদি শ্ৰৱণ কৰে, তেন্তে মোৰ প্ৰতি বৰ অনুগ্ৰহ কৰা হ'ব।

যযাতি— কওক যোগিবৰ।

তপস্বী— পুণ্যাৰ্জন লোকজীৱনৰ এটি লক্ষ্য, তাত কোনো সন্দেহ নাই। কিন্তু মনত ৰাখিব, পুণ্যাৰ্জনৰ পথটোও পুণ্যময় হোৱা উচিত।

যযাতি— আপোনাৰ উপদেশৰ তাৎপৰ্য বুজি নাপালো, যোগিবৰ।

তপস্বী— মহৎ পন্থা অবিহনে মহদভীষ্ট লাভ নহয়, ৰজা যযাতি। সদাচৰণত সদ্‌বস্তু আৰু সন্মানৰ পথত সন্মান লাভ হয়, অন্যথাই নহয়।

যযাতি— কিয় নহয়?

তপস্বী— যেনেকৈ মহিষৰ শৃঙ্গাঘাতত পুষ্পদ্ৰুম মঞ্জৰিত নহয়, হয় বসন্তানিলৰ মৃদুল স্পৰ্শত। নিষাদৰ কৰধৃত কাষ্ঠাগ্নিৰ প্ৰজ্বলন্ত আলোকত নিদ্ৰিত বিহঙ্গ নাজাগে, জাগে প্ৰাচীপটত অভ্যুদিত নৱাৰ্কৰ আলোকাপ্লুত ইঙ্গিতত। শোণিতজলা বৈতৰণীৰ তৰঙ্গত স্বৰ্গমৰালে কেলি নকৰে, তাৰ কাৰণে লাগে মানসহ্ৰদৰ স্বচ্ছোদক।

যযাতি— শুনিলো যোগিবৰ।

তপস্বী— মনত ৰাখিব নৃপতি।

যযাতি— বনবাসীৰ লোকনীতি বনৰ জীৱনতেই সত্য হ'ব পাৰে যোগিবৰ, নৃপোত্তম যযাতিৰ পক্ষে এনে নীতি স্মৰণ কৰি ৰখাৰ কোনো প্ৰয়োজন নাই। সংকল্প যি কোনো পন্থাৰে সিদ্ধ কৰাই ৰাজসিক ধৰ্ম। যদি এপাট বিষদিগ্ধ শৰৰ আঘাতত হত্যা কৰি মাতঙ্গৰ মস্তক-মুক্তা লাভ কৰিব পৰা যায়, তেনেহ'লে কোন মুৰ্খই শতবৰ্ষ প্ৰতীক্ষা কৰি থাকে, কেতিয়া কোন পূৰ্বাষাঢ়া নক্ষত্ৰৰ পুলকিত জ্যোতিৰ আবেদনত সেই গজমুক্তা আপোনা আপুনি স্খলিত হ'ব বুলি? এমুঠি ধূলি নিক্ষেপ কৰি পাতাল ভুজঙ্গৰ চক্ষু মুহূৰ্তৰ ভিতৰতে অন্ধ কৰি দি যদি ফণামণি লাভ কৰিব পৰা যায়, তেনেহ'লে শতবৰ্ষ ধৰি নাগপূজা কৰাৰ কি সাৰ্থকতা?

তপস্বীয়ে দুনাই প্ৰত্যুত্তৰ নিদিলে। গাত্ৰোত্থান কৰিলে আৰু ৰাজসভা ত্যাগ কৰি গুচি গ'ল। ৰজা যযাতিয়ে লক্ষ্য কৰিলে, সভাপ্ৰান্তত আৰু এজন প্ৰাৰ্থী আহি বহি আছে, কান্তিমান এজন ঋষিযুৱা।

যযাতিয়ে আহ্বান কৰে— আপোনাৰ প্ৰাৰ্থনা নিবেদন কৰক ঋষি।

ঋষিযুৱাই কয়— মই অৰ্থৰ প্ৰাৰ্থী।

ৰজা যযাতিয়ে এশ তাম্ৰমুদ্ৰা হাতত তুলি লৈ কয়— গ্ৰহণ কৰক ঋষি।

ঋষিযুৱাই হাঁহি হাঁহি কয়— এই যৎসামান্য অৰ্থৰ প্ৰাৰ্থী মই নহয়, ৰজা যযাতি।

যযাতি— আপোনাৰ কিমান পৰিমাণ অৰ্থৰ প্ৰয়োজন?

ঋষিযুৱা— নিশাকৰ সদৃশ শুভ্ৰদেহ আৰু শ্যামৈককৰ্ণ অষ্ট শত অশ্ব সংগ্ৰহ কৰিব লাগিলে যি পৰিমাণ অৰ্থৰ প্ৰয়োজন, মোক তাকে দান কৰক।

ঋষিযুৱাৰ কথা শুনি ৰজা যযাতিৰ হৰ্ষোৎফুল্ল বদন মুহূৰ্তৰ ভিতৰতে বিষণ্ণ হৈ উঠে। বৈভৱহীন যযাতিৰ ৰত্নাগাৰ শুন্য কৰি দিলেও নিশাকৰ সদৃশ শুভ্ৰদেহ আৰু শ্যামৈককৰ্ণ অষ্ট শত দুৰ্লভ অশ্ব ক্ৰয় কৰাৰ জোখাই অৰ্থ নহ'ব। ঋষি হৈও ইমান অপৰিমেয় অৰ্থ প্ৰাৰ্থনা কৰে, কোন এই ঋষি?

ৰজা যযাতিয়ে সসঙ্কোচে সোধে— আপোনাৰ পৰিচয় জানিবলৈ ইচ্ছা কৰোঁ ঋষি।

ঋষিযুৱা— মই বিশ্বামিত্ৰৰ শিষ্য গালব।

ৰজা যযাতিয়ে সমম্ভ্ৰমে উঠি থিয় হৈ আগ্ৰহাকুল স্বৰে কয়— আপুনি বিশ্বামিত্ৰ আশ্ৰমৰ বিখ্যাত জ্ঞানী গালব?

গালব— মোক জ্ঞানী গালব বুলি সম্বৰ্দ্ধনা নকৰিব, ৰজা যযাতি। ইমান ডাঙৰ সম্মান সম্ভাষণ লাভৰ অধিকাৰ মোৰ এতিয়াও হোৱা নাই। মই এতিয়াও ঋণমুক্ত হ'ব পৰা নাই।

যযাতি— কিহৰ ঋণ?

গালব— গুৰুঋণ। গুৰুক এতিয়াও দক্ষিণা দান কৰিব পৰা নাই। জ্ঞানী গালব নামে মৰ্ত্তালোকত খ্যাত হোৱাৰ জোখাই গৌৰৱৰ অধিকাৰী হ'ব নোৱাৰিম, যিমান দিনলৈ গুৰুক দক্ষিণা দান কৰি মুক্ত হ'ব নোৱাৰোঁ।

যযাতি— শুনিছো, বিশ্বামিত্ৰৰ দৰে উদাৰস্বভাৱ তপোধন শিষ্যৰ এটা মাত্ৰ প্ৰণামত তুষ্ট হয়, তাতকৈ বেছি বা অন্য কোনো দক্ষিণা তেওঁ গ্ৰহণ নকৰে।

গালব— গুৰু বিশ্বামিত্ৰই মোৰ পৰা কোনো দক্ষিণা বিচৰা নাই ৰজা যযাতি। ময়ে তেওঁক দক্ষিণা দিবলৈ বিচাৰিছো, কাৰণ মই কাৰো ওচৰত ঋণী হৈ থাকিবলৈ নিবিচাৰোঁ। গুৰুৱে মোক জ্ঞান দান কৰিছে, মই যথোচিত দক্ষিণা দান দি তেওঁৰ গুৰুত্বৰ মূল্য শোধ কৰি দিম। মোৰেই নিৰ্বন্ধাতিশয়ত গুৰুৱে মোৰ পৰা দক্ষিণা গ্ৰহণ কৰিবলৈ স্বীকৃত হৈছে।

যযাতি— কি দক্ষিণা বিচাৰিছে আপোনাৰ গুৰুৱে?

গালব— আগতেই কৈছো নৃপতি, শশিসদৃশ সিতদেহ আৰু এক কৰ্ণ শ্যামবৰ্ণ, এনেকুৱা অষ্টশত অশ্ব।

যযাতি— কি দাৰুণ দক্ষিণা! গুৰুৱে আপোনাৰ ওপৰত অদাক্ষিণ্য প্ৰদৰ্শন কৰিছে ঋষি।

গালব— হয়, ৰজা যযাতি, মোৰ নিৰ্বন্ধাতিশয়ত তেওঁ ক্ৰুদ্ধ হৈছে আৰু মোৰ মানগৰ্ব খৰ্ব কৰাৰ কাৰণেই এই দুঃসংগ্ৰহণীয় দক্ষিণা বিচাৰিছে।

কুণ্ঠিত স্বৰে যযাতিয়ে কয়— ঋষি গালব, ধনপতি কুবেৰৰ বাহিৰে বোধ হয় এনেকুৱা ঐশ্বৰ্যশালী আৰু কোনো নাই, যাৰ পক্ষে এনেকুৱা অষ্টশত অতিদুৰ্লভ সুজাত অশ্ব সংগ্ৰহৰ জোখাই উপযুক্ত পৰিমাণৰ সম্পদ দান কৰা সহজসাধ্য। মোৰ পক্ষেতো অসাধ্য।

গালব— শুনিছিলো, আপুনি দানৰ গৌৰৱত গৰীয়ান স্বৰ্লোকৰ সকলো ৰাজৰ্ষিৰ মাজত মানিশ্ৰেষ্ঠ হোৱাৰ সংকল্প কৰিছে।

যযাতি— হয় ঋষি, এই সংকল্পই মোৰ জীৱনৰ স্বপ্ন।

গালব— আপোনাৰ এই স্বপ্ন সফল কৰাৰ সুযোগ মই আনিছো ৰজা যযাতি। বিশ্বামিত্ৰৰ শিষ্য গালবৰ প্ৰাৰ্থনা যদি আপুনি পূৰ্ণ কৰিব পাৰে, তেতিয়া হ'লে আপোনাৰ খ্যাতিয়ে সকলো দানীৰ খ্যাতি ম্লান কৰি দিব। আপুনি মানি-শ্ৰেষ্ঠ হ'ব পাৰিব, আপুনি স্বৰ্লোকৰ সকলো ৰাজৰ্ষিৰ মাজত সৰ্বোচ্চ আসন লাভ কৰিব পাৰিব।

যযাতি— আপুনি ঠিকেই কৈছে ঋষি।

গালব— তেনেহ'লে অবিলম্বে মোৰ প্ৰাৰ্থনা পূৰণ কৰাৰ ব্যৱস্থা কৰক।

চঞ্চল হৈ উঠে ৰজা যযাতি। ঋষি গালবৰ প্ৰাৰ্থনা পূৰণ কৰিবই লাগিব। ইমানদিনৰ মূৰত মানিশ্ৰেষ্ঠ হোৱাৰ সুযোগ আহিছে, এই সুযোগ বিনষ্ট হ'বলৈ দিব নোৱাৰিব যযাতিয়ে। প্ৰাৰ্থী ঋষি গালব যদি আজি বিমুখ হৈ গুচি যায়, দানশক্তিহীন যযাতিৰ অপবাদ ত্ৰিভুবনত ৰটিত হৈ যাব। চিৰকালৰ কাৰণে স্বৰ্গলৈ যোৱাৰ পথ অৱৰুদ্ধ হ'ব। মানহীন সেই জীৱনতকৈ বেছি অভিশপ্ত জীৱন আৰু কি হ'ব পাৰে?

কিন্তু উপায়? উপায় চিন্তা কৰে ৰজা যযাতিয়ে। সঙ্গত বা অসঙ্গত, সৎ বা অসৎ, কূট কিম্বা সৰল, কৰুণ অথবা নিৰ্মম, যি কোনো উপায়ে তেওঁ আজি তেওঁৰ দানশীল জীৱনৰ গৰ্ব আৰু গৌৰৱ অক্ষুন্ন ৰাখিবই লাগিব।

কিছুসময় চিন্তা কৰাৰ পিচত যযাতিয়ে কয়— মোৰ ৰত্নাগাৰ যদিও শূন্য, কিন্তু মোৰ প্ৰাসাদত এটি দুৰ্লভ আৰু অনুপম ৰত্ন আছে ঋষিবৰ। কিছুসময় অপেক্ষা কৰক, আশা কৰোঁ, আপোনাৰ প্ৰাৰ্থনা পূৰ্ণ কৰিব পাৰিম।

সভাগৃহ ত্যাগ কৰি ব্যস্তভাৱে ৰজা যযাতি প্ৰাসাদৰ অভ্যান্তৰত প্ৰৱেশ কৰে।

ৰজা যযাতিৰ পৰা প্ৰাৰ্থিত অৰ্থৰ প্ৰতিশ্ৰুতি পাই আশ্বস্ত মনে শূন্য সভাগৃহৰ এক প্ৰান্তত বহি থাকে গালব। ইমানদিনৰ মূৰত গুৰু ঋণৰ পৰা মুক্ত হৈ জ্ঞানী গালব নামে যশস্বী হব পাৰিব বুলি কল্পনা কৰি তেওঁৰ অন্তৰ উৎফুল্ল হৈ উঠিছিল। ত্ৰিভুবনে জানিব, ঋষি গালবে এক অতি কঠিন আৰু অসাধ্য প্ৰায় দক্ষিণা দান কৰি গুৰুদত্ত জ্ঞানৰ মূল্য শোধ কৰি দিছে। গালবৰ কীৰ্তিকথা প্ৰতি জনপদৰ চাৰণ সকলৰ মুখে মুখে সঙ্গীতৰ দৰে ধ্বনিত হ'ব। গালবেও বিশ্বাস কৰে, ত্ৰিলোকৰ জনসমাজত মানী হোৱাই একমাত্ৰ পুণ্য কৰ্ম আৰু মানবলেই একমাত্ৰ পুণ্যবল।

নিজৰ সৌভাগ্যৰ কথা ভাবিও মনে মনে ধন্য হৈছিল গালব। নৃপতি যযাতিৰ পৰা প্ৰাথিৰ্ত অৰ্থৰ প্ৰতিশ্ৰুতি লাভ কৰিছে। এই বৈভৱহীন ৰাজ-প্ৰাসাদৰ অভ্যন্তৰত এটি দুৰ্লভ আৰু অনুপম ৰত্ন আছে, সেই ৰত্ন দান কৰিব যযাতিয়ে। দুৰ্লভ ৰত্নৰ বিনিময়ত অষ্টশত দুৰ্লভ অশ্ব সংগ্ৰহ কৰা কঠিন নহ'ব। সভাগৃহৰ প্ৰান্তত বহি অধীৰ আগ্ৰহে ৰজা যযাতিৰ কাৰণে প্ৰতীক্ষা কৰিছিল ঋষি গালবে।

চমকি উঠে গালব। শূন্য সভাগৃহৰ বক্ষ যেন হঠাৎ পৰিমলবিধুৰ সমীৰৰ স্পৰ্শত মদিৰ হৈ উঠিছে। সভাগৃহত প্ৰবেশ কৰিছে ৰজা যযাতি, তেওঁৰ লগত পুষ্পাভৰণে ভূষিতা এজনী কুমাৰী। মঞ্জুগতি সেই নাৰীৰ ভৰিত নূপুৰ আছে, কিন্তু কি আশ্চৰ্য তাইৰ পদচ্ছন্দত নূপুৰ নিক্কণিত নহয়। সুৰভিৰে ৰমিতা আৰু সুৱৰ্ণৰে ৰম্যা, পুষ্পান্বিতা ব্ৰততীৰ দৰে এজনী কুমাৰী নাৰীৰ মূৰ্তি যযাতিৰ লগত সভাগৃহলৈ আহি ব্ৰীড়াকুণ্ঠিত হৈ নতমুখে থিয় হৈ ৰয়।

ৰজা যযাতিয়ে কয়— ঋষি গালব, মোৰ এই এটি মাথোন ৰত্ন আছে, মোৰ কন্যা মাধৱী। এই ৰত্নৰ বাহিৰে আপোনাক দান কৰিব পৰা মোৰ আৰু কোনো ৰত্ন নাই।

ৰত্ন? ঋষি গালবে তেওঁৰ দুই চক্ষুৰ দৃষ্টিত সুতীব্ৰ কৌতুহল লৈ কুমাৰী মাধৱীৰ ফালে চাই থাকে। কিন্তু ৰত্ন ক'তা?

ৰত্নৰ চিহ্ন ক'তো দেখিবলৈ নাপালে গালবে। যযাতিনন্দিনী মাধৱীৰ কুন্তলস্তবকৰ পৰা পদনখ পৰ্যন্ত দেহৰ ক'তো কোনো ৰত্নভূষণৰ সাক্ষাৎ পোৱা

নাযায়। স্বৰ্ণ নূপুৰ নহয়, মাথোন স্বৰ্ণ যূথিকাৰ কোৰক সেই ৰূপমতী তৰুণীৰ কিশলয়কোমল চৰণৰ স্পৰ্শপ্ৰণয়ত যেন মূৰ্ছিত হৈ আছে।

যযাতিয়ে কয়— মোৰ এই ৰত্ন আপোনাৰ ওচৰত সমৰ্পণ কৰিলো ঋষি। আপুনি তৃপ্ত আৰু তুষ্ট হওক। মোৰ দান সিদ্ধ হওক আৰু মোৰ দানবলত অৰ্জিত পুণ্যৰ বলত মই স্বৰ্গলৈ গৈ ত্ৰিলোকবিশ্ৰুত ৰাজৰ্ষি সকলৰ মাজত মোৰ কাঙ্ক্ষিত স্থান গ্ৰহণ কৰোঁ।

যযাতিনন্দিনী মাধৱী ধীৰে ধীৰে আগুৱাই আহে আৰু গালবক প্ৰণাম কৰে। কিন্তু গালবে বিব্ৰত আৰু বিচলিতভাৱে যযাতিক লক্ষ্য কৰি কয়— আপুনি মোক অৰ্থৰ প্ৰতিশ্ৰুতি দিও কিয় বঞ্চিত কৰিছে ৰজা যযাতি? মই অৰ্থ প্ৰাৰ্থনা কৰিছো, মোক অৰ্থ দান কৰক। পুষ্পান্বিতা বনলতিকাৰ দৰে সুন্দৰ অথবা মূল্যহীন এই কুমাৰীক দান স্বৰূপে গ্ৰহণ কৰি কি লাভ হ'ব মোৰ?

যযাতিয়ে দুঃখিতভাৱে কয়— চন্দ্ৰমণিতকৈও অধিক ৰূপপ্ৰভাশালিনী এই কন্যাক মূল্যহীন বুলি ভাবিছে কিয় ঋষি, এই ভুৱনৰ যি কোনো দিকপাল নৰপতিয়ে তেওঁৰ ৰত্নাগাৰাৰ বিনিময়ত মোৰ এই কন্যাক গ্ৰহণ কৰিবলৈ দ্বিধা নকৰিব।

— পিতা!

অৱনতমুখিনী মাধৱীয়ে মুখ তুলি পিতাক যযাতিৰ মুখৰ ফালে চায়। মাধৱীৰ কণ্ঠস্বৰত আতঙ্ক, কৃষ্ণনয়নত যেন চকিত বিদ্যুতৰ জ্বালা, আৰু ভীৰু ভ্ৰূলতাত যেন খৰ গ্ৰীষ্ম বায়ুৰ আঘাত আহি লাগিছে।

পিতাক যযাতিৰ কথাৰ অৰ্থ এতিয়া স্পষ্টকৈ বুজিব পাৰিছে কুমাৰী মাধৱীয়ে। সেই সুন্দৰতনু তৰুণ ঋষিৰ ওচৰত তেওঁৰ স্নেহৰ কন্যাক সম্প্ৰদান কৰা নাই পিতাক যযাতিয়ে। এমুঠি তাম্ৰমুদ্ৰা অথবা যৱশস্যকণা হাতত তুলি লৈ যেনেকৈ অকাতৰচিত্তে দান কৰে দাতা যযাতিয়ে, এই দানো তেনেকুৱাই দান, এই দানৰ অনুষ্ঠান যযাতিনন্দিনী মাধৱীৰ পতিলাভৰ আয়োজন নহয়, ঋষি গালবে কেৱল দাতা যযাতিৰ ওচৰৰ পৰা মূল্যবান এটা বস্তু লাভ কৰিছে, যি বস্তুৰ বিনিময়ত ৰত্ন আৰু অৰ্থ সংগ্ৰহ কৰিব পৰা যায়।

— কিহৰ কাৰণে, কাৰ ওচৰত আৰু কি সম্বন্ধে মোক দান কৰিছে পিতা?

প্ৰশ্ন কৰিবলৈ গৈ কুমাৰী মাধৱীৰ নয়ন বাষ্পায়িত হৈ উঠে। এই মাত্ৰ কেইটিমান মুহূৰ্ত আগতে তাইৰ কুমাৰী জীৱনৰ সকলো আগ্ৰহ লৈ যেন পৰিণয়োৎসৱৰ আলিম্পিত অঙ্গনভূমিত প্ৰস্তুত হৈ থিয় হৈ আছিল মাধৱী, গালৱ নামে কুৱলয়নয়ন সেই পুৰুষপ্ৰবৰৰ বৰতনু বৰণ কৰাৰ কাৰণে। কিন্তু বৃথা, সেই কল্পনা এক ক্ষণিকা মৰীচিকাৰ চিত্ৰ মাত্ৰ।

শান্ত স্বৰে আৰু অবিচলিতভাৱে ৰজা যযাতিয়ে প্ৰত্যুত্তৰ দিয়ে— প্ৰাৰ্থীক বিমুখ কৰিব নোৱাৰোঁ কন্যা। নৃপতি যযাতিৰ ওচৰৰ পৰা দান বিচাৰি দান নোপোৱাকৈ প্ৰাৰ্থী উভতি যাব, এই অপযশতকৈ মোৰ পক্ষে অগ্নিকুণ্ডত আত্মহুতিও কম ক্লেশকৰ। ৰজা যযাতিয়ে যদি সৱাতোকৈ বেছি দান বলেৰে সৱাতোকৈ বেছি মানী আৰু পুণ্যৱান হৈ স্বৰ্গলোকৰ ৰাজৰ্ষি সকলৰ মাজত উচ্চাসন লাভ কৰিব নোৱাৰে, তেনেহ'লে যযাতিৰ জীৱনক শত ধিক। সমস্ত জীৱন ধৰি, প্ৰতি মুহূৰ্তৰ নিশ্বাস আৰু প্ৰশ্বাসত লালিত মোৰ আকাঙ্ক্ষাক আজি বিফল কৰিব নোৱাৰোঁ তনয়া। গুৰু দক্ষিণাৰ দায়ৰ পৰা মুক্ত হ'বৰ কাৰণে ঋষি গালৱে মোৰ ওচৰত অৰ্থ প্ৰাৰ্থনা কৰিছে,ময়ো অৰ্থৰ পৰিৱৰ্তে তোমাক ঋষি গালৱৰ হাতত প্ৰদান কৰি দায়মুক্ত হ'বলৈ আৰু মোৰ দানগৌৰৱ ৰক্ষা কৰিবলৈ বিচাৰোঁ। বৈভৱহীন এই যযাতিক বাৎসল্যহীন পিতা বুলি নাভাবিবা কন্যা। এই পিতৃহৃদয়ক বজ্ৰসম কঠোৰ কৰি, মোৰ সকলো মমতাৰ মণিস্বৰূপিণী তোমাক আজি প্ৰাৰ্থীৰ হাতত পণ্য বস্তুৰ দৰে প্ৰদান কৰিবলগীয়া হৈছে। কল্পনা কৰিবও নোৱাৰা কন্যা, মোৰ এই ত্যাগতকৈ ডাঙৰ ত্যাগ, মোৰ এই দানতকৈ বেছি দুঃসাধ্য দান আৰু কি হ'ব পাৰে?

মুৰ দোৱায় মাধৱীয়ে। বাষ্পায়িত নয়ন পুনৰ শুষ্ক হৈ উঠে। আৰু কোনো প্ৰশ্ন কৰাৰ ইচ্ছা নহয়। পিতা যযাতিৰ হৃদয় বজ্ৰসম কঠোৰ নহ'ব পাৰে, কিন্তু তেওঁৰ সংকল্প যে সঁচাকৈয়ে বজ্ৰসম কঠোৰ।

অন্য কথা ভাবিছিল মাধৱীয়ে। সূৰ্য্যালোকস্নাত নৱদেৱদাৰুৰ দৰে যৌৱনসিক্ত দেহশোভা লৈ যি ঋষিৰ মূৰ্তি ওচৰত থিয় হৈ আছে, তেওঁৰ সংকল্পও জানো বজ্ৰসম কঠোৰ? সেই বিস্তৃত বক্ষঃপটৰ অন্তৰালত জানো অনুৰাগ নাই? সেই ফুল্ল কুৱলয়সদৃশ চকুযুৰি জানো অকাৰণে নীলিম হৈ আছে? যযাতিতনয়া মাধৱীৰ প্ৰণামৰ অৰ্থ বুজিব নোৱাৰিব, তেওঁ জানো ইমানেই অবুজ? যি নাৰীক পুষ্পান্বিতা ব্ৰততীৰ দৰে সুন্দৰ বুলি ভাব হৈছে তাইক জানো সঁচাকৈয়ে মূল্যহীন বুলি ভাবিব পাৰে এই মদনগঞ্জন সুন্দৰ ঋষিয়ে?

কিন্তু, নিজৰেই মনৰ মোহত বৃথা এক মৰীচিকাৰ চিত্ৰ দেখিছে মাধৱীয়ে। আৰু পিচমুহূৰ্ততে সেই চিত্ৰ যেন এক তপ্ত ধূলিবাত্যাৰ তাড়নাত ছিন্ন ভিন্ন হৈ গ'ল, যেতিয়া কথা ক'লে ঋষি গালবে।

—চন্দ্ৰমণিসমা ৰূপশালিনী নাৰী মই নিবিচাৰোঁ নৃপতি যযাতি, মোক লাগে চন্দ্ৰমণি। মই গুৰুদক্ষিণাৰ দায়ৰ পৰা মুক্ত হবলৈ বিচাৰোঁ, তাৰ কাৰণে উপযুক্ত পৰিমাণৰ অৰ্থ লাগে। ইয়াৰ বাহিৰে আন কোনো দানত মই তৃপ্ত হ'ব নোৱাৰিম নৃপতি যযাতি। যদি আপোনাৰ কন্যাই প্ৰতিশ্ৰুতি দিয়ে যে . . . তেওঁ আপোনাৰ দানৰ মৰ্যাদা ৰক্ষা কৰিব, এই ভুবনৰ যি কোনো দিক্‌পাল নৰপতিৰ পৰা মোৰ আকাঙ্ক্ষিত গুৰু দক্ষিণাৰ সামগ্ৰী অথবা মূল্য সংগ্ৰহৰ প্ৰযত্নত সহায়িকা হ'ব, তেতিয়াহে মই আপোনাৰ কন্যাক সমুচিত মূল্যযুক্ত দান বুলি গ্ৰহণ কৰিব পাৰিম, নচেৎ নোৱাৰিম।

— ঋষিবৰ!

মৃদুভাষিণী কুমাৰী মাধৱীৰ দৃপ্ত কণ্ঠস্বৰত চমকিত ঋষি গালবে ক্ষণিকৰ কাৰণে অপ্ৰস্তুত হৈ মাধৱীৰ ফালে চাই থাকে। মুখ তুলি ঋষি গালবৰ ফালে চাই মাধৱীয়ে কয়— আপোনাৰ গুৰু দক্ষিণাৰ সামগ্ৰী অথবা মূল্য সংগ্ৰহৰ প্ৰযত্নত সহায়িকা হ'ম মই, প্ৰতিশ্ৰুতি দিলো।

গালবে কয়— শুনি সুখী হলো।

কৃতাৰ্থচিত্তে ৰজা যযাতিৰ ফালে চাই গালবে কয়— মই আপোনাৰ কন্যাক দান স্বৰূপে গ্ৰহণ কৰিলো।

পিতাক যযাতিক প্ৰণাম কৰে মাধৱীয়ে। তাৰপিচত বিদায় গ্ৰহণ কৰি কুণ্ঠাহীন আৰু সচ্ছন্দ পদক্ষেপে সভাগৃহ ত্যাগ কৰি ঋষি গালবৰ সঙ্গিনী হৈ গুচি যায়।

**কাশীশ্বৰ দিবোদাসৰ প্ৰাসাদ। স্ফটিক শিলাৰে নিৰ্মিত চূড়া দূৰৈৰ পৰা পথিকৰ নয়নত সূৰ্যাংশুগঠিত দণ্ডৰ দৰে প্ৰতিভাত হয়। মৰকতমণ্ডিত স্তম্ভ আৰু প্ৰবালখচিত সোপান। ৰত্নাঢ্য ৰজা দিবোদাসে কুবেৰৰ ঈৰ্ষা সমুৎপন্ন কৰি ৰাজসিক ঐশ্বৰ্যৰ মাজত সমাসীন হৈ আছে।**

**দিবোদাসৰ স্ফটিক শিলাৰ প্ৰাসাদৰ পৰা অলপ দূৰৈত মধুগন্ধ বকুলেৰে**

আকীৰ্ণ এখন উদ্যান, মাজে মাজে নীলাঙ্গী অতসীৰ কুঞ্জ। তাৰ মাজত প্ৰিয়ঙ্গুলতিকাৰে মণ্ডিত এখন অতিথিশালালৈ আহি আশ্ৰয় লৈছে ঋষি গালব আৰু তেওঁৰ লগত যযাতি নন্দিনী মাধৱীয়ে।

গালব আৰু মাধৱী, এজনৰ হৃদয় কেৱল অৰ্থৰ প্ৰাৰ্থনা আৰু আনজনৰ জীৱন অৰ্থ সংগ্ৰহত সহায়তাৰ প্ৰতিশ্ৰুতি মাত্ৰ। ইয়াৰ বাহিৰে দুজনৰ মাজত আৰু কোনো সম্পৰ্ক নাই।

এয়ে পৰস্পৰৰ বন্ধন। তথাপি যেতিয়া গালব আৰু মাধৱী, এজন তৰুণ ঋষি আৰু এজনী সুযৌৱনা কুমাৰী, অতিথিশালাৰ অলিন্দত থিয় হৈ থাকে, তেতিয়া উদ্যানৰ বকুল সৌৰভ অকস্মাৎ মদিৰতৰ হয়, প্ৰিয়ঙ্গুলতিকা হঠাৎ আন্দোলিত আৰু অলিচুম্বিত অতসী হঠাৎ শিহৰিত হয়। ভুল কৰে উদ্যানৰ প্ৰণয়-প্ৰগল্‌ভ লতা কিশলয় আৰু পুষ্পৰ দলে, কিন্তু ভুল নকৰে গালব আৰু মাধৱীয়ে।

গালবে কয়— শুনা যযাতি তনয়া।

মাধৱী— কওক।

গালব— মোৰ গুৰুদক্ষিণাৰ কাৰণে প্ৰয়োজন সেই শ্যামৈককৰ্ণ শুক্লাশ্ব এই ভুবনৰ ক'ত কাৰ ওচৰত কিমান সংখ্যক আছে, তাৰ সন্ধান মই পাইছো।

মাধৱী— ক'ত আছে?

গালব— এইকাশীশ্বৰ দিবোদাসৰ ভৱনত এনেকুৱা দুশ শুক্লাশ্ব আছে। অথচ মোৰ গুৰু দক্ষিণাৰ কাৰণে প্ৰয়োজন এনেকুৱা আঠশ শুক্লাশ্ব।

মাধৱী— আৰু ছশ?

গালব— দুশ আছে অযোধ্যাপতি হৰ্যশ্বৰ ভৱনত।

মাধৱী— আৰু চাৰি শ?

গালব— ভোজৰাজ উশীনৰৰ ভৱনত দুশ আছে।

মাধৱী— আৰু দুশ?

গালব— ত্ৰিভুবনৰ ক'তো নাই। দুঃসংবাদ পাইছো, বিতস্তাৰ সলিলত নিমজ্জিত হৈছে আৰু নিশ্চিহ্ন হৈ গৈছে এই দুৰ্লভ শুক্লাশ্বৰ শেষ যূথ। এতিয়া

তোমাৰ কৰ্তব্য অনুমান কৰি লোৱা কুমাৰী।

মাধৱীয়ে ব্যথিতভাৱে চায়— অনুমান কৰিব পৰা নাই ঋষি।

·গালৱ— নৃপতি দিবোদাস হৰ্যশ্ব আৰু উশীনৰৰ তুষ্টি সম্পাদন কৰি মোৰ গুৰু দক্ষিণাৰ সামগ্ৰী স্বৰূপ এই ছশ শুক্লাশ্ব তুমি উপহাৰস্বৰূপে অৰ্জন কৰা।

মাধৱী— অৰ্জন কৰিম ঋষি, আপোনাৰ নিৰ্দেশৰ অন্যথা নকৰোঁ। কিন্তু তথাপিও যে আপোনাৰ গুৰু দক্ষিণাৰ পৰিমাণ পূৰ্ণ নহয়। এই খণ্ডিত পৰিমাণৰ দক্ষিণাৰে কেনেকৈ তুষ্ট হ'ব আপোনাৰ গুৰু ৰাজৰ্ষি বিশ্বামিত্ৰ?

গালৱ— ৰাজৰ্ষি বিশ্বামিত্ৰৰো তুষ্টি সম্পাদন কৰি দক্ষিণাৰ এই অদণ্ড অংশৰ মূল্য পূৰ্ণ কৰি দিয়াৰ দায়িত্ব তুমিয়েই গ্ৰহণ কৰিব লাগিব, আৰু পালন কৰিবও লাগিব মাধৱী।

মাধৱী— বুজিব পাৰিছো ঋষি।

বুজিব পাৰিছে যযাতিদুহিতা মাধৱীয়ে, এটাৰ পাচত এটাকৈ চাৰিটা কঠোৰ পৰীক্ষাৰ সম্মুখীন হৈ ভিক্ষাৰ্থিনীৰ দৰে থিয় হ'ব লাগিব। বিশ্বাস কৰে মাধৱীয়ে, বিফল নহ'ব সেই ভিক্ষাৰ্থনা। তাইৰ অশ্ৰুসিক্ত চক্ষুৰ আবেদনৰ প্ৰতি লক্ষ্য কৰি গালৱানুৰাগিণী যযাতিতনয়াৰ হৃদয়ৰ অনুৰোধ জানো বুজিব নোৱাৰিব ৰজা দিবোদাস, হৰ্যশ্ব আৰু উশীনৰে আৰু ৰাজৰ্ষি বিশ্বামিত্ৰই? বুজিব নোৱাৰিব জানো পৃথিৱীৰ এই তিনিজন ঐশ্বৰ্যৱান আৰু এজন পুণ্যৱান মহানুভৱে, পৃথিৱীৰ এজনী দীনা ৰত্নলেশবিহীনা প্ৰেমিকাই তাইৰ বাঞ্ছিতৰ মুক্তিপণ প্ৰাৰ্থনা কৰাৰ কাৰণে তেওঁবিলাকৰ সম্মুখলৈ আহি থিয় হৈছে? নাজাগিব জানো অনুকম্পা, আৰ্দ্ৰ নহ'ব জানো চক্ষু?

সংশয়াপন্ন স্বৰে পুনৰায় প্ৰশ্ন কৰে গালৱে— সঁচাকৈয়ে জানো বুজিব পাৰিছা যযাতি তনয়া?

মাধৱী— কি?

গালৱ— পৃথিৱীৰ এই তিনিজন ঐশ্বৰ্যৱান আৰু এজন পুণ্যৱান যদি তুষ্ট হয়, তেতিয়াহে তেওঁবিলাকে তোমাৰ প্ৰাৰ্থনা পূৰ্ণ কৰিব।

মাধৱী— মই বুজিছো ঋষি, তেওঁবিলাকে তুষ্ট হৈ মোৰ প্ৰাৰ্থনা পূৰ্ণ কৰিব।

—বুজিব পৰা নাই যযাতি তনয়া। অপ্ৰসন্ন স্বৰে প্ৰতিবাদ কৰে গালবে। আৰু মাধৱীৰ মুখৰ ফালে চাই বিস্মিত হয়। কি এক মিথ্যা আশ্বাস আৰু বিশ্বাসত যেন মুগ্ধ হৈ এই লতাগৃহৰ ছায়াচ্ছন্ন শান্তিৰ মাজত শান্ত হৈ আছে ৰূপবতী এই কুমাৰী। পাহৰি গৈছে মাধৱীয়ে পিতাক যযাতিৰ নিৰ্দেশত এক প্ৰতিশ্ৰুতিৰ ওচৰত বিক্ৰীত হৈ গৈছে পুষ্পান্বিতা ব্ৰততীৰ দৰে যযাতি তনয়াৰ যৌৱনকমনীয় দেহ।

লক্ষ্য কৰে গালবে, জীৱনৰ একমাত্ৰ প্ৰতিশ্ৰুত কৰ্তব্যৰ কাৰণে কোনো আগ্ৰহ প্ৰকাশ নকৰি মাধৱীয়ে যেন দিনে দিনে আৰু অন্যমনা আৰু উদাসীনা হৈ উঠিছে। কেতিয়াবা বা লক্ষ্য কৰিছে, কুঞ্জৰ অন্তৰালত শীতভীৰু মল্লিকাৰ দৰে মুখ লুকাই বহি থাকে মাধবীয়ে। সুপ্তিৰ মাজতে হঠাৎ জাগৰিত হৈ অন্ধকাৰৰ মাজত অনুভৱ কৰিছে গালবে, তেওঁৰ শিতানত থিয় হৈ কোনে যেন তাইৰ পৰাগ বাসিত চেলাঞ্চল আন্দোলিত কৰি ইমানপৰে তেওঁক ব্যজন কৰিছিল, হঠাৎ অন্তৰ্হিত হল। উদ্যানৰ তৃণভূমিত থিয় হৈ সন্ধ্যাকাশৰ চন্দ্ৰৰ ফালে যেতিয়া চাইছে গালবে, তেতিয়াও অনুভৱ কৰিছে, যযাতি নন্দিনী মাধৱী তাইৰ অসিত নয়নৰ নিবিড় দৃষ্টি তেওঁৰে ফালে নিবদ্ধ কৰি অদূৰত থিয় হৈ আছে।

ভীত বিৰক্ত আৰু অধিক অস্থিৰ হৈ উঠিছে গালব। কি বিচাৰে মাধৱীয়ে? পিতাক যযাতিৰ দান গৌৰৱ বিনষ্ট কৰিবলৈ বিচাৰে? নিজ মুখে উচ্চাৰিত প্ৰতিশ্ৰুতি ভঙ্গ কৰিবলৈ বিচাৰে? নহলে, নিঃসম্পৰ্কিতা এই নাৰীয়ে ঋষি গালবৰ লগত প্ৰিয়াসুলভ লীলাকলাপৰ প্ৰয়াস কৰে কিয়?

গালবে কয়— মই আৰু অপেক্ষাত থাকিব নোৱাৰোঁ মাধৱী। প্ৰতিশ্ৰুতি পালন কৰা। তাৰপিচত তুমি দায়মুক্ত হৈ তোমাৰ পিতাৰ ওচৰলৈ উলটি যোৱা, ময়ো গুৰু দক্ষিণা দান কৰি মোৰ ঘৰলৈ উভতি যাওঁ।

মাধৱী— কিয় গালব?

চমকি উঠে গালব। এতিয়া আৰু সন্দেহ নাই, সকলো কুণ্ঠা আৰু লজ্জা পৰিহাৰ কৰি যযাতি কন্যাই আজি প্ৰণয়াভিলাষিণী প্ৰিয়াৰ দৰেই মধুৰ সম্ভাষণে গালবক মাতিছে।

গালবে কয়— ভুল নকৰিবা মাধৱী। অঙ্গীকাৰ পালন কৰাৰ বাহিৰে মোৰ লগত আৰু কোনো সম্পৰ্ক স্থাপনৰ চেষ্টা নকৰিবা। নাৰীৰ প্ৰেমতকৈ লোকসন্মান মোৰ ওচৰত বহুত বেছি মূল্যৱান।

মাধৱী— এনেকুৱা নিৰ্মম কথা নকবা, গালব। তোমাৰ প্ৰেমিকা মাধৱীৰ ফালে এটি মুহূৰ্তৰ কাৰণে মুগ্ধ হৈ চালে তোমাৰ সম্মান বিনষ্ট নহব।

গালব— সেইটো নহব, মাধৱী।

মাধৱী— তোমাৰ শুভাৰ্থিনী আৰু কল্যাণকামিকা তোমাৰ চৰণৰ স্পৰ্শৰ কাৰণে প্ৰণাম নমিতা এই মাধৱীৰ কাৰণে জানো অকণমানো মমতা আৰু অকণমানো লোভ নহয় গালব?

গালব— ক্ষমা কৰা কুমাৰী মাধৱী, এনেকুৱা লোভৰ মোৰ প্ৰয়োজন নাই।

পুৰুষস্পৰ্শত আহত বীণাতন্ত্ৰীৰ দৰে বাজি উঠে মাধৱীৰ কণ্ঠস্বৰ— সুঃসাহসী ঋষি, সন্ধ্যাকাশৰ সেই সুন্দৰ শশাঙ্কৰ ফালে চাই কোৱাচোন বাৰু, কোনো প্ৰয়োজন নাই?

গালব— প্ৰয়োজন নাই।

শান্ত স্বৰে মাধৱীয়ে কয়— তেন্তে আজ্ঞা কৰক।

গালব— এতিয়া আৰু অকাৰণে এই লতাকুঞ্জৰ জ্যোৎস্নাময় নিভৃতত কালক্ষেপ নকৰি নৃপতি দিবোদাসৰ সন্নিধানলৈ গমন কৰা। তেওঁ তোমাৰেই প্ৰতীক্ষাত কাল যাপন কৰিছে। মই যথাবিহিত সংস্কাৰ আৰু মন্ত্ৰবচনেৰে তেওঁৰ ওচৰত তোমাক প্ৰদান কৰি আহিছো।

মাধৱীৰ নয়নযুৰিত দুৰন্ত বিস্ময় অকাস্মাৎ উদ্দীপ্ত হৈ উঠে। মোক প্ৰদান কৰিছে?

গালব— এৰা, প্ৰদান কৰাৰ অধিকাৰ মোৰ আছে। তোমাৰ পিতাৰাই মোক সেই অধিকাৰ দিছে।

মাধৱী— এনেদৰেই জানো এজন এজনকৈ আৰু দুজন ঐশ্বৰ্যবান নৃপতি আৰু এজন পুণ্যৱান ৰাজৰ্ষিৰ ওচৰত মোক প্ৰদান কৰিব আপুনি?

গালব— এৰা কুমাৰী।

মাধৱী— মই জানো বিক্ৰেয়া পণ্যা আৰু সত্তাবিহীনা এক যৌৱন সামগ্ৰী?

গালব— তুমি প্ৰতিশ্ৰুতি।

যন্ত্ৰণাক্ত ধিক্কাৰধ্বনিৰ দৰে সুতীক্ষ্ণ স্বৰে চীৎকাৰ কৰি উঠে মাধৱীয়ে— হীনা বাৰবিলাসিনীৰ দৰে এজনৰ পৰা আনজনৰ, বহুৰ পৰা বহুতৰৰ, একো একোজন প্ৰবলকাম ৰজা আৰু ৰাজৰ্ষিৰ মদোৎসৱৰ নায়িকা হোৱাৰ প্ৰতিশ্ৰুতি মই নহয় ঋষি। নাৰীধৰ্মাপহ আচৰণত মোক কেতিয়াও প্ৰবৃত্ত কৰাব নোৱাৰিব আপুনি। অবিধিবশ হোৱাৰ কোনো অধিকাৰ আপোনাৰ নাই।

গালব— মই একান্ত বিধিবশ, আৰু তোমাক এক প্ৰথানুকূল জীৱনৰ আনন্দ বৰণ কৰাৰ কাৰণে প্ৰস্তুত আৰু প্ৰবৃত্ত হ'বলৈ কৈছো।

বিস্মিত হয় মাধৱী— প্ৰথানুকূল জীৱন?

গালব— এৰা, কুমাৰী।

মাধৱী— আপোনাৰ প্ৰদত্তা এজনী কুমাৰী নাৰীক কি অভীষ্টলাভৰ কাৰণে গ্ৰহণ কৰিব পৃথিৱীৰ তিনিজন ঐশ্বৰ্যৱান আৰু এজন পুণ্যৱানে?

গালব— বিবাহৰ কাৰণে।

মাধৱী— ই কেনেকুৱা বিবাহ?

গালব— অস্থেয় বিবাহ। এই বিবাহ এজন নৰ আৰু এজনী নাৰীৰ জীৱনত অচিৰমিলনৰ অঙ্গীকাৰ, যি অঙ্গীকাৰ ব্ৰতাচাৰৰ দৰেই উদ্‌যাপিত হৈ নিৰ্দিষ্ট কালৰ অন্তত শেষ হৈ যায়। পৰিসীম পৰিণয়ৰ এই ৰীতিও জগতত প্ৰচলিত আছে। যথানিৰ্দিষ্ট কাল অতিক্ৰান্ত হ'লে পৰিণীতা নাৰীয়ে পুনৰায় কন্যাকাদশা লাভ কৰি সমাজত কুমাৰীৰূপে স্বীকৃতা আৰু পৰিচিতা হৈ পৰে।

মাধৱী— কেতিয়া সমাপ্ত হ'ব মোৰ এই অস্থেয় বিবাহৰ জীৱন?

গালব— পৰিণেতাক যিদিনা তুমি এটি পুত্ৰসন্তান উপহাৰ দিব পাৰিবা, সেই দিনাই পত্নীত্বৰ সকলো দায়ৰ পৰা মুক্ত হৈ যাবা তুমি।

মাধৱীৰ ওষ্ঠপ্ৰান্তত যেন এক বিস্ময়ৰ আৰু বেদনাৰ হাঁহি ফুটি উঠে— সুন্দৰ এক বৈধ ব্যভিচাৰৰ কথা কৈছে।

গালব— মই মোৰ কবলগীয়া কথা কৈছো, আৰু একো কবলগা নাই। এতিয়া তুমি তোমাৰ কৰ্তব্যৰ কথা চিন্তা কৰি চোৱাঁ।

শান্তভাৱে দুই চক্ষুৰ উদ্‌গত অশ্ৰুবাৰি হাতেৰে মচি মাধৱীয়ে কয়— বুজিছো ঋষি, মোৰ জীৱনৰ একো একোটি দহ মাহ দহ দিনৰ যাতনাসঞ্জাত পুষ্প মোৰেই বক্ষৰ পৰা ছিন্ন কৰি নি আৰু মোৰ বক্ষৰ উচ্ছ্বসিত পীযূষ অধন্য কৰি দি, পৃথিৱীৰ তিনিজন ঐশ্বৰ্যৱান আৰু এজন পুণ্যৱানে মোক মোৰেই শূন্য সংসাৰলৈ পুনৰ ঘূৰাই পঠাব।

গালব— এৰা।

মাধৱী— তাৰপিচত?

গালব— তাৰপিচত তুমি মুক্ত।

মাধৱী— আৰু তুমি?

গালব— ময়ো গুৰুঋণৰ পৰা মুক্ত হ'ম।

মাধৱী— তাৰপিচত?

ক্ৰূৰবায়ুবিমৰ্দিতা ব্ৰততীৰ দৰে আশাভঙ্গত ভগ্ন দেহভাৰৰ বেদনা সহ্য কৰিও এক আশ্বাসৰ স্বপ্ন দেখিবলৈ বিচাৰে মাধৱীয়ে। হাত দুখনেৰে সিক্ত চকুযুৰি আবৃত কৰি ব্যাকুল স্বৰে প্ৰশ্ন কৰে— কোৱাঁ ঋষি, তাৰপিচত কি হ'ব?

নীৰব হয় মাধৱী। জ্যোৎস্নালিপ্ত লতাকুঞ্জও যেন হঠাৎ নিস্তব্ধ হৈ যায়।

মাধৱীয়ে পুনৰ সোধে— কোৱা ঋষি, যিদিনা স্বাধীন হ'ব মোৰ দেহ, মোৰ হৃদয় আৰু মোৰ হাতৰ বৰমাল্য, সেইদিনা ক'ত থাকিবা তুমি?

মাধৱীৰ প্ৰশ্নৰ কোনো উত্তৰ লতাকুঞ্জৰ নিভৃতৰ বক্ষত আৰু ধ্বনিত নহয়। বহু সময়ৰ স্তব্ধতাৰ পিচত, যেন হঠাৎ মূৰ্চ্ছাৰ পৰা জাগি উঠে মাধৱী, চমকি চকু মেলি চায়। দেখিবলৈ পায় মাধৱীয়ে, কোনো নাই, তাইৰ ওচৰত থিয় হৈ এই ব্যাকুল প্ৰশ্ন কোনেও শুনা নাই। গুচি গৈছে গালব। দেখিবলৈ পোৱা যায়, দূৰৈৰ লতাগৃহৰ এটা কক্ষৰ বাতায়নৰ ওচৰত সন্ধ্যাপ্ৰদীপৰ কাযত ঋষি গালবৰ মূৰ্তি শান্ত আনন্দৰ ছায়াৰ দৰে থিয় হৈ আছে।

নৃপতি দিবোদাসৰ স্ফটিক ভৱনৰ ফালে দৃষ্টিপাত কৰে মাধৱীয়ে।

মাজ নিশা, নিশাৱসানৰ এতিয়াও বহুত বাকী। উদ্যানৰ কোকিলে কুঞ্জন বন্ধ কৰিছে। অতিথিশালাৰ নিভৃতত একাকী বহিছিল গালব, গন্ধতৈলৰ প্ৰদীপত আলোকশিখাৰ চাঞ্চল্যৰ বাহিৰে আৰু কোনো চাঞ্চল্য ক'তো নাছিল।

প্ৰতিশ্ৰুতিৰ নাৰী মাধৱী ৰজা দিবোদাসৰ স্ফটিক শিলাৰ প্ৰাসাদলৈ ৰাওনা হৈছে।

অকস্মাৎ ৰত্ননূপুৰৰ শব্দত মুখৰিত হৈ উঠে অতিথিশালাৰ নিভৃত। দেখি বিস্মিত হয় গালব, কুমাৰী মাধৱী আহি সম্মুখত থিয় হৈছে। কিন্তু পুষ্পান্বিতা ব্ৰততীৰ মূৰ্তি নহয়, যেন অমৰেশ্বৰ ইন্দ্ৰৰ অমৰাপুৰীৰ শতৰত্নভূষিতা এজনী প্ৰমদাৰ মূৰ্তি।

অট্টহাস্যনাদে বিস্মিত গালবক উদ্‌ভ্ৰান্ত কৰি মাধৱীয়ে প্ৰশ্ন কৰে— চিনিবলৈ পাৰিছে জানো ঋষি?

গালব— চিনিছো।

মাধৱী— পুষ্পাভৰণে ভূষিতা সেই মাধৱীক এতিয়া এই ৰত্নভূষণত বেছি সুন্দৰ যেন লাগে নেকি?

গালব— নাই।

মাধৱী— বেছি মূল্যৱতী বুলি ভাব হয় নেকি?

গালব— হয়।

মাধৱী— আপোনাৰেই পাৱত প্ৰণামাৱনতা সেই মাধৱীক এতিয়া অধিকতৰ সম্মানিনী বুলি মনত ভাৱ হয় নেকি ঋষি?

দৃষ্টি নত কৰে নিৰুত্তৰ গালবে। মাধৱীয়ে যেন তাইৰ নাৰী জীৱনৰ এক সুগভীৰ বেদনাক বিদ্ৰূপত ছিন্নভিন্ন কৰিবৰ কাৰণে অধিকতৰ তীক্ষ্ণ অট্টহাস্যে কৈ উঠে— চকু তুলি চাওক ঋষি, কওকচোন বাৰু, এই নাৰীক দেখি লোভ হয় নে নহয়?

তথাপি নিৰুত্তৰ থাকে ঋষি গালব। মাধৱীয়ে কয়— আপোনাৰ লোভ নহওক, ৰজা দিবোদাস লুব্ধ হৈছে। তেওঁ আজি মোক তেওঁৰ ৰাজ্যশ্ৰীৰূপে গ্ৰহণ কৰিব। এই ৰত্নভূষণ তেওঁৰেই উপহাৰ; আজি মোৰ আশ্ৰয় হ'ব ৰজা দিবোদাসৰ বৈদূৰ্যখচিত শয়নপৰ্যঙ্ক।

যেন নিজৰেই অজ্ঞাতসাৰে চমকি উঠে ঋষি গালব আৰু মাধৱীৰ চকুৰ ফালে চকু তুলি চায়।

অট্টহাসিনী প্ৰগলভা মাধৱী হঠাৎ বাণবিদ্ধা কুৰঙ্গীৰ দৰে যন্ত্ৰণাত কাতৰ হৈ উঠে, উদগত অশ্ৰুধাৰা নিৰোধৰ কাৰণে দুহাতেৰে চকু আৱৰিত কৰে।

পিচমুহূৰ্ত্ততে দুৰ্বলা লতিকাৰ দৰে ঋষি গালৱৰ চৰণত লুটি খাই পৰে। এবাৰ লুব্ধ হোৱা ঋষি, মুগ্ধ হোৱা নিমিষৰ বাবে। পিতা যযাতিৰ দান এই কুমাৰীৰ অনুৰাগ প্ৰতিদানে সম্মানিত কৰা, ঋষি সুকুমাৰ! এতিয়াও সময় আছে, কথা দিয়া তুমি, তেতিয়া হলে এই মুহূৰ্ত্তে এই ৰাজ্যশ্ৰীৰ ৰত্নাভৰণ দিবোদাসৰ সম্মুখত অৱহেলাভৰে নিক্ষেপ কৰি উভতি আহোঁ।

গালৱ— তাৰপিচত?

মাধৱী— তাৰপিচত এই ভূৱনত মাত্ৰ আমি দুজন।

গালৱ— সেইটো নহব মাধৱী। জ্ঞানী গালৱে তাৰ প্ৰখ্যাতি ক্ষুণ্ণ কৰিব নোৱাৰিব। গুৰুদক্ষিণাদানত অপাৰগ গালৱে জীৱনব্যাপী অপবাদ লৈ বাচি থাকিব নোৱাৰিব। বাচি থাকিলেও সেই অপবাদৰ জ্বালা যযাতিকন্যাৰ বিম্বাধৰৰ চুম্বনত শান্ত নহ'ব।

ধীৰে ধীৰে গালৱৰ পদপ্ৰান্তৰ পৰা লুণ্ঠিত দেহভাৰ তুলি উঠি থিয় হয় মাধৱী। শান্ত দৃষ্টি তুলি চায়। অৱসন্ন দীৰ্ঘশ্বাসৰ ধ্বনিৰ দৰে ক্লান্ত স্বৰে কয়— ঠিকেই কৈছে, ঋষি। আপোনাৰ জীৱনৰ শান্তি আৰু সম্মান নষ্ট কৰিব নোৱাৰোঁ। দয়িতৰ সুখৰ কাৰণে প্ৰণয়িনী নাৰীয়ে মৃত্যু বৰণো কৰে। দুৰ্ভাগিনী যযাতিনন্দিনীয়ে কেইটিমান নিশাৰ কাৰণে মৃত্যু বৰণ কৰিলেই বা। আপুনি প্ৰসন্ন হওক।

অতিক্ৰান্ত হৈছে বছৰৰ পাচত বছৰ। আনন্দহীন বনবাসব্ৰতৰ দৰে অস্থেয় বিবাহৰ বন্ধন বৰণ কৰি তিনিজন ঐশ্বৰ্যবান আৰু এজন পুণ্যৱানৰ অভিলাষৰ সহচৰী হৈছে মাধৱী। তিনিজন ৰজা আৰু এজন ৰাজৰ্ষিৰ সংসাৰত তাইৰ সুন্দৰ তনুৰ স্নেহনিৰ্যাসৰ দৰে এটি এটিকৈ পুত্ৰ সন্তান উপহাৰ দি দায়মুক্ত হৈছে মাধৱী।

গুৰুঋণমুক্ত হৈ সসম্মানে গৃহলৈ প্ৰত্যাৱৰ্তন কৰিছে গালৱ। জ্ঞানী গালৱৰ সুকীৰ্ত্তিকথা দেশে দেশে প্ৰচাৰিত হৈ গৈছে।

দায়মুক্ত হৈছে যযাতি। জ্ঞানী গালৱৰ দৰে ঋষিৰ প্ৰাৰ্থনা যি পূৰ্ণ কৰিব পাৰিছে, তেওঁৰ দানৰ গৌৰৱবাৰ্তা স্বৰ্লোকৰ ৰাজৰ্ষি সমাজৰো কৰ্ণ-গোচৰ হৈছে।

ব্যস্ত হৈ উঠিছে ৰজা যযাতি। আৰু পলম কৰিব নোৱাৰে। দানিশ্ৰেষ্ঠ নামে সৰ্বখ্যাত যযাতি স্বৰ্লোকলৈ যাবৰ কাৰণে প্ৰস্তুত হৈছে।

ৰজা যযাতিৰ বৈভৱহীন এই মৰ্ত্য প্ৰাসাদৰ জীৱনত যি এটা মাত্ৰ কৰ্তব্য বাকী আছে, তাক পালন কৰাৰ কাৰণে আয়োজন কৰিলে যযাতিয়ে, স্বৰ্গধামলৈ যোৱাৰ আগতে কন্যা মাধৱীক উপযুক্ত পাত্ৰত সম্প্ৰদানৰ কাৰণে স্বয়ম্বৰ সভা আহ্বান কৰিলে।

মাধৱীৰ স্বয়ম্বৰ সভা! সংবাদ শুনি আৰু আয়োজন দেখি মাধৱীয়ে তাইৰ কক্ষৰ নিভৃতত অশ্ৰুসিক্ত চক্ষু মচিবলৈ গৈও হাস্য স্বম্বৰণ কৰিবলৈ নোৱাৰে। ক'ত তাইৰ স্বয়ং আৰু ক'তেইবা তাইৰ বৰ? যাৰ জীৱনৰ কোনো ইচ্ছাৰ সম্মান কোনেও নিদিলে, যাৰ কামনাৰ বৰমাল্য অবাধ অৱহেলাৰে তুচ্ছ কৰি গুচি গৈছে জীৱনৰ একমাত্ৰ বাঞ্ছিত, তাইৰ কাৰণে প্ৰয়োজন স্বয়ম্বৰ সভা নহয়, প্ৰয়োজন বধ্যমঞ্চ।

মনত পৰে মাধৱীৰ, ঋণমুক্ত হৈ গালব তেওঁৰ গৃহাশ্ৰমলৈ গুচি গৈছে। সেই ঋষিৰ জীৱনত সম্মান আৰু শান্তি আহিছে। ভালেই হৈছে। কিন্তু এবাৰো জানো সেই কুবলয়নয়ন জ্ঞানিবৰৰ মনত এই প্ৰশ্ন জাগে, পৃথিৱীৰ আৰু কাৰো ওচৰত তেওঁৰ কোনো ঋণ থাকি গ'ল নে নাই?

নৃপতিৰ স্ফটিক প্ৰাসাদৰ আৰু ৰাজৰ্ষিৰ আশ্ৰম ভৱনৰ একো একোটি নিশাৰ ঘটনা মনত পৰে মাধৱীৰ। এই স্মৃতি সহ্য কৰিবলৈ নোৱাৰি মাধৱীয়ে গৃহৰ নিভৃতৰ পৰা দৌৰি আহি প্ৰাসাদৰ বাহিৰৰ উপবনবীথিকাৰ ওচৰত থিয় হয়। চকুত পৰে, তাই নিজ হাতে ৰোৱা সেই ৰক্তাশোকৰ পুলিজোপা কিমান ডাঙৰ হৈ উঠিছে, কিন্তু অযত্নত লেৰেলি গৈছে। বাৰিপূৰ্ণ ভৃঙ্গাৰক লৈ আহি ৰক্তাশোক মূলত পানী দিয়ে মাধৱীয়ে।

তথাপি বুজিব পাৰে মাধৱীয়ে, তাইৰ নয়ন ভৃঙ্গাৰকৰ বাৰিধাৰা থমা নাই। কাক প্ৰশ্ন কৰিব মাধৱীয়ে, যযাতি নন্দিনীয়ে তাইৰ প্ৰেমাস্পদৰ শান্তি আৰু সম্মান ৰক্ষাৰ মোহত যি দুঃসহ ব্ৰত পালন কৰিছে, তাৰ জানো কোনো মূল্য নাই? এই ৰক্তাশোকৰ মুখত যে ভাষা নাই, নহলে সুধিব পৰা গলহেঁতেন, সঁচাই জানো ঘৃণ্য হৈ গৈছে মাধৱী, স্ফটিক প্ৰাসাদ আৰু আশ্ৰম ভৱনৰ কামনাৰ কক্ষত ধনাঢ্য ৰজা আৰু ৰাজৰ্ষিৰ আলিঙ্গনত তাইৰ দেহ উপঢৌকন দিছে বুলি? নহ'লে মাধৱীৰ এই নয়নৰ আবেদন বিস্মৃত হৈ কেনেকৈ নিশ্চিন্ত চিত্তে দিনযাপন

কৰিছে মাধৱীৰ প্ৰেমৰ আস্পদ সেই তৰুণ ঋষি গালৱে?

জগতে ঘৃণা কৰক মাধৱীক, কিন্তু জগতৰ মাজত এজনে তো ঘৃণা কৰিব নোৱাৰে। কাৰণ আৰু কোনেও নাজানক, তেওঁ তো জানে, কিয় আৰু কিহৰ কাৰণে অদ্ভুত এক অস্থেয় বিবাহৰ ৰীতি বৰণ কৰি মাধৱীয়ে তাইৰ ৰূপ আৰু যৌৱন ৰজা আৰু ৰাজৰ্ষিৰ আসঙ্গ বাসনাৰ ওচৰত নিবেদন কৰিবলৈ বাধ্য হৈছে। যযাতিকন্যাৰ সেই ভয়ঙ্কৰ আত্মাহুতিৰ বিনিময়ত ঋণ মুক্ত হৈছে যি জ্ঞানী গালব, সেই জ্ঞানীয়ে জানো আজি যযাতিকন্যাক ঘৃণা কৰি আঁতৰি থাকিব পাৰিব? মাধৱীৰ স্বয়ম্বৰসভাৰ সংবাদ জানো তেওঁ এতিয়াও শুনিবলৈ পোৱা নাই?

ক'ত তুমি গালব? আজি তুমি মুক্ত, ময়ো মুক্ত। আহাঁ তোমাৰ কুবলয় সদৃশ নীলনয়নৰ দ্যুতি লৈ, তোমাৰেই কাৰণে সমৰ্পিত তনুমনপ্ৰাণ, তোমাৰেই কাৰণে পণ্যয়িতা হৈ অনেক বেদনা সহ্য কৰিছে যাৰ যৌৱনে, সেই যযাতিকন্যা মাধৱীৰ স্বাধীন হৃদয়ৰ বৰমাল্য কণ্ঠত গ্ৰহণ কৰি তাইক তোমাৰ জীৱনসহচৰী কৰি লৈ গুচি যোৱাঁ। তুমি তো এতিয়া ঋণমুক্ত শান্ত সন্মানিত আৰু সুখী, তেনেহলে এতিয়া এই বৈভৱহীন প্ৰাসাদৰ পৰা পুষ্পান্বিতা ব্ৰততীৰ দৰে মূল্যহীনাক উদ্ধাৰ কৰি নি তোমাৰ প্ৰেমৰ স্পৰ্শত অমূল্য কৰি তোলাত তোমাৰ বাধা ক'ত?

উপবনবীথিকাৰ ওচৰত থিয় হৈ শুনিবলৈ পায় মাধৱীয়ে, প্ৰাসাদৰ পৰা দূৰৈত দক্ষিণে কলস্বৰা এক স্ৰোতস্বতীৰ তীৰত শ্যামদূৰ্বাদলেৰে আকীৰ্ণ প্ৰান্তৰত স্বয়ম্বৰ সভাৰ হৰ্ষ জাগি উঠিছে। চন্দ্ৰাতপৰ বৰ্ণশোভা দেখা যায়। শুনা যায়, ৰূপৱতী যযাতিকন্যাৰ পাণিগ্ৰহণৰ আশাত সমাগত বহু প্ৰিয়দৰ্শন ৰাজপুত্ৰ আৰু বীৰোত্তমৰ বিশ্ৰান্ত অশ্বৰ হ্ৰেষাধ্বনি।

অপৰাহ্নৰ ৰক্তাক্ত সূৰ্য অস্তাচলৰ পথত ধাবমান। বিষণ্ণ হৈ উঠে মাধৱীৰ অসিত নয়নশ্ৰী। তথাপি যেন এটা ক্ষীণাশাৰ গুঞ্জৰণ ক্লান্ত নূপুৰৰ দৰে মাধৱীৰ মনৰ নেপথ্যত বাজে তেওঁ জানো আজিও নহাকৈ থাকিব পাৰিব? যযাতিকন্যাৰ সেই প্ৰণমিত আত্মনিবেদনৰ কথা জানো তেওঁ পাহৰি গৈছে? অঋণী মানী আৰু জ্ঞানী গালব জানো অকৃতজ্ঞ হ'ব পাৰে?

কিন্তু এতিয়া আৰু এই উপবনবীথিকাৰ নিভৃতত ৰক্তাশোকৰ ওচৰত থিয় হৈ চিন্তা কৰাৰ সময় নাছিল। পিতাক যযাতিয়ে আহি আহ্বান কৰে আৰু

স্বচ্ছন্দ পদক্ষেপে অগ্ৰসৰ হৈ ৰজা যযাতিৰ লগত স্বয়ম্বৰ সভালৈ আহি মাধৱী থিয় হয়।

বৰমাল্য হাতত তুলি লৈ সভাৰ এক প্ৰান্তৰ পৰা অন্য প্ৰান্ত পৰ্যন্ত অসিতেক্ষণা মাধৱীৰ দৃষ্টিয়ে কিছু সময়ৰ কাৰণে কাৰবাক যেন অন্বেষণ কৰে। কিন্তু কুবলয়নয়ন কোনো স্নিগ্ধদৰ্শন তৰুণ ঋষিৰ মূৰ্তি ক'তো দেখিবলৈ নাপায়। নবীন কুসুমেৰে গ্ৰথিত বৰমাল্য টানকৈ মুষ্টিবদ্ধ কৰি পাণিপ্ৰাৰ্থী ৰাজপুত্ৰ সকলৰ পংক্তি পৰিক্ৰম কৰে মাধৱীয়ে। কোনো ফালে আৰু কাৰো ফালে ভ্ৰূক্ষেপ নকৰে। কেৱল আগুৱাই গৈ থাকে পুষ্পান্বিতা ব্ৰততীৰ দৰে সুচাৰু দেহা এক যৌবনৱতীৰ অন্যমনা আৰু উদাসিনী মূৰ্তি। ৰজা যযাতি কন্যাক অনুসৰণ কৰি গৈ থাকে। দুন্দুভিৰ উল্লাসত দিগ্‌বায়ু প্ৰকম্পিত হয়।

যযাতিয়ে চীৎকাৰ কৰি মাতে— ক'লৈ যোৱা মাধৱী?

মাধৱী— অৰণ্যৰ কোলালৈ।

যযাতি— ৰাজকুমাৰীৰ অৰণ্যত কি প্ৰয়োজন?

মাধৱী— মোক ক্ষমা কৰা পিতা, ক্ষমা কৰক তোমাৰ ৰাজপ্ৰাসাদ আৰু ৰাজ্যজনপদে। অৰণ্যই মোৰ যথাৰ্থ আশ্ৰয়।

শ্ৰোতস্বতীৰ ক্ষীণ জলৰেখা পাৰ হৈ শৰাহত হৰিণীৰ ত্ৰস্তগতি ছায়াৰ দৰে, যেন পাচফালৰ সকলো কৰাল দান মান পুণ্যৰ ভয়ত অৰণ্যৰ ফালে গুচি গ'ল মাধৱী। সাঁজ লাগে, অন্ধকাৰত মাধৱীক আৰু দেখা পোৱা নাযায়।

যযাতিৰ প্ৰাসাদ শূন্য। ৰজা যযাতিয়ে স্বৰ্গলোকলৈ গৈ পুণ্যশীল ৰাজৰ্ষি সমাজত উচ্চাসন লাভ কৰিছে। আৰু, বনবাসিনী হৈছে পুণ্যহীনা মাধৱী।

এই বনত দাবানল নাই। মাহৰ পাচত মাহ আৰু বছৰৰ পাচত বছৰ অন্ত হয়। ৰক্তপুনৰ্নবাৰ সঙ্কেত পাই আৰম্ভ হয় কুসুমিত নতুন বছৰ। কিন্তু বৰবৰ্ণিনী সেই যযাতি নন্দিনী মাধৱীৰ কৰ্ণ আৰু কবৰী নৱকুসুমৰ স্তবকেৰে আৰু শোভিত নহয়। সেই স্নিগ্ধ কেশদাস আজি কঠিন জটাভাৰ, কণ্ঠাভৰণ কেৱল এধাৰ ৰুদ্ৰাক্ষৰ মালিকা। উপবাস বল্কলবাস আৰু অধোশয্যা, ৰূপযৌৱনৰ সকলো অভিমান ক্লিষ্ট কৰি স্নান ব্ৰত পূজা আৰু তপস্যাৰে দাবানলহীন এই বনৰ দিনযামিনীৰ প্ৰতি মুহূৰ্ত উদ্‌যাপন কৰিছে মাধৱীয়ে আৰু তাইৰ অন্তৰৰ নিভৃতত এক পৰম শান্ত সত্তাৰ সাক্ষাৎ লাভ কৰিছে। ৰাজপ্ৰাসাদৰ পুণ্য তত্ত্ব কোনোদিনে

বুজি উঠিব পৰা নাই যি মাধৱীয়ে, সেই মাধৱীয়ে আজি তাইৰ বনবাসিনী তপস্বিনীৰ জীৱনত উপলব্ধি কৰিছে কামনাহীন চিত্তৰ এই আনন্দই তো পুণ্য। অতীতৰ সকলো ঘটনাৰ কথা আজিও মনত পৰে, আজিও পাহৰি যোৱা নাই মাধৱীয়ে সেই পৰিচিত মুখবোৰ— সুন্দৰ আৰু অসুন্দৰ, ৰূঢ় আৰু কোমল। সেই আঘাত আৰু অপমানৰ সকলো ইতিহাস আজিও স্মৰণ কৰিবলৈ পৰা যায়। কিন্তু স্মৰণ কৰিলেও মাধৱীৰ মনত অভিমানৰ কোনো সঁহাৰি নাজাগে। সিদ্ধসাধিকা মাধৱীৰ ভাবনা আজি বেদনাহীন হৈছে, কাৰণ ক্ষয় হৈ গৈছে সকলো কামনা।

এই বনত দাবানল নাই, মাধৱীৰ মনতো কোনো মোহানল নাই। বিশাল শাল শাল্মলী মুচুকুন্দ আৰু কোবিদাৰৰ ছায়াঘন গহনত বনাধিষ্ঠাত্ৰী দেৱীৰ নীৰাজন-দীপিকাৰ এটি পুণ্য শিখাৰ দৰে ভাস্বৰ হৈ উঠিছে তপস্বিনী মাধৱীৰ জীৱন।

সেইদিনা দিবাৱসানৰ পিচত বনসৰসীৰ জলত স্নান সমাপন কৰি বনাধিষ্ঠাত্ৰী দেৱীৰ পূজাৰ কাৰণে যেতিয়া প্ৰস্তুত হয় মাধৱী, তেতিয়া দেখিবলৈ পায়, উৰ্দ্ধাকাশৰ পৰা এটি নক্ষত্ৰ স্খলিত হৈ ভূপতিত হ'ল। দেখি দুঃখিত হয় মাধৱী কোনে জানে, কোন মহাজনৰ পুণ্য ক্ষয় হৈছে, তাৰেই লক্ষণ। পিচমুহূৰ্ত্ততে, শুনিবলৈ পায় মাধৱীয়ে, দূৰ জনপদত অদ্ভুত এক কোলাহলৰ সৃষ্টি হৈছে।

কিছুসময় কিবা যেন ভাবি থাকে মাধৱীয়ে। তাৰপিচত বনাধিষ্ঠাত্ৰীৰ পূজা সমাপন কৰে আৰু ধীৰে ধীৰে সুদীৰ্ঘ বনপথ ধৰি অগ্ৰসৰ হৈ বনৰ উপান্তলৈ আহি থিয় হয়। তেতিয়া ৰাতি শেষ হৈ আহিছে আৰু জনপদৰ সকলো কোলাহলো ক্ষীণতৰ হৈছে।

অকস্মাৎ সেই অদ্ভুত কোলাহলৰ উচ্চৰোল শুনিবলৈ পায় আৰু বিস্মিত হয় মাধবী— ধিক পুণ্যহীন ৰজা যযাতি। ধিক্ মানহীন ৰজা যযাতি। ৰজা যযাতিৰ নামত প্ৰবল অপযশ নিন্দা আৰু ধিক্কাৰৰ ধ্বনি সহস্ৰ কণ্ঠৰ পৰা উৎসাৰিত হৈ ক্ষুব্ধ ঝটিকানিনাদৰ দৰে জনপদৰ প্ৰত্যুষসমীৰৰ শান্তি মথিত কৰিছে।

হৰ্ষাৰুণ উদিত আদিত্যৰ ৰশ্মিপাতত প্ৰাচীপট আলোকিত হয়। অৰণ্যৰ প্ৰান্ত অতিক্ৰম কৰি আৰু অগ্ৰসৰ হয় মাধৱী। তাৰপিচত স্ৰোতস্বতীৰ ক্ষীণ জলৰেখা পাৰ হৈ সুশ্যাম তৃণপ্ৰান্তৰৰ পথৰেখাৰ ওপৰত আহি থিয় হয়

তপস্বিনীৰ মূৰ্তি। শান্ত পদক্ষেপে ধীৰে ধীৰে যযাতিৰ প্ৰাসাদৰ অভিমুখে আগুৱাই গৈ থাকে।

স্বৰ্গৰ পৰা বিতাৰিত হৈছে যযাতি। পুণ্যক্ষয় হোৱাৰ পিচত আকাশভ্ৰষ্ট নক্ষত্ৰব দৰে স্বৰ্গৰ পৰা স্থানচ্যুত হৈছে ৰজা যযাতি। স্বৰ্গলোকাশ্ৰিত দেৱ মানৱ আৰু ৰাজৰ্ষিৰ কোনেও যযাতিক পুণ্যৱান বুলি স্বীকাৰ নকৰে। যযাতিৰ দান যথাৰ্থ দান নহয়, যযাতিৰ পুণ্য যথাৰ্থ পুণ্য নহয়। যযাতিৰ সকলো প্ৰখ্যাতি বিনষ্ট হৈছে। কাৰণ স্বৰ্গলোকৰ ৰাজৰ্ষি সমাজে এতিয়া জানিব পাৰিছে, কি উপায়ে ৰজা যযাতিয়ে জ্ঞানী গালবৰ প্ৰাৰ্থনা পূৰ্ণ কৰিছে। ধিকৃত নিন্দিত আৰু অপমানিত ৰজা যযাতি স্বৰ্গৰ পৰা উভতি আহি বিষণ্ণ বদনে সভাগৃহত একাকী বহিছিল। তেওঁৰ মানৰ গৌৰৱ অপহৃত হৈছে, তেওঁৰ দানৰ গৰ্ব চূৰ্ণ হৈছে।

সভাগৃহত প্ৰবেশ কৰে চীৰধাৰী এজন তপস্বী। ৰজা যযাতিয়ে বিস্মিত হৈ দেখিলে, সেই একেজন তপস্বীয়ে।

তপস্বীয়ে মৃদুহাস্যে কয়— আজি মই পুনৰ আপোনাক লোক নীতিৰ কথা স্মৰণ কৰাই দিবলৈ আহিছো নৃপতি।

যযাতিয়ে আৰ্তস্বৰে নিবেদন কৰে— কওক যোগিবৰ। মোৰ এই মানহীন আৰু পুণ্যহীন দগ্ধমৰুৱৎ জীৱনৰ শান্তিৰ কাৰণে আপোনাৰ সান্ত্ববাদ দান কৰক।

তপস্বী— সৰ্বলোকনীতিৰ সাৰভূত এই সত্যবাদত আজি বিশ্বাস কৰক ৰজা যযাতি, পুণ্যাৰ্জনৰ পথটোও পুন্যময় হোৱা উচিত। আপুনি কৰ্মব্ৰতৰ এই নীতি অস্বীকাৰ কৰিছে, সেই কাৰণে আপোনাৰ অভীষ্ট সিদ্ধ হোৱা নাই।

যযাতি— আপোনাৰ বাণীৰ সত্যতা আজি বিশ্বাস কৰিছো, তপস্বী। কিন্তু পুণ্যভ্ৰষ্ট আৰু মানহীন জীৱনৰ গ্লানি লৈ আৰু বাচি থাকিবলৈ নিবিচাৰোঁ।

তপস্বীয়ে কৰুণামিশ্ৰিত স্নিগ্ধ দৃষ্টি তুলি কয়— কিন্তু আৰু এটা কথা জানো বিশ্বাস কৰিব?

যযাতি— অবশ্যে বিশ্বাস কৰিম।

তপস্বী— আজি আপোনাৰ এক প্ৰখ্যাতি ত্ৰিভুবনত ৰটিত হৈছে।

যযাতি— আপোনাৰ কথাৰ অৰ্থ বুজিব নোৱাৰিলো।

তপস্বী— জনপদৰ কোলাহল জানো শুনিবলৈ পোৱা নাই?

যযাতি— শুনিছো' তুঁহ-জুইৰ জ্বালা বৰণ কৰি বৰং মৃত্যুও সহ্য কৰিব

পাৰি, কিন্তু সেই ধিক্কাৰ-কোলাহলৰ জ্বালা বৱণ কৰি জীৱন সহ্য কৰিব নোৱাৰি।

তপস্বী— আকৌ এবাৰ সেই কোলাহল শ্ৰৱণ কৰক।

উৎকৰ্ণ হৈ শুনি থাকে নৃপতি যযাতিয়ে। অকস্মাৎ যযাতিৰ বিষণ্ণ নেত্ৰদ্বয় প্ৰবল বিস্ময়ত চমকিত হয়। সহস্ৰ কণ্ঠৰ পৰা উৎসাৰিত হৰ্ষ আৰু আনন্দনাদে জনপদৰ বায়ু শিহৰিত কৰিছে। ধন্য পুণ্যৱতী তাপসিকা মাধৱী! ধন্য মাধৱীপিতা ৰজা যযাতি!

তপস্বীয়ে কয়— যিজনী সিদ্ধসাধিকা পুণ্যৱতী মাধৱীয়ে আজি জনপদত আৱিৰ্ভূতা হৈ আপোনাৰ এই ৰাজ্য আৰু জনপদ ধন্য কৰিছে, আপুনি যে তাইৰে পিতৃ। সেই পুণ্যৱতীয়ে যদি আপোনাক প্ৰণাম কৰে, তেনেহ'লে সসম্মানে আৰু গৌৰৱে ধন্য হ'ব আপুনি, স্বৰ্গলোকৰ ৰাজৰ্ষি সমাজে আপোনাক সাগ্ৰহে আৰু সানন্দে স্থান দান কৰিব।

ৰজা যযাতিয়ে চীৎকাৰ কৰি উঠে— মোৰ বনবাসিনী কন্যা মাধৱী! তাই জানো বাচি আছে?

কোনো উত্তৰ নিদিয়াকৈ নীৰৱে প্ৰস্থান কৰে অভ্যাগত তপস্বী। যযাতিয়ে ব্যাকুল দৃষ্টি তুলি দ্বাৰপ্ৰান্তৰ ফালে চাই দেখিবলৈ পায়, মূৰ্তিমতী পুণ্য-শিখাৰ দৰে তপস্বিনী মাধৱী থিয় হৈ আছে।

ব্যাকুল পদক্ষেপে পিতাক যযাতি দৌৰি গৈ কন্যা মাধৱীক বক্ষোলগ্ন কৰে। কন্যাৰ শিৰ চুম্বন কৰি অশ্ৰুসিক্ত নয়নৰ আবেদন আৰু কৰুণ কৰি যযাতিয়ে কয়— ক্ষমা কৰা কন্যা। যি অপমান আৰু তুচ্ছতাৰ জ্বালা লৈ প্ৰাসাদ বৰ্জন কৰি অৰণ্যৰ আশ্ৰয় লৈছিলা, সেই জ্বালা আজি মোক দান কৰা। নালাগে পুণ্য, নালাগে স্বৰ্গ।

পিতাক যযাতিক প্ৰণাম কৰি মাধৱীয়ে কয়— মোৰ তপশ্চৰ্যাৰ পুণ্য গ্ৰহণ কৰক পিতা।

বেদনা, বিস্ময় আৰু আনন্দই যেন একেলগে চীৎকাৰ কৰি উঠে। যযাতিয়ে আহ্বান কৰে— কন্যা মাধৱী!

মাধৱী— বিচলিত নহ'ব পিতা। মোৰ অনুৰোধ, আপুনি নিশ্চিন্ত চিত্তে স্বৰ্গলোকলৈ গমন কৰক।

বিদায় লয় মাধৱীয়ে। সভাগৃহৰ দ্বাৰ প্ৰান্তলৈ আহি ৰজা যযাতিয়ে কন্যা মাধৱীৰ শিৰ চুম্বন কৰি বিদায় দান কৰে।

স্বৰ্গধামলৈ যোৱাৰ আগতে শূন্য সভাগৃহত কিছু সময় থিয় হৈ থাকে ৰজা যযাতি। তেওঁৰ শিক্ষা আজি সম্পূৰ্ণ হৈছে। দিব্য লোকনীতিৰ সাৰভূত সত আজি তেওঁ উপলব্ধি কৰিবলৈ সমৰ্থ হৈছে।

ৰজা যযাতিয়ে আৰু অলপ সময় বাট চাব লগা হয়। সুন্দৰদৰ্শন এজন তৰুণ ঋষিযুৱা অকস্মাৎ সভাগৃহত প্ৰবেশ কৰে। ৰজা যযাতিয়ে সবিস্ময়ে দেখিবলৈ পায়, জ্ঞানী গালব আহি তেওঁৰ সন্মুখত থিয় হৈছে।

উদ্‌ভ্ৰান্ত অশান্ত দাবানলতাড়িত প্ৰাণীৰ দৰে বেদনাৰ্ত দৃষ্টিৰে জ্ঞানী গালবে কয়— জ্ঞানী গালবৰ সকলো মান আৰু পুণ্য আপুনি গ্ৰহণ কৰক ৰজা যযাতি, মই পুণ্যহীন হ'বলৈ বিচাৰোঁ।

যযাতি— কিয় ঋষি গালব?

গালব— জ্ঞানী গালবৰ সকলো মান আৰু পুণ্য তাৰ জীৱনৰ অভিশাপ হৈছে, ৰজা যযাতি। শান্তি পোৱা নাই, পুষ্পান্বিতা ব্ৰততীৰ দৰে শুচিস্মিতা এজনী নাৰীৰ মুখচ্ছবি পাহৰিব পৰা নাই। তেওঁৰ কুৰঙ্গ নয়নযুগলৰ শোভা মোৰেই মূঢ়তাৰ আঘাতত অশ্ৰুসিক্ত হৈছে। নিবিচাৰোঁ মান, নিবিচাৰোঁ পুণ্য, আজি মই এজনী প্ৰেমিকা নাৰীৰ বৰমাল্য লাভ কৰি ধন্য হ'বলৈ বিচাৰোঁ।

যযাতি— কাৰ কথা কৈছে জ্ঞানী গালব?

গালব— যযাতিকন্যা মাধৱীৰ কথা।

সস্নেহ স্বৰে যযাতিয়ে কয়— তাইৰ কথা সুধি আপোনাৰ কোনো লাভ নহ'ব জ্ঞানী গালব। মোৰ আমন্ত্ৰণৰ বাৰ্তা পায়ো আপুনি সিদিনা যে স্বয়ম্বৰ সভালৈ নাহিল, সেই স্বয়ম্বৰসভাতে কুমাৰী মাধৱীৰ বৰমাল্যৰ পৰিণাম সমাপ্ত হৈ গৈছে।

গালব— অসম্ভৱ, তেওঁ যে মোৰেই দয়িতা!

যযাতি— বৰ পলম কৰিছে জ্ঞানী গালব।

গালবে আৰ্তনাদ কৰি উঠে। এনেকুৱা নিৰ্মম কথা নকব। বিশ্বাস কৰিব নোৱাৰোঁ, ৰজা যযাতি। কওক, গালবৰ হৃদয়হীন জীৱনৰ সকলো স্বপ্ন তৃষ্ণাৰ্ত কৰি দি ক'লৈ গৈছে সেই সুধাময়ী নাৰী, কাৰ কণ্ঠত বৰমাল্য দান কৰিছে মাধৱীয়ে?

যযাতি— তপস্বিনী হৈছে মাধৱী!

পাষাণৱৎ স্তব্ধীভূত গালবে তেওঁৰ কুবলয়নয়নৰ অসহায় হতাশ আৰু

বেদনাভিভূত স্বপ্ন অশ্ৰুসলিলত ভহাই দি কেৱল নীৰৱে চাই থাকে।

যযাতিয়ে কয়— সেই যে তৃণাকীৰ্ণ প্ৰান্তৰ দেখিবলৈ পাইছে জ্ঞানী গালব, তাৰেই শেষ প্ৰান্তত এক বিষণ্ণ অপৰাহ্নৰ আলোকত ক্ষণিকৰ কাৰণে থিয় হৈ, স্বয়ম্বৰ সভাৰ হৰ্ষ স্তব্ধ কৰি দি আপোন হাতে বৰমাল্য ছিন্ন কৰি আৰু ভূতলত নিক্ষেপ কৰি গুচি গৈছে মাধৱী।

সভাগৃহ ত্যাগ কৰি ধূলিলিপ্ত পথৰ ওপৰলৈ আহি থিয় হয় গালব। তাৰ পিচত অৱসন্নভাৱে ধীৰে ধীৰে আগবাঢ়ি গৈ থাকে, তৃণাকীৰ্ণ প্ৰান্তৰৰ শেষ প্ৰান্তত স্ৰোতস্বতীৰ দাঁতিত থিয় হয়। দিগ্‌ভ্ৰান্তৰ দৰে কিবা যেন অন্বেষণ কৰি থাকে গালবে।

বোধ হয় ছিন্ন বৰমাল্যৰ অকণমান অৱশেষ বিচাৰিছিল গালবে। বহু সময় অন্বেষণ কৰাৰ পিচত দেখিবলৈ পায় গালবে, স্ৰোতস্বতীৰ তটলগ্ন দূৰ্বাদলৰ ওপৰত খণ্ড খণ্ড হৈ পৰি আছে জগতৰ এগৰাকী স্থিৰপ্ৰেমা নাৰীৰ অভিমানদগ্ধ বৰমাল্যৰ স্বৰ্ণসূত্ৰ।

স্বৰ্ণসূত্ৰৰ মলিন আৰু তপ্ত খণ্ডবোৰৰ ফালে শূন্য দৃষ্টি নিবদ্ধ কৰি থিয় হৈ থাকে গালবে, প্ৰেমিকাৰ চিতাৰ শেষ অঙ্গাৰ খণ্ডৰ ফালে প্ৰেমিকে যেনেকৈ স্তব্ধ দৃষ্টি তুলি থিয় হৈ থাকে।

# বসুৰাজ আৰু গিৰিক

ইন্দ্ৰোৎসৱ সমাপনৰ পিচত মৃগয়া কৰিবলৈ কাননত প্ৰৱেশ কৰে চেদিপতি বসুৰাজ।

সুৰপতি ইন্দ্ৰৰ অনুগ্ৰহত সমৃদ্ধিসমাকুল চেদিৰাজ্যৰ প্ৰভুত্ব লাভ কৰিছে বসুৰাজে। সুৰপতিৰ সৌহাদ্যৰ উপহাৰ অম্লানপঙ্কজ কুসুমৰ বৈজয়ন্তী মাল্যৰে সুশোভিত তেওঁৰ কণ্ঠ। ইন্দ্ৰপ্ৰদত্ত স্ফটিকৰ বিমানৰথত উঠি বসুৰাজ গগনাঙ্গনত মূৰ্তিমান দেৱতাৰ দৰে ঘূৰি ফুৰে। সুৰপতি ইন্দ্ৰই শিষ্টপ্ৰতিপালক বেণুদণ্ডও তেওঁক প্ৰদান কৰিছে। এই বেণুদণ্ডৰ মৰ্যাদা অক্ষুণ্ণ ৰাখিবলৈ কোনো চেষ্টাৰ ক্ৰটি নকৰে বসুৰাজে। বিপন্ন আৰু প্ৰপন্নক ৰক্ষা কৰিবলৈ সৰ্বদা ব্যাকুল হৈ থাকে চেদিপতি বসুৰাজৰ বিপুল বলশালী দুই বাহু।

গিৰিমল্লিকাৰ সুগন্ধত অভিভূত কানন বায়ু তেতিয়া সদ্যোজাগ্ৰত বিহগৰ কাকলীত শিহৰিত হৈ নৱাৰুণ প্ৰভাৰ বন্দনাত চঞ্চল হৈ উঠিছে। পৰাগৰাগে ৰঞ্জিত হৈছে বনসৰসীৰ নীৰ। জাগিছে গন্ধাকৃষ্ট মধুকৰ, পৰিপতিত পৰাগেৰে গোলাপী হৈ উঠিছে সমস্ত বনভূভাগ। মুগ্ধ হৈ বসুৰাজ দণ্ডায়মান হয় আৰু তেওঁৰ নয়নযুগলে যেন শিশিৰস্নাত পুষ্পলতা আৰু বনস্পতিৰ সৌন্দৰ্যমাধুৰী পান কৰিবলৈ ব্যগ্ৰ হৈ উঠে।

আলোকত আপ্লুত হৈ উঠে পূৰ্বগগনৰ ললাট। ধীৰে ধীৰে কুহেলিকা আঁতৰি যায়, আৰু ক্ষৌমবস্ত্ৰ পৰিহিতা কামিনীৰ দৰে শৰীৰৰ শোভা প্ৰকট কৰি জিলিকি উঠে এক তটিনীৰ ৰূপচ্ছটা। লগে লগে বসুৰাজৰ মনত পৰে এই তটিনীৰ ওচৰতে এটা শৈলকন্দৰৰ অন্ধকাৰময় নিভৃতৰ পৰা হঠাৎ অহা এক আৰ্তনাদ শুনি এদিন চঞ্চল হৈ উঠিছিল তেওঁৰ কৰধৃত এই শিষ্টপ্ৰতিপালনী বেণু-যষ্টি।

শুক্তিমতী নামে এজনী পৰিণতযৌৱনা কুমাৰী স্নান কৰিবলৈ এই তটিনীৰ তীৰলৈ আহিছিল, আৰু কোলাহল নামে এক লালসামূঢ় কামান্ধই শুক্তিমতীৰ সকলো কাকুতি-মিনতি আৰু বাধা— প্ৰতিবাদৰ প্ৰতি আওকাণ কৰি বলপূৰ্বক সেই কুমাৰী তনুৰ যৌৱন-মাধুৰী ক্ষুধাৰ্ত শ্বাপদৰ দৰে উপভোগ কৰিছিল।

কিন্তু চেদিপতি বসুৰাজে তেওঁৰ কৰ্ত্তব্য পালনত ক্ৰটি কৰা নাছিল, সেই বিপন্নাক ৰক্ষা কৰিছিল আৰু তেওঁৰ বিপুল বলকুশল বাহুৰ আঘাতত সেই অত্যাচাৰীৰ প্ৰাণ চিৰকালৰ বাবে স্তব্ধ হৈছিল। ধৰ্ষকৰ উন্মাদ কামনাৰ গ্ৰাসৰ

পৰা যিজনী নাৰীক তেওঁ মুক্ত কৰিছিল, সেই নাৰীয়ে প্ৰণতশিৰে তেওঁৰ চৰণ স্পৰ্শ কৰি তেওঁকে পিতৃসম্বোধনে সম্মানিত কৰিছিল। তাবপিছত এটা এটাকৈ কত অমানিশা কত পূৰ্ণিমাৰাত্ৰি এই তটিনীৰ বালিত শিশিৰস্নেহভাৰ সঁপি দি অতীত হৈ হৈছে! এটা এটাকৈ বিগত হৈছে অষ্টাদশ বৎসৰ। ক'লৈ গল সেই নাৰী, সেই শুক্তিমতী?

মনত পৰে বসুৰাজৰ, সেইদিনা কিবা যেন এটা ক'ব খুজিও ক'ব নোৱাৰিলে শুক্তিমতীয়ে। ক্ৰুৰ কিৰাতৰ শৰত আহত মৃগবধূৰ দৰে ধূলিলুণ্ঠিত দেহ লৈ বসুৰাজৰ চৰণ স্পৰ্শ কৰিছিল, আৰু ভয়বিহ্বল আৰু কৰুণ দুই চক্ষুৰ দৃষ্টি প্ৰসাৰিত কৰি চাইছিল শুক্তিমতীয়ে। বসুৰাজে বিস্মিত হৈ প্ৰশ্ন কৰিছিল — এতিয়া আৰু কিহৰ ভয় নাৰী? চোৱাঁ তোমাৰ কুমাৰী জীৱনৰ সুচিতাৰ ঘাতক এই কামান্ধ মোৰ ভীমবাহুৰ আঘাত নিষ্প্ৰাণ ৰুধিৰাক্ত শ্বাপদৰ দৰে ছিন্ন-ভিন্ন হৈ পৰি আছে।

এৰা সেইদিনা সেই ধৰ্ষকৰ দেহ সেই শৈলকন্দৰৰ ওচৰত নিষ্প্ৰাণ ৰুধিৰাক্ত শ্বাপদৰ দৰে ধৰাশায়ী হৈছিল। শুক্তিমতী নামে এজনী বনবাসিনী কুমাৰী নাৰীৰ যৌৱনলুণ্ঠক কোলাহল নামৰ সেই দস্যুৰ শোণিত প্ৰবাহত সিক্ত হৈ উঠিছিল শৈলকন্দৰৰ কঠিন শিলাতল। তথাপি বলাৎকাৰমত্ত মূঢ়ৰ সেই নিষ্প্ৰাণ দেহ পিণ্ডৰ ফালে চাই যেন নিশ্চিন্ত হ'ব নোৱাৰিছিল শুক্তিমতী। অশ্ৰুবাষ্পাচ্ছন্ন নয়নযুৱিৰে তাই তৰুণ বসুৰাজৰ ফালে চাই আবেদন কৰিছিল — পিতা।

বসুৰাজ — তুমি তো এতিয়া মুক্ত, তথাপি তুমি শান্ত আৰু নিৰ্ভয় হব পৰা নাই কিয় নাৰী?

শুক্তিমতী — অত্যাচাৰীৰ হিংস্ৰ ভুজ-ভুজঙ্গমৰ বন্ধনৰ পৰা আপুনি মোক মুক্ত কৰিছে পিতা, কিন্তু কোৰ মনে কৈছে তাৰ লালসাৰ বিষে মোৰ এই কুমাৰী হৃদয়ক মুক্তি নিদিব।

বসুৰাজ চমকি উঠে — এই কথাৰ অৰ্থ কি নাৰী?

শুক্তিমতী — ভয় হৈছে পিতা, অনুভৱ কৰিছো পিতা, মোৰ এই দেহৰ শোণিতত যেন এটি প্ৰাণৰ বীজ অঙ্কুৰিত হৈছে।

বিমৰ্ষ আৰু বিষণ্ণ বসুৰাজে কয় — বুজিছো, আৰু মোৰ ভয় হৈছে নাৰী, তোমাৰ এই ভয় বোধহয় মিথ্যা ভয় নহয়।

কান্দি কান্দি কয় শুক্তিমতীয়ে — তেন্তে কওক নৃপতি বসুৰাজ, ধৰ্ষকৰ লালসাই যি প্ৰাণৰ অঙ্কুৰ মোৰ যৌৱনোৰ্বৰ শোণিতত নিক্ষেপ কৰিছে, সেই প্ৰাণ এই বনকুসুমৰ পৰাগৰ দৰে কলুষহীন শুচিৰুচিৰ আৰু সুন্দৰ।

বসুৰাজ নিৰুত্তৰ।

শুক্তিমতী — আপুনি প্ৰতিশ্ৰুতি দান কৰক মহাৰাজ, মোৰ এই প্ৰণয়হীন অৱমাননাময় কেইটিমান দিৱসৰ আৰ্তনাদজাত সন্তানে আপোনাৰ ৰাজ্যৰ সকলো প্ৰণয়জাত সন্তানৰ দৰে মানৱোচিত সন্মান লাভ কৰিব।

ভ্ৰূকুঞ্চিত কৰি বিস্মিতভাৱে কেৱল শুক্তিমতিৰ মুখৰ ফালে চাই থাকে বসুৰাজে।

শুক্তিমতী — মোক প্ৰতিশ্ৰুতি দান কৰক শিষ্ট প্ৰতিপালক বসুৰাজ , তেতিয়াহে আপোনাক মোৰ পৰিত্ৰাতা পিতৃ বুলি বিশ্বাস আৰু শ্ৰদ্ধা কৰিব পাৰিম।

বসুৰাজ — প্ৰতিশ্ৰুতি দিব নোৱাৰোঁ।

শুক্তিমতী — কিয় দিব নোৱাৰে?

বসুৰাজ — এক অত্যাদ্ভুত জন্ম পৰিচয় লৈ তোমাৰ সন্তান ভূমিষ্ঠ হ'ব। ধৰ্ষকৰ লালসাৰ সৃষ্টি তোমাৰ সেই সন্তান পৃথিৱীৰ এটি প্ৰাণী ৰূপে গণ্য হ'ব, ইমানেই, ইয়াৰ অধিক কোনো মৰ্য্যাদা তাৰ হ'ম নোৱাৰে।

গাৰ নোম শিয়ৰি উঠে শুক্তিমতীৰ — কিয়?

বসুৰাজে কৰ্কশভাৱে কয় — শ্বাপদৰ সৃষ্টি শ্বাপদেই হয়।

ধৰ্ষক কোলাহলৰ নিষ্প্ৰাণ দেহপিণ্ডৰ ফালে আঙ্গুলি-সঙ্কেত কৰি শুক্তিমতীয়ে কয় — কিন্তু মানুহৰ প্ৰণয়জাত সন্তানো তো শ্বাপদ হৈ উঠিব পাৰে।

বাধা দি কঠোৰস্বৰে কয় বসুৰাজে — কুতৰ্ক নকৰিবা নাৰী।

শুক্তিমতী — সেই শ্বাপদপ্ৰায় লালসান্ধ কোলাহল আপোনাৰ ৰাজ্যৰ এক মানৱ-দম্পতীৰ প্ৰণয়জাত সন্তান। এজনী নাৰী আৰু এজন পুৰুষৰ দেহ মনৰ মিলন আৰু আনন্দৰে সৃষ্টি এই কোলাহল।

বিব্ৰতভাৱে বসুৰাজে কয় — বিচিত্ৰ তোমাৰ মন। মোৰ সন্দেহ হয়,

তোমাৰ যি আৰ্তনাদ শুনি মই বিচলিত হৈছিলো সেই আৰ্তনাদ নিতান্তই এক কপট দুঃখৰ প্ৰতিধ্বনি।

শুক্তিমতীয়ে কৰুণস্বৰে কয় — এনেকুৱা ভয়ানক সন্দেহ নকৰিব, বসুৰাজ।

বসুৰাজ — তেনেহলে কিয় তুমি তোমাৰ সেই দুঃসহ অপমানৰ সৃষ্টিক পালন কৰিবৰ কাৰণে আৰু তাৰ ভৱিষ্যত চিন্তা কৰি ইমান আকুল হৈছা দস্যুস্পৰ্শদূষিতা কুমাৰী?

আৰু আকুল হৈ কান্দি উঠে শুক্তিমতী — সচাঁকৈয়ে বুজিব নোৱাৰো পিতা, ই মোৰ কেনে মনোবিকাৰ? অত্যাচাৰী কোলাহলৰ সেই লালসাক্ষুব্ধ মুখাবয়ব কল্পনা কৰিবলৈও ঘৃণা বোধ কৰো, কিন্তু মোৰ শোণিতত সঞ্চাৰিত এটি প্ৰাণক কোনো মতেই যে ঘৃণা কৰিব নোৱাৰো।

বসুৰাজ — কিন্তু মই যে তোমাৰ শোণিতত সম্ভাৰিত অদ্ভুত আবিলতাৰ অঙ্কুৰ সেই প্ৰাণক কল্পনা কৰিবলৈ ঘৃণা বোধ কৰোঁ।

শুক্তিমতী — আপোনাৰ এই ভয় আৰু ঘৃণাৰ হেতু বুজিব পৰা নাই মহাৰাজ। আপোনাৰ ৰাজ্যত জানো কোনো কুমাৰীৰ গূঢ়োৎপন্ন সন্তান নাই?

বসুৰাজ — আছে।

শুক্তিমতী— আপোনাৰ ৰাজ্যত জানো কোনো বহুবলভা নাৰী নাই, আৰু তেওঁৰ সন্তান নাই?

বসুৰাজ -- আছে।

শুক্তিমতী — আপোনাৰ ৰাজ্যত জানো কোনো প্ৰোষিতভৰ্তৃকা নাৰীৰ কোলাত সন্তান আৱিৰ্ভূত হোৱা নাই?

বসুৰাজ — হৈছে।

শুক্তিমতী — আপোনাৰ ৰাজ্যত জানো কোনো কৌলটেয় নাই?

বসুৰাজ — আছে।

শুক্তিমতী -- আপোনাৰ ৰাজ্যত জানো কোনো বিবাহিতা নাৰীয়ে পৰপুৰুষৰ সঙ্গত প্ৰজায়িনী হৈ ক্ষেত্ৰজ সন্তান কোলাত ধাৰণ কৰা নাই?

বসুৰাজ — কৰিছে।

শুক্তিমতী — অদ্ভুত বিধি আৰু অবিধিৰ বশীভূত এই সকলো মিলনৰ সন্তান যিবিলাক, সিবিলাকক জানো আপুনি আপোনাৰেই প্ৰজা বুলি নাভাবে?

বসুৰাজ — ভাবোঁ।

শুক্তিমতী — আপোনাৰ ধাৰণাত ইহঁত আটায়ে মানুহ নিশ্চয়।

বসুৰাজ — নিশ্চয়।

শুক্তিমতী — ইহঁতৰ মনুষ্যত্ব জানো আপোনাৰ ওচৰত সন্মানীয় নহয়?

বসুৰাজ — অৱশ্যেই সন্মানীয়।

শুক্তিমতী— তেনেহ'লে মোৰ সন্তান কিয় শিষ্টপ্ৰতিপালক চেদিপতি বসুৰাজৰ বিচাৰত ঘৃণ্য বুলি বিবেচিত হ'ব?

বসুৰাজ— তুমি ভুল বুজিছা নাৰী। মোৰ ৰাজ্যৰ প্ৰত্যেক গূঢ়োৎপন্ন আৰু কৌলটেয় হ'ল এজন আৰু এজনী নাৰীৰ স্মৰাৱেপ্ৰগল্‌ভ মিলনৰ আনন্দৰ আৰু আগ্ৰহৰ সৃষ্টি, আৰ্তনাদৰ সৃষ্টি নহয়। কল্পনা কৰিবলৈও আতঙ্ক হয়।, কি ভয়ঙ্কৰ কৰ্কশ সংস্কাৰ লৈ জন্ম গ্ৰহণ কৰিব তোমাৰ সন্তানে! অনুমান কৰিবলৈ ঘৃণা হয় কি ভয়ঙ্কৰ অপচিত্ততা লৈ ভুমিস্থ হ'ব তোমাৰ সন্তান! ভাবিলে গা শিহৰি উঠে আৰু কাঁইটে বিন্ধাদি বিন্ধে, কোনে জানে কি বীভৎসতা লৈ আত্মপ্ৰকাশ কৰিব তোমাৰ সন্তানৰ অৱয়বে! তোমাৰ সন্তান কেতিয়াও সমাজৰ মানুহ হ'বলৈ নোৱাৰিব, সি হ'ব বনৰেই এক প্ৰাণী। মই ভাবো, বলাৎকৃতা নাৰীৰ দেহজাত সন্তানেই হ'ল এই সংসাৰৰ অন্ত্যজাধম।

শুক্তিমতীয়ে বিস্মিত হৈ কয়— ইয়েই নেকি শিষ্টপ্ৰতিপালকৰ ন্যায়-বিধি?

বসুৰাজ— নিশ্চয়।

শুক্তিমতী— নিতান্তই অন্যায়বিধি, বসুৰাজ। আপুনি বলাৎকৃতা নাৰীৰ মাতৃত্বক শাস্তি দান কৰিছে।

বসুৰাজ— মই বিস্মিত হৈছো, এজনী নাৰীয়ে তাইৰ ধৰ্মাপহাৰক দস্যুৰ হঠলালসাৰ সৃষ্টিক ঘৃণা কৰিবলৈ পৰা নাই কিয়? কিহৰ এই মোহ?

শুক্তিমতী— মোৰ শোণিতৰ স্নেহৰ উত্তাপত দহ মাহ দহ দিন লালিত হ'ব যি প্ৰাণ, তাক মই কেনেকৈ ঘৃণা কৰিম বসুৰাজ?

বসুৰাজ — অপজাত প্ৰাণ এটাক, তোমাৰ যৌৱনৰ সকলো শুচিতাৰ হন্তা এটা দস্যুৰ মত্ততাৰ সৃষ্টিক যদি তুমি ঘৃণা কৰিব নোৱাৰা তেনেহ'লে সেই অপৰাধ তোমাৰ। ঘৃণাক ঘৃণা কৰিবলৈ যদি নোৱাৰা, তেনেহ'লে সেই ভুলৰ শাস্তি তুমিয়েই জীৱনত সহ্য কৰিব লাগিব। মই অপ্ৰজা পালন নকৰোঁ, নাৰী।

শুক্তিমতী— আৰু এটা কথা মাথোন ক'বলগীয়া আছিল, কিন্তু ক'বলৈ নোৱাৰিলো, বসুৰাজ।

কুটজগন্ধত অভিভূত বনবায়ুৰ স্পৰ্শত সেইদিনাৰ দৰে আজিও বসুৰাজৰ চিন্তা শিহৰিত হয়। ক'লৈ গ'ল সেই নাৰী, শুক্তিমতী নামে সেই কুমাৰী? কল্পনা কৰে বসুৰাজে, আৰু লগে লগে অলপ বিষণ্ণতাৰ ছায়াও যেন তেওঁৰ দুই চকুৰ দৃষ্টিত সঞ্চাৰিত হয়। বোধ হয় এই তটিনীৰ সলিলত সেই দিনা দেহ ত্যাগ কৰি সকলো শাস্তি সন্তাপ আৰু মোহৰ পৰা নিষ্কৃতি পাইছে সেই নাৰীয়ে। ভালেই হৈছে, ধৰ্ষকৰ লালসাজাত সন্তানৰ মাতৃ হোৱাৰ দুৰ্ভাগ্য সেই অদ্ভুত নাৰীয়ে সহ্য কৰিব লগা নহ'ল। কি আশ্চৰ্য্য, কি অদ্ভুত আছিল সেই নাৰীৰ মন! বসুৰাজৰ প্ৰহৰণাঘাতত নিহত এক ধৰ্ষকৰ ৰক্তাক্ত দেহপিণ্ডৰ ফালে চাই হাঁহি উঠিছিল নাৰীৰ যি চকু সেই চকুই আকৌ ধৰ্ষকৰেই ঔৰসৰ পৰিণাম চিন্তা কৰি সজল হৈ উঠিছিল। এটা এটাকৈ বিগত হৈছে অষ্টাদশ বৎসৰ। সেই শৈলকন্দৰৰ এক নিভৃতৰ পৰা উত্থিত নাৰীকণ্ঠৰ সেই আৰ্তনাদ কালস্ৰোতত বিস্মৃতিৰ গৰ্ভত লুপ্ত হৈ গৈছে চিৰকালৰ বাবে।

কাননভূমিৰ অভ্যন্তৰত আকৌ হৃষ্টচিত্তে পৰিভ্ৰমণ কৰিবলৈ ধৰে বসুৰাজে। শান্ত বনপথৰ ধূলিক ছায়াৰে ঢাকি ধৰি থিয় হৈ আছে বহুত শ্যাম বৃক্ষ। কিন্তু ধীৰে ধীৰে উত্তপ্ত হ'বলৈ ধৰে সূৰ্যৰকিৰণ। তৃষ্ণাৰ্ত অনুভৱ কৰে বসুৰাজে। গছৰ তলৰ জুৰ ছায়ালৈ আগুৱাই আহি বসুৰাজে শ্ৰমক্লান্তি দূৰ কৰে। ক্ষন্তেক পিছতে শুনিবলৈ পায় ওচৰতে ক'বাত যেন তৃপ্ত সাৰস পক্ষীয়ে কলৰৱধ্বনি কৰি আছে। জলোৎপলৰ সৌৰভত অভিভূত ভ্ৰমৰৰ গুঞ্জনো বসুৰাজৰ কাণত পৰে। আৰু কিছুদুৰ অগ্ৰসৰ হৈ দেখিবলৈ পায় বসুৰাজে তেওঁৰ অনুমান মিথ্যা নহয়। অজস্ৰ বিকশিত পদুমৰ শোভা বক্ষত ধাৰণ কৰি আছে

স্নিগ্ধ সলিলা এক সৰসী। জল পান কৰি তৃষ্ণাৰ্তি দূৰ কৰে বসুৰাজে।

কিন্তু সেই মুহূৰ্ত্ততে বসুৰাজৰ চকু দুটা বিপুল তৃষ্ণাত বিচলিত হৈ উঠে।

সৰসীতটৰ এক নিভৃত স্থানত ফুলন্ত কুসুমেৰে আচ্ছন্ন এজোপা প্ৰিয়ক তৰুৰ ছায়াত নবীন তৃণদলৰ ওপৰত কাঞ্চনলতিকাৰ দৰে শুই থকা এজনী তৰুণীৰ অলসললিত দেহ গভীৰ নিদ্ৰাত অভিভূত। বোধহয় এই নাৰীৰ হাঁহিৰ জেউতি সনা অধৰত চন্দ্ৰকিৰণৰ অংকুৰ শুই আছে। বোধ হয় উৰ্দ্ধাকাশৰ মেঘ নবীন তৃণদলৰ হৰিৎ বক্ষ চুম্বনৰ কাৰণে এই নাৰীৰ কেশকামৰ মাজত লুকাই আছে। স্খলিত ৰুক্ষ বল্কলে যেন সেই ৰূপাভিৰামা ৰমণীৰ নাভিকুহৰিণী আৰু ত্ৰিবলিৰেখাৰ ফালে সতৃষ্ণ নয়নে চাই আছে। বিস্মিত হয় বসুৰাজ, যেন ৰূপময় নিখিল নিসৰ্গৰ সকলো মৃদুল স্পন্দন, সকলো সুচাৰু গঠন, সকলো মঞ্জুল শোভা আৰু সকলো মদিৰকোমল বিহ্বলতাৰে ৰচিত হৈছে এই বৰযৌৱনা নাৰীৰ তনু। বোধহয় এয়ে সেই কবিকল্পনাৰ নাৰী, যাৰ মুখমদস্পৰ্শত প্ৰস্ফুটিত হয় বকুলকোৰক, যাৰ আলিঙ্গনত জাগ্ৰত হয় কুৰবককুট্মল, যাৰ চৰণধ্বনিত মঞ্জৰিত হয় ৰক্তাশোক আৰু কটাক্ষত পুষ্পিত হয় তিলক।

বসুৰাজৰ চঞ্চল নিঃশ্বাসৰ আঘাতত যেন তৰুণীৰ নিদ্ৰা ভঙ্গ হয়। স্বপ্নোত্থিতাৰ দৰে হঠাৎ উন্মীলিত নেত্ৰে সৱিস্ময়ে বসুৰাজৰ ফালে চাই আৰু বিপুল লজ্জা বিকম্পিত হস্তে ব্যস্তভাৱে বল্কল আৰু উৎপলমেখলা টানি আনি বৰাঙ্গৰ বিকচ শোভা আবৃত কৰে নাৰীয়ে।

বিস্মিত বসুৰাজে প্ৰশ্ন কৰে— কোন তুমি, ভদ্ৰে?

দৰদলিত উৎপলকলিকাৰ দৰে মিচিকিয়া হাঁহিৰে অধৰ স্ফুৰিত কৰি উত্তৰ দান কৰে তৰুণীয়ে — মোৰ পৰিচয় মই নাজানো। আপুনি কোন?

বসুৰাজ — মই চেদিপতি বসুৰাজ।

নাৰীৰ ভ্ৰূৰেখা বিস্ময়ত শিহৰিত হয় — আপুনি এই ৰাজ্যৰ অধীশ্বৰ, সুৰপতি ইন্দ্ৰৰ অনুগৃহীত শিষ্টপ্ৰতিপালক বসুৰাজ?

বসুৰাজ — এৰা, কিন্তু তুমি কোন?

নাৰী — মই এক বনচৰ প্ৰাণী মাত্ৰ।

ব্যথিত হয় বসুৰাজ। — লোকললামা নাৰী, কি কাৰণে নিজকে এই

মিথ্যা ৰূঢ়ভাষণে নিন্দিত কৰিছা তুমি?

নাৰী — সঁচাই মই মোৰ পৰিচয় নাজানো।

বসুৰাজ — মই অনুমান কৰিব পাৰোঁ।

নাৰী — তেনেহ'লে অনুমান কৰক।

বসুৰাজ— তুমি কোনো দেৱতনয়া । নহ'লে দেৱৰাজ ইন্দ্ৰপ্ৰদত্ত এই বৈজয়ন্তী মাল্যৰ অম্লানপঙ্কজকুসুমতকৈও ফুল্ল আৰু সুন্দৰ এই মুখ ৰুচি জানো কোনো মৰ্ত্যনাৰীৰ হ'ব পাৰে? কদাপি হ'ব নোৱাৰে।

নাৰী— নহয় বসুৰাজ, আপুনি বৰ ভুল অনুমান কৰিছে।

বসুৰাজ—তোমাৰ জানো কোনো নাম নাই?

নাৰী—আছে, আপোনাৰ এই কাননভূমিৰ সকলো প্ৰাণী লতা আৰু ফলৰ দৰে মোৰো এটা নাম আছে।

বসুৰাজ—কি নাম?

নাৰী— গিৰিকা।

বসুৰাজ —বুজিছো গিৰিকা, তুমি এই কাননৰে উপান্তবাসী কোনো ঋষিৰ তনয়া।

গিৰিকা — কেনেকৈ বুজিলে?

বসুৰাজ— তোমাৰ এই স্নিগ্ধহাস্য বদনমাধুৰী আৰু শান্ত সম্ভাষণেই তোমাৰ পৰিচয় প্ৰকট কৰিছে। ঋষি পিতাৰ আশ্ৰমচ্ছায়াত পালিতা পুষ্পলতাব দৰে তোমাৰ তনুসুষমাই মোক মুগ্ধ কৰিছে, গিৰিকা।

গিৰিকা — ভুল বুজিছে, মোৰ কোনো পিতা নাই।

চমকি উঠে বসুৰাজ— পিতা নাই? তুমি তোমাৰ পিতৃ পৰিচয় নাজানা?

গিৰিকা — নাজানো।

চিন্তিত হৈ কিছুসময় থিয় হৈ থাকি স্মিতহাস্য আৰু পুলকিত স্বৰে বসুৰাজে কয়— বুজিছো গিৰিকা, তুমি কোনো অপ্সৰাৰ সন্তান।

গিৰিকা— এনেকুৱা ধাৰণা কিয় কৰিছে?

বসুৰাজ — এৰা, তোমাৰ এই বিহ্বল অক্ষিতাৰকা দুটিৰ ফালে চাই বুজিব পাৰিছো তোমাৰ জন্ম পৰিচয়। তুমি কোনো অপ্সৰাৰ প্ৰণয়জাত সন্তান। তোমাৰ নয়নত সেই প্ৰণয়ৰ উদ্ভাস আৰু ওষ্ঠ মুদ্ৰাত সেই মিলন বিহ্বল আনন্দৰ স্মৃতিৰেখা ফুটি উঠিছে।

গিৰিকা— নহয় বসুৰাজ, মই অপ্সৰাৰ কন্যা নহয়।

বিব্ৰতভাৱে চাই থাকে বসুৰাজে—তেনেহ'লে কোন তুমি?

গিৰিকা— পুনৰ অনুমান কৰক বসুৰাজ।

বসুৰাজ—তুমি তেনেহ'লে কোনো নিৰ্বাসিতা ৰাজতনয়া!

হাঁহি উঠে গিৰিকাৰ — নহয়।

বসুৰাজ— তেন্তে তুমি কোনো কুমাৰী নাৰীৰ গোপন প্ৰণয়ৰ সৃষ্টি?

গিৰিকা— নহয়।

বসুৰাজে বিষণ্ণভাৱে কয়—বোধহয়, তুমি কোনোবা পৰাণুৰাগিণী জনপদবধূৰ সন্তান, লোকনিন্দাৰ ভয়ত তোমাৰ সদ্যোভূমিষ্ঠ শিশুদেহ এই বনভূমিৰ তৰুচ্ছায়া তলত বিসৰ্জন দি গুচি গৈছিল তোমাৰ সেই নিষ্ঠুৰাতা মাতৃ।

গিৰিকা— নহয়।

বসুৰাজ—আৰু অনুমান কৰিবলৈ শক্তি নাই মোৰ। তুমিয়ে কোৱাঁ তোমাৰ জন্ম পৰিচয়।

গিৰিকা— কিন্তু মোৰ জন্ম পৰিচয় জানি আপোনাৰ কি লাভ হ'ব বসুৰাজ?

বসুৰাজ— কোনো লাভ নাই, কৌতূহল মাত্ৰ।

গিৰিকা — কৌতূহল কিয়?

বসুৰাজ—মই এই ৰাজ্যৰ অধীশ্বৰ। মোৰ ৰাজ্যৰ বনময় প্ৰদেশত তুমি সকলো বনশোভা বৰ্দ্ধন কৰি তৰুচ্ছায়াতলত থিয় হৈ আছা, তুমি কোন সেই

কথা জানিবলৈ আৰু শুনিবলৈ মোৰ অধিকাৰ আছে। মোৰো কৰ্তব্য আছে, গতিকে এই কৌতূহল।

গিৰিকা— আপুনি জানো মোৰ কিবা উপকাৰ কৰিবলৈ বিচাৰে?

গিৰিকাৰ ওচৰলৈ আগবাঢ়ি আহি ব্যাকুল বিহ্বল আৰু মুগ্ধ দুই চক্ষুৰ দৃষ্টি তুলি স্তৱসঙ্গীতৰ দৰে সাকাঙ্ক্ষ স্বৰে কয় বসুৰাজে— মোৰ নিজৰেই জীৱনৰ উপকাৰ কৰিবলৈ বিচাৰোঁ, গিৰিকা, যিয়েই নোহোৱা তুমি, তুমি চেদিপতি বসুৰাজৰ আকাঙ্ক্ষিতা। তুমি মোৰ স্পৃহনীয়া বৰনীয়া আৰু স্তৱণীয়া। মই তোমাৰ সৌ ওষ্ঠপুটৰ সঞ্চিত মকৰন্দৰ পিপাসী। তুমিয়ে মোৰ জীৱনৰ তৃষ্ণাৰ্তি দূৰ কৰিব পাৰিবা, গিৰিকা। ধন্য হ'ব মোৰ জীৱন, যদি তোমাৰ সেই কেশদামৰ ছায়া এই মুহূৰ্তে মোৰ বক্ষোলগ্ন হয়, তুমি বসুৰাজৰ জীৱন সঙ্গিনী হোৱা, গিৰিকা।

হঠাৎ বাষ্পাৰ্দ্ৰ হৈ উঠে গিৰিকাৰ দুই চকু। কম্পিত কণ্ঠে কয় গিৰিকাই — কিন্তু ...............

বসুৰাজ— মিথ্যা দ্বিধা কিয়, গিৰিকা?

গিৰিকা— মিথ্যা নহয়, বসুৰাজ।

বিস্মিত হৈ প্ৰশ্ন কৰে বসুৰাজে— মোৰ জীৱন সঙ্গিনী হ'বলৈ তোমাৰ মনত জানো কিবা আপত্তি আছে?

গিৰিকা—আপুনি কওক বসুৰাজ, এই পৰিচয়হীনা নাৰী জানো সংসাৰৰ কোনো মানুহৰ প্ৰেমিকা হ'ব পাৰিব? আপোনাৰ জানো সন্দেহ নহয় বসুৰাজ, গিৰিকাৰ এই ফুলকুমলীয়া বক্ষৰ অভ্যন্তৰত কোনো প্ৰেমহীন হৃৎপিণ্ড লুকাই থাকিব পাৰে? আপোনাৰ জানো ভুলতেও ভয় নহয় বসুৰাজ, গিৰিকা নামে এই বনচাৰিণী নাৰীৰ শোণিতত ভয়ঙ্কৰ এক বিষাক্ত সংস্কাৰ লুকাই থাকিব পাৰে?

হঠাৎ চঞ্চল হৈ উঠে বসুৰাজৰ বক্ষৰ নিঃশ্বাস। অপলক নেত্ৰে তেওঁ গিৰিকাৰ মুখৰ ফালে চাই থাকে, যেন অষ্টাদশ বৎসৰ পূৰ্বৰ এটা ঘটনাৰ স্মৃতিয়ে বসুৰাজৰ কল্পনাত হঠাৎ আতলনাদ কৰি উঠে। চিৎকাৰধ্বনিৰ দৰে বিচলিত স্বৰে সোধে বসুৰাজে—তোমাৰ জন্মপৰিচয় দিয়া, অপৰিচিতা। কোৱা, কোন তোমাৰ মাতা?

গিৰিকা—মোৰ মাতা শুক্তিমতী।

চকু মুদি আৰু স্তব্ধ হৈ থাকে বসুৰাজ। গিৰিকাৰ মাত্ৰ একাষাৰ কথাৰ আঘাতত বসুৰাজৰ সকলো প্ৰশ্ন হঠাৎ স্তব্ধ হৈ যায়। শিষ্টপ্ৰতিপালক বসুৰাজৰ হাতৰ বেণুদণ্ড থৰ্‌থৰ্ কৰে কঁপি উঠে, যেন এক বিদ্ৰূপৰ অট্টহাস্যত চূৰ্ণ হৈ যায়

বসুৰাজৰ কঠোৰ ন্যায়বিধিৰ প্ৰাচীৰ। যেন অষ্টাদশ বৎসৰ পূৰ্বৰ এক প্ৰভাতৰ ক্ৰন্দনৰতা এক নাৰীৰ অশ্ৰুসমাচ্ছন্ন চক্ষুৰ আৱেদন ইমান দিন পিচত বসুৰাজৰ সম্মুখলৈ আহি প্ৰশ্ন কৰিছে— এতিয়া কওক শিষ্টপ্ৰতিপালক বসুৰাজ, সেই প্ৰাণ জানো সঁচাকৈয়ে অন্ত্যজাধম প্ৰাণ?

বসুৰাজৰ ভাবনাভিভূত আৰু ব্যথিত নয়নযুগলৰ পৰা দুধাৰি চকুলো ওলাই আহি মাটিত বাগৰি পৰে।

তাকে দেখি গিৰিকা চমকি উঠে। বিচলিতভাৱে তাই সেই অশ্ৰু-মুক্তা ধাৰণ কৰাৰ কাৰণে হস্ত প্ৰসাৰিত কৰি বসুৰাজৰ ওচৰত থিয় হয় আৰু ব্যথিতস্বৰে প্ৰশ্ন কৰে—এয়া কি?

সিক্ত আৰু মুদ্ৰিত নেত্ৰলোস বিকশিত কৰি গিৰিকাৰ মুখৰ ফালে চাই থাকে বসুৰাজে। পিছমুহূৰ্ততে কাঞ্চনলতাৰ দৰে ললিততনু গিৰিকাক দুই বাহুৰে আঁকোৱালি ধৰি বক্ষোলগ্ন কৰে, যেন তেওঁৰ মিথ্যা ন্যায়বিধিৰ অন্ধকাৰ চূৰ্ণ কৰি দি অদ্ভুত সত্যৰ সুস্বপ্ন শৰীৰিণী হৈ ইমানদিনৰ মূৰত তেওঁৰ দেখা দিছে।

গিৰিকাই কয়—ভুল নকৰিব, বসুৰাজ। মই যে এজনী নিগৃহীতাৰ নিৰানন্দ জীৱনৰ আৰ্তনাদৰ পৰা উদ্ভুতা, আপোনাৰ ন্যায়বিধিৰ ঘৃণিতা আৰু নিন্দিতা নাৰী।

বসুৰাজ—তুমি সুনিৰ্মলা। তুমি অনৱৰীণা, অনৱগীতা।

গিৰিকা—মই এই জগতৰ দুৰ্ঘটনা; মই বিনা অভিলাষৰ সৃষ্টি। আপুনি মোৰ জন্মপৰিচয় জানে, বসুৰাজ।

গিৰিকাৰ প্ৰতিবাদ চকিত চুম্বনৰ আঘাতেৰে স্তব্ধ কৰি দি বসুৰাজে কয়— তুমি নাজানা, তোমাৰ মাতা শুক্তিমতীয়েও নাজানে তোমাৰ জন্মপৰিচয়। ময়ো জনা নাছিলো গিৰিকা, কিন্তু আজি মই জানিছো।

বুজিব নোৱাৰি প্ৰশ্নাকুল নয়নে প্ৰণয়বিৱশ বসুৰাজৰ মুখৰ ফালে চাই থাকে গিৰিকাই।

বসুৰাজে কয়—এই নিখিলৰ সকলো প্ৰাণৰ পিতা যি, তেওঁৰেই অভিলাষৰ সৃষ্টি তুমি।

# ৰুৰু আৰু প্ৰমদ্বৰা

মহাতেজা প্ৰমতিৰ পুত্ৰ ৰুৰু মহৰ্ষি স্থূলকেশৰ আশ্ৰমলৈ আহি মহৰ্ষিৰ সাক্ষাৎ নাপাই উভতি যাবলৈ উদ্যত হৈছিল। কিন্তু হঠাৎ তেওঁ ছায়াপাণ্ডুৰ সন্ধ্যাকাশৰ কোলাত নহয়, অজস্ৰ সৌৰভৰম্য আশ্ৰম-প্ৰাঙ্গণৰ লতাপ্ৰাচীৰৰ ছায়াচ্ছন্ন অন্তৰালত যেন এটি লুকাই থকা পূৰ্ণিমাৰ কোৰক দেখিবলৈ পালে।

আগবাঢ়ি গৈ ৰুৰুৱে বুজিব পাৰিলে তেওঁৰ অনুমান মিথ্যা নহয়। ৰূপাভিৰামা এজনী কুমাৰী। যেন পূৰ্ণিমাৰাত্ৰিৰ আকাশলোকৰ পৰা কৌমুদীকণিকা আহৰণ কৰি কোনোবা শিল্পীয়ে এই তৰুণীৰ দেহকান্তি ৰচনা কৰিছে। ভুল নহ'ব, যদি জ্যোৎস্নাপিপাসী চকোৰ এই মুহূৰ্ততে আহি মহৰ্ষি স্থূলকেশৰ আশ্ৰম নিভৃতৰ এই লতাপ্ৰাচীৰৰ ওপৰত লুটি খাই পৰে। ভুল নহ'ব, যদি দক্ষিণ সমীৰ চন্দনৰ সুগন্ধ কঢ়িয়াই লৈ ইয়ালৈ ধাৱিত হয়। এই স্মিতাননৰ শুভ্ৰৰশ্মিৰ স্পৰ্শ পাই আৰু স্নিগ্ধ হৈ উঠিব দক্ষিণ সমীৰ।

প্ৰশ্ন কৰে ৰুৰুৱে— তোমাৰ পৰিচয় জানিবলৈ ইচ্ছা কৰোঁ, শুচিস্মিতা।

কুমাৰীয়ে কয়— মই মহৰ্ষি স্থূলকেশৰ কন্যা প্ৰমদ্বৰা। আপুনি কোন?

— মই ভাৰ্গৱ গৌৰৱ প্ৰমতিৰ পুত্ৰ ৰুৰু।

পূৰ্ণিমাৰ কোৰকৰ দৰে সুযৌৱনা কুমাৰীৰ ৰূপৰুচিৰ তনুভঙ্গিমাৰ ফালে বিস্ময় বিচলিত বক্ষৰ তৃষ্ণা লৈ চাই থাকে ৰুৰুৱে। তেওঁৰ দুই চক্ষুৰ কৌতূহল যেন দুঃসহ এক আগ্ৰহত চঞ্চল হৈ উঠে। ঋষিৰ কন্যা, আশ্ৰমচাৰিণী, কিন্তু তপস্বিনী নহয়। মুগ্ধ হৈ চাই থাকে ৰুৰুৱে, যেন নিদ্ৰিতা কেতকীৰ নিশীথৰ বাসনাৰ দৰে সুস্বপ্নবিহসিত এক কামনাৰ শিহৰণ এই নাৰীৰ অধৰপুটত শুই আছে। পৰাগচিহ্ন বিয়পি আছে নাৰীৰ চম্পকগৌৰ গ্ৰীৱাৰ ওপৰত; বোধহয় অপৰাহ্ণৰ পুষ্পৰেণুমেদুৰ ভ্ৰমৰৰ মদামোদিত চুম্বনৰ স্মৃতি। বৰবৰ্ণিনী প্ৰমদ্বৰাৰ কপালত কিহবাৰ ৰেণু বৰ্ণমনোহৰ তিলকৰ দৰে অঙ্কিত আছে। দেখি বুজি পায় ৰুৰুৱে লুব্ধ প্ৰজাপতি তাৰ পক্ষধূলিৰ চিহ্ন এৰি থৈ গুচি গৈছে। বিশ্বাস হয়, এই ৰূপৰম্যাৰেই পীনবক্ষৰ আলিঙ্গন লাভ কৰি ফুটি উঠিছে সৌ ৰক্তকুৰুবকৰ কুটনল।

ৰুৰুৱে কয়— সাৰ্থক তোমাৰ নাম।

প্ৰমদ্বৰা— কিয়, মোৰ নামৰ মাজত কি অৰ্থ দেখিছে?

ৰুৰু— তুমি প্ৰমদ্বৰা, তুমি এই পৃথিৱীৰ সকলো প্ৰমদাৰ মাজত শ্ৰেষ্ঠা।

তোমাৰ তনুশোভা উপভোগ কৰিবৰ কাৰণে, তোমাৰ প্ৰস্ফুট যৌৱনৰ সঙ্গ লাভৰ কাৰণে আকুল হৈ উঠিছে পৃথিৱীৰ সকলো পুষ্পকুঞ্জৰ ভ্ৰমৰ আৰু প্ৰজাপতি। ধন্য তোমাৰ ৰূপ।

কটাক্ষ দৃষ্টিৰে ৰুৰুৰ মুখৰ ফালে এবাৰ নিৰীক্ষণ কৰি মুখ ঘূৰাই অন্য ফালে চাই থাকে প্ৰমদ্বৰাই। যেন তাইৰ মনৰ স্বপ্ন এটি আকস্মিক আঘাতত আহত হৈছে। এনেকুৱা প্ৰগলভ প্ৰশংসা আশা নকৰে প্ৰমদ্বৰাই আৰু এই প্ৰশংসা যে প্ৰশংসাই নহয়। অধন্য এই ৰূপ, যদি এই ৰূপ কেৱল এজনী প্ৰমোদসঙ্গিনী প্ৰমদাৰ ৰূপ মাত্ৰ হয়। কি আনন্দ আছে সেই নাৰীৰ জীৱনত, যি নাৰীৰ জীৱন কেৱল দিবানিশিৰ প্ৰমদাৰ জীৱন?

ৰুৰুৱে আহ্বান কৰে— বিম্বোষ্ঠী প্ৰমদ্বৰা!

চমক খাই মুখ তুলি ব্যথিত নেত্ৰে ৰুৰুৰ মুখৰ ফালে চাই প্ৰমদ্বৰাই কয়— ঋষিৰ কুমাৰী কন্যাৰ প্ৰতি এই সম্ভাষণ সমীচীন হোৱা নাই।

ৰুৰু— মই মোৰ আকাঙ্ক্ষিতা নাৰীক আহ্বান কৰিছোঁ।

প্ৰমদ্বৰা— ক্ষমা কৰক প্ৰমতিতনয়, মই আপোনাৰ আকাঙ্ক্ষাৰ পৰিচয় অলপো পোৱা নাই।

ৰুৰু— মোৰ এই মুগ্ধ চকুৰ ফালে চাই জানো তুমি একোকে বুজিব পৰা নাই?

প্ৰমদ্বৰা— হয়, বুজিব পাৰিছোঁ, আপোনাৰ সৌ সুন্দৰ চকু দুটা মাথো মুগ্ধ হৈছে।

ৰুৰু— মুগ্ধ হৈছে মোৰ এই দেহৰ সমলো শোণিতকণিকা, সন্ধ্যাৰুণৰ ৰক্তৰাগে ৰঞ্জিত হৈ যেনেকৈ মুগ্ধ হৈ উঠে সুশ্বেত শাৰদ মেঘৰ বক্ষৰ পৰমাণু। শালীন নয়না বনহৰিণীৰ দৰে হে নিবিড়েক্ষণা নাৰী, তোমাৰ নেত্ৰবিচ্ছুৰিত ৰশ্মি বহ্নিৰূপে মোৰ অন্তৰত প্ৰৱেশ কৰিছে। হে ক্ষীণকটিমধুৰা শোভনাঙ্গী, তোমাৰ সৌ অনুপম অঙ্গহিল্লোল পান কৰিবৰ কাৰণে প্ৰমতি তনয়ৰ এই আলিঙ্গনোৎসুক দুটি বাহু বাসনাবিহ্বল হৈ উঠিছে। আহাঁ, এই শুভক্ষণত ক্ষণপ্ৰণয়ৰ মহোৎসৱত জীৱন ধন্য কৰা, শুভাননা।

আৰ্তনাদ কৰি পিচুৱাই আঁতৰি যায় প্ৰমদ্বৰা, যেন এক বিষধৰৰ গৰলময় নিঃশ্বাসৰ বায়ু তাইৰ অঙ্গত আহি লাগিছে। কি ভয়ংকৰ এক আকাঙ্ক্ষাৰ প্ৰাণী

ভাৰ্গৱগৌৰৱ প্ৰমতিৰ পুত্ৰৰ মূৰ্তি ধৰি তাইৰ সন্মুখত আহি থিয় দিছে।

বেদনাদগ্ধ স্বৰে ৰুৰুৱে কয়— তুমি তপস্বিনী নোহোৱা প্ৰমদ্বৰা।

-প্ৰমদ্বৰা— মই তপস্বিনী নহওঁ।

ৰুৰু— তেনেহ'লে কিয় এই কঠোৰ কুণ্ঠা?

প্ৰমদ্বৰা— মই সাধাৰণী, মই ঋষি পিতাৰ স্নেহত পালিতা কন্যা, মই কুমাৰী, এই কুণ্ঠা যে মোৰ জীৱনৰ ধৰ্ম।

ৰুৰু— এনেকুৱা ধৰ্মৰ কোনো অৰ্থ নহয়।

প্ৰমদ্বৰাই কুপিত স্বৰে কয়— বুজিছোঁ, আপোনাৰ পৌৰুষ ধৰ্মহীন হৈছে প্ৰমতিতনয়! আপুনি প্ৰস্থান কৰক। আপোনাৰ সান্নিধ্য মই সহ্য কৰিব পৰা নাই।

অপলক নেত্ৰে বিস্ময়াবিষ্টৰ দৰে ঋষিকুমাৰী প্ৰমদ্বৰাৰ মুখৰ ফালে চাই এই নিষ্ঠুৰ ধিক্কাৰ বাণীৰ অৰ্থ বুজিবলৈ চেষ্টা কৰে ৰুৰুৱে, কিন্তু বুজিব নোৱাৰে। কোপকঠোৰ স্বৰে ধিক্কাৰবাণী শুনাই দিছে প্ৰমদ্বৰাই। কিন্তু কিয়? বসন্তৰ কুঞ্জবনৰ পুষ্প জানো পিকনাদ শুনি বিমৰ্ষ হয়। কলহংসৰ কণ্ঠস্বৰ শুনি জানো জলনলিনী কুপিতা হয়? নীলাঞ্জনৰ ছায়া দেখি জানো দুঃখিত হয় সুনিবিড়া নীপবনলেখা?

অভিমানকাতৰ কণ্ঠে ৰুৰুৱে কয়— তোমাৰ এই ধিক্কাৰ বাণীৰ অৰ্থ বুজিব পৰা নাই।

প্ৰমদ্বৰা— মই অপ্সৰা নহয়, প্ৰমতিতনয়, ক্ষণ প্ৰণয়ৰ ঘৃণ্য আনন্দত আত্মসমৰ্পণ কৰিব নোৱাৰে কোনো ঋষি কুমাৰীয়ে।

কিছুসময় নিঃশব্দে থিয় হৈ থাকে ৰুৰু। তাৰপিচত শান্তভাৱে কয়— শুনা ঋষিকুমাৰী, মই মোৰ পিতা-মাতাৰ ক্ষণপ্ৰণয়ৰ সন্তান।

চমকি উঠে প্ৰমদ্বৰা— আপোনাৰ এই কথাৰ অৰ্থ কি, প্ৰমতিতনয়?

ৰুৰু— অপ্সৰা ঘৃতাচী মোৰ মাতা।

প্ৰমদ্বৰাই নিষ্পলক নেত্ৰে প্ৰমতিতনয় ৰুৰুৰ মুখৰ ফালে চাই থাকে।

ৰুৰুৱে কয়— বিস্মিত হৈ কি চাইছা নাৰী? ক্ষণপ্ৰণয়ৰ সন্তান জানো

দেখিবলৈ মানুহৰ দৰে নহয়?

প্ৰমদ্বৰাৰ চকুযুৰি অকস্মাৎ বাষ্পাচ্ছন্ন হৈ উঠে।

ৰুৰুৱে কয়— অকাৰণে বেদনাৰ্ত হৈছা কিয় নাৰী?

প্ৰমদ্বৰা— ময়ো আচলতে ঋষিকুমাৰী নহয়, প্ৰমতিতনয়।

ৰুৰু— তেনেহলে কোন তুমি?

প্ৰমদ্বৰা— মই মহৰ্ষি স্থূলকেশৰ পালিতা কন্যা। মোৰ পিতা গন্ধৰ্ব বিশ্বাবসু, মাতা অপস্বৰা মেনকা। ময়ো ক্ষণপ্ৰণয়ৰ সন্তান।

প্ৰসন্নচিত্ত ৰুৰুৰ মুখ আনন্দত দীপ্ত হৈ উঠে। হাস্যতৰলিত কণ্ঠস্বৰে ৰুৰুৱে কয়— কিন্তু তাৰ কাৰণে দুঃখ কিয় প্ৰমদ্বৰা?

প্ৰমদ্বৰা— তাৰ কাৰণে নহয়, মোৰ ৰূঢ় ভাষণত আপুনি ব্যথিত হৈছে।

ৰুৰু— ব্যথিত হোৱা নাই, তোমাৰ কঠোৰ কুণ্ঠাৰ নিষ্ঠুৰতাত বিস্মিত হৈছিলো। অপস্বৰাতনয়া প্ৰিয়হাসিনী প্ৰমদ্বৰা, গন্ধৰ্বনন্দিনী মঞ্জুভাষিণী প্ৰমদ্বৰা, আহাঁ, সকলো কুণ্ঠা পৰিহাৰ কৰি অপ্সৰাতনয়ৰ ক্ষণপ্ৰণয়ৰ অনুৰাগে ৰঞ্জিত কণ্ঠমাল্য গ্ৰহণ কৰা। এই স্নিগ্ধ সন্ধ্যাৰ আশীৰ্বাদত ধন্য হওক আমাৰ মিলন আৰু কাৰো আশীৰ্বাদ নিবিচাৰোঁ।

প্ৰমদ্বৰা— কিন্তু . . .।

ৰুৰু— মিথ্যা দ্বিধা বৰ্জন কৰাঁ, প্ৰমদ্বৰা। তুমি ঋষিকন্যা নোহোৱা।

প্ৰমদ্বৰাৰ সুন্দৰ মুখখনিয়ে তাপিতা কেতকীৰ দৰে যেন নীৰৱে বেদনাৰ জ্বালা সহ্য কৰি থাকে। উত্তৰ নিদিয়ে প্ৰমদ্বৰাই। তাইৰ চকুলোৰে উপচি পৰা চকু দুটা মাথো ছলছলীয়া হৈ উঠে।

অকস্মাৎ আশাহত স্বৰে আক্ষেপ কৰি উঠে ৰুৰুৱে— বুজিছো প্ৰমদ্বৰা।

প্ৰমদ্বৰা— কি বুজিছে?

ৰুৰু — তুমি অন্য কোনো প্ৰেমিকৰ আকাঙ্ক্ষিতা নাৰী, সেয়েহে মোৰ আহ্বান ইমান সহজে তুচ্ছ কৰিব পাৰিছা।

আৰ্তনাদ কৰি উঠে প্ৰমদ্বৰাই— অকাৰণে নিষ্ঠুৰ নহব, প্ৰমতিতনয়। আপুনি মোৰ জীৱনৰ একমাত্ৰ বাঞ্ছিত পুৰুষ। আপুনি মোৰ স্বপ্ন, আপোনাৰ

প্ৰতীক্ষাতে আছো মই, আপুনি মোৰ অন্তৰ মন্দিৰৰ একমাত্ৰ বিগ্ৰহ।

**ৰুৰু—** বিশ্বাস কৰিব পৰা নাই।

**প্ৰমদ্বৰা—** বিশ্বাস কৰক। উপবনপথত থিয় হৈ দূৰৈৰ পৰা মই আপোনাক দেখিছো, কিন্তু আপুনি মোক দেখিবলৈ পোৱা নাই, ঋষি পিতাৰ পালিতা এজনী আশ্ৰমচাৰিণী কুমাৰীৰ চকু তেতিয়া যে কি এক বেদনাত সজল হৈ উঠিছিল। পথৰ ওপৰত নৱমুকুলৰ স্তৱক পেলাই থৈ তৰুচ্ছায়াৰ অন্তৰালত লুকাই আছো। আপোনাৰ চৰণস্পৰ্শত আহত সেই মুকুলস্তৱক তুলি লৈ এই আশ্ৰমৰ কুটীৰলৈ উভতি আহিছো। কোনেও দেখা নাই, কোনো সাক্ষী নাই, কেৱল আকাশৰ পৰা দেখিছে প্ৰতিপদৰ চন্দ্ৰলেখাই, কুমাৰী প্ৰমদ্বৰাই কিমান শ্ৰদ্ধা আৰু কিমান আগ্ৰহে সেই নৱমুকুলৰ স্তৱকেৰে তাইৰ কৱৰী শোভিত কৰিছে। আপোনাক প্ৰণাম কৰাৰ সৌভাগ্য কোনোদিনে হোৱা নাই এই প্ৰণয়ভীৰু কুমাৰীৰ, কিন্তু আপোনাৰ পদস্পৰ্শপূত পথধূলি তুলি লৈ এই কুমাৰীয়ে আপোন হাতে তাইৰ শূন্য সীমন্তসৰণি কতবাৰ লিপ্ত কৰিছে। আপুনি পূজ্য, আপুনি প্ৰিয়, আপুনি এই আশ্ৰমচাৰিণীৰ চিৰকালৰ প্ৰেমৰ আস্পদ।

**ৰুৰুৱে** আহ্বান কৰে— প্ৰিয়া প্ৰমদ্বৰা।

**প্ৰমদ্বৰা—** এই সম্ভাষণ চিৰন্তন হওক, প্ৰিয় প্ৰমতিতনয়।

**ৰুৰুৱে বিৰক্তভাৱে প্ৰশ্ন কৰে—** চিৰন্তন? চিৰন্তন হ'ব কেনেকৈ?

**প্ৰমদ্বৰা—** চিৰপ্ৰণয়ত।

**ৰুৰু—** বিবাহ বন্ধনত?

**প্ৰমদ্বৰা—** হয়।

**উচ্চহাস্যে প্ৰমদ্বৰাৰ চিৰপ্ৰণয়ৰ অভিলাষ যেন বিদ্ৰূপত ছিন্ন কৰিবৰ কাৰণে কৈ উঠে ৰুৰুৱে— চিৰপ্ৰণয়ৰ বন্ধন স্বীকাৰ কৰিবলৈ বিচাৰা ক্ষণপ্ৰণয়িনী অপ্সৰাৰ কন্যা?**

**প্ৰমদ্বৰাই কয়— হয় প্ৰমতিতনয়, মই আপোনাৰে জীৱনৰ চিৰসঙ্গিনী হ'বলৈ বিচাৰোঁ।**

**ৰুৰু—** কিয়?

**প্ৰমদ্বৰা— নাৰীৰ জীৱন ক্ষণপ্ৰণয়িনী প্ৰমদাৰ জীৱন নহয়।**

ৰুৰু— তেনেহ'লে কিহৰ জীৱন?

প্ৰমদ্বৰা— দয়িতাৰ জীৱন।

ৰুৰু— সি কেনেকুৱা জীৱন?

প্ৰমদ্বৰা— যি জীৱনত সৰ্বক্ষণ শুনিবলৈ পাম আপোনাৰ প্ৰাণৰ আহ্বান। আপোনাৰ শান্তিত আপুনি বিচাৰিব মোৰ সান্নিধ্য, মোৰ সেৱা, আপোনাৰ সংকল্পত আপুনি বিচাৰিব মোৰ সাহায্য।

প্ৰমতিতনয় ৰুৰুৱে ভাবে, যেন চতুৰা এজনী বাচালিকা নাৰীয়ে সুন্দৰ কথাৰ ছলনাৰে তাইৰ আজিৰ কঠোৰ হৃদয়ৰ অপৰাধ আৰু প্ৰত্যাখ্যানৰ নিষ্ঠুৰতা লুকাই ৰাখিবলৈ চেষ্টা কৰিছে। যাৰ জীৱনৰ দয়িতা হ'বলৈ বিচাৰে এই নাৰীয়ে, তাৰেই বক্ষৰ এই মুহূৰ্তৰ ব্যাকুলতা উপেক্ষা কৰি কি আনন্দ লাভ কৰিছে এই বিচিত্ৰহৃদয়া প্ৰেমিকাই?

যেন শেষ বাৰৰ কাৰণে প্ৰমদ্বৰাৰ হৃদয় পৰীক্ষাৰ কাৰণে ব্যগ্ৰভাৱে হস্ত প্ৰসাৰিত কৰি ৰুৰুৱে কয়— প্ৰিয়া প্ৰমদ্বৰা, তোমাৰ সেই স্নিগ্ধ কৰপল্লৱ তোমাৰ দয়িতৰ হাতত সমৰ্পণ কৰাঁ। সাক্ষী থাকক সন্ধ্যাকাশৰ তাৰকা, দয়িতৰ আকাঙ্ক্ষ চুম্বনত সিক্ত হওক প্ৰেমিকা প্ৰমদ্বৰাৰ কৰপল্লৱ।

হাত দুখন অঞ্জলিবদ্ধ কৰি সিক্ত নেত্ৰে আৰু সাগ্ৰহ স্বৰে প্ৰমদ্বৰাই কয়— আজি মোক ক্ষমা কৰক আৰু মোৰ এটি অনুৰোধ বাণী শুনক।

ৰুৰু— কোৱাঁ।

প্ৰমদ্বৰা— মহৰ্ষি স্থূলকেশৰ ওচৰলৈ গৈ মোৰ পাণিগ্ৰহণৰ ইচ্ছা জ্ঞাপন কৰক।

চিৎকাৰ কৰি উঠে ৰুৰুৱে— বিবাহৰ প্ৰস্তাৱ?

প্ৰমদ্বৰা— হয়। আহক এক শুভক্ষণত, আহাক মোৰ ঋষিপিতাৰ আশীৰ্বাদত পূত এই ভৱনত, আহক এক মাঙ্গল্য উৎসৱৰ অঙ্গনত, আপোনাৰ এই প্ৰেমিকা প্ৰমদ্বৰাৰ আজিৰ এই ভীৰু পাণি সেইদিনা নিৰ্ভয় আনন্দত আপোনাৰে পাণিত আত্মসমৰ্পণ কৰিব।

নিষ্পলক নেত্ৰে প্ৰমদ্বৰাৰ মুখৰ ফালে চাই যেন তেওঁৰ অপমানিত আকাঙ্ক্ষাৰ জ্বালা সহ্য কৰিবলৈ চেষ্টা কৰে ৰুৰুৱে। সন্ধ্যাকাশৰ নক্ষত্ৰকো

অপমানিত কৰিলে এই নাৰীয়ে। এই নাৰীৰ কঠিন আৰু অদ্ভুত এক লোকবিধিশাসিত হৃদয়ৰ কাষত প্ৰণয়ৰ ৰীতিয়ে কেৱল পূজ্য হৈ উঠিছে, প্ৰণয় নহয়।

তথাপি প্ৰতিবাদ কৰিবলৈ নোৱাৰে প্ৰমতিতনয় ৰুৰুৱে, এই নাৰীৰ প্ৰস্ফুট অধৰৰ দ্যুতি তুচ্ছ কৰি গুচি যাবলৈ ইচ্ছা নকৰে। ৰুৰুৱে জানে, যদি এই মুহূৰ্ততে চিৰপ্ৰণয়াকাঙ্ক্ষিণী এই নাৰীক ঘৃণা কৰিব পাৰিলেহেঁতেন, তেনেহ'লে ধিক্কাৰ আৰু অভিশাপ দি এতিয়াই তেওঁ গুচি যাব পাৰিলেহেঁতেন, কিন্তু সেইটো যে অসম্ভৱ। ধন্য এই নাৰীৰ সুৰম্য যৌৱন, ঘৃণ্য কেৱল এই নাৰীৰ প্ৰণয়ৰ ৰীতি। কিন্তু নাজানে এই আশ্ৰমচাৰিণী নাৰীয়ে, কত সহজে এই ৰীতিকো ছলনা কৰিব পাৰি। সংকল্প কৰে ৰুৰুৱে, সুন্দৰ কথাৰ ছলনাৰে এই কঠোৰ মাঙ্গল্য উৎসৱৰ শাসন আৰু চিৰপ্ৰণয়ৰ ৰীতি ব্যৰ্থ কৰি দিব লাগিব।

ৰুৰুৱে কয়— সেয়ে হ'ব, তোমাৰ অনুৰোধ জয় হওক।

প্ৰমদ্বৰা— জয়ী হওক আপোনাৰ হৃদয়ৰ প্ৰেম।

মহৰ্ষি স্থূলকেশৰ আশ্ৰমৰ ফালে পিঠি দি ৰুৰুৱে প্ৰস্থান কৰিলে। পাচৰ ফালে মুখ ঘূৰাই নাচালে। গতিকে দেখিবলৈ নাপালে ৰুৰুৱে, পূৰ্ণিমাৰ কলিকাৰ দৰে সেই ৰূপাভিৰামা নাৰীয়ে পূজাৰ্থিনীৰ দৰে সশ্ৰদ্ধ আগ্ৰহেৰে তেওঁৰেই পদপীড়িত তৃণ চয়ন কৰি তাইৰ বিহাৰ আচলত বান্ধি ৰাখিছে।

জয়ী হৈছে প্ৰমদ্বৰাৰ অনুৰোধ। আশ্ৰমৰ লতা প্ৰাচীৰৰ অন্তৰালত থিয় হৈ শুনিবলৈ পাইছে প্ৰমদ্বৰাই, ভাৰ্গৱগৌৰৱ প্ৰমতি স্বয়ং আহি মহৰ্ষি স্থূলকেশৰ পালিতা কন্যা প্ৰমদ্বৰাক পুত্ৰবধূৰূপে গ্ৰহণ কৰাৰ ইচ্ছা জ্ঞাপন কৰিছে। প্ৰস্তাৱত সম্মত হৈছে মহৰ্ষি। সানন্দে আৰু সাশ্ৰুনয়নে পিতৃ স্থূলকেশে তেওঁৰ কন্যাক প্ৰমতিতনয় ৰুৰুৰ হাতত সম্প্ৰদানৰ প্ৰতিশ্ৰুতি ঘোষণা কৰি মন্ত্ৰপাঠ কৰিছে। সেইদিন আসন্ন, যিদিনা সন্ধিয়াৰ আকাশত হীৰক বিন্দুৰ দৰে তাৰকা উত্তৰ ফাল্গুনী ফুটি উঠিব। সেই সন্ধিয়া প্ৰমদ্বৰাৰ প্ৰেমৰ পুৰুষ প্ৰমতি তনয় ৰুৰুৱে শুভবিবাহৰ মাঙ্গল্য উৎসৱৰ মাজত আবিৰ্ভূত হৈ প্ৰমদ্বৰাৰ পাণি গ্ৰহণ কৰিবা আশ্ৰমচাৰিণী নাৰীৰ পুষ্পচয়নৰত হাত সেইদিনা প্ৰেমিকৰ পাণিস্পৰ্শত ধন্য হ'ব।

আশ্ৰমসৰোবৰ সলিলশোভাৰ পিনে নহয়, অন্য প্ৰান্তত উপবনবীথিকাৰ পিনে তৃষ্ণাতুৰাৰ দৰে চাই সেইদিনা থিয় হৈ আছিল প্ৰমদ্বৰা। নবীনাৰ্ককিৰণত

উদ্ভাসিত হৈছে উপবনস্থলী। বিহগৰ কাকলী আৰু মধুপৰ গুঞ্জনত যেন এক উৎসৱৰ আনন্দ নিঃস্বনিত হৈ উঠিছে। প্ৰাতঃকালীন পদুমৰ সৌৰভত বায়ু বিহ্বল হৈছে।

ফুল তুলিবৰ কাৰণে ধীৰে ধীৰে আগবাঢ়ি আহি উপবনস্থলীৰ প্ৰান্তত থিয় হয় প্ৰমদ্বৰা। কিন্তু অদূৰৰ তৃণাচ্ছাদিত পথৰেখাৰ ফালে আকৌ তৃষ্ণাতুৰাৰ দৰে চাই থাকে। এয়ে তো সেই পথ, যি পথৰ প্ৰান্তত প্ৰতিপ্ৰভাতত তাইৰ হৃদয় বৰেণ্য প্ৰেমিকৰ মূৰ্তিক অভ্যুদিত হোৱা দেখিছে প্ৰমদ্বৰাই।

— প্ৰিয়া প্ৰমদ্বৰা।

আহ্বান শুনি চমকিত হৈ পাচৰ ফালে চায় প্ৰমদ্বৰাই আৰু দেখিবলৈ পায়, তাইৰে প্ৰেমাস্পদ প্ৰমতিতনয় ৰুৰু থিয় হৈ আছে।

— বাগ্‌দত্তা প্ৰমদ্বৰা।

সম্ভাষণ শুনি ব্ৰীড়াভঙ্গে কুণ্ঠিত হৈ যেন অধৰযুগলৰ সুস্মিত আনন্দ গোপন কৰিবলৈ চেষ্টা কৰে প্ৰমদ্বৰাই।

ৰুৰুৱে কয়— মই এটা সপোন দেখিছো, প্ৰমদ্বৰা। নক্ষত্ৰ উত্তৰ-ফাল্গুনীয়ে আকাশত হাঁহিছে আৰু প্ৰেমব্যাকুলা এজনী নাৰীয়ে বিবাহৰ মাঙ্গল্য উৎসৱৰ পিচত এই উপবনৰ নিভৃতলৈ আহি তাইৰ পৰিণেতাৰ সঙ্গ লাভ কৰিছে।

প্ৰমদ্বৰাৰ অধৰ সুস্মিত হয়। তাৰপিচত?

ৰুৰু— তাৰপিচত সেই শুভৰজনীৰ শেষ মুহূৰ্ত পৰ্যন্ত মিলনোৎসৱৰ আনন্দ বক্ষোলগ্ন কৰি তৃপ্ত হ'ল দুয়োজনাৰ জীৱনৰ আকাঙ্ক্ষা।

প্ৰমদ্বৰা— তাৰপিচত?

ৰুৰু— তাৰপিচত ৰাতি পুৱালত শূন্য হৈ গ'ল উপবন।

প্ৰমদ্বৰা— তাৰপিচত ক'লৈ গ'ল সিহঁত দুজন?

ৰুৰু— দুয়ো দুফালে গুচি গ'ল, কোনেও কাৰো জীৱনৰ বন্ধন হৈ নুঠিল।

সন্দিগ্ধ দৃষ্টিৰে চায় আৰু ব্যথিত স্বৰে কয় প্ৰমদ্বৰাই— ই জানো

সঁচাকৈয়ে আপোনাৰ স্বপ্ন, অথবা কল্পনা?

ৰুৰুৱে কয়— মোৰ সংকল্প।

— সংকল্প? বাণবিদ্ধা কুৰঙ্গীৰ দৰে যন্ত্ৰণাক্ত প্ৰমদ্বৰাৰ নেত্ৰদ্বয় বাষ্পায়িত হৈ উঠে। প্ৰমদ্বৰাই কয়— এতিয়া মোৰ স্বপ্নৰ কথা জানো শুনিব?

ৰুৰু— কোৱাঁ।

প্ৰমদ্বৰা— মোৰ স্বপ্নৰ কথা শুনি মিথ্যা হ'ব প্ৰমতিতনয়ৰ সংকল্প। ক্ষণ-প্ৰণয়াভিলাষী প্ৰমতিতনয়ে দেখিবলৈ পাব, তেওঁৰ পৰিণীতা নাৰী ছলনাত মুগ্ধ নহয়, এৰাতিৰ কামনাৰ লীলাকুৰঙ্গীৰ দৰে এই উপবনলৈ তাই নাহে। প্ৰমদ্বৰাই ভুলতো কেতিয়াও সেই ভুল নকৰিব, যি ভুলৰ পৰিণাম নাৰীৰ শূন্যবক্ষৰ ব্যথিত পীযূষৰ চিৰক্ৰন্দন।

শুষ্ক আৰু কঠোৰ অথচ ব্যথিত দৃষ্টিৰে চাই ৰুৰুৱে কয়— তেনেহলে চিৰকালৰ বাবে বিদায় দিয়াঁ।

গুচি গ'ল প্ৰমতিতনয় ৰুৰু। যেন এক ভুজঙ্গীৰ নিৰ্বোধ হৃদয়ৰ নিষ্ঠুৰতা চূৰ্ণ কৰিবলৈ গৈ নিজেই পৰাহত আৰু চূৰ্ণ হৈ গৈছে। ভালেই হৈছে, মিথ্যা হৈ যাওক আকাশৰ উত্তৰফাল্গুনী। এজনী নাৰীৰ চিৰপ্ৰণয়ৰ বন্ধনে তেওঁৰ জীৱনৰ অভিশাপ হৈ উঠিবৰ কাৰণে স্বপ্ন দেখিছে। চূৰ্ণ হৈ যাওক সেই নাৰীৰ অভিসন্ধিৰ স্বপ্ন।

নিজ গৃহলৈ উভতি আহে প্ৰমতিতনয় ৰুৰু, কিন্তু অনুভৱ কৰে, তেওঁৰ মনৰ গভীৰত এটুকুৰা বিষণ্ণ মেঘৰ দৰে এটি স্তব্ধ দীৰ্ঘশ্বাসৰ আঁৰত যেন এক দুৰ্দান্ত বিদ্যুতৰ জ্বালা আশান্ত হৈ আছে। কিয়, কিহৰ কাৰণে এই বেদনা, বুজিবলৈ চেষ্টা কৰে, কিন্তু বুজিব নোৱাৰে। অপ্সৰা জীৱনক ঘৃণা কৰে অপ্সৰা তনয়া প্ৰমদ্বৰাই। কিন্তু কিয়? কি সুখৰ আশত নিজৰ জীৱনক চিৰপ্ৰণয়ৰ বন্ধনত বন্ধ কৰি এজন দয়িত পুৰুষৰ চৰণত সমৰ্পণ কৰিব বিচাৰে প্ৰমদ্বৰাই? কি লাভৰ লোভত? বুজিব পৰা নাযায়, কিন্তু মনত পৰে প্ৰমতিতনয়ৰ, আশ্ৰম-চাৰিণী সেই প্ৰেমিকাৰ ওচৰত এই প্ৰশ্ন কৰিবলৈ পাহৰি গৈছিল তেওঁ।

বহু সময় মধ্যাহ্নৰ খৰতাপিত প্ৰান্তৰৰ দৰে এক ছায়াহীন জগতৰ পথত দিক্‌ভ্ৰান্ত হৈ গৈছে। যেন তেওঁৰ কল্পনাত তৃষ্ণাত এক অসহায় শিশুৰ ক্ৰন্দনধ্বনিৰ কৰুণতা বাজি উঠিছে।

চমকি উঠে প্ৰমতিতনয় ৰুৰু আৰু তেওঁ বুজি পায়, তেওঁৰ জীৱনৰ এটি বিস্মিত অতীত যেন তেওঁৰ চেতনাৰ নিভৃতত কান্দি উঠিছে। পৰভৃতিকাৰ দৰে নিজৰ বুকুৰ সন্তানক আনৰ স্নেহপিঞ্জৰৰ ভিতৰত পেলাই থৈ গুচি গ'ল এজনী অপ্সৰা মাতা, কিন্তু পৰিত্যক্ত শিশুৰ ক্ৰন্দনধ্বনি শুনিও জানো সেই মাতৃৰ নয়নত বিন্দুমাত্ৰ অশ্ৰু দেখা নিদিলে সেইদিনা? দুই চক্ষুৰ উদ্‌গত অশ্ৰুবিন্দু মচি পেলাই বক্ষৰ দীৰ্ঘশ্বাস মুক্ত কৰে প্ৰমতিতনয়ে।

শূন্যবক্ষৰ চিৰক্ৰন্দন সহ্য কৰিব নোৱাৰিব, এয়া কি কথা কৈ পেলাইছে প্ৰমদ্বৰাই? কি ক'বলৈ বিচাৰিছে প্ৰমদ্বৰাই? মনত পৰাৰ লগে লগে আকৌ চমকি উঠে, যেন ছিন্নমেঘ আকাশৰ শশিলেখাৰ দৰে এক সত্যৰ ৰূপ হঠাৎ দেখিবলৈ পাইছে ৰুৰুৱে।

এতিয়াহে যেন প্ৰেমিকা প্ৰমদ্বৰাৰ স্বপ্নৰ অৰ্থ বুজিব পাৰিছে প্ৰমতিতনয় ৰুৰুৱে। তেনেহ'লে তেওঁ অমাতা হোৱাৰ অভিশাপৰ পৰা মুক্তি পাবলৈ বিচাৰে নেকি? সন্তানৰ পালয়িত্ৰী আৰু প্ৰেমিকৰ গৃহিণী হ'বলৈ বিচাৰে প্ৰমদ্বৰাই? অপ্সৰা জীৱনৰ সেই ভয়ৰ পৰা ৰক্ষা পাবলৈ বিচাৰে প্ৰমদ্বৰাই?

নিজৰ মনৰ এই প্ৰশ্নৰ আঘতত প্ৰমতিতনয়ৰ ক্ষণপ্ৰণয়লুব্ধ হৃদয়ৰ মূঢ়তা অকস্মাৎ চূৰ্‌মাৰ্ হৈ যায়। আকৌ তেওঁৰ মনত পৰে, আজিয়েই তো আকাশত উত্তৰফাল্‌গুনী ফুটি উঠাৰ তিথি।

ব্যথিত অপৰাধীৰ দৰে জীৱনৰ এক ভয়ংকৰ মূঢ়তাৰ পৰা পৰিত্ৰাণ পাবলৈ ব্যাকুল হৈ উপবনস্থলীৰ ফালে ধাৱিত হয় প্ৰমতিতনয়। স্নিগ্ধ উত্তৰফাল্‌গুনীৰ দৰে দ্যুতিময় যাৰ নিবিড়ায়ত নয়নৰ মণি, সেই চিৰপ্ৰেমৰ উপাসিকা প্ৰমদ্বৰা, তেওঁ জানো এতিয়াও তেওঁৰ চিৰদয়িতৰ প্ৰতীক্ষাত থিয় হৈ আছে?

উপবনস্থলীৰ নিভৃতলৈ আহি থিয় হয় ৰুৰু; আৰু দেখে, যি পুষ্পতৰুতলৰ তৃণভূমিৰ ওপৰত থিয় হৈছিল প্ৰমদ্বৰা, সেই ঠাইত এটা কৃষ্ণসৰ্পই ক্ৰীড়া কৰিছে। পল্লৱিত উপবন তৰুৰ শ্যামশোভাৰ ওপৰত অপৰাহ্নৰ আলোক ক্লান্ত হৈ লুটি খাই পৰিছে। কিন্তু প্ৰমদ্বৰা নাই।

ধীৰে ধীৰে অগ্ৰসৰ হৈ মহৰ্ষি স্থূলকেশৰ আশ্ৰমৰ লতাপ্ৰাচীৰৰ ওচৰত প্ৰমতিতনয় ৰুৰু থিয় হয়। শুনিবলৈ পায়, আশ্ৰমৰ এটা কুটীৰৰ অভ্যন্তৰত যেন বেদনাহত সঙ্গীতৰ দৰে কৰুণ বিলাপৰ বোল ৰাজি উঠিছে। অশ্ৰুৰুদ্ধকণ্ঠ মহৰ্ষি

স্থূলকেশৰ উচ্চাৰিত মন্ত্ৰস্বৰো শুনিবলৈ পায় ৰুৰুৱে। কুটীৰৰ দ্বাৰপ্ৰান্তলৈ আগবাঢ়ি আহি তেওঁ দেখিবলৈ পায়, কিশলয় বিস্তীৰ্ণ ভূমিশয্যাৰ ওপৰত শুই আছে সেই পূৰ্ণিমাৰ কোৰক। প্ৰমতিতনয় ৰুৰুক দেখি অধোবদনা আশ্ৰমৰ সখী সকলৰ বিলাপৰ ৰোল আৰু করুণ হৈ উঠে। সকলোৱে অনুৰোধ কৰে— আহক প্ৰমতিতনয়, আপোনাৰ প্ৰমদ্বৰাক আপুনিয়ে মৃত্যুমুখৰ পৰা ৰক্ষা কৰক।

— মৃত্যুমুখৰ পৰা?

— হয়, কৃষ্ণ সৰ্পৰ দংশনত বিষৰ জ্বালাত মূৰ্ছিতা হৈছে আপোনাৰ প্ৰিয়া প্ৰমদ্বৰা। এই মূৰ্ছাই মৃত্যু হৈ উঠিব প্ৰমতিতনয়, কৃষ্ণভুজঙ্গৰ গৰলত দগ্ধ হৈ গৈছে আপোনাৰেই প্ৰেমাভিষিক্ত পুষ্পৰ প্ৰাণ।

প্ৰিয়া প্ৰমদ্বৰা! আৰ্তনাদ কৰি প্ৰমদ্বৰাৰ মুখৰ ফালে চাই থাকে প্ৰমতিতনয় ৰুৰুৱে। কিন্তু সেই প্ৰিয়সম্ভাষণত প্ৰণয়িনীৰ নয়নকমলৰ অক্ষিপল্লৱে বিকশিত হৈ আৰু নাহাঁহিব। অধৰৰ ৰক্তৰাগ বিষৰ জ্বালাত নীলবৰ্ণ হৈ গৈছে, কুন্তলভাৰ চূৰ্ণ মেঘস্তৱকৰ দৰে লুটি খাই পৰি আছে। ৰক্ত পদ্মসম পদতলত জিলিকি আছে এটি ৰক্তবিন্দু, হিংস্ৰ কৃষ্ণসৰ্পৰ দংশনৰ চিহ্ন।

মহৰ্ষি স্থূলকেশ আহি সম্মুখত থিয় হোৱাৰ লগে লগে অশ্ৰুসিক্ত নেত্ৰে আৰু ব্যাকুল স্বৰে প্ৰশ্ন কৰে প্ৰমতিতনয় ৰুৰুৱে— কওক মহৰ্ষি, আপোনাৰ কন্যাৰ এই নিদ্ৰা জানো আৰু নাভাগিব?

মহৰ্ষিয়ে কয়— ভাগিব, যদি তোমাৰ জীৱনত কোনো সঞ্চিত পুণ্য আছে।

অশ্ৰুৰুদ্ধ স্বৰে মন্ত্ৰ পাঠ কৰে বৃদ্ধ মহৰ্ষিয়ে আৰু মন্ত্ৰপূত বাৰি কন্যাৰ ললাটত সস্নেহে ছটিয়াই দিয়ে।

কক্ষান্তৰলৈ গুচি যায় মহৰ্ষি, আৰু গুচি যায় আশ্ৰমৰ সখী সকল। নীৰৱ কুটীৰৰ নিভৃতত প্ৰমদ্বৰাৰ নিদ্ৰিত মুখৰ ফালে চাই বহি থাকে ৰুৰু। চাই থাকে ৰুৰুৱে, যেন মৃত্যুময় অথচ মধুৰ এটি স্বপ্নৰ স্নেহত নিমজ্জিত হৈ আছে তেওঁৰে জীৱনৰ উত্তৰফাল্গুনী। বোধহয়, কৃষ্ণসৰ্পৰ দংশনত নহয়, তেওঁৰেই ছলনাৰ বিষ সহ্য কৰিব নোৱাৰি উপবনৰ সেই কৃষ্ণসৰ্পৰ দংশন স্বেচ্ছাই গ্ৰহণ কৰিছে প্ৰমদ্বৰাই।

কিন্তু কি কৈ গৈছে মহৰ্ষিয়ে? কোনো সঞ্চিত পুণ্য আছে জানো ৰুৰুৰ

জীৱনত? যদি আছে কোনো পুণ্য, তেনেহ'লে হে নিখিল প্ৰাণৰ বিধাতা, সৌ দুটি সুৰুচিৰ অধৰৰ পৰা অপসাৰিত কৰা এই মৃত্যুময় নীলচ্ছায়া। প্ৰাৰ্থনা কৰে ৰুৰুৱে।

তাৰপিচত ৰুৰুৱে অতি ব্যগ্ৰভাৱে আৰু সাগ্ৰহে প্ৰমদ্বৰাৰ কোকনদপ্ৰতিম পদতল কোলাত তুলি লয়। কৃষ্ণসৰ্পৰ দংষ্ট্ৰাঘাতৰ চিহ্ন প্ৰেমিকৰ চুম্বনেৰে চিহ্নিত কৰি বিষ বেদনাৰ ৰক্তবিন্দু মছি পেলায়। ওঠত লাগি অহা গৰলৰ জ্বালাত প্ৰমতিতনয় ৰুৰু মূৰ্ছিত হৈ পৰে।

ৰুৰুৱে যেন এখন স্বপ্নৰাজ্যৰ মাজত থিয় হৈ সন্ধিয়াৰ আকাশৰ পিনে চাই আছে। তেওঁৰ জীৱনৰ আকাঙ্ক্ষিত উত্তৰফাল্গুনী আকাশত ফুটি উঠে নে নুঠে তাকে তেওঁ চাই আছে। কিন্তু একো দেখা নাযায়, কেৱল শুনা যায়, আকাশৰ বক্ষ স্পন্দিত কৰি যেন কাৰোবাৰ বাণী ধ্বনিত হৈছে।

প্ৰশ্ন কৰে ৰুৰুৱে— কাৰ বাণী তুমি, হে আকাশবাণী?

— মই এজন বাণীময় দেৱদূত।

— কোন দেৱতাৰ দূত?

— জীৱনৰ দেৱতাৰ দূত।

— মোক শান্তিদান কৰক, দেৱদূত।

দেৱদূতে কয়— ভুল ভাঙিছে জানো ক্ষণপ্ৰণয়াভিলাষী মূঢ়?

ৰুৰুৱে কয়— ভাঙিছে।

— আশ্ৰমচাৰিণী প্ৰমদ্বৰাক চিনিবলৈ পাৰিছা জানো?

— চিনিছো।

— কি চিনিছা? তোমাৰ জীৱনৰ প্ৰমদা, অথবা দয়িতা?

— দয়িতা।

— তেনেহ'লে তেওঁক মৃত্যুৰ পৰা ৰক্ষা কৰা।

— কেনেকৈ?

— তোমাৰ জীৱনৰ পুণ্য দান কৰি।

— কি পুণ্য আছে নাজানো।

— তোমাৰ প্ৰিয়াক তোমাৰ আয়ুৰ অৰ্ধদান কৰা।

— কওক, আকাশচাৰী দেৱদূত, কেনেকৈ মোৰ প্ৰাণহীনা প্ৰিয়াক মোৰ আয়ুৰ অৰ্ধেক দন কৰোঁ?

দেৱদূতে কয়— সেই দান সম্পন্ন হৈ গৈছে। তোমাৰ প্ৰাণৰ অৰ্ধ তোমাৰেই প্ৰিয়া প্ৰমদ্বৰাৰ দেহত সঞ্চাৰিত হৈ গৈছে।

ৰুৰু— বুজি পোৱা নাই দেৱদূত।

দেৱদূত— তোমাৰ প্ৰমদ্বৰাৰ পদতলৰ ক্ষতৰ পৰা বিষবেদনা নিজ অধৰপুটে আহৰণ কৰি তুমি তোমাৰ আয়ুৰ অৰ্ধেক হেৰুৱাইছা, কিন্তু প্ৰাণ লাভ কৰিছে তোমাৰ প্ৰিয়াই। শুনি সুখী হৈছা জানো প্ৰমতিতনয়?

অসীম আনন্দত উদ্বেল হয় ৰুৰুৰ কণ্ঠস্বৰ-শুনি ধন্য হলো দেৱদূত।

— কিয়?

— প্ৰিয়াহীন অনন্ত আয়ুতকৈ প্ৰিয়াৰ প্ৰণয়ত বিলীন এটি মুহূৰ্তৰ জীৱনকো যে প্ৰিয়তৰ বুলি মনত ধাৰণা হয়।

— ধন্য তোমাৰ প্ৰেম। সুহাস্য বৰ্ষণ কৰে আকাশৰ বাণীয়ে। গুচি যায় আকাশচাৰী দেৱদূত আৰু সেই স্বপ্নময় মূৰ্ছাৰ পৰা জাগি উঠে ৰুৰু। দেখিবলৈ পায়, আগৰ দৰে শুই আছে প্ৰমদ্বৰা।

— জাগাঁ, চিৰদয়িতা প্ৰমদ্বৰা। ব্যাকুল আগ্ৰহে আহ্বান কৰে প্ৰমতিতনয় ৰুৰুৱে। নিষ্প্ৰভ হৈ আহিছে অপৰাহ্নৰ আলোক। হঠাৎ দক্ষিণ সমীৰ আহি প্ৰমদ্বৰাৰ চূৰ্ণ কুন্তলৰ স্তবক লীলাভৰে চঞ্চলিত কৰি যায়। দেখিবলৈ পায় ৰুৰুৱে, তিৰোহিত হৈছে মৃত্যুময় গৰলৰ নীলচ্ছায়া, ফুটি উঠিছে প্ৰমদ্বৰাৰ প্ৰভাময় অধৰৰ কৌমুদীকণিকা।

আহ্বান কৰে প্ৰমতিতনয় ৰুৰুৱে। চিৰপ্ৰণয়ীৰ প্ৰাণৰ অৰ্ধ উপহাৰ গ্ৰহণ কৰি জাগি উঠা, প্ৰমদ্বৰা। প্ৰমতিতনয় ৰুৰুৰ জীৱন প্ৰাণ গৃহ আৰু সন্তান বাসনা তোমাৰে প্ৰতীক্ষাত ৰৈ আছে। প্ৰণয়ী প্ৰমতিতনয়ৰ প্ৰাণাৰ্ধা। প্ৰমদ্বৰা, মিথ্যা হৈ যাবলৈ নিদিবা তোমাৰ উত্তৰফাল্গুণী।

যেন বিকশিত হয় মুদ্ৰিত কমল কলিকা। চকু মেলি চায় প্ৰমদ্বৰাই। ইহজগতৰ এক প্ৰেমৰ সঙ্গীতে যেন তাইৰ অন্তৰ স্পৰ্শ কৰি মৃত্যুময় নিদ্ৰা ভাঙি

দিছে। কিন্তু প্ৰাণৰ অৰ্ধ উপহাৰ দি চিৰজীৱনৰ সঙ্গিনীক এনেকৈ কোনে আহ্বান কৰিছে?

বিস্মিত হৈ প্ৰমতিতনয়ৰ মুখৰ ফালে চাই থাকি প্ৰশ্ন কৰে প্ৰমদ্বৰাই। মোক কোনে মাতিছে?

ৰুৰু— মই।

প্ৰমদ্বৰা—প্ৰাণৰ অৰ্ধ উপহাৰ দি কাক মাতিছিলা তুমি ?

ৰুৰু— মোৰ জীৱনৰ চিৰদয়িতাক ।

অপলক নয়নে প্ৰমতিতনয় ৰুৰুৰ মুখৰ ফালে স্নিগ্ধ আৰু স্মিতপুলকিত দৃষ্টিৰে চাই থাকে প্ৰমদ্বৰাই। ৰুৰুৱে কয়— কি দেখিছা প্ৰিয়া প্ৰমদ্বৰা ?

প্ৰমদ্বৰা—দেখিছো, স্বপ্নও জানো সত্য হয় !

ৰুৰু— সত্য হৈছে . সৌ সন্ধ্যাকাশৰ পিনে চোৱাঁ।

বিস্ময়াকুল দুই চক্ষুৰ দৃষ্টি তুলি সন্ধ্যাকাশৰ পালে চাই প্ৰমদ্বৰাই কয়— কি?

ৰুৰুৱে কয়— সৌ চোৱা, আকাশত উত্তৰফাল্‌গুনী ।

# ভৃগু আৰু পুলোমা

মহৰ্ষি ভৃগুৱে আহ্বান কৰে— পুলোমা!

স্বামীয়ে মাতিছে, মহাতপা আৰ্য ভৃগু, পুলোমাৰ স্বামী।

—আদেশ কৰক আৰ্য।

পুলোমা ব্যস্ত হৈ, আন কাজ কাতি কৰি থৈ, ভৃগুৰ সন্মুখলৈ আহি থিয় হয়। স্বামীৰ আহ্বানত এনেকৈ সঁহাৰি দিয়াই ধৰ্ম পত্নীৰ কৰ্তব্য। আৰ্যৰ সংসাৰত বিবাহিতা নাৰীৰ এই ৰীতি।

ভৃগুৰ সংসাৰত কৰ্তব্যই সৰ্বাতোকৈ ডাঙৰ বিধান। মন্ত্ৰোচ্চাৰণৰ লগে লগে পুলোমাৰ জীৱন ভৃগুৰ জীৱনৰ লগত মিলিত হৈছে। ইহসংসাৰত দুজনাৰ কোনেও কেতিয়াও কৰ্তব্য বিস্মৃত নহয়। ভৃগুৱে তেওঁৰ জীৱনৰ প্ৰতিটো কৰ্তব্যতে পুলোমাক স্মৰণ কৰে, আৰু পুলোমায়ো ভৃগুৰ প্ৰতিটো অনুৰোধ আৰু আহ্বানত সঁহাৰি দিয়ে।

কেৱল পুত্ৰাৰ্থে ভাৰ্যা গ্ৰহণ কৰিছে ভৃগুৱে। তেওঁৰ সেই সংস্কাৰ সফলো হোৱাৰ পথত, কাৰণ পুলোমা এতিয়া অন্তঃসত্ত্বা। পুলোমাৰ জীৱনত মাতৃত্বৰ আৱিৰ্ভাৱ আসন্ন হৈ উঠিছে।

পুলোমায়ো তেওঁৰ জীৱনৰ উদ্দেশ্য সাৰ্থক হৈছে বুলি ভাবিছে। সমাজত ভৃগুজায়া ৰূপে পুলোমাই যি গৌৰৱ অনুভৱ কৰে, ভৃগুসন্তানৰ মাতাৰূপে তেওঁৰ সেই গৌৰৱ এইবাৰ আৰু উজ্জ্বল হৈ উঠিব। যি আৰ্য ঋষিৰ ধৰ্মপত্নী, তেওঁৰ কাৰণে এই ঘটনা জীৱন ধন্য হোৱাৰে কথা।

পুলোমা ওচৰলৈ আহি থিয় হোৱাৰ লগে লগে ভৃগুৱে কয়— মই তীৰ্থস্নান কৰিবলৈ যাওঁ পুলোমা।

পুলোমাই কয়— যাওক।

ভৃগু যোৱাৰ পিচত, ঠিক আগৰ দৰে গৃহকৰ্মত মন নবহা হয় পুলোমাৰ। হঠাৎ কিছু সময়ৰ কাৰণে অন্যমনা হৈ মনে মনে থিয় হৈ থাকে। কেৱল আজিয়েই নহয়, আৰু স্বামীৰ এই ক্ষণকালৰ অন্তৰ্দ্ধানৰ কাৰণেও নহয়, মাজে সময়ে কোনে জানে কি কাৰণে হঠাৎ অন্যমনা হৈ পৰে পুলোমা। পুলোমাই নিজেও তেওঁৰ এই বৈচিত্ত্যৰ অৰ্থ বুজিব নোৱাৰে।

পুলোমাৰ এই আকস্মিক অন্যমনা আৱেশ লক্ষ্য কৰে মাথোন বৃদ্ধ

হুতাশনে। হুতাশন ভৃগুৰ কুটীৰত গৃহৰক্ষক ৰূপে থাকে। পুলোমাৰ শিশু কালৰে পৰা পুলোমাক তেওঁ জানে।

পিতৃগৃহত যিমান দিন যিভাৱে কুমাৰী জীৱন যাপন কৰিছে পুলোমাই, তাৰো সকলো ইতিহাস জানে হুতাশনে। এতিয়া স্বামীগৃহত ঋষিবধূ হৈ পুলোমাই যিভাৱে জীৱন যাপন কৰিছে, তাকো হুতাশনে লক্ষ্য কৰে, পুলোমা মাজে সময়ে অন্যমনা হয়।

— পুলোমা!

চমকি উঠে ভৃগু পত্নী পুলোমা। নাম ধৰি যেন কোনোবাই তেওঁক মাতিছে। কিন্তু এই কণ্ঠস্বৰ ধৰ্মপতি ভৃগুৰ কণ্ঠস্বৰ নহয়; গৃহগুৰু বৃদ্ধ হুতাশনৰো নহয় তথাপি অনুমান হয়, এই স্বৰ যেন এক পৰিচিত কণ্ঠস্বৰ। অতীতৰ এক বিস্মৃত স্বপ্নলোকৰ পৰা ভাহি আহি এই আহ্বানে যেন পুলোমাৰ চেতনাৰ দ্বাৰত আঘাত কৰিছে। যেন সমাজ সংস্কাৰ আৰু কৰ্তব্যৰ পৰপাৰৰ পৰা বুকুভৰা আকুলতা লৈ এক তৃষ্ণাতুৰ অনিয়মে পুলোমাক সমস্ত জগতত বিচাৰি পুৰিছে। ইমান দিনৰ মূৰত সি আহি পাইছে।

বুজি পায় পুলোমাই, হয়, তেৱেঁই আহিছে। ভৃগুপত্নী পুলোমাৰ তাহানিৰ কৈশোৰৰ ক্ৰীড়াসহচৰ, প্ৰথম যৌৱনৰ প্ৰণয়াস্পদ এক অনাৰ্য তৰুণ, তাৰো নাম পুলোমা। সনাম সখা অনাৰ্য পুলোমা তাৰ প্ৰথম প্ৰেমৰ অধিকাৰ লৈ আজি পুলোমাৰ পতিব্ৰত জীৱনৰ দ্বাৰলৈ আহি কঠিন পৰীক্ষাৰ মূৰ্তি ধৰি সন্মুখত থিয় দিছেহি।

তৰুণী পুলোমাৰ অনুভৱৰ জগতত যেন বহুদিনৰ বন্ধনত আবদ্ধ এক ধুমুহা বতাহ হঠাৎ পথ খোলা পাই আকৌ উদ্বেল হৈ উঠে। ঋষিৰ সংসাৰত কৰ্তব্যপৰায়ণা নাৰীৰ মূৰ্তিক এক নিৰ্বাসিত বসন্ত দিনৰ সৌৰভে আহি আগুৰি ধৰে। সুন্দৰী পুলোমাৰ দেহ ব্যাকুলা মাধৱী লতাৰ দৰে সেই স্পৰ্শত চঞ্চল হৈ উঠে।

অনাৰ্য পুলোমা ধীৰে ধীৰে আগবাঢ়ি আহি তাৰ প্ৰথম প্ৰণয়ভাগিনী আৰু জীৱনবাঞ্ছিতা পুলোমাৰ সন্মুখত থিয় হয়।

অনাৰ্য পুলোমাই প্ৰসন্ন স্বৰে আহ্বান জনায়— আহাঁ পুলোমা।

আৰ্যা পুলোমাই সন্ত্ৰস্তভাৱে কয়— ক'লৈ?

অনাৰ্য পুলোমাই প্ৰসন্ন স্বৰে আহ্বান জনায়— আহাঁ পুলোমা।

আৰ্যা পুলোমাই সন্ত্ৰস্তভাৱে কয়— ক'লৈ?

অনাৰ্য পুলোমা— মোৰ লগত, মোৰ জীৱনলৈ।

আৰ্যা পুলোমাই তাইৰ হৃদয়ৰ চাঞ্চল্য সংযত কৰি কয়— কি অধিকাৰত তুমি আজি এই ভয়ংকৰ আহ্বান লৈ ঋষিবধূৰ কুটীৰৰ ওচৰলৈ আহিছা, অনাৰ্য?

অনাৰ্য পুলোমা— তোমাক ভাল পাওঁ, এই অধিকাৰত।

আৰ্যা পুলোমা— কিন্তু মই কি অধিকাৰত তোমাৰ ওচৰলৈ যাম?

অনাৰ্য পুলোমা— প্ৰেমিকা হৈ জীয়াই থকাৰ অধিকাৰত।

অনাৰ্য পুলোমাৰ ক্লান্ত মুখচ্ছবি দুঃসহ এক জ্বালাময় আবেগত উত্তপ্ত হৈ উঠে। আৰ্যা পুলোমাৰ আৰু ওচৰলৈ আগবাঢ়ি আহি স্পষ্টতৰ ভাষাত কয়— মই ঋষি নহওঁ, তপস্বীও নহওঁ। মই কেৱল প্ৰেমিক। মই পুত্ৰাৰ্থে তোমাক বিচৰা নাই পুলোমা, তোমাৰ কাৰণেই তোমাক বিচাৰিছো।

যেন ভক্তৰ স্তৱসঙ্গীতৰ দৰে ধ্বনিত হৈছে এই অভিনৱ ভালপোৱাৰ তত্ত্ব, এই ভয়ানক আবেদন। অনাৰ্য প্ৰেমিকে যেন অদ্ভুত এক অহেতুক প্ৰেমৰ অৰ্ঘ্যেৰে অহমিকাময়ী পুলোমাক মহীয়সীৰ সন্মান দান কৰিছে। যেন জগতৰ কাৰণেই পুলোমা নহয়, পুলোমাৰ কাৰণেই এই জগৎ। কন্যা নহয়,বধূ নহয়, মাতা নহয়, কেৱল নাৰী ৰূপে তৰুণী পুলোমাৰ ভিন্ন এটা সত্তা যেন আছে আৰু সেই সত্তা উপেক্ষাত অনাদৃত হৈ পৰি আছে। অনাৰ্য পুলোমা আজি নাৰীৰ সেই সত্তাৰ ওচৰলৈ অনন্ত সমাদৰৰ উপঢৌকন লৈ উপস্থিত হৈছে। এই আবেদনৰ দুৰ্বাৰ এক শক্তি আছে।

অনাৰ্য পুলোমাই কয়— মোৰ আকাঙ্ক্ষা তোমাৰ মাজতে সম্পূৰ্ণ, তোমাৰ বাহিৰত নহয়, তোমাৰ অতিৰিক্ত নহয়। মোৰ সমাজ সংস্কাৰ জগৎ সৱে তুমি। তুমি মোৰ প্ৰেমৰ প্ৰথমা। তুমি মোৰ প্ৰেমৰ অন্তিমা।

আৰ্যা পুলোমাই ভাবে, এই ঋষিৰ কুটীৰত তাইৰ আত্মা বন্দিনী হৈ আছে। মাত্ৰ পুত্ৰাৰ্থে গৃহীত ভাৰ্যাৰ সন্মান লৈ, নিতান্ত এক প্ৰয়োজনৰ উপচাৰ ৰূপে এই ঋষিকুটীৰত তাই স্থান লাভ কৰিছে। তাৰ বেছি কোনো গৌৰৱ ইয়াত নাই। এই জীৱন শাস্ত্ৰসম্মত আৰু সমাজসম্মত, কিন্তু হৃদয় সম্মত নহয়।

আৰ্যা তৰুণীৰ, ঋষিবধূ পুলোমাৰ সকলো প্ৰতিবাদৰ শক্তি সেই অনাৰ্য আবেদনৰ টানত দূৰান্তৰলৈ ভাহি যায়। তথাপি শেষবাৰৰ কাৰণে নিজক সংযত কৰে পুলোমাই। ভীতা অথচ প্ৰলুব্ধা বিহঙ্গীৰ দৰে যেন আকাশভৰা অবাধ পৱনৰ ঝঞ্ঝাৰ ফালে চাই কয়— নাই পুলোমা, মোক ধৰ্মৰ বাহিৰলৈ যাবলৈ নকবা।

অনাৰ্য পুলোমা বিস্মিত হয়— ধৰ্ম কি?

আৰ্যা পুলোমাই বিব্ৰতভাৱে কয়— মোক নুসুধিবা। গৃহগুৰু বৃদ্ধ হুতাশন আছে, তেওঁৰ ওচৰলৈ গৈ এই প্ৰশ্নৰ উত্তৰ শুনি লোৱা।

আনৰ্য পুলোমা— বেছ, বলা সংসাৰৰ সকলো ইতিহাসৰ সাক্ষী হুতাশনৰ সম্মুখলৈ গৈ তুমি মোৰ কাষত এবাৰ থিয় হোৱা। তাৰ পিচত মই তেওঁক প্ৰশ্ন কৰিম।

বৃদ্ধ হুতাশনৰ সম্মুখলৈ গৈ দুয়ো থিয় হয়। অনাৰ্য পুলোমাই প্ৰশ্ন কৰে— ভগৱান হুতাশন, আপুনি এদিন আমাৰ দুয়োজনাকে দেখিছে, জীৱনৰ প্ৰভাত বেলিকা আমি দুয়োজনে যেতিয়া দুয়োজনাৰ খেলাৰ সঙ্গী হৈ ওচৰা-উচৰিকৈ থিয় হৈছিলো।

হুতাশনে শান্ত স্বৰে কয়— এৰা।

অনাৰ্য পুলোমা— আজি আকৌ বহুদিন পিচত আমি দুয়োজনে ওচৰা-উচৰিকৈ থিয় হৈছো। আপুনি কওক, ইয়াৰ মাজত জানো আপুনি কিবা বিসদৃশ দেখিছে? ইয়াৰ মাজত অন্যায় ক'ত? আপুনি কওক ধৰ্ম কি?

হুতাশন— যি সত্য, সিয়ে ধৰ্ম।

অনাৰ্য পুলোমা— সত্য কি?

হুতাশন— ঘটনাই একমাত্ৰ সত্য।

অনাৰ্য পুলোমা— তেনেহ'লে কওক, আপোনাৰ সম্মুখত এয়া ওচৰা-উচৰিকৈ থিয় হৈ থকা দুটি জীৱনৰ মূৰ্তি, ইয়াৰ মাজত জানো কোনো সত্য নাই? প্ৰথম প্ৰেমৰ অধিকাৰ জানো মিথ্যা? যাক চিৰজীৱন ধৰি অন্বেষণ কৰি ঘূৰি ফুৰে, তাক জীৱন কাষত পোৱাৰ দাবী জানো মিথ্যা?

হুতাশন— নহয়, মিথ্যা নহয়।

আৰ্যা পুলোমাই বিস্মিতভাৱে হুতাশনৰ মুখৰ ফালে চায়। মুগ্ধভাৱে

তাইৰ কৈশোৰৰ সখা অনাৰ্য তৰুণ পুলোমাৰ মুখৰ ফালেও চায়।

অনাৰ্য পুলোমাই আৰ্যা পুলোমাৰ হাতত ধৰি কয়— আহাঁ পুলোমা!

হুতাশনৰ সান্নিধ্যৰ পৰা দুয়ো ধীৰে ধীৰে আগবাঢ়ি আহি ঋষিকুটীৰৰ নিস্তব্ধ প্ৰাঙ্গণত এবাৰ থিয় হয়, কিন্তু বেছি সময়ৰ কাৰণে নহয়। অন্তঃসত্ত্বা ধৰ্মপত্নীৰ মূৰ্তি যেন মুহূৰ্তৰ ভিতৰতে এই সংসাৰৰ প্ৰাঙ্গণৰ পৰা নিশ্চিহ্ন হৈ যায়। যেন তৰুণী পুলোমাৰ স্বপ্নলোকৰ পৰা হঠাৎ জাগৰিতা এজনী প্ৰেম কেলিকামিনীৰ পিপাসিত বাসনাৰ মূৰ্তিয়ে অনাৰ্য পুলোমাৰ হাতত ধৰি সংস্কাৰ আৰু সমাজৰ বাহিৰলৈ আগবাঢ়ি যায়।

বনোপান্তৰ এটি কুটীৰত প্ৰবেশ কৰি অনাৰ্য তৰুণৰ সহচৰী আৰ্যা পুলোমাই অনুভৱ কৰে, ধন্য এই প্ৰেমিকতাৰ জীৱন।

অৰণ্যপুষ্পৰ সৌগন্ধ্য বতাহত বিয়পি পৰে। কিন্তু কি আশ্চৰ্য, তৰুণী পুলোমাই যেন অৰণ্যৰ কাঁইটে বিন্ধা হৰিণীৰ দৰে বেদনাতুৰ দৃষ্টিৰে আকাশ প্ৰান্তৰ ফালে চাই থাকে। প্ৰেমিকৰ শত সাগ্ৰহ প্ৰশ্নৰ কোনো উত্তৰ নিদিয়ে তৰুণী পুলোমাই। ক'ৰবাৰ পৰা যেন বাস্তৱ সংসাৰৰ এটি সংশয় আহি তৰুণী পুলোমাৰ অবাধ প্ৰেমিকতাৰ জীৱনত কঠিন প্ৰশ্নৰূপে দেখা দিয়ে।

অনাৰ্য পুলোমাৰ প্ৰশ্নত বিব্ৰত হৈ আৰ্যা পুলোমাই এদিন কয়— তুমি জানো জানা যে, মই অন্তঃসত্ত্বা?

অনাৰ্য পুলোমা— জানো।

আৰ্যা পুলোমা— ভৃগু ঋষিৰ সন্তানক মই ধাৰণ কৰিছো, তাকো নিশ্চয় জানা?

অনাৰ্য পুলোমা— জানো।

আৰ্যা পুলোমা— কিন্তু এই সন্তানৰ জীৱনত তাৰ পিতৃ পৰিচয় চিৰকাল অজানা হৈ থাকিব।

অনাৰ্য পুলোমাই সান্ত্বনাৰ সুৰে কয়— কিন্তু পিতৃ স্নেহ তাৰ ওচৰত অজানা হৈ নাথাকিব। তাক পালন কৰিবলৈ মই আছো। কোনো দুঃখ নকৰিবা, পুলোমা।

আৰ্যা পুলোমাৰ কণ্ঠস্বৰ অকাস্মৎ ৰূঢ় হৈ উঠে— দুঃখ নকৰি নোৱাৰোঁ। ঋষিৰ সন্তানে পৃথিৱীত অনাৰ্য পুলোমাৰ সন্তানৰূপে পৰিচয় বহন কৰিব, মই মোৰ সন্তানৰ পৰিচয় অতখিনি মিথ্যা কৰি দিব নোৱাৰিম।

অনাৰ্য পুলোমাৰ উদ্বিগ্ন বক্ষৰ অস্থিনিচয় যেন বেদনাত দীৰ্ণ হৈ যায়। ব্যথিত স্বৰে কয়— এইয়া কি কথা কৈছা পুলোমা?

আৰ্যা পুলোমা— নোৱাৰিম, অত ভয়ংকৰ ধৰ্মহীন হব নোৱাৰিম। সন্তানৰ পৰিচয় মিথ্যা কৰি দিব নোৱাৰিম।

অসহনীয় এক অপমানে যেন আকস্মিক বজ্ৰপাতৰ দৰে অনাৰ্য পুলোমাৰ সকলো প্ৰেমিকতাৰ গৰ্ব গৌৰৱ আৰু প্ৰসন্নতা চূৰ্ণ কৰি দিয়ে। অনাৰ্য! অনাৰ্য! অনাৰ্য! আৰ্যা পুলোমাৰ কাষত সি আজি হীনশোণিত এটা প্ৰাণীৰ বাহিৰে আন একো নহয়। প্ৰেমিকৰ স্নিগ্ধ অন্তৰতকৈ তপ্ত জাতিশোণিত বেছি পূজনীয় বুলি আজি উপলব্ধি কৰিব পাৰিছে এজনী আৰ্যা নাৰীৰ মনে। অনাৰ্য পুলোমা নিঃশব্দে তলমূৰ কৰি বহি থাকে।

হঠাৎ বিচলিত হয় অনাৰ্য পুলোমাৰ দুই চকুৰ কৌতূহল। দেখিবলৈ পায় অনাৰ্য পুলোমাই, আৰ্যা পুলোমাৰ সমস্ত দেহ মথিত কৰি এক অভিনৱ বেদনাৰ আকুল জোৱাৰ উঠিছে। সেই বেদনাত আৰ্যা তৰুণীৰ কমনীয় দেহ ভূতলত লুটি খাই পৰে।

ভয় নাই পুলোমা, মই কাষত আছো পুলোমা। অনাৰ্য পুলোমাই ব্যগ্ৰভাৱে আৰ্যা পুলোমাৰ এখন হাতত ধৰিবৰ কাৰণে হাত আগবঢ়াই দিয়ে।

আৰ্যা পুলোমাৰ জীৱনৰ এক পবিত্ৰ মুহূৰ্তত অশুচি এক স্পৰ্শই হাত আগবঢ়াই দিছে। আৰ্তনাদ কৰি উঠে আৰ্যা পুলোমাই— অনুগ্ৰহ কৰি ইয়াৰ পৰা আঁতৰি যোৱাঁ। ভৃগু ঋষিৰ সন্তান আহিছে, জন্মলগ্নৰ প্ৰথম মুহূৰ্তত তাক মই অপিতাৰ দৃষ্টিৰ সন্মুখত তুলি ধৰিব নোৱাৰিম।

শান্ত দৃষ্টিৰে অনাৰ্য পুলোমাই তাৰেই প্ৰণয়াস্পদা নাৰীৰ কঠোৰ ধিক্কাৰ শুনি থাকে। নাই, আৰু কোনো সন্দেহ নাই, আৰ্যা পুলোমাই তাইৰ জীৱনৰ সকলো আগ্ৰহ সহকাৰে আকৌ তাইৰ সমাজ আৰু সংস্কাৰ ঘূৰাই পাবলৈ বিচাৰিছে। ভৃগু পত্নী পুলোমাৰ কাষত অনাৰ্য প্ৰেমিক পুলোমাৰ অস্তিত্ব একেবাৰে অৰ্থহীন।

আঁতৰি যায় অনাৰ্য পুলোমা।

সূৰ্য অস্ত যোৱাৰ আগতে এটি ৰক্তিম মুহূৰ্তত আৰ্যা পুলোমাৰ সন্তান ভূমিষ্ঠ হয়। কিন্তু শিশু ভাৰ্গৱৰ ক্ৰন্দন ধ্বনিৰ বাহিৰে সেই কুটীৰৰ বতাহত আৰু কোনো শব্দৰ চাঞ্চল্য নাজাগে। সদ্যোজাত আৰ্য শিশুৰ প্ৰথম কণ্ঠস্বৰ ধ্বনিত হোৱাৰ লগে লগে কুটীৰোপান্তৰ তৰুতলৰ ছায়াত এক অনাৰ্যৰ শেষ নিঃশ্বাস শেষ আৰ্তস্বৰ উৎসাৰিত কৰি স্তব্ধ হৈ গৈছে। মৃত্যু বৰণ কৰিছে অনাৰ্য

পুলোমাই।

তৰুণী পুলোমা এটি নৱজাত শিশুক কোলাত লৈ ভৃগুৰ আশ্ৰমৰ প্ৰবেশ দ্বাৰত থিয় হৈ থাকে। আৰু থিয় হৈ থাকে ভৃগু, সেই প্ৰবেশ পথত অটল নিষেধৰ প্ৰতিমূৰ্তিৰ দৰে। লগতে থিয় হৈ থাকে বৃদ্ধ হুতাশন, যেন ঘটনাৰ আৰু এটা সত্য দেখিবৰ কাৰণে।

শ্লেষবিহসিত স্বৰে প্ৰশ্ন কৰে ভৃগুৱে— আকৌ কি স্বপ্নৰ দুঃসাহসত উৎসাহিত হৈ আৰ্য ঋষিৰ সংসাৰৰ দ্বাৰত উপস্থিত হৈছাহি পুলোমা?

পুলোমা— মোৰ স্বপ্নৰ আৰু কোনো দুঃসাহস নাই ঋষি। মই আপোনাৰ পিতৃৰ সান্ত্বনাবাণীত উৎসাহিত হৈছো।

ভৃগু— কি কৈছা?

পুলোমা— লোকপিতামহ ব্ৰহ্মা মোৰ প্ৰতি কৰুণাপৰৱশ হৈ মোক আশ্বাস দান কৰিছে। তেওঁ আশা কৰে, তেওঁৰ পুত্ৰয়ো তেওঁৰ দৰে কৰুণাপৰৱশ হৈ তেওঁৰ পুত্ৰবধূৰ বেদনা বুজিব পাৰিব।

ভৃগু— পিতা ব্ৰহ্মা তোমাৰ দৰে স্বাভিলাষপ্ৰগল্‌ভা উদভ্ৰান্তাৰ প্ৰতি কৰুণাপৰৱশ কিয় হ'ব?

পুলোমা— উদ্‌ভ্ৰান্তাৰ জীৱনৰ বেদনা তেওঁ দেখিবলৈ পাইছে। দেখিছে লোকপিতামহ ব্ৰহ্মাই, মোৰ জীৱনৰ বেদনা অশ্ৰুনদী হৈ মোক অনুসৰণ কৰিছে। আপুনি নাজানে ঋষি, সেই বনলোকৰ মৃত্তিকাত এতিয়াও মোৰ অশ্ৰুনদীৰ সিক্ত চিহ্নৰেখা বিদ্যমান।

ভৃগু— শুনি বিস্মিত হ'লো, পুলোমা। কিন্তু মোৰ আৰু এটা প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ এই ঘৰত প্ৰবেশ কৰাৰ চেষ্টা নকৰিবা।

পুলোমা— কওক ঋষি, কি আপোনাৰ প্ৰশ্ন?

ভৃগু— কি প্ৰসন্নতাৰ আশাত আৰু কিহৰ কাৰণে তুমি আকৌ এই ঋষি কুটীৰত বন্দিনী হ'বলৈ বিচাৰিছা?

পুলোমা— আপোনাৰ সন্তানৰ পৰিচয় আৰু জন্মগৌৰৱ অক্ষুণ্ণ ৰাখিবৰ কাৰণে।

ঋষিৰ ল'ৰাক সেই কাৰণেই ঋষিৰ ঘৰলৈ লৈ আহিছো।

ভৃগু— ঋষিৰ ল'ৰাক ঋষিৰ ঘৰত ৰাখা, তাৰ কাৰণে ইয়াত স্থান আছে, কিন্তু তোমাৰ স্থান নাই।

পুলোমাই আতংকিতৰ দৰে আৰ্তনাদ কৰে— ঋষি, ইমান ডাঙৰ শাস্তি মোক নিদিব।

ভৃগু— শাস্তি নহয়, তোমাৰ কৰ্তব্য তোমাক স্মৰণ কৰি দিছো। স্বেচ্ছাই ঋষিপত্নীৰ ধৰ্ম বিসৰ্জন দি তুমি গুচি গৈছিলা, তেনেকৈ স্বেচ্ছাই ঋষিমাতাৰ ধৰ্ম বিসৰ্জন দি গুচি যোৱা।

পুলোমাই অসহায়ৰ দৰে চাই থাকে। আজি পৰ্যন্ত জীৱনত স্বেচ্ছাই তাই বহুত কিবা কৰিছে। প্ৰথম যৌৱনত স্বেচ্ছাই এজন অনাৰ্য তৰুণক ভাল পাইছে, স্বেচ্ছাই বিবাহিত জীৱনৰ সংস্কাৰক তুচ্ছ জ্ঞান কৰি প্ৰেমিকৰ আহ্বানত গুচি যাবলৈ পাৰিছে। স্বেচ্ছাচাৰৰ শক্তি তাইৰ আছে। কিন্তু এই মুহূৰ্তত, এই কেচুৱাটিৰ মুখৰ পিনে চাই আজি প্ৰথম উপলব্ধি কৰিছে পুলোমাই, স্বেচ্ছাচাৰৰ শক্তি তাইৰ আৰু নাই। ঋষিমাতা হোৱাৰ সমান সৌভাগ্য আৰু সুযোগ হেলাৰঙে তুচ্ছ কৰি গুচি যোৱাৰ শক্তি আজি আৰু তাইৰ নাই।

নাই, যাব নোৱাৰিব পুলোমা, গুচি যোৱাৰ সাধ্য তাইৰ নাই। সকলো অভিশাপ মূৰ পাতি লৈ, তাইৰ জীৱনত ঋষিমাতা আৰ্যনাৰীৰ পৰিচয় অক্ষুণ্ণ ৰাখিব লাগিব কেৱল পুত্ৰাৰ্থে, আন একোৰে কাৰণে নহয়।

পুলোমাই কয়— সেই অনাৰ্যই আপোনাৰ পুলোমাক অপহৰণ কৰি লৈ গৈছিল। মোৰ ভুল, মই তাক বাধা দিব নোৱাৰিলো।

ভৃগু বিস্মিত হয়— হুতাশন ঘৰত থাকোতে তোমাক অপহৰণ কৰি লৈ যাব পাৰে, কোন দুৰাত্মাৰ এনে শক্তি আছে?

পুলোমা— হুতাশনৰ সম্মতি আছিল।

ভৃগুৰ বিস্ময় ক্ষমাহীন ক্ৰোধ হৈ জ্বলি উঠে— হুতাশনৰ সম্মতি আছিল?

পুলোমা— হয়।

বৃদ্ধ হুতাশনৰ মুখৰ ফালে চাই ৰূঢ় আৰু ক্ৰোধান্বিত স্বৰে ভৃগুৱে কয়— আপুনি বিশ্বাসহন্তা আৰু অধৰ্মচাৰী?

হুতাশনে শান্তভাৱে উত্তৰ দিয়ে— নহয়।

ভৃগু— মই পুলোমাৰ ধৰ্মপতি, পুলোমা মোৰ ধৰ্মপত্নী, এই সত্য জানো আপুনি নাজানে?

ভৃগু আৰু পুলোমা উভয়ৰ মুখৰ পালে বৃদ্ধ হুতাশনে এবাৰ চাই পঠিয়ায় আৰু তাৰপিচত কয়—হয়, সত্য।

ভৃগু— তেনেহ'লে আপুনি কিয় দুৰাত্মা অনাৰ্যক ঋষিপত্নী অপহৰণত সন্মতি দিলে।

হুতাশন— তাকো সত্যৰ কাৰণে।

ভৃগুৱে ভ্ৰূকুটি কৰে— সত্যৰ কাৰণে?

হুতাশন— হয়, প্ৰেমৰ সত্য।

পুলোমাই তলমূৰ কৰে। তাইৰ দুই চকুৰ দৃষ্টিয়ে যেন শুকান ধূলিৰ আঁৰত লুকাই থাকিবলৈ বিচাৰে।

হুতাশনে কয়— জীৱনৰ প্ৰথম প্ৰণয়ে, জীৱনব্যাপী এক প্ৰেমিকতাৰ তৃষ্ণাই পুলোমাক অপহৰণ কৰিছিল ঋষি। সেই ইতিহাস মই জানো, মই তাৰ সাক্ষী, তাক নিতান্ত মিথ্যা বুলি ভাবিব নোৱাৰোঁ। মই আপোনাৰ দৰে শিক্ষাগুৰু নহয়, আপোনাৰ তত্ত্বেৰে মই সত্য-মিথ্যাৰ বিচাৰো নকৰোঁ। মোৰ ওচৰত ঘটনাই একমাত্ৰ সত্য। ঘটনাক মই বাধা দিয়া নাই. যিবিলাক যাবৰ কাৰণে ব্যাকুল হৈছিল আৰু প্ৰস্তুত হৈছিল। তেওঁবিলাকক মই যাবলৈ দিছিলো। যিবিলাক সন্মত হৈছিলেই, তেওঁবিলাকৰ কাজতহে মই সন্মতি দিছিলো। মই যেনেকৈ প্ৰেৰণা দিয়া নাছিলো, উপদেশ নাছিলো আৰু প্ৰৰোচিত কৰা নাছিলো, তেনেকৈ বাদাও দিয়া নাছিলো।

কিছুসময় মনে মনে থাকে হুতাশন। তাৰপিচত ৰূঢ়ভাৱে একেবাৰে স্পষ্টকৈ কয়— আপুনি পুত্ৰাৰ্থে পুলোমাক পাবলৈ বিচাৰিছিল, আৰু সেই অনাৰ্য প্ৰেমিকে পুলোমাৰ কাৰণেই পুলোমাক পাবলৈ বিচাৰিছিল। এই দুই প্ৰকাৰৰ পাবলৈ বিচৰাৰ দ্বন্দ্বত তিনিটি জীৱনৰ জয়-পৰাজয়ৰ পৰীক্ষা হৈ গ'ল। সংসাৰত তাৰো সাক্ষী হৈ থাকিলো মই।

হুতাশনে মনে মনে থাকিবলৈ বিচাৰিছিল, কিন্তু দেখিবলৈ পালে, ভৃগু ঋষিয়ে ৰুষ্টভাৱে প্ৰখৰ দৃষ্টিৰে যেন বাচালতা সম্বৰণ কৰাৰ কাৰণে সাৱধান কৰি দিছে।

আৰু মুখৰ হৈ এই উঠে হুতাশন। আপুনি কেৱল শাস্ত্ৰ, এই তৰুণী পুলোমা কেৱল অহমিকা আৰু সেই অনাৰ্য কেৱল প্ৰেমিকতা। আপুনি হৃদয়ৰ ধৰ্ম বুজি নাপায়, তৰুণী পুলোমাই সমাজৰ ধৰ্ম বুজি নাপায় আৰু সেই অনাৰ্যই নাৰীত্বৰ ধৰ্ম বুজি নাপায়। আপোনালোকে জীৱনত একো একোটা ভ্ৰান্তিক ভাল পাইছে, ঘটনাই তাৰে প্ৰতিশোধ হৈছে। মই ঘটনাৰ সাক্ষী মাত্ৰ, যি দেখোঁ তাকে কওঁ। যি দেখিছো তাকে কৈ দিছো। ইয়াৰ কাৰণে মোৰ মনত অলপো খেদ নাই।

শিলীভূত বৃক্ষৰ দৰে স্তব্ধ আৰু নিৰ্বাক হৈ থিয় হৈ থাকে ভৃগু। সকলো

ৰহস্য ভেদ কৰি সমস্ত ঘটনাৰ স্বৰূপ যেন এতিয়া স্বচ্ছ হৈ উঠিছে, নিষ্পলক নেত্ৰে সেই কাৰণে চাইছে ভৃগুৱে।

হঠাৎ যেন এক ঝঞ্ঝাহত কাননৰ উৎক্ষিপ্ত পুষ্পৰ দৰে ভৃগুৰ চৰণত লুটি খাই পৰে তৰুণী পুলোমা। বিচলিত হয় ভৃগু। শান্ত স্বৰে তেওঁ কয়— কি ক'ব খোজা পুলোমা?

পুলোমা— আপোনাৰ আশ্ৰমৰ এচুকত আশ্ৰয় পাবলৈ বিচাৰোঁ।

ভৃগু— কিয়?

পুলোমা— ভাৰ্গৱৰ মাতা হোৱাৰ গৌৰৱ লৈ বাচি থাকিব বিচাৰোঁ, আৰু একোকে নালাগে।

ভৃগুৰ দুই চকুৰ বেদনাও যেন এক স্নিগ্ধ সুস্মিত হাঁহিত পৰিণত হৈ উঠে— কেৱল পুত্ৰাৰ্থে?

পুলোমা— হয়, ঋষি।

ভৃগু— আৰু কোনো গৌৰৱৰ আশা নকৰা? পুলোমাৰ কণ্ঠস্বৰত কুণ্ঠাহত অভিমান উচ্ছ্বসিত হৈ উঠে— আশা কৰাৰ সাহস নহয়।

নিৰ্দিষ্ট দৃষ্টিৰে পুলোমাৰ মুখৰ ফালে চাই থাকে ভৃগুৱে। যেন পুলোমাক নতুনকৈ চিনিবৰ চেষ্টা কৰিছে, আৰু চিনিব পাৰিছেও। সুন্দৰ বিম্বাধৰ আৰু ভ্ৰূলতাৰে ৰচিত এই মুখচ্ছবি, যৌৱনে ললিত অঙ্গ, সদ্যোমাতৃত্বে কমনীয় দেহ, ভাৰ্গৱৰ জন্মদাত্ৰী, ভৃগুগৃহৰ গৌৰৱে গৰবিনী পুলোমা। পুলোমাক বুজিবলৈ ক'ৰবাত যেন অলপ ভুল হৈছিল, আজি ভাঙি গৈছে সেই ভুল। পুলোমাক চিনা যেন ইমানদিনৰ মূৰত সম্পূৰ্ণ হৈছে। ভৃগুৱে ভাবে এই পুলোমা অপহৃত হোৱা নাই, অপহৃত হৈছিল পুলোমাৰ এক অভিমান।

ভৃগুৱে কয়— কিন্তু মই যদি কওঁ, কেৱল ভৃগুবধূ হৈ নহয়, ভৃগুপ্ৰিয়া হৈ তুমি মোৰ জীৱনত নতুন গৌৰৱ আনি দিয়া, যদি কওঁ, আজি মই কেৱল পুত্ৰাৰ্থে নহয়, তোমাৰো কাৰণে তোমাক বিচাৰোঁ পুলোমা?

— স্বামী! অকস্মাৎ যেন এক তৃপ্ত স্বপ্নৰ উল্লাসত বিচলিত হৈ উঠি থিয় হয় পুলোমা।

হৃদয়ৰ সমস্ত আগ্ৰহ সহকাৰে এখন হাত আগবঢ়াই দি ভৃগু ঋষিয়ে পুলোমাৰ হাতত ধৰে— তুমিয়ে মোৰ প্ৰিয়া ধৰ্মপত্নী।

বৃদ্ধ হুতাশনৰ দৃষ্টি আনন্দত উজ্জ্বল হৈ উঠে। কৃতাৰ্থভাৱে কয় তেওঁ—

পুলোমাই।

তৰুণী পুলোমা এটি নৱজাত শিশুক কোলাত লৈ ভৃগুৰ আশ্ৰমৰ প্ৰৱেশ দ্বাৰত থিয় হৈ থাকে। আৰু থিয় হৈ থাকে ভৃগু, সেই প্ৰৱেশ পথত অটল নিষেধৰ প্ৰতিমূৰ্তিৰ দৰে। লগতে থিয় হৈ থাকে বৃদ্ধ হুতাশন, যেন ঘটনাৰ আৰু এটা সত্য দেখিবৰ কাৰণে।

শ্লেষবিহসিত স্বৰে প্ৰশ্ন কৰে ভৃগুৱে— আকৌ কি স্বপ্নৰ দুঃসাহসত উৎসাহিত হৈ আৰ্য ঋষিৰ সংসাৰৰ দ্বাৰত উপস্থিত হৈছাহি পুলোমা?

পুলোমা— মোৰ স্বপ্নৰ আৰু কোনো দুঃসাহস নাই ঋষি। মই আপোনাৰ পিতৃৰ সান্ত্বনাবাণীত উৎসাহিত হৈছো।

ভৃগু— কি কৈছা?

পুলোমা— লোকপিতামহ ব্ৰহ্মা মোৰ প্ৰতি কৰুণাপৰৱশ হৈ মোক আশ্বাস দান কৰিছে। তেওঁ আশা কৰে, তেওঁৰ পুত্ৰয়ো তেওঁৰ দৰে কৰুণাপৰৱশ হৈ তেওঁৰ পুত্ৰবধূৰ বেদনা বুজিব পাৰিব।

ভৃগু— পিতা ব্ৰহ্মা তোমাৰ দৰে স্বাভিলাষপ্ৰগল্‌ভা উদভ্ৰান্তাৰ প্ৰতি কৰুণাপৰৱশ কিয় হ'ব?

পুলোমা— উদ্‌ভ্ৰান্তাৰ জীৱনৰ বেদনা তেওঁ দেখিবলৈ পাইছে। দেখিছে লোকপিতামহ ব্ৰহ্মাই, মোৰ জীৱনৰ বেদনা অশ্ৰুনদী হৈ মোক অনুসৰণ কৰিছে। আপুনি নাজানে ঋষি, সেই বনলোকৰ মৃত্তিকাত এতিয়াও মোৰ অশ্ৰুনদীৰ সিক্ত চিহ্নৰেখা বিদ্যমান।

ভৃগু— শুনি বিস্মিত হ'লো, পুলোমা। কিন্তু মোৰ আৰু এটা প্ৰশ্নৰ উত্তৰ নিদিয়াকৈ এই ঘৰত প্ৰৱেশ কৰাৰ চেষ্টা নকৰিবা।

পুলোমা— কওক ঋষি, কি আপোনাৰ প্ৰশ্ন?

ভৃগু— কি প্ৰসন্নতাৰ আশাত আৰু কিহৰ কাৰণে তুমি আকৌ এই ঋষি কুটীৰত বন্দিনী হ'বলৈ বিচাৰিছা?

পুলোমা— আপোনাৰ সন্তানৰ পৰিচয় আৰু জন্মগৌৰৱ অক্ষুণ্ণ ৰাখিবৰ কাৰণে।

ঋষিৰ ল'ৰাক সেই কাৰণেই ঋষিৰ ঘৰলৈ লৈ আহিছো।

ভৃগু— ঋষিৰ ল'ৰাক ঋষিৰ ঘৰত ৰাখা, তাৰ কাৰণে ইয়াত স্থান আছে, কিন্তু তোমাৰ স্থান নাই।

পুলোমাই আতংকিতৰ দৰে আৰ্তনাদ কৰে— ঋষি, ইমান ডাঙৰ শাস্তি মোক নিদিব।

ভৃগু— শাস্তি নহয়, তোমাৰ কৰ্তব্য তোমাক স্মৰণ কৰি দিছো। স্বেচ্ছাই ঋষিপত্নীৰ ধৰ্ম বিসৰ্জন দি তুমি গুচি গৈছিলা, তেনেকৈ স্বেচ্ছাই ঋষিমাতাৰ ধৰ্ম বিসৰ্জন দি গুচি যোৱা।

পুলোমাই অসহায়ৰ দৰে চাই থাকে। আজি পৰ্যন্ত জীৱনত স্বেচ্ছাই তাই বহুত কিবা কৰিছে। প্ৰথম যৌৱনত স্বেচ্ছাই এজন অনাৰ্য তৰুণক ভাল পাইছে, স্বেচ্ছাই বিবাহিত জীৱনৰ সংস্কাৰক তুচ্ছ জ্ঞান কৰি প্ৰেমিকৰ আহ্বানত গুচি যাবলৈ পাৰিছে। স্বেচ্ছাচাৰৰ শক্তি তাইৰ আছে। কিন্তু এই মুহূৰ্তত, এই কেচুৱাটিৰ মুখৰ পিনে চাই আজি প্ৰথম উপলব্ধি কৰিছে পুলোমাই, স্বেচ্ছাচাৰৰ শক্তি তাইৰ আৰু নাই। ঋষিমাতা হোৱাৰ সমান সৌভাগ্য আৰু সুযোগ হেলাৰঙে তুচ্ছ কৰি গুচি যোৱাৰ শক্তি আজি আৰু তাইৰ নাই।

নাই, যাব নোৱাৰিব পুলোমা, গুচি যোৱাৰ সাধ্য তাইৰ নাই। সকলো অভিশাপ মুৰ পাতি লৈ, তাইৰ জীৱনত ঋষিমাতা আৰ্যনাৰীৰ পৰিচয় অক্ষুণ্ণ ৰাখিব লাগিব।কেৱল পুত্ৰাৰ্থে, আন একোৰে কাৰণে নহয়।

পুলোমাই কয়— সেই অনাৰ্যই আপোনাৰ পুলোমাক অপহৰণ কৰি লৈ গৈছিল। মোৰ ভুল, মই তাক বাধা দিব নোৱাৰিলো।

ভৃগু বিস্মিত হয়— হুতাশন ঘৰত থাকোতে তোমাক অপহৰণ কৰি লৈ যাব পাৰে, কোন দুৰাত্মাৰ এনে শক্তি আছে?

পুলোমা— হুতাশনৰ সম্মতি আছিল।

ভৃগুৰ বিস্ময় ক্ষমাহীন ক্ৰোধ হৈ জ্বলি উঠে— হুতাশনৰ সম্মতি আছিল?

পুলোমা— হয়।

বৃদ্ধ হুতাশনৰ মুখৰ ফালে চাই ৰূঢ় আৰু ক্ৰোধান্বিত স্বৰে ভৃগুৱে কয— আপুনি বিশ্বাসহন্তা আৰু অধৰ্মচাৰী?

হুতাশনে শান্তভাৱে উত্তৰ দিয়ে— নহয়।

ভৃগু— মই পুলোমাৰ ধৰ্মপতি, পুলোমা মোৰ ধৰ্মপত্নী, এই সত্য জানো আপুনি নাজানে?

ভৃগু আৰু পুলোমা উভয়ৰ মুখৰ পালে বৃদ্ধ হুতাশনে এবাৰ চাই পঠিয়ায় আৰু তাৰপিচত কয়—হয়, সত্য।

ভৃগু— তেনেহ'লে আপুনি কিয় দুৰাত্মা অনাৰ্যক ঋষিপত্নী অপহৰণত সন্মতি দিলে।

হুতাশন— তাকো সত্যৰ কাৰণে।

ভৃগুৱে ভ্ৰূকুটি কৰে— সত্যৰ কাৰণে?

হুতাশন— হয়, প্ৰেমৰ সত্য।

পুলোমাই তলমূৰ কৰে। তাইৰ দুই চকুৰ দৃষ্টিয়ে যেন শুকান ধূলিৰ আঁৰত লুকাই থাকিবলৈ বিচাৰে।

হুতাশনে কয়— জীৱনৰ প্ৰথম প্ৰণয়ে, জীৱনব্যাপী এক প্ৰেমিকতাৰ তৃষ্ণাই পুলোমাক অপহৰণ কৰিছিল ঋষি। সেই ইতিহাস মই জানো, মই তাৰ সাক্ষী, তাক নিতান্ত মিথ্যা বুলি ভাবিব নোৱাৰোঁ। মই আপোনাৰ দৰে শিক্ষাগুৰু নহয়, আপোনাৰ তত্ত্বেৰে মই সত্য-মিথ্যাৰ বিচাৰো নকৰোঁ। মোৰ ওচৰত ঘটনাই একমাত্ৰ সত্য। ঘটনাক মই বাধা দিয়া নাই. যিবিলাক যাবৰ কাৰণে ব্যাকুল হৈছিল আৰু প্ৰস্তুত হৈছিল। তেওঁবিলাকক মই যাবলৈ দিছিলো। যিবিলাক সন্মত হৈছিলেই, তেওঁবিলাকৰ কাজতহে মই সন্মতি দিছিলো। মই যেনেকৈ প্ৰেৰণা দিয়া নাছিলো, উপদেশ নাছিলো আৰু প্ৰৰোচিত কৰা নাছিলো, তেনেকৈ বাদাও দিয়া নাছিলো।

কিছুসময় মনে মনে থাকে হুতাশন। তাৰপিচত ৰূঢ়ভাৱে একেবাৰে স্পষ্টকৈ কয়— আপুনি পুত্ৰাৰ্থে পুলোমাক পাবলৈ বিচাৰিছিল, আৰু সেই অনাৰ্য প্ৰেমিকে পুলোমাৰ কাৰণেই পুলোমাক পাবলৈ বিচাৰিছিল। এই দুই প্ৰকাৰৰ পাবলৈ বিচৰাৰ দ্বন্দ্বত তিনিটি জীৱনৰ জয়-পৰাজয়ৰ পৰীক্ষা হৈ গ'ল। সংসাৰত তাৰো সাক্ষী হৈ থাকিলো মই।

হুতাশনে মনে মনে থাকিবলৈ বিচাৰিছিল, কিন্তু দেখিবলৈ পালে, ভৃগু ঋষিয়ে ৰুষ্টভাৱে প্ৰখৰ দৃষ্টিৰে যেন বাচালতা সম্বৰণ কৰাৰ কাৰণে সাৱধান কৰি দিছে।

আৰু মুখৰ হৈ এই উঠে হুতাশন। আপুনি কেৱল শাস্ত্ৰ, এই তৰুণী পুলোমা কেৱল অহমিকা আৰু সেই অনাৰ্য কেৱল প্ৰেমিকতা। আপুনি হৃদয়ৰ ধৰ্ম বুজি নাপায়, তৰুণী পুলোমাই সমাজৰ ধৰ্ম বুজি নাপায় আৰু সেই অনাৰ্যই নাৰীত্বৰ ধৰ্ম বুজি নাপায়। আপোনালোকে জীৱনত একো একোটা ভ্ৰান্তিক ভাল পাইছে, ঘটনাই তাৰে প্ৰতিশোধ হৈছে। মই ঘটনাৰ সাক্ষী মাত্ৰ, যি দেখোঁ তাকে কওঁ। যি দেখিছো তাকে কৈ দিছো। ইয়াৰ কাৰণে মোৰ মনত অলপো খেদ নাই।

শিলীভূত বৃক্ষৰ দৰে স্তব্ধ আৰু নিৰ্বাক হৈ থিয় হৈ থাকে ভৃগু। সকলো

ৰহস্য ভেদ কৰি সমস্ত ঘটনাৰ স্বৰূপ যেন এতিয়া স্বচ্ছ হৈ উঠিছে, নিষ্পলক নেত্ৰে সেই কাৰণে চাইছে ভৃগুৱে।

হঠাৎ যেন এক ঝঞ্ঝাহত কাননৰ উৎক্ষিপ্ত পুষ্পৰ দৰে ভৃগুৰ চৰণত লুটি খাই পৰে তৰুণী পুলোমা। বিচলিত হয় ভৃগু। শান্ত স্বৰে তেওঁ কয়— কি ক'ব খোজা পুলোমা?

পুলোমা— আপোনাৰ আশ্ৰমৰ এচুকত আশ্ৰয় পাবলৈ বিচাৰোঁ।

ভৃগু— কিয়?

পুলোমা— ভাৰ্গৱৰ মাতা হোৱাৰ গৌৰৱ লৈ বাচি থামিব বিচাৰোঁ, আৰু একোকে নালাগে।

ভৃগুৰ দুই চকুৰ বেদনাও যেন এক স্নিগ্ধ সুস্মিত হাঁহিত পৰিণত হৈ উঠে— কেৱল পুত্ৰাৰ্থে?

পুলোমা— হয়, ঋষি।

ভৃগু— আৰু কোনো গৌৰৱৰ আশা নকৰা? পুলোমাৰ কণ্ঠস্বৰত কুণ্ঠাহত অভিমান উচ্ছ্বসিত হৈ উঠে— আশা কৰাৰ সাহস নহয়।

নিৰ্দিষ্ট দৃষ্টিৰে পুলোমাৰ মুখৰ ফালে চাই থাকে ভৃগুৱে। যেন পুলোমাক নতুনকৈ চিনিবৰ চেষ্টা কৰিছে, আৰু চিনিব পাৰিছেও। সুন্দৰ বিম্বাধৰ আৰু ভ্ৰূলতাৰে ৰচিত এই মুখচ্ছবি, যৌৱনে ললিত অঙ্গ, সদ্যোমাতৃত্বে কমনীয় দেহ, ভাৰ্গৱৰ জন্মদাত্ৰী, ভৃগুগৃহৰ গৌৰৱে গৰবিনী পুলোমা। পুলোমাক বুজিবলৈ ক'ৰবাত যেন অলপ ভুল হৈছিল, আজি ভাঙি গৈছে সেই ভুল। পুলোমাক চিনা যেন ইমানদিনৰ মূৰত সম্পূৰ্ণ হৈছে। ভৃগুৱে ভাবে এই পুলোমা অপহৃত হোৱা নাই, অপহৃত হৈছিল পুলোমাৰ এক অভিমান।

ভৃগুৱে কয়— কিন্তু মই যদি কওঁ, কেৱল ভৃগুবধূ হৈ নহয়, ভৃগুপ্ৰিয়া হৈ তুমি মোৰ জীৱনত নতুন গৌৰৱ আনি দিয়া, যদি কওঁ, আজি মই কেৱল পুত্ৰাৰ্থে নহয়, তোমাৰো কাৰণে তোমাক বিচাৰোঁ পুলোমা?

— স্বামী! অকস্মাৎ যেন এক তৃপ্ত স্বপ্নৰ উল্লাসত বিচলিত হৈ উঠি থিয় হয় পুলোমা।

হৃদয়ৰ সমস্ত আগ্ৰহ সহকাৰে এখন হাত আগবঢ়াই দি ভৃগু ঋষিয়ে পুলোমাৰ হাতত ধৰে— তুমিয়ে মোৰ প্ৰিয়া ধৰ্মপত্নী।

বৃদ্ধ হুতাশনৰ দৃষ্টি আনন্দত উজ্জ্বল হৈ উঠে। কৃতাৰ্থভাৱে কয় তেওঁ—

আপোনাৰ শাস্ত্ৰসঙ্গত সংসাৰত এই হৃদয়সঙ্গত দৃশ্য চাবৰ কাৰণেই বোধহয় মই আপোনাৰ কুটীৰত ইমান দিন আছিলো ঋষি। মোৰ সেই আশা আজি সফল হ'ল। ইয়াত মোৰ কাম শেষ হৈছে, এতিয়া মোক বিদায় দিয়ক ঋষি!

হুতাশনৰ কথা শুনি কিবা যেন চিন্তা কৰে ভৃগুৱে। তাৰপিচত কয়— আপুনি সংসাৰৰ সাক্ষী, সত্য কথা শুনাই দিয়ে, আপোনাৰ এই মহত্ত্ব স্বীকাৰ কৰোঁ হুতাশন। কিন্তু আপুনিও এটি ভুল কৰিছে।

হুতাশন— কি?

ভৃগু— আপুনি মোৰ গৃহৰ ৰক্ষক আছিল, গৃহৰ আলোকৰূপে আপোনাক মই স্থান দিছিলো, কিন্তু আপুনি গৃহদাকৰ কাম কৰিছে। আপোনাৰ এই ভুলৰ জ্বালা আপোনাৰ জীৱনত লাগিবই। লোকে আপোনাক গৃহদাহকৰূপে ভয় আৰু ঘৃণা কৰিব, সম্মান কেতিয়াও নকৰিব।

হুতাশন— আপোনাকো অভিশাপ দিব পাৰো ঋষি।

হুতাশনৰ হঠাৎ চকু পৰে, পুলোমাই তেওঁৰ ফালেই চাই আছে। পুলোমাৰ সুন্দৰ মুৰ্তিৰ মাজত কেৱল দুটি বেদনাৰ্ত চকুৰ দৃষ্টিয়ে যেন নীৰৱে আবেদন কৰিছে।

কি ক'বলৈ বিচাৰে পুলোমাই? পুলোমাৰ সেই আবেদনমেদুৰ নয়নৰ ফালে চাই হুতাশনে ভাবে, পুলোমাই আজি তাইৰ স্বামীৰ জীৱনৰ আনন্দক সকলো অভিশাপৰ আঘাতৰ পৰা ৰক্ষা কৰি সুখী হ'বলৈ বিচাৰে। ভৃগুবধূ পুলোমা। পতি প্ৰেমিকা আৰ্যা পুলোমা। সচাঁকৈয়ে স্বামী ভৃগুৰ ইচ্ছাত ইচ্ছায়িত হৈ যেন হুতাশনক গৃহদাহক বুলি ভাবিছে আৰু ভয় কৰিছে পুলোমাই।

হুতাশনৰ ওষ্ঠপ্ৰান্তত বিচিত্ৰ এক বিস্ময়ৰ হাঁহি দীপ্ত হৈ উঠে। ভৃগুৰ ক্ষোভদগ্ধ মুখৰ ফালে শান্ত দৃষ্টিৰে চাই হুতাশনে কয়— কিন্তু মই আপোনাক অভিশাপ নিদিও ঋষি।

ভৃগুবধূ পুলোমা ৰ সুন্দৰ আননত মেঘমুক্ত শশিলেখাৰ দৰে স্মিতদ্যুতিময় প্ৰসন্নতা বিৰাজ কৰে। ইমানদিনৰ মুৰত সকলো ভ্ৰূকুটিৰ ভয়ৰ পৰা মুক্ত হয় পুলোমাৰ প্ৰাণ। সুস্মিত হৈ উঠে পুলোমাৰ জীৱনৰে ৰূপ।

হুতাশনৰ নেত্ৰত সেই বিচিত্ৰ বিস্ময়ৰ প্ৰশ্ন প্ৰখৰতৰ হৈ ফুটি উঠে। ইয়ে জানো ঘটনাৰ শেষ , ইয়ে জানো শেষ সত্য? পুলোমাৰ নাৰী-হৃদয়ে জানো

সচাঁকৈ এতিয়া সৰ্ববেদনা বিমুক্ত এক সুখস্বৰ্গৰ আশ্ৰয় লাভ কৰি ধন্য হৈছে?

অকস্মাৎ ঋষি ভৃগুৰ ৰূঢ়ভাষিত অনুৰোধ ধ্বনিত হয়। হুতাশনৰ কৌতুহলাভিভূত শান্ত মূৰ্তিক বিচলিত কৰি আশ্ৰমৰ অভ্যন্তৰলৈ গুচি যায় ভৃগু। বিদায় লবৰ কাৰণে প্ৰস্তুত হয় হুতাশন। পুলোমাৰ সুস্মিত আৰু প্ৰসন্ন মুখচ্ছবিৰ ফালে সেই বিস্ময়ৰ দৃষ্টি নিক্ষেপ কৰি স্নিগ্ধ স্বৰে কয় হুতাশনে— বিদায় ললো পুলোমা।

পুলোমাই আগবাঢ়ি আহি হুতাশনৰ চৰণত প্ৰণাম নিবেদন কৰে।

হঠাৎ চমকি উঠে হুতাশন, তেওঁ যেন তেওঁৰ বিস্ময়ৰ প্ৰশ্নৰ উত্তৰ হঠাতে পায়। ব্যথাহত লতিকাৰ দৰে হঠাৎ শিহৰিত হৈছে পুলোমাৰ ললিত-নমিত দেহ। দেখিবলৈ পায় হুতাশনে, দেখি বিস্মিত হয়, আৰু উৎকৰ্ণহে শুনিও থাকে, যেন দূৰান্তৰৰ বনস্থলীৰ বক্ষৰ পৰা উত্থিত এক আৰ্তনাদৰ ভাষা বায়ুতাড়িত ঝটিকাৰ বিলাপৰ দৰে দৌৰি আহি তপোবনস্থলীৰ তৰুপুঞ্জৰ ওপৰত পৰি চূৰ্মাৰ্ হৈ আছে। হুতাশনৰ চৰণত প্ৰণামাৱনতা পুলোমাই যেন এক সপোনৰ কপাটত কাণ পাতি সেই বিলাপৰ ভাষা শুনিছে। দুঃসহ এক ক্ৰন্দনৰ শব্দহীন উচ্ছ্বাসে পুলোমাৰ সুখী আৰু নিশ্চিন্ত বক্ষৰ নিঃশ্বাস বায়ুক হঠাৎ আঘাতত আহত কৰিছে। পুলোমাৰ দুনয়ন যেন নীৰৱ বেদনাৰ দুটি উৎস , চকুপানী ধাৰা হৈ নিগৰি পৰিছে।

হুতাশনে প্ৰশ্ন কৰে— এইয়া কি পুলোমা?

পুলোমাই কয়— পুলোমাৰ অশ্ৰুধাৰা, ভগৱান হুতাশন। এই অশ্ৰুধাৰাৰ নাম বধূসৰা।

বিস্মিত হয় হুতাশন— তোমাৰ অশ্ৰুধাৰাক এই নাম কোনে দিছে?

পুলোমা— লোকপিতামহ ব্ৰহ্মাই। সেইদিনা ঠিকেই দেখিছিল তেওঁ, মোৰ অশ্ৰু নদী হৈ মোক অনুসৰণ কৰিছে।

হুতাশন— কিন্তু কিয়, কাৰ কাৰণে আৰু কিহৰ কাৰণে, বুজিব পাৰিছা জানো পুলোমা?

পুলোমা— বুজিব পাৰিছো।

এতিয়াহে সত্যসাক্ষী হুতাশনৰ সকলো কৌতূহলৰ অৱসান হয়। আৰু বিস্মিত হোৱাৰ কাৰণ নাই।

হুতাশনে কয়— মই যাও পুলোমা।

পুলোমা— কৈ যাওক ভগৱান হুতাশন, দূৰ বনস্থলীৰ এক আৰ্তনাদৰ স্মৃতি, মোৰ ঘৃণাৰ দ্বাৰা অৱমানিত এক প্ৰেমিকৰ অন্তিম নিঃশ্বাসৰ বেদনাই জানো চিৰকাল মোৰ শান্তিক এইদৰে ক্ষণে ক্ষণে অশ্ৰুসিক্ত কৰি তুলিব?

হুতাশন— নিশ্চয়, পুলোমা।

আৰ্তনাদ কৰে পুলোমাই— কিয়, ভগৱান হুতাশন?

হুতাশন— জীৱনত ভুলৰ প্ৰায়শ্চিত্তও যে জীৱনৰ সত্য ।

ত্ৰাসবিকম্পিত হস্তে ব্যথিত নয়নযুগল আচ্ছাদিত কৰে পুলোমাই। তথাপি কৰতল প্লাৱিত কৰি অবিৰল অশ্ৰুধাৰা নিগৰি পৰি থাকে পুলোমাৰ।

হুতাশনে কেৱল ভাৱে, পুলোমাৰ এই নয়নবাৰিক বধূসৰা নাম দিলে কিয় ব্ৰহ্মাই ? ভুল কৰিছিল আৰ্য ভৃগুৱে, ভুল কৰিছিল অনাৰ্য পুলোমাই, কিন্তু সৱাতোকৈ বেছি ভুল কৰিছিল বোধহয় ঋষিবধূ পুলোমাই। সেই কাৰণে নেকি?

গুচি যায় সত্যসাক্ষী হুতাশন।

# জৰৎকাৰু আৰু অস্তিকা

যাযাবৰ বংশৰ সকলো অতি বৃদ্ধ হৈছে। দ্বিতীয় পুৰুষ বা সন্তান বুলিবলৈ বংশৰ ভিতৰত মাত্ৰ এজন আছে— জৰৎকাৰু। কিন্তু জৰৎকাৰুও বৃদ্ধ হৈ আহিছে। আজি পৰ্যন্ত বিবাহ কৰি গৃহী হোৱা নাই। অতিবৃদ্ধ পিতৃ সমাজৰ কাৰণে ই এটা ডাঙৰ দুঃখ।

যাযাবৰ বংশৰ গৌৰৱ জৰৎকাৰু, কঠোৰ ব্ৰতপৰায়ণ তপস্বী। পৰমপ্ৰতাপ ৰজা জন্মেজয়ে তেওঁক ভক্তিনম্ৰ শিৰে শিৰে অভিবাদন কৰে। তপস্যা আৰু ব্ৰতৰ বাহিৰে সংসাৰ আৰু সমাজত আৰু কোনো কৰ্তব্য গ্ৰহণ কৰিবলৈ নিবিচাৰে জৰৎকাৰুৱে। ৰজা জন্মেজয়ে সংকল্প ঘোষণা কৰি ৰাখিছে, যদি ঋষি জৰৎকাৰুৱে কোনোবাদিনা গৃহিজীৱন গ্ৰহণ কৰি পুত্ৰলাভ কৰে, তেনেহ'লে জৰৎকাৰুৰ সেই পুত্ৰক তেওঁ তেওঁৰ মন্ত্ৰগুৰু হিচাপে সম্মানিত কৰিব।

কিন্তু এই গৌৰৱ আৰু সম্মান সত্ত্বেও যাযাবৰ পিতৃ সমাজৰ মন বিষণ্ণ হৈ আছে। জৰা বা বাৰ্দ্ধক্যৰ কাৰণে নহয়, বংশলোপৰ আশঙ্কাত। একমাত্ৰ বংশধৰ জৰৎকাৰুৰ তপোবল আৰু বিদ্যাৰ কাৰণে তেওঁলোকে গৌৰৱ অনুভৱ কৰে ঠিকেই, কিন্তু যেতিয়া চিন্তা কৰে যে, জৰৎকাৰুৰ পিচত যাযাবৰ কুলৰ প্ৰতিনিধিৰূপে পৃথিৱীত আৰু কোনো নাথাকিব, তেতিয়াই তেওঁলোকৰ মনৰ শান্তি নষ্ট হয়। পিতৃসমাজৰ মনত এনেকুৱা আক্ষেপো মাজে মাজে জাগে,এই প্ৰভৃত তপোবলৰ গৌৰৱ ক্ষুণ্ণ কৰিও যদি জৰৎকাৰু এজনী সংসাৰসঙ্গিনী লৈ গৃহী হয়, সন্তানৰ পিতৃ হয়, সিও শ্ৰেয় আছিল। জৰৎকাৰুৰ- উগ্ৰ তপস্যা শুদ্ধতা সংযম আৰু তীৰ্থ-পৰিক্ৰমাৰ পুণ্য, এই সকলোবোৰৰ কাৰণে হয়তো পৃথিৱীত যাযাবৰ বংশৰ নাম থাকিব, কিন্তু যাযাবৰ বংশ আৰু নাথাকিব। পিতৃ পুৰুষৰ বিদেহী সত্তাক পিয়াহৰ পানী দি তৰ্পণ কৰিবলৈ কোনো নাথাকিব।দুঃখ নোহোৱাকৈ নোৱাৰে।

পিতৃ সমাজৰ দঃখৰ কাৰণ এদিন শুনিবলৈ পালে জৰৎকাৰুৱে। তেওঁলোকে জৰৎকাৰুক ক'লে— আমাৰ দিন শেষ হৈ আহিছে, তোমাৰ গৌৰৱ লৈ আমি সুখত মৰিম, কিন্তু শান্তিত মৰিম নোৱাৰিম। তোমাৰ ব্ৰহ্মব্ৰতৰ কাৰণে আমাৰ বংশ লুপ্ত হ'বলৈ ওলাইছে।

জৰৎকাৰুৰ দৰে তপস্বীৰ কঠিন মনত তথাপি বিন্দু পৰিমাণ সমাবেদনাও নজন্মে। পিতৃসমাজে কয়— তোমাৰ ওচৰত অনুগ্ৰহ বা সমবেদনাৰ প্ৰাৰ্থী আমি

নহয়। তোমাৰ কৰ্তব্যৰ কথাকে স্মৰণ কৰি দিবলৈ বিচাৰিছো। বংশৰক্ষাৰ কাৰণে যেতিয়া আমাৰ সমাজত দ্বিতীয় আৰু কোনো নাই,কেৱল তুমি আছা, তেতিয়া এই কৰ্তব্য পালনৰ দায় একান্তভাৱে তোমাৰেই। সমাজৰ প্ৰতি, পিতৃপুৰুষৰ প্ৰতি কৰ্তব্য অৱহেলা কৰি তপস্বী হোৱাৰ অধিকাৰ তোমাৰ নাই। তুমি নিজে কৰ্তব্যবাদী বিবেকবান আৰু বিদ্বান; তুমি জানা আমি যি কৈছো, সি তোমাৰেই ধৰ্মসঙ্গত নীতি।

জৰৎকাৰুৱে কিছুসময় চিন্তা কৰি কয়— আপোনাসকলে ঠিকেই কৈছে। আপোনাসকলৰ দ্বিতীয় পুৰুষ যেতিয়া মোৰ বাহিৰে আৰু কোনো নাই, তেতিয়া বংশধাৰা ৰক্ষাৰ কৰ্তব্য একান্তভাৱে মোৰেই ধৰ্ম। কিন্তু মই যিভাৱে মোৰ জীৱন গঠন কৰিছো, সেই ক্ষেত্ৰত মোৰ পক্ষে গৃহিজীৱন যাপন কৰা সম্ভৱ নহয়। পতি হোৱা বা পিতৃ হোৱাৰ আগ্ৰহ বোধহয় মোৰ শেষ হৈ গৈছে। সংসাৰ অন্বেষণ কৰি কোনো নাৰীক জীৱনত আহ্বান কৰাৰ ৰীতি নীতিও মই পাহৰি গৈছো। মই বিষয় উপাৰ্জনৰ পদ্ধতিত নাজানো।

পিতৃসমাজে কয়— কিন্তু উপায় কি? যি প্ৰকাৰেই হওক, তুমি বংশ ৰক্ষাৰ কৰ্তব্য গ্ৰহণ কৰিবই লাগিব।

জৰৎকাৰুৱে কয়— মই এটি প্ৰতি শ্ৰুতি আপোনাসকলক দিব পাৰো। মোৰেই সমনাম্নী কোনো নাৰীয়ে যদি স্বেচ্ছাই মোৰ জীৱনলৈ আহি কেৱল পুত্ৰৱতী হ'বলৈ বিচাৰে, তেনেহ'লে মই তেওঁৰ ইচ্ছা পূৰ্ণ কৰিম, নিজৰ ইচ্ছা নহয়, কাৰণ ইচ্ছাহীন হৈছে মোৰ জীৱন। মোৰ মনৰ ফালে লক্ষ্য কৰি দেখিবলৈ পাইছো, সেই মনত সম্ভোগৰ তিলমাত্ৰ বাসনা নাই।

অতিবৃদ্ধ পিতৃ সমাজে হৃষ্টচিত্তে কয়— তোমাৰ পৰা পোৱা এই আশ্বাসো যথেষ্ট। তুমি ভাৰ্যা গ্ৰহণত সম্মত আছা, এই সত্য জানিয়ে আমি শান্তিত মৰিব পাৰিম। মৰাৰ আগতে আমি প্ৰাৰ্থনা কৰি যাম,এনেকুৱা নাৰী তোমাৰ জীৱনত সুলভ্যা হওক, যি নাৰী স্বেচ্ছাই আহি তোমাৰ সাহচৰ্যত পুত্ৰৱতী হ'ব।

ব্ৰহ্মচাৰী জৰৎকাৰু, যি কেৱল আকাশৰ বায়ুক ভোজ্যৰূপে গ্ৰহণ কৰি শৰীৰ ক্ষীণ কৰি পেলাইছে, তেৱোঁ প্ৰবীণ জীৱনত দাৰগ্ৰহণ কৰিবলৈ সম্মত হৈছে, জনসমাজত আৰু দেশে দেশান্তৰে এই সংবাদ ৰটিত হৈ গ'ল। ৰজা জন্মেজয় শুনি সুখী হ'ল।

শ্ৰদ্ধেয়ৰূপে আৰু সৰ্বজনবৰণ্যে ৰূপে যি প্ৰসিদ্ধি লাভ কৰিছে, তেওঁৰ পক্ষে কিন্তু বৰমাল্য লাভ কৰাৰ কোনো লক্ষণ বা ঘটনা দেখা নিদিলে।

নিঃসম্পদ এক তপস্যাপৰায়ণৰ সংসাৰভাগিনী হোৱাৰ আগ্ৰহ হ'ব, এনেকুৱা কন্যা দুৰ্লভ নিশ্চয়।

কিন্তু আশ্চৰ্য, দেশান্তৰত এক ৰাজপ্ৰাসাদৰ অভ্যন্তৰত এই সংবাদে এজনৰ বিষণ্ণ মনৰ চিন্তাত প্ৰবল এক আগ্ৰহৰ চাঞ্চল্য সৃষ্টি কৰে। নাগৰাজ বাসুকিৰ মনত।

নাগৰাজ বাসুকিও কুলক্ষয়ৰ আশঙ্কাত বিষণ্ণ হৈ আছে। কেৱল তেওঁৰ পুৰুষপৰম্পৰা বংশধাৰাৰ ক্ষয় নহয়, তাতোকৈ ভয়ানক এক ক্ষয়ৰ আশঙ্কা। সমগ্ৰ নাগ জাতিক ধ্বংস কৰাৰ কাৰণে ৰজা জন্মেজয়ে তেওঁৰ নিষ্ঠুৰ পৰিকল্পনা সম্পূৰ্ণ কৰি তুলিছে। পৰাক্ৰান্ত জন্মেজয়ৰ বৈৰিতা আৰু আক্ৰমণৰ সন্মুখত দুৰ্বল নাগসমাজে আত্মৰক্ষা কৰাৰ কোনো উপায় আজিও আবিষ্কাৰ কৰিব পৰা নাই বাসুকিয়ে। নাগ প্ৰধান সকলে এজন এজনকৈ আহি সকলো প্ৰকাৰৰ প্ৰয়াস আৰু পন্থাৰ পৰামৰ্শ দি গৈছে; সূক্ষ্ম কূট আৰু প্ৰচ্ছন্ন, কিন্তু কোনোটিকে জাতিৰক্ষাৰ উপযোগী বুলি বিশ্বাস কৰিবলৈ পৰা নাই বাসুকিয়ে। বিশ্বাস নহয়, পৰাক্ৰান্ত জন্মেজয়ৰ শক্তিক এই সব সূক্ষ্ম কূট বা প্ৰচ্ছন্ন কোনো আঘাতৰ দ্বাৰা পৰাভূত কৰা সম্ভৱ হ'ব।

জাতিৰক্ষাৰ কাৰণে এই চিন্তাৰ মাজত বাসুকিয়ে আজি কিয় যেন বাৰে বাৰে জৰৎকাৰুৰ কথা স্মৰণ কৰিছিল। জন্মেজয়ৰ শ্ৰদ্ধাস্পদ জৰৎকাৰু, যি জৰৎকাৰুৰ পুত্ৰক ভৱিষ্যতৰ মন্ত্ৰগুৰুৰূপে নিৰ্বাচিত কৰি ৰাখিছে জন্মেজয়ে, সেই জৰৎকাৰুৱে পৰিণত বয়সত ব্ৰহ্মব্ৰতৰ ৰীতি ক্ষুণ্ণ কৰি বিবাহৰ সংকল্প কৰিছে। স্বজাতিক ধ্বংসৰ পৰা ৰক্ষা, আৰু জৰৎকাৰুৰ বিবাহৰ সংকল্প, দুটা ভিন্ন বিষয় আৰু ভিন্ন প্ৰশ্ন, দুটা ভিন্ন ঘটনা আৰু ভিন্ন সমস্যা। তথাপি এই দুটা প্ৰশ্নক এটা কৰি লৈ চিন্তা কৰিছিল বাসুকিয়ে। মনত ভাব হয় বাসুকিৰ, জন্মেজয়ৰ নিষ্ঠুৰ পৰিকল্পনাৰ আঘাতৰ পৰা জাতিক ৰক্ষা কৰাৰ উপায় আছে।

বাৰে বাৰে মনত পৰে বাসুকিৰ, তেওঁৰ ভগ্নী অস্তিকাৰ কৌলেয় নামো যে জৰৎকাৰু। যি বিচাৰিছিল তাৰেই ইঙ্গিত চিন্তাৰ মাজত অলপ স্পষ্ট হৈ উঠোতেই আকৌ বিষণ্ণ হৈ পৰে বাসুকি। বৰ কঠিন এই পথ, বৰ কঠোৰ তেওঁৰো অন্তৰৰ এই পৰিকল্পনা। কিন্তু নাই, শত ধিক্, কি নিষ্ঠুৰ এই কল্পনা। এজনী তৰুণীৰ জীৱনক উৎকোচৰূপে বিলাই দি জাতিক বচাব লাগিব, এনেকুৱা চিন্তা মুখ খুলি প্ৰকাশ কৰিবলৈও মনৰ ভিতৰত শক্তি বিচাৰি পোৱা নাছিল বাসুকিয়ে। কিন্তু উপায় নাই, ক'বই লাগিব।

হঠাৎ কক্ষান্তৰৰ পৰা বাসুকিৰ সম্মুখলৈ আহি থিয় হয় অস্তিকা, বাসুকিৰ ভগিনী। চমকি উঠে বাসুকি। যি নির্মম পৰিকল্পনাৰ লগত মনৰ গোপনত আলাপ কৰিছিল বাসুকিয়ে, অস্তিকাই জানো তাক শুনিবলৈ পাইছে?

বাসুকিৰ ভগ্নী অস্তিকা আজিও অনূঢ়া, কিন্তু এই কাৰণে বাসুকিৰ বা অস্তিকাৰ মনত কোনো দুশ্চিন্তা নাই। সি কেনেকুৱা সুপুৰুষ, এনেকুৱা ৰূপান্বিতা আৰু সুযৌৱনা তৰুণীৰ বৰমাল্য কণ্ঠত ধাৰণ কৰিবলৈ যাৰ আগ্ৰহ নহ'ব? কত কান্তিমান যশস্বী আৰু গুণাধাৰ কুমাৰ এই অস্তিকাৰ পাণিপ্ৰাৰ্থনাৰ কাৰণে উৎসুক হৈ আছে,কিন্তু কুমাৰী অস্তিকাৰ মনত তাৰ কাৰণে কোনো উৎসাহ নাই, আনন্দও নাই। দেশান্তৰলৈ গৈ ৰাজমহিষী হৈ জীৱন যাপন কৰাৰ পথ মুক্ত হৈয়ে আছে, ইচ্ছা কৰিলে স্বয়ম্বৰা হৈ আজিও সেই পথ লব পাৰে অস্তিকাই। কিন্তু ক্ষণে ক্ষণে মনত ভাৱ হয় অস্তিকাৰ, জন্মেজয়ৰ আক্ৰমণত তেওঁৰেই ভাতৃসমাজ অচিৰে ধ্বংস হৈ যাব। শান্তি নোহোৱা হয় সুন্দৰী অস্তিকাৰ মনত। আসন্ন বিনাশৰ আশঙ্কাত বেদনাপন্ন জাতি আৰু সমাজৰ কথা ভাবিবলৈ গৈ নিজৰ জীৱনৰ কাৰণে কোনো আনন্দৰ উৎসৰ কল্পনা কৰিবলৈও ভাল নালাগে। নাগজাতিৰ সঙ্কট, তাইৰ পিতৃকুলৰ সঙ্কট, ইয়াৰ মাজত তাইৰ জানো কোনো কর্তব্য নাই?

আজি ইমানদিনৰ মূৰত যেন এক কর্তব্যৰ সন্ধান পাইছে অস্তিকাই। সেই কথা জনাবৰ কাৰণে ভ্ৰাতা বাসুকিৰ ওচৰলৈ আহি থিয় হৈছে।

অস্তিকাই কয়— মহাতপা জৰৎকাৰুৱে পিতৃ সমাজৰ অনুৰোধত কুলৰক্ষাৰ কাৰণে পত্নী গ্ৰহণৰ সংকল্প কৰিছে, এই কথা আপুনি নিশ্চয় শুনিছে ভ্ৰাতা।

বাসুকি— এৰা, শুনিছো।

অস্তিকা— জৰৎকাৰুৰ পুত্ৰক ৰজা জন্মেজয়ে ভৱিষ্যতে মন্ত্ৰগুৰুৰূপে গ্ৰহণ কৰিব, এই কথাও আপুনি নিহচয় শুনিছে।

— এৰা।

— জৰৎকাৰুক যদি মই স্বামীৰূপে বৰণ কৰো, তেন্তে?

বাসুকিয়ে বিস্ময়ত চীৎকাৰ কৰি উঠে— তেন্তে কি?

— আপুনি কূটনীতিক আৰু বিজ্ঞ, আপুনি চিন্তা কৰি চাওক, জন্মেজয়ৰ আক্ৰমণৰ পৰা নাগজাতিক ৰক্ষা কৰাৰ উপায় হ'ব পাৰে, যদি মই মহাতপা

জৰৎকাৰুক স্বামীৰূপে গ্ৰহণ কৰোঁ।

অঁ, নিশ্চয় উপায় হ'ব পাৰে। বাসুকিৰ মনে যে এই বিশ্বাসৰ কাৰণেই আশা দুৰাশা আৰু হতাশাৰ দ্বন্দ্ব সহ্য কৰিছে। ভৱিষ্যতৰ যি জৰৎকাৰুপুত্ৰক জন্মেজয়ে মন্ত্ৰগুৰুৰূপে নিৰ্বাচিত কৰি ৰাখিছে, সেই জৰৎকাৰুপুত্ৰ যদি বাসুকিৰ ভাগিনেক হয়, তেনেহ'লে উপায় হ'ব পাৰে। অস্তিকাৰ কোলাত লালিত সেই জৰৎকাৰুপুত্ৰই তাৰ নিজৰ মাতৃকুল ধ্বংসৰ পৰিকল্পনাত কেতিয়াও জন্মেজয়ক সমৰ্থন নকৰিব,বৰং, আৰু অৱশ্য, একমাত্ৰ সিয়ে জন্মেজয়ক নিবৃত্ত কৰিব।

অঁ, নিশ্চয় উপায় হ'ব পাৰে। বাসুকিৰ মনে যে এই বিশ্বাসৰ কাৰণেই আশা দুৰাশা আৰু হতাশাৰ দ্বন্দ্ব সহ্য কৰিছে। ভৱিষ্যতৰ যি জৰৎকাৰুপুত্ৰক, জন্মেজয়ে মন্ত্ৰগুৰু ৰূপে নিৰ্বাচিত কৰি ৰাখিছে, সেই জৰৎকাৰু পুত্ৰ যদি বাসুকিৰ ভাগিনেক হয়, তেনেহ'লে উপায় হ'ব পাৰে। অস্তিকাৰ কোলাত লালিত সেই জৰৎকাৰুপুত্ৰই তাৰ নিজৰ মাতৃকুল ধ্বংসৰ পৰিকল্পনাত কেতিয়াও জন্মেজয়ক সমৰ্থন নকৰিব; বৰং, আৰু অৱশ্য, একমাত্ৰ সিয়ে জন্মেজয়ক নিবৃত্ত কৰিব পাৰে। অঁ, উপায় হ'ব পাৰে।

তথাপি বাসুকিৰ কণ্ঠস্বৰ বেদনাত উদাস হৈ উঠে— মোৰ চিন্তা অপচিন্তা বা দুশ্চিন্তাৰ কথা বাদ দিয়া ভগিনী অস্তিকা, তুমি নিজৰ ওপৰত ইমান নিৰ্মম নহ'বা।

অস্তিকা—কিহৰ নিৰ্মমতা?

বাসুকি— জৰৎকাৰু ডাল-দৰিদ্ৰ প্ৰায়বৃদ্ধ আৰু সংসাৰবিমুখ এক তপস্বী। তোমাৰ দৰে সুযৌৱনা ৰূপান্বিতা আৰু সুখলালিতা নাৰীৰ পক্ষে এইহেন ব্যক্তি কেতিয়াও বৰণীয় হ'ব নোৱাৰে।

অস্তিকাই বাধা দি কয়— জাতিক সমূহ বিনাশৰ পৰা ৰক্ষা কৰাৰ কোনো উপায় যেতিয়া আৰু নাই, তেতিয়া মোৰ দৰে নাৰীৰ পক্ষে যি সাধ্য, মই তাকে কৰিব বিচাৰোঁ। আপোনাৰ সম্মতি আছে নে নাই কওক?

বাসুকি— আছে। এই এটামাত্ৰ উপায় আছে। আৰু ইমানপৰে অনেক কুণ্ঠা সত্ত্বেও এই উপায়ৰ কথা চিন্তা কৰিছিলো, ভগিনী অস্তিকা। আশীৰ্বাদ কৰোঁ, তুমি যেন . . .।

অস্তিকা— প্ৰাৰ্থনা কৰক, নাগজাতি যেন ৰক্ষা পৰে।

বনপথেৰে অকলশৰে গৈ গৈ হঠাৎ নাগৰাজ বাসুকিক দেখি প্ৰথমে বিস্মিত নহয় জৰৎকাৰু, কিন্তু নাগৰাজৰ উচ্চাৰিত অভ্যৰ্থনাৰ বাণী শুনি অলপ বিস্মিত হয়, আৰু নাগৰাজৰ অনুৰোধ শুনি আৰু বেছি বিস্মিত হয়।

জৰৎকাৰুৱে কয়— শুনি সুখী হ'লো, আপোনাৰ ভগ্নী মোৰেই সমনাম্মী। কিন্তু মোৰ দৰে বিষয়সম্পদহীন বয়োবৃদ্ধ পুৰুষ এজনৰ ওচৰত অযাচিত উপহাৰৰ দৰে এজনী কুমাৰী তৰুণীয়ে জীৱন আত্মসমৰ্পণ কৰিবলৈ বিচৰাৰ কথা, শুনি বিস্ময় নহৈ নোৱাৰিলোঁ, নাগৰাজ।

বাসুকি— বিস্ময় হ'লেও বিশ্বাস কৰক ঋষি, মোৰ ভগ্নী অস্তিকাই স্বেচ্ছাই আপোনাৰ দৰে তপস্বীক পতিৰূপে বৰণ কৰিবৰ কাৰণে প্ৰতীক্ষাত আছে।

জৰৎকাৰু— মোৰ কিন্তু ভাৰ্যা পোষণৰ উপযোগী বিষয়সম্পদ অৰ্জনৰ কোনো সামৰ্থ্য নাই।

বাসুকি— জানো, সেই দায়িত্ব মই ললো।

জৰৎকাৰু— মই কিন্তু সম্ভোগসুখৰ কাৰণে মুঠেই স্পৃহাশীল নহওঁ।

বাসুকি— জানো, সেইটো আপোনাৰ জীৱনৰ আদৰ্শ।

জৰৎকাৰু— মাত্ৰ পিতৃ সমাজৰ ওচৰত প্ৰতিশ্ৰুত সত্যৰক্ষাৰ কাৰণে মই কুল ৰক্ষাৰ সংকল্প গ্ৰহণ কৰিছো।

বাসুকি— জানো সেইটো আপোনাৰ কৰ্তব্য।

জৰৎকাৰু— তথাপি আশঙ্কা হয় নাগৰাজ । এইদৰে পত্নী গ্ৰহণ কৰিলে এটা দীনতা স্বীকাৰ কৰিব লাগিব। মোৰ কুলৰক্ষাৰ ব্ৰতত সহায়িকা হৈ যি নাৰী মোৰ ওচৰলৈ আহিব বিচাৰিছে, সেই নাৰীয়ে মোৰ প্ৰতি নিজৰ আচাৰণত প্ৰিয়তা আৰু সম্মান ৰক্ষা কৰিব পাৰিব জানো?

বাসুকি— মই আশ্বাস দিব পাৰোঁ ঋষি, মোৰ ভগ্নীৰ আচৰণত আপুনি কোনো অপ্ৰিয়তাৰ প্ৰমাণ নাপাব।

জৰৎকাৰু— মই নিজকে জানো বুলিয়েই এটা কথা জনাই থওঁ। আপোনাৰ ভগিনীৰ আচৰণ যিদিনা মোৰ ওচৰত অপ্ৰিয় বোধ হ'ব, সেই দিনাই মই আঁতৰি যাম, আৰু উভতি নাহোঁ।

বাসুকি— আপোনাৰ এই অধিকাৰো স্বীকাৰ কৰিছো, ঋষি।

বিবাহ হৈ গ'ল। তপস্বী জৰৎকাৰু আৰু ৰাজকুমাৰী অস্তিকাৰ বিবাহ। এই বিবাহত বৰমাল্য বিনিময়ৰ লগত হৃদয় বিনিময়ৰ কোনো প্ৰশ্ন নাছিল। লগ্ন যিমানেই মধুৰ হওক, কোনো আনন্দ শঙ্খে শঙ্খে ধ্বনিত হোৱাৰ কথা নাছিল। মাঙ্গলিক বেদিকা আলিম্পনে ৰঞ্জিত হ'লেও অন্তৰনিলয় অনুৰাগে ৰঞ্জিত নাছিল। এজনৰ উদ্দেশ্য পিতৃকুল ৰক্ষা আৰু আনজনৰ উদ্দেশ্য ভ্ৰাতৃকুল ৰক্ষা,

তাৰ কাৰণেই এই বিবাহ। সমাজনীতিৰ মৰ্যাদা ৰক্ষা কৰিবৰ কাৰণে এজন তপস্বীয়ে তেওঁৰ ব্ৰহ্মব্ৰত ক্ষুণ্ণ কৰি এজনী সুযৌৱনা নাৰীক গ্ৰহণ কৰিলে, ৰাজনীতিৰ উদ্দেশ্য সিদ্ধ কৰিবৰ কাৰণে এজনী তৰুণী ৰাজকুমৰীয়ে এজন বয়োবৃদ্ধ তপস্বীক গ্ৰহণ কৰিলে।

নাগপ্ৰাসাদৰ অভ্যন্তৰত ৰমণীয় এখন পুষ্পাকুল উদ্যান, সৌৰভবিধুৰ বায়ু আৰু বিহংগৰ কলকূজন। তাৰেই মাজত এটা সুশোভন নিকেতনত জৰৎকাৰু আৰু অস্তিকাৰ অভিনৱ দাম্পত্যৰ জীৱনে আশ্ৰয় লাভ কৰে।

কৰতল কঠোৰ কৰি অক্ষিসললিৰ ধাৰা আগতেই মচি পেলাই এই ঘটনাক বৰণ কৰিবৰ কাৰণে প্ৰস্তুত হৈছিল অস্তিকা। জানে অস্তিকাই, এই দাম্পত্যত হৃদয়ৰ স্থান নাই। এজন বয়ঃপ্ৰবীণ তপস্বীৰ সাহচৰ্য বৰণ কৰি তাই কেৱল পুত্ৰৱতী হ'ব লাগিব। ইয়াৰ বাহিৰে এই দাম্পত্যৰ আৰু কোনো তাৎপৰ্য নাই।

জৰৎকাৰুৱে জননে, তেওঁৰ কৰ্তব্য কি, সংকল্প কি? যাযাবৰ পিতৃসমাজৰ ওচৰত প্ৰদত্ত তেওঁৰ প্ৰতিশ্ৰুতি কেৱল ৰক্ষা কৰিব লাগিব। অস্তিকা নামে এই নাগৰাজভগিনী মাথোৰ পুত্ৰৱতী হ'ব, এজনী তৰুণীৰ জীৱনত মাত্ৰ এইফেৰি পৰিণতি সফল কৰাৰ প্ৰয়াসৰ বাহিৰে আৰু কোনো অভীপ্সা তেওঁৰ নাই। সংকল্প অনুসাৰে এই বিবাহিত জীৱনক যিদৰে গ্ৰহণ কৰা উচিত, জৰৎকাৰুৱে ঠিক সেইদৰেই গ্ৰহণ কৰে। কুলৰক্ষাৰ আগ্ৰহৰ বাহিৰে তেওঁৰ মনত আৰু কোনো আগ্ৰহ নাই।

মমতা ইয়াত নিষিদ্ধ, অনুৰাগ অপ্ৰাৰ্থিত, হৃদয়ৰ বিনিময় অবৈধ। স্পৃহাহীন সম্ভোগ, কামনাহীন মিলন। জৰৎকাৰুৰ প্ৰয়োজন কেৱল অস্তিকাৰ এই নাৰী শৰীৰ, নাৰীত্ব নহয়। বিবাহৰ পিচত জৰৎকাৰুৱে নিৰন্তৰ আৰু প্ৰতি মুহূৰ্তে অস্তিকাক বক্ষোলগ্ন কৰিবলৈ বিচাৰে, বক্ষোলগ্ন কৰি ৰাখে।

অস্তিকাৰ মনত ভাব হয়, এক বিৰাট পাষাণৰ বিগ্ৰহে যেন তাইক বক্ষত ধাৰণ কৰি আছে, যি বক্ষত আগ্ৰহৰ কোনো স্পন্দন নাই। জৰৎকাৰুৰ এই কঠোৰ আলিঙ্গনত অস্তিকাৰ অধৰ শীতাহত কমলপত্ৰৰ দৰে শিহৰিত হয়। কিন্তু কোনো আবেগৰ স্পৰ্শত নহয়ঃ দুঃসহ এক দুঃখৰ বিৰুদ্ধে এটি প্ৰতিবাদ যেন স্ফুৰিত হবলৈ চেষ্টা কৰিও স্তব্ধ হৈ যায়।

কি অদ্ভুত মিলন নিৰন্তৰ অন্বেষণ কৰিছে স্বামীয়ে! ঋষিৰ স্পৃহাহীন আৰু উদাসীন নিশ্বাসত যেন কেৱল অন্ধ শোণিতৰ আগ্ৰহ!

দুঃসহ বোধ হ'লেও এটা আশা অন্তৰত পুহি ৰাখিছে অস্তিকাই, এদিন নহয় এদিন জৰৎকাৰুৰ এই কামনাহীন পৌৰুষৰ অৱসান হ'ব। মাজে মাজে

কামনাও মমতাৰে সুৰভিত হৈ প্ৰেমত পৰিণত হ'ব। জৰৎকাৰুৰ জীৱনত পতিধৰ্মৰ আৱিৰ্ভাৱ হ'ব। অস্তিকাৰ দেহৰ স্পৰ্শক সহধৰ্মিণীৰ স্পৰ্শ বুলি অনুভৱ কৰাৰ দৰে হৃদয় লাভ কৰিব জৰৎকাৰুৱে।

জৰৎকাৰুক পতিৰ সন্মান দি [illegible] কৰি লবৰ আশা পালি থাকে অস্তিকাই। সুযোগ নাপায়, তথাপি সুযোগৰ [illegible]ষণ কৰে। নিতান্ত শয্যা সঙ্গিনী হোৱাৰ আহ্বানৰ বাহিৰে জৰৎকাৰুৰ পৰা আৰু কোনো সহব্ৰতৰ আহ্বান নাহে, তথাপি অস্তিকাৰ অন্তৰাত্মা প্ৰতীক্ষাত থাকে। জৰৎকাৰুৱে যদিও কোনোদিনে কোৱা নাই, তথাপি তেওঁৰ পাদ্য-অৰ্ঘ্যৰ আয়োজন কৰি ৰাখে অস্তিকাই।

এই দাম্পত্যত প্ৰেম নাই, নাথকক, তাৰ কাৰণে দুঃখ কৰিবলৈ নিবিচাৰে অস্তিকাই ! এই ঋষিৰ নিশ্বাসত কেৱল যদি এফেৰি কামনাময় আগ্ৰহৰ উত্তাপ থাকিলহেঁতেন! মধ্যৰাত্ৰিৰ তন্দ্ৰাৰ মাজত নীৰৱে কান্দি উঠে অস্তিকাৰ হৃদয়ৰ প্ৰাৰ্থনা।— নিবিচাৰোঁ প্ৰেম, মাত্ৰ বিচাৰোঁ এক বিন্দু কামনাৰ স্পৰ্শ। কোৱাঁ ঋষি, এবাৰ সৌ ৰৱহীন হাস্যহীন আৰু বিহুলতাশূন্য শিলাৱৎ অধৰ স্পন্দিত কৰি তোমাৰেই বিবাহিতা নাৰীৰ কাণৰ কাষত কেৱল কৈ দিয়া ভাল লাগে এই নাৰীৰ দেহৰ স্পৰ্শ।

স্বেচ্ছাই আৰ্হত শোভাহীন ভাগ্যক নতুনকৈ সজাই তুলিবলৈ চেষ্টা কৰে অস্তিকাই। মাত্ৰ কুলৰক্ষাৰ কাৰণে সংস্কাৰচাৰিণী নাৰীৰ মনে বুজিব পাৰে, এই জীৱন পত্নীৰ জীৱন নহয়। তথাপি ভৱিষ্যতৰ কাৰণে আশা পুহি ৰাখে অস্তিকাই। জৰৎকাৰুৰ এই উত্তাপহীন তৃষ্ণা, আগ্ৰহহীন লালসা আৰু অকুলতাহীন সম্ভোগৰ প্ৰতিজ্ঞা মেঘাবৃত দিনৰ অন্ধকাৰৰ দৰে এদিন মিথ্যা হৈ যাব,কামনাত কমনীয় হ'ব জৰৎকাৰুৰ কঠোৰ পতিত্ব।

সেইদিনা তেতিয়া সন্ধ্যা হৈ আহিছিল, পশ্চিম আকাশত ৰক্তিম ৰশ্মিৰ অৱশেষকণো আৰু নাছিল। অস্তিকাৰ মনত পৰে, স্বামী এতিয়া সন্ধ্যা-বন্দনাত বহিব। ক'ত আসন কৰি দিব লাগিব, কি উপকৰণ সংগ্ৰহ কৰি ৰাখিব লাগিব, সেই কথাকে ভাবিছিল অস্তিকাই।

জৰৎকাৰুৱে হঠাৎ উপস্থিত হৈ অস্তিকাৰ হাতত ধৰে। অস্তিকাৰ অন্তৰ এক অস্পষ্ট শঙ্কাত শিহৰিত হৈ উঠে। পিচমুহূৰ্ততে শঙ্কিতা অস্তিকাৰ প্ৰাণে যেন নীৰৱে আৰ্তনাদ কৰি উঠে। মূক উন্মাদৰ দৰে অকস্মাৎ অস্তিকাক বাহু বন্ধনত আবদ্ধ কৰে জৰৎকাৰুৱে। অসময়ত, অবিন্যস্ত কুসুমমাল্য আৰু বিস্ৰস্ত কৰি অৰচিত শয্যাত উপবেশন কৰে জৰৎকাৰুৱে।

কোনোদিনে যি কৰা নাই অস্তিকাই, আজি বাধ্য হৈ তাকে কৰিব লগা

হ'ল। মৃদু প্ৰত্যাখ্যানে জৰৎকাৰুৰ বাহু বন্ধন ছিন্ন কৰি উঠি থিয় হয়, অস্তিকা। নম্ৰ স্বৰে প্ৰতিবাদ কৰে অস্তিকাই— আপুনি ভুল কৰিছে ঋষি, এতিয়া আপোনাৰ সন্ধ্যা-বন্দনাৰ সময়।

জৰৎকাৰু কিছুসময় স্তব্ধ হৈ থাকে। ধীৰে ধীৰে তেওঁৰ মুখত যেন এক অপমানৰ জ্বালা দীপ্ত হৈ ফুটি উঠে।

জৰৎকাৰুৱে কয়— এই কথা স্মৰণ কৰি দিবলৈ তোমাৰ ইমান আগ্ৰহ কিয়?

অস্তিকা— মই আপোনাৰ স্ত্ৰী, আপোনাক কৰ্তব্য স্মৰণ কৰি দিয়াৰ আগ্ৰহ মোৰো তো থাকিব ঋষি।

— তোমাক সেই অধিকাৰ মই দিয়া নাই।

— তেনেহ'লে মোৰ অধিকাৰ কি?

— কেৱল মোৰ আচৰণৰ সাহায্য কৰা, বাধা দি মোক অপমান কৰা নহয়।

— ক্ষমা কৰিব ঋষি, অস্তিকাৰ দেহ-মন হৈ আপোনাৰ ইচ্ছা পূৰ্ণ কৰাৰ কাৰণেই প্ৰস্তুত হৈ আছে। আপোনাৰ দৈনিক ধৰ্মাচৰণত সাহায্য কৰাৰ কাৰণেই অপোনাক সন্ধ্যা-বন্দনাৰ কৰ্তব্য স্মৰণ কৰি দিছো। আপোনাক অপ্ৰিয় জ্ঞান নকৰোঁ ঋষি, আপুনি প্ৰিয় বুলিয়েই এইকণ বাধা দি পেলাইছো। কওক, কি অন্যায় কৰিছে আপোনাৰ পত্নী অস্তিকাই?

— কোনো ন্যায়-অন্যায়ৰ প্ৰশ্ন নহয় অস্তিকা। মহাতপা জৰৎকাৰুৱে আজি তোমাৰ পৰা কৰ্তব্যৰ যি উপদেশ শুনিব লগা হ'ল, সেই উপদেশ তাৰ জীৱনত তিৰস্কাৰৰ আঘাতৰ বাহিৰে আন একো নহয়। মোৰ ভুলৰ কাৰণেই মোক আজি তিৰস্কাৰ কৰাৰ সুযোগ তুমি পাইছা। তপস্বী জৰৎকাৰুৰ জীৱনত এয়ে প্ৰথম তিৰস্কাৰৰ আঘাত। কিন্তু এই ভুলক আৰু প্ৰশ্ৰয় দিব নোৱাৰোঁ। মই যাওঁ।

আৰ্তনাদ কৰি উঠে অস্তিকাই— ঋষি।

জৰৎকাৰু— বৃথা মোক মাতিছা।

অস্তিকাৰ দৃষ্টি বেদনাত সজল হৈ উঠে— আপোনোৰ পত্নী, আপোনাৰ সহচৰী জীৱন-সঙ্গিনী, আপোনাৰ ধৰ্মভাগিনী অস্তিকাই আপোনাক মাতিছে, আপুনি নাযাব ঋষি।

জৰৎকাৰু— ইমান ডাঙৰ সম্পৰ্কৰ প্ৰতিশ্ৰুতি মই তোমাক দিয়া নাই

অস্তিকা, মোৰ জীৱনত এইবোৰৰ কোনো প্ৰয়োজন নাই। তথাপি ধন্যবাদ দিওঁ তোমাক, তুমি মোক মোৰ এটা ভুলৰ গ্লানি স্মৰণ কৰি দিছা।

গুচি গৈছিল জৰৎকাৰু। অস্তিকাই কিছুসময় পলকহীন দৃষ্টি তুলি সেই নিৰ্মম অন্তৰ্ধানৰ ফালে চাই থাকে। তাইৰ নাৰীত্বই কোনো মুল্য নাপালে, তাইৰ পত্নীত্বই কোনো মৰ্যাদা নাপালে। যাওক, জানি শুনি আৰু স্বেচ্ছাই এই অদ্ভুত নিয়তিৰ ওচৰতেই তো আত্মসমৰ্পন কৰিছিল অস্তিকাই।

হঠাৎ মনত পৰে অস্তিকাৰ, তেওঁৰেই জীৱনৰ এক প্ৰতিজ্ঞা আৰু পৰীক্ষাক ব্যৰ্থ কৰি দি যেন সদৰ্পে গুচি গৈছে এক মমতাহীন পৌৰুষ। ইচ্ছাহীন পৌৰুষৰ সেই ঋষিক এনেকৈ গুচি যাবলৈ দিলে ৰক্ষা নাপাব নাগজাতিৰ জীৱন, ৰক্ষা নাপাব অস্তিকাৰ পিতৃকুলৰ কল্যাণ।

লুণ্ঠিত লতিকাৰ দৰে অস্তিকাৰ কোমল মূৰ্তি হঠাৎ অদ্ভুত এক আবেগত আহতা নাগিনীৰ দৰে চঞ্চল হৈ উঠে। মোহ নহয়, মমতা নহয়, কেৱল এক কৰ্তব্যৰ অঙ্গীকাৰ চঞ্চল হৈ উঠে। অস্তিকাই তেওঁৰ কৰ্তব্যৰ কথাও স্মৰণ কৰে, তেওঁৰ প্ৰতিশ্ৰুতি আৰু সংকল্পৰ কথা। দ্ৰুতপদে ছুটি আহি অস্তিকা জৰৎকাৰুৰ পথৰোধ কৰি থিয় হয়। জৰৎকাৰুৰ মুখৰ ফালে চাই মাত লগায়— ঋষি!

লজ্জানম্ৰা নাৰীৰ দৃষ্টি লৈ নহয়!

পতিপ্ৰেমিকা সহজীৱনপ্ৰাৰ্থিনী ভাৰ্যাৰ সেৱাকুল দৃস্টি লৈ নহয়, যৌৱন স্পৃহাও উন্মুক্ত কৰি নহয়, কেৱল এক অনাবৃত নাৰীদেহ যেন কেৱল এক পুৰুষদেহৰ সংসৰ্গ বৰণ কৰাৰ কাৰণে জৰৎকাৰুৰ সন্মুখত আহি থিয় দিছে।

অস্তিকাই কয়— আপুনি আপোনাৰ প্ৰতিশ্ৰুতিৰ কথা পাহৰি গৈছে, ঋষি।

জৰৎকাৰু— প্ৰতিশ্ৰুতি! কাৰ ওচৰত?

অস্তিকা— মোৰ ওচৰত নহয়, আপোনাৰ পিতৃ সমাজৰ ওচৰত যি প্ৰতিশ্ৰুতি দিছে, সেই প্ৰতিশ্ৰুতি সফল নোহোৱা পৰ্যন্ত অস্তিকাৰ আলিঙ্গনৰ মাজত আপুনি থাকিব লাগিব।

সন্ধ্যাদীপৰ আলোকত সেই মূৰ্তিৰ ফালে চাই জৰৎকাৰুৱে তেওঁৰ প্ৰতিশ্ৰুতিৰ কথা স্মৰণ কৰে; আৰু অস্তিকাৰ হাতত ধৰে।

জৰৎকাৰু ক'লৈ গুচি গৈছে, কেতিয়া গুচি গৈছে, কিয় গুচি গৈছে, নাগৰাজ বাসুকিয়ে একো জানিব পৰা নাই। এদিন সূৰ্যোদয়ৰ লগে লগে জাগ্ৰত নাগ প্ৰাসাদৰ এটি কক্ষত বহি দূতৰ মুখত যেতিয়া সংবাদ শুনিলে, অস্তিকাৰ আচৰণত ক্ষুদ্ধ হৈ জৰৎকাৰু গুচি গৈছে, তেতিয়া কিছু সময়ৰ বাবে স্তব্ধ হৈ

থাকিল বাসুকি। মনত ভাব হ'ল আঘাত অহাৰ আগতেই এই নাগপ্ৰাসাদ যেন নিজৰ লাজ অপমান আৰু ব্যৰ্থতাত চূৰ্ণ হৈ গৈছে।

অস্তিকা ক'ত? বাসুকি উঠিল।প্ৰাসাদৰ অলিন্দ আৰু প্ৰাঙ্গণ পাৰ হৈ, উপবন- বীথিকাৰ ভিতৰেদি ধীৰে ধীৰে অগ্ৰসৰ হৈ এক নিকেতনৰ অভ্যন্তৰত প্ৰৱেশ কৰে বাসুকি। দগ্ধ আৰু নিৰ্বাপিত সন্ধ্যা দীপৰ আধাৰ তেতিয়া চিয়াঁহীময় হৈ পৰিছিল, আৰু সেই নিৰ্বাপিত আৰু চিয়াঁহীময় প্ৰদীপৰ কাষত নিঃশব্দে বহিছিল অস্তিকা।

বাসুকিয়ে ব্যস্তভাৱে প্ৰশ্ন কৰে— জৰৎকাৰু কিয় গুচি গ'ল, অস্তিকা?

অস্তিকা— মোৰ ভুলৰ কাৰণে।

হতাশাত আক্ষেপ কৰি উঠে বাসুকি— সকলো ব্যৰ্থ কৰি দিলা ভগিনী অস্তিকা!

অস্তিকা— নাই ভ্ৰাতা, সকলো সাৰ্থক হৈছে।

বাসুকিৰ চকু দুটা উজ্জ্বল হৈ উঠে— সাৰ্থক? এই কথাৰ অৰ্থ?

অস্তিকা— তেওঁৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰিছে, ময়ো মোৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰিছো। জৰৎকাৰুৰ সন্তানৰ মাতৃ হোৱাৰ দায়িত্ব মোৰ জীৱনলৈ আহি গৈছে, আশীৰ্বাদ কৰা।

হৰ্ষ আৰু আনন্দত বাসুকিৰ চিত্ত উদ্ভাসিত হৈ উঠে। অস্তিকা ক আশীৰ্বাদ কৰি বাসুকিয়ে কয়— নাগজাতিক ধ্বংসৰ পৰা তুমিয়ে ৰক্ষা কৰিলা ভগিনী অস্তিকা, তোমাৰ এই গৌৰৱ অক্ষয় হ'ব।

আনন্দিতচিত্ত বাসুকি গুচি গ'ল। খন্তেক পিচতে অস্তিকাও তাইৰ অৱসন্ন দেহৰাৰ তুলি লৈ থিয় হয়। যেন এই সাৰ্থকতা আৰু গৌৰৱক ভালকৈ দেখাৰ কাৰণেই চতুৰ্দিকে দৃষ্টি পাত কৰে।

বোধহয়, তাইৰ নিজৰে ই জীৱনৰ চতুৰ্দিকে এবাৰ দৃষ্টিপাত কৰি চালে অস্তিকাই। দেখিবলৈ পায়, স্বামিহীন এক সংসাৰৰ নিকেতনত আজীৱন শূন্যতাৰ মাজত থিয় হৈ আছে তাইৰ জীৱন। আৰু, নিৰ্বাপিত সন্ধ্যাদীপৰ আধাৰত সৌ যে মহীময় অৱলেপ, সেয়ে তো তাইৰ অপমানিত নাৰীত্বৰ শ্মশানধূমলেখা। কেৱল অপমান, কেৱল ব্যৰ্থতা আৰু অগৌৰৱ।

# সম্বৰণ আৰু তপতী

তেওঁৰ নাম ভগৱান অদিত্য, লোকে তেওঁক বোলে লোকপ্ৰদীপ। সমাজকল্যাণ তেওঁৰ জীৱনৰ ব্ৰত।

সমাজকল্যাণ কোনো নতুন কথা নহয়, নতুন আদৰ্শও নহয়। বহু আদৰ্শবাদী আছে, যিসকলে সমাজৰ কল্যাণসাধনৰ কামকেই জীৱনৰ ব্ৰতৰূপে গ্ৰহণ কৰিছে।

এই কাৰণে নহয়; ভগৱান আদিত্যই সমাজকল্যাণৰ এনেকুৱা এটা নীতি প্ৰচাৰ কৰে, যাক তাৰ আগতে কোনেও কৰা নাই। সমদৰ্শিতাৰ নীতি। পাত্ৰ আৰু অপাত্ৰৰ বিচাৰ নাই, সকলোৰে প্ৰতি তেওঁৰ সমান মমতা, সমান সম্মান। নিতান্ত পাপাচাৰীৰ প্ৰতি তেওঁৰ যি আচৰণ, সদাচাৰীৰ প্ৰতিও সেই একেই আচৰণ।

শাস্ত্ৰজ্ঞ সকলে ভাবে, এই আদৰ্শত ভুল আছে।— আপুনি যি আলোকেৰে নিশান্তৰ অন্ধকাৰ দূৰ কৰি তৃষ্ণাৰ্ত হৰিণশিশুক নিজৰাৰ সন্ধান দিয়ে, সেই আলোকত আকৌ ক্ষুধাৰ্ত সিংহই হৰিণশিশুক দেখিবলৈ পায়। যি আলোকেৰে হৰিণশিশুক পথ দেখুৱায়, সেই আলোকেৰে হৰিণশিশুৰ মৃত্যুৰ পথো দেখুৱায়, কি অদ্ভুত আপোনাৰ সমদৰ্শিতা?

আদিত্যই কয়— আকৌ সেই আলোকেৰে সন্ধানী ব্যাধেও সিংহক দেখিবলৈ পায়।

শাস্ত্ৰজ্ঞ সকলে তথাপি তৰ্ক কৰে— কিন্তু এনেকুৱা সমদৰ্শিতাত কাৰ কি লাভ হ'ল? হৰিণশিশুৰ প্ৰাণ গ'ল সিংহৰ হাতত, সিংহৰ প্ৰাণ গ'ল ব্যাধৰ হাতত। আকৌ ব্যাধৰ প্ৰাণ হয়তো....।

আদিত্য— হয়, সেই আলোকেৰে ব্যাধৰ শত্ৰুৱেও ব্যাধক দেখিবলৈ পাই হয়তো সংহাৰ কৰিব। এয়ে তো সংসাৰৰ এটা দিশৰ ৰূপ, এটা পৰম সমদৰ্শীৰ নীতিয়ে সকলো জীৱৰ পৰিণাম শাসন কৰি আহিছে। মই সেই নীতিকে সেৱা কৰোঁ।

শাস্ত্ৰজ্ঞ সকল আদিত্যৰ এই মীমাংসাত সন্তুষ্ট নহয়। তৰ্কৰ ক্ষণিক বিৰামৰ মাজত হঠাৎ উপস্থিত হয় ভগৱান আদিত্যৰ কন্যা তপতী।

তপতীয়ে কয়— যি আলোকত নিশান্তৰ অন্ধকাৰ দূৰ হয়, সেই আলোকত মুদ্ৰিত কমলকলিকা স্ফুটিত হয়, সেই আলোকতে সন্ধান পাই অলিদলে কমলৰ মধু আহৰণ কৰি লৈ যায়, সেই মধুৱে পুনৰ ওষধিৰূপে প্ৰাণক পুষ্টি দান কৰে। কেৱল সংহাৰ কিয়, সৃষ্টিৰ লীলাও যে এক পৰম সমদৰ্শীৰ সমান কৰুণাৰ আলোকত চলিছে।

শাস্ত্ৰজ্ঞ সকল অপ্ৰতিভ হয়। আদিত্যই স্নেহ দৃষ্টিৰে তপতীৰ ফালে চায়। কেৱল আদিত্যৰ স্নেহত নহয়, আদিত্যৰ শিক্ষাত লালিত হৈ তপতীয়েও আজি সিদ্ধসাধিকাৰ দৰে তাইৰ অন্তৰত এক আলোকৰ সন্ধান পাইছে। বহু অধ্যয়ন কৰিও শাস্ত্ৰজ্ঞ সকলে যি সহজ সত্যৰ ৰূপকণ ধৰিব নোৱাৰে, পিতাক আদিত্যৰ প্ৰেৰণাত কেৱল আকাশৰ পিনে চাই সেই সত্যৰ ৰূপ উপলব্ধি কৰিছে তপতীয়ে। সেই জ্যোতিৰ আধাৰ সূৰ্যই উৰ্দ্ধলোকৰ পৰা মৰ্ত্যৰ সকলো সৃষ্টিৰ ওপৰত আলোকৰ কৰুণা বৰ্ষণ কৰিছে, যেন এক বিৰাট কল্যাণৰ যাজ্ঞিক। কিন্তু কাৰো প্ৰতি বিশেষ কৃপণতা নাই, কাৰো প্ৰতি বিশেষ উদাৰতাও নাই। সমভাৱে বিতৰিত এই কল্যাণেই নিখিলৰ আনন্দ হৈ ফুটি উঠে।

কল্যাণী হোৱাঁ। ইয়াৰ বাহিৰে তপতীক আৰু কোনো আশীৰ্বাদ নকৰে আদিত্যই। ৰূপ যৌৱন অনুৰাগ বিবাহ আৰু পাতিব্ৰত্য আৰু মাতৃত্ব, সৱে সমাজ কল্যাণৰ কাৰণে, আত্মসুখৰ কাৰণে নহয়। এই নিখিলত কল্যাণধৰ্মৰ লগত ছন্দ মিলাই যি চলে, তাৰ জীৱনত আনন্দ আছে, যি নচলে, তাৰ জীৱনত আনন্দ নাই।

পিতাক আদিত্যৰ এই শিক্ষা আৰু আশীৰ্বাদ কিমানদূৰ সাৰ্থক হৈছে, কুমাৰী তপতীৰ মুখৰ ফালে চালেও তাৰ পৰিচয় পোৱা যায়। মন্ত্ৰবাৰিসিক্ত পুষ্পস্তবকৰ দৰে স্নিগ্ধ সৌন্দৰ্যেৰে ৰচিত এখনি মুখ। এই ৰূপত প্ৰভা আছে, জ্বালা নাই। এই চকুৰ দৃষ্টি নক্ষত্ৰৰ দৰে কৰুণ মধুৰ, বিদ্যুতৰ দৰে খৰপ্ৰভ নহয়। সঁচাই এগৰাকী কুমাৰী কল্যাণীয়ে যেন অন্তৰৰ শুচিতাৰে তাইৰ যৌৱনৰ অঙ্গশোভাক মধুচ্ছন্দা কৱিতাৰ দৰে সংযত কৰি ৰাখিছে।

শাস্ত্ৰজ্ঞ সকলে যিয়েই কওক আৰু যিমানেই বিৰোধিতা কৰক, আদিত্যৰ প্ৰচাৰিত সমাজকল্যাণ আৰু সমদৰ্শিতাৰ নীতিক আদৰ্শৰূপে গ্ৰহণ কৰিছে আৰু এজনে, নৃপতি সম্বৰণে। সম্বৰণৰ সেৱিত প্ৰজাসাধাৰণে নতুন এক সুখী আৰু সম্মানময় জীৱনৰ অধিকাৰ পাইছে।

ৰাজ্য বিত্ত ৰূপ আৰু যৌৱনৰ অধিকাৰ পায়ো ৰজা সম্বৰণ এতিয়াও অবিবাহিত। আত্মসুখৰ সকলো বিষয় কঠোৰভাৱে বৰ্জন কৰিছে সম্বৰণে। সম্বৰণে বিশ্বাস কৰে, কল্যাণব্ৰত মানুহৰ ধৰ্ম হ'ব সেই জ্যোতিৰ আধাৰ সূৰ্যৰ ব্ৰতৰ দৰে, যাৰ পুণ্য ৰশ্মিয়ে ভূলোকৰ সকলো প্ৰাণীক সমপৰিমাণে আলোক দান কৰে। উচ্চনীচৰ ভেদ নাই, পাত্ৰ বিশেষৰ তাৰতম্য নাই। সমগ্ৰ চৰাচৰ যেন এই সূৰ্যৰ সমান স্নেহত লালিত এখন কল্যাণৰ ৰাজ্য। যেতিয়া অদৃশ্য হয় সূৰ্য, তেতিয়াও সকলো জীৱকে সমভাৱেই অন্ধকাৰত ৰাখে। এই সমদৰ্শিতাৰ নীতিৰ

মাজেদি নৃপতি সম্বৰণে তেওঁৰ ৰাজ্যৰ কল্যাণ কৰে।

সম্বৰণে বিবাহ কৰা নাই, বিবাহৰ কাৰণে কোনো ঈপ্সা নাই। সম্বৰণৰ ধাৰণা, তেওঁ বিবাহিত হ'লে তেওঁৰ সমদৰ্শিতাৰ নীতি ক্ষুণ্ণ হ'ব, লোকহিতৰ ব্ৰত বাধাপ্ৰাপ্ত হ'ব। তেওঁৰ ভয় হয়, সংসাৰৰ মাজত কেৱল এজনী নাৰীক দয়িতাৰূপে আপোন কৰিবলৈ গ'লে শেষত গৈ সকলোকে পৰ বুলি ধাৰণা হ'ব।

সেইদিনা আছিল সম্বৰণৰ জন্মতিথি। যিজনা মহাপ্ৰাণ শিক্ষকৰ ওচৰত জীৱনৰ আটাইতকৈ ডাঙৰ আদৰ্শৰ পাঠ গ্ৰহণ কৰিছে, তেওঁৰ ওচৰত শ্ৰদ্ধা জনাবৰ কাৰণে অৰ্ঘ্য মাল্য ধূপ আৰু দীপৰ উপহাৰ লৈ আদিত্যৰ কুটীৰত সম্বৰণ উপস্থিত হ'ল। উপবাসশুদ্ধ স্নানস্নিগ্ধ আৰু সুকঠোৰব্ৰত তৰুণ সম্বৰণৰ মুখখন নৱোদিত সূৰ্যৰ পোহৰে ছাটি ধৰিছে। আদিত্যই মুগ্ধ ভাৱে আৰু সস্নেহে প্ৰিয় শিষ্য সম্বৰণৰ মুখৰ ফালে চাই থাকে। তেওঁৰ দুই চকুৰ দৃষ্টি আশীৰ্বাদৰ আবেগত স্নিগ্ধ হৈ উঠে।

তথাপি আজি আদিত্যৰ মনটো যেন মৰা। তেওঁৰ মনত ভাব হৈছে, শিষ্য সম্বৰণে যেন এটা ভুল বিশ্বাসৰ আবেগত জীৱনত এটা ডাঙৰ ভুল কৰিবলৈ লৈছে। এই তৰুণ জীৱনক ইমান কঠোৰ কৃচ্ছ্ৰক্লিষ্ট কৰি ৰখাৰ কোনো প্ৰয়োজন নাছিল। সমদৰ্শিতাৰ কাৰণে, সমাজ কল্যাণৰ কাৰণে, এই কৃচ্ছ্ৰৰ কোনো প্ৰয়োজন নাই। এই ব্ৰত বনবাসী যোগীৰ উপযোগী ব্ৰত, প্ৰজাহিতব্ৰত ৰাজন্যৰ জীৱনত এনেকুৱা ব্ৰত শোভা নাপায়।

আশীৰ্বাদ দিয়াৰ পিচত আদিত্যই কয়— এটা অনুৰোধ আছিল, সম্বৰণ।

— কওক।

— তোমাৰ সমদৰ্শিতাত প্ৰজাৰ জীৱন কল্যাণেৰে ভৰপূৰ হৈ উঠিছে। কিন্তু তুমি বিবাহিত হ'লে তোমাৰ ব্ৰতৰ সাধনাত বাধা আহিব, এনেকুৱা সন্দেহৰ কোনো অৰ্থ নাই।

— অৰ্থ আছে, ভগৱান আদিত্য।

সম্বৰণৰ কথাত চমকি উঠে আদিত্য। শিষ্য সম্বৰণে গুৰু আদিত্যৰ উপদেশৰ ভুল ধৰিছে।

সম্বৰণে কয়— আত্মসুখৰ যি কোনো বিষয়ক জীৱনত প্ৰশ্ৰয় দিলে স্বাৰ্থবোধ ডাঙৰ হৈ উঠে।

আদিত্যই কয়— আত্মসুখৰ কাৰণে নহয়, সমাজৰ মঙ্গলৰ কাৰণেই বিবাহৰ প্ৰয়োজন। বৈৰাগ্য তোমাৰ ব্ৰত নহয়। সমাজৰ সকলোৰে মাজত থাকি

সমাজৰ সকলো হিতৰ সাধক হোৱা তুমি। যি সকল আদৰ্শবান, তেওঁবিলাকে সমাজকল্যাণৰ কাৰণেই বিবাহ কৰে। এজন পুৰুষ আৰু এজনী নাৰীৰ মিলিত জীৱন সমাজকল্যাণৰ এটি প্ৰতিজ্ঞা মাত্ৰ। ইয়াৰ বাহিৰে বিবাহৰ আৰু কোনো তাৎপৰ্য নাই। তুমি জানা সম্বৰণ, মই সমদৰ্শী, কিন্তু ময়ো বিবাহিত। ময়ো পুত্ৰকন্যা লৈ সংসাৰজীৱন যাপন কৰোঁ। এনেকি কুমাৰী কন্যাৰ বিবাহৰ কাৰণে অনেক ভাবনাও সহ্য কৰোঁ।

সম্বৰণে কৌতূহলী প্ৰশ্ন কৰে— আপোনাৰ কুমাৰী কন্যা?

আদিত্য— এৰা, মোৰ কন্যা তপতী। তাইক উপযুক্ত পাত্ৰত সম্প্ৰদান কৰিব পাৰিলে মই নিশ্চিন্ত হ'ব পাৰো।

সম্বৰণ আৰু কৌতুহলী হয়— আপুনি কি কবলৈ বিচাৰিছে, ভগবান আদিত্য।

আদিত্য— তুমি বিবাহিত হোৱা।

সম্বৰণ— কাক বিবাহ কৰিম?

আদিত্যই লাগে লগে উত্তৰ দিবলৈ টান পালে। সম্বৰণৰ প্ৰশ্নত তেওঁ অলপ বিব্ৰত হৈ পৰিল।

সম্বৰণে কয়— আপোনাক মই শ্ৰদ্ধা কৰোঁ, ভগবান আদিত্য। আপোনাৰ ওচৰত মই সমদৰ্শিতাৰ জ্ঞান লাভ কৰিছো। আপুনি মোৰ শিক্ষাগুৰু। গতিকে অনুৰোধ কৰোঁ, এনেকুৱা একো কথা নক'ব, যাৰ ফলত আপোনাৰ প্ৰতি মোৰ বিশুদ্ধ শ্ৰদ্ধা তিলমানো লাঘৱ হ'ব।

আদিত্যই অনুসন্ধিৎসু দৃষ্টিত তেওঁৰ ফালে চায়— মোৰ প্ৰতি তোমাৰ শ্ৰদ্ধা লাঘৱ হ'ব, মোৰ উপদেশৰ মাজত এনে কোনো গৰ্হণীয় আগ্ৰহৰ আভাস জানো তুমি পাইছা?

সম্বৰণ— হয় গুৰু। বোধ হয়, আপোনাৰ কুমাৰী কন্যাৰ বিবাহৰ কাৰণে আপোনাৰ যি ভাবনা আৰু মোক বিবাহিত জীৱনত সুপ্ৰতিষ্ঠিত দেখিবৰ কাৰণে আপোনাৰ যি অনুৰোধ, এই দুয়োটাৰ মাজত এটা সম্পৰ্ক আছে।

ভগবান আদিত্য নিস্তব্ধ হৈ বহি থাকে। মিছা কোৱা নাই সম্বৰণে। কন্যা তপতীৰ কাৰণে যোগ্য পাত্ৰ বিচাৰিছে ভগবান আদিত্যই। তেওঁৰ মনত খেলাইছে, কুমাৰ নৃপতি সম্বৰণেই তপতীৰ দৰে কুমাৰীৰ স্বামী হোৱাৰ যোগ্য। নিজৰ মনৰ ইচ্ছাক আৰু এটা যুক্তিৰে বিচাৰ কৰি চাইছে আৰু বুজিছে আদিত্যই, তেওঁৰ নিজ পুত্ৰৰ নিচিনা এই তৰুণ সম্বৰণ, তেওঁৰেই শিক্ষা আৰু

দীক্ষাত লালিত আৰু সমদর্শিতাৰ আদর্শত ব্রতী এই সম্বৰণৰ জীৱনত তপতীৰ দৰে ছোৱালীয়েই সর্বোত্তমা সহধর্মিণী হ'ব।

আদিত্যই নিজৰ অন্তৰখনকে প্রশ্ন কৰি আকৌ এবাৰ বুজিবলৈ চেষ্টা কৰে। সঁচাকৈয়ে জানো তেওঁ কেৱল তেওঁৰ আত্মজা তপতীৰ সৌভাগ্যৰ কাৰণে সম্বৰণক পাত্ৰৰূপে পাবলৈ পলুব্ধ হৈছে? নিজৰ মনক প্রশ্ন কৰি ক'তো তেনে ধৰণৰ কোনো স্বাৰ্থতন্ত্ৰৰ কলুষ আৱিষ্কাৰ কৰিবলৈ নোৱাৰে ভগৱান আদিত্যই। কিন্তু ভয়ঙ্কৰ অভিযোগ কৰিছে সম্বৰণে।

আদিত্যই শান্তভাৱে কয়— যদি এই দুয়োটাৰ মাজত কোনো সম্পর্ক থাকে, তাত জানো কিবা অন্যায় হৈছে, সম্বৰণ?

সম্বৰণ— যদি তেনে ধৰণৰ কোনো ইচ্ছা আপোনাৰ আছে, তেনেহলে আপোনাক সমদর্শী বুলিবলৈ মোৰ দ্বিধা জন্মিব, ভগৱান আদিত্য। আপোনাৰ কন্যাক পাত্ৰস্থ কৰিবৰ কাৰণেই আপোনাৰ আগ্রহ, সমদর্শিতা আৰু সমাজ কল্যাণৰ আদর্শৰ কাৰণে নহয়।

আদিত্যই শান্ত অথচ দৃঢ়স্বৰে কয়— তুমি ভুল বুজিছা সম্বৰণ। মই সমদর্শী। তপতী মোৰ কন্যা হৈও যিমানখিনি আপোন। তুমি মোৰ পুত্ৰ নহৈও পুত্ৰৰ দৰে সিমানখিনি আপোন, কেৱল মোৰ কন্যাক পাত্ৰস্থ কৰিব কাৰণেই মোৰ চিন্তা নহয়, তোমাৰ কাৰণে যোগ্য পাত্ৰী পোৱাৰ সমস্যাও মোৰ চিন্তাৰ বিষয়। এজন কুমাৰ আৰু এজনী কুমাৰীৰ দাম্পত্য জীৱন সমাজৰ কল্যাণত নতুন মন্ত্ৰৰূপে, সংকল্পৰূপে, ব্ৰতৰূপে আৰু যজ্ঞৰূপে সার্থক হৈ উঠিব, এয়ে মোৰ আশা। ইয়াৰ মাজত স্বাৰ্থ নাই, অসমদর্শিতাও নাই।

আদিত্য নীৰৱ হয়। কিন্তু সম্বৰণৰ আত্মত্যাগৰ গর্ব যেন আৰু অলপ মুখৰ হৈ উঠে— ক্ষমা কৰিব, আপোনাৰ সমদর্শিতাৰ এই ব্যাখ্যা মই গ্ৰহণ কৰিব নোৱাৰোঁ, গুৰু। আপুনি ভুল কৰিছে। মই শুদ্ধাচাৰী আৰু সংযতেন্দ্ৰিয়, মই আত্মবৰ্জিত সমাজসেৱাৰ ব্ৰত গ্ৰহণ কৰিছোঁ। বিবাহিত হ'লে মোৰ জীৱন স্বাৰ্থৰ বন্ধনত সোমাই পৰিব। এজনী নাৰীৰ প্ৰতি প্ৰেমৰ পৰীক্ষা দিবলৈ গৈ মোৰ জীৱনত মানৱসেৱা, সর্বকল্যাণ আৰু সমদর্শনৰ পৰীক্ষা ব্যৰ্থ হৈ যাব।

আদিত্যই আৰু কোনো কথা নক'লে। শিক্ষাগুৰুৰ ওচৰৰ পৰা নতুন শিক্ষা গ্ৰহণ কৰি নহয়, শিক্ষাৰ আতিশয্যত শিক্ষাগুৰুক হৰুৱাই দি প্ৰাসাদলৈ উভতি গ'ল সুপ্ৰসন্ন সম্বৰণ।

বনপ্ৰদেশত একাকী ভ্ৰমণ কৰিবলৈ ওলাইছে সম্বৰণ। ক'ত কোন বনবাসী যোগীয়ে একান্তত দিন যাপন কৰিছে, কোন নিষাদ আৰু কিৰাতৰ

কুটীৰত দুঃখ আছে, সকলোকে স্বচক্ষে চাব সম্বৰণে আৰু দুঃখ দূৰ কৰিব। সমদৰ্শী সম্বৰণৰ অনুগ্ৰহ কাৰো প্ৰতি কম বা বেছি নহয়। যেনে ৰাজধানীৰ প্ৰজা, তেনে বনবাসী প্ৰজা, সকলো প্ৰজাৰ সুখ আৰু মঙ্গলৰ প্ৰতি স্বচক্ষুৰ কৌতূহল লৈ সৰ্বদা লক্ষ্য ৰাখে সম্বৰণে, দূতবাৰ্তাৰ ওপৰত নিৰ্ভৰ কৰি নচলে।

ভ্ৰমণ শেষ কৰি বনপ্ৰান্তলৈ আহি এবাৰ থিয় হয় সম্বৰণ। চাৰিও ফালে চাই দেখে, কি সুন্দৰ আৰু শোভাময় হৈ আছে পৃথিৱী। নীলিমাৰ শান্ত সমুদ্ৰৰ দৰে আকাশত হীৰকপ্ৰভ সূৰ্যৰ গাত অপৰাহ্নৰ ৰক্তিমা, তলত বিপুল বিসৰ্পিত অৰণ্যানীৰ নিবিড় শ্যামলতা। কাষত অভ্ৰোচ্চ মেঘবৰ্ণ শৈলগিৰি, যাৰ পদপ্ৰান্তত পুষ্পময় বনলতাৰ কুঞ্জ। এটা দীৰ্ঘায়ত পথৰেখা বনৰ বুকু ভেদ কৰি, শৈলগিৰিৰ কোলাত উঠাৰ পিচত প্ৰান্তৰৰ বুকুলৈ নামি গৈছে। অলপ দূৰত দেখিবলৈ পোৱা যায় এক জনপদৰ কুটীৰপংক্তি।

উভতি যাবলৈ উদ্যত হৈছিল সম্বৰণ, কিন্তু যাব নোবাৰিলে। গিৰিপথেদি কোনোবা এজন আহিছে। যোগী নহয়, নিষাদ নহয়, কিৰাত নহয়, কোনো দস্যুৰ মূৰ্তিও নহয়। ধীৰে ধীৰে আগুৱাই আহিছে যিজন, তাৰ দেহভঙ্গী আৰু পদক্ষেপত অদ্ভুত এক ছন্দ যেন স্পন্দিত হৈছে। মঞ্জীৰ নাই, সেই কাৰণে তাৰ মধুৰ ধ্বনি শুনা নাযায়।

সেই মূৰ্তি কিছুদূৰ আগুৱাই আহি হঠাৎ থমকি ৰয়। সম্বৰণে এতিয়া দেখিবলৈ পায়, এজনী তৰুণী নাৰীৰ মূৰ্তি।

পথৰ ওপৰত থিয় হৈ আছে সম্বৰণ। তৰুণীৰ মূৰ্তিও আৰু অগ্ৰসৰ নহয়। তীব্ৰ কৌতূহলত বিচলিত সম্বৰণ আগন্তুকাৰ ফালে আগবাঢ়ি যায় আৰু বিস্ময়ত স্তম্ভিত হৈ থিয় হৈ থাকে। এই শোভাময় পৃথিৱীৰ ৰূপত কৰবাত যেন অকণমান শূন্যতা আছিল, এই বিচিত্ৰ নিসৰ্গচিত্ৰৰ মাজক কৰবাত যেন এটি বৰ্ণচ্ছটাৰ অভাৱ আছিল, এই তৰুণীয়ে পৃথিৱীৰ সেই অসমাপ্ত শোভাক পূৰ্ণ কৰি দি থিয় হৈ আছে।

পিচমুহূৰ্ততে সম্বৰণৰ মনত খেলায়, কেৱল সেয়ে নহয়, এই নিভৃতচাৰিণী ৰূপৱতী যেন এই ধৰণীৰ সকলো ৰূপৰ সত্তা। পুষ্পত সুৰভি দি, লতিকাত হিল্লোল দি, কিশলয়ত কোমলতা দি, পল্লৱত শ্যামলতা দি আৰু স্ৰোতৰ পানীত কলনাদ জগাই এই ৰূপৰ সত্তাই অলক্ষে ভূলোকৰ সকলো সৃষ্টিৰ পথত বিচৰণ কৰে। সম্বৰণৰ সৌভাগ্য, আজি তাৰ চকুৰ আগত সেই সত্তাই পথ ভুল কৰি দেখা দিছে।

বহুসময় চাই থাকে নৃপতি সম্বৰণে। ইমানপৰে এপাশলৈ গৈ পথ এৰি

দিয়া উচিত। কিন্তু শিষ্টতাৰ এই সামান্য কৰ্তব্যখিনিও যেন সম্বৰণে এই মোহময় মুহূৰ্তত পাহৰি গৈছে।

সম্বৰণৰ এই বিস্ময়াভিভূত অপলক দৃষ্টিৰ সম্মুখত থিয় হৈ থাকি তৰুণীৰ মুৰ্তি ধীৰে ধীৰে ব্ৰীড়ানত হৈ আহে। কিন্তু এই অক্লান্ত পল্লৱমৰ্মৰ, চঞ্চল সমীৰৰ অশান্ত আবেগ, অবাৰিত মিলন আৰু আকাঙ্ক্ষাৰ জগৎ এই বনময় নিভৃতত তৰুণীৰ এই ব্ৰীড়ানত দৃষ্টিৰ সংযম যেন নিতান্ত অবান্তৰ বুলি ধাৰণা হয়।

সম্বৰণে কয়— শোভান্বিতা, তোমাৰ পৰিচয় নাজানো, কিন্তু মনত ধাৰণা হয় তোমাৰ পৰিচয় নাই।

তৰুণীৰ আয়ত লোচনৰ দৃষ্টি ক্ষণিকৰ কাৰণে বিহ্বল হৈ উঠে। এই সুন্দৰ পুৰুষৰ মূৰ্তি যেন সব অন্বেষণৰ অন্তত তাইৰ জীৱন পথত আহি থিয় হৈছে। এই পল্লৱৰ সঙ্গীত, এই বনতৰুৰ শিহৰণ, এই গিৰিক্ৰোড়ৰ নিভৃত আৰু এই লগ্ন সবে যেন এই দুটি জীৱনৰ দৃষ্টিবিনিময় সফল কৰাৰ কাৰণে পাৰ্থিব কালৰ প্ৰথম মুহূৰ্তত ৰচিত হৈছিল। মনত ভাব হয়, এই মৰ্ত্যভূমিৰ লগত আৰু এই বৰ্তমানৰ লগত এই বৰতনুপুৰুষৰ কোনো সম্পৰ্ক নাই। যেন দেশকালৰ পৰিচয়ৰ অতীত এজন চিৰন্তন দয়িত, যাৰ বাহু বন্ধন বৰণ কৰাৰ কাৰণে নিখিল নাৰীৰ যৌৱন আপুনি স্বপ্নায়িত হয়। এই কণ্ঠত বৰমাল্য অৰ্পণৰ কাৰণে কামিনীৰ কৰলতা আপুনি আন্দোলিত হয়।

মাত্ৰ ক্ষণিকৰ বিহ্বলতা, পিচমুহূৰ্ততে তৰুণীৰ মূৰ্তি যেন সতৰ্ক হৈ উঠে।

তৰুণীয়ে প্ৰশ্ন কৰে— আপোনাৰ পৰিচয়?

— মই নৃপতি সম্বৰণ।

আকস্মিক আৰু ৰূঢ় এক বিস্ময়ৰ আঘাতত তৰুণী চমকি উঠে, পাচলৈ আঁতৰি যায়। মুখ ঘূৰাই দুৰান্তৰ দিগ্‌বলয়ৰ ফালে নিষ্কম্প দৃষ্টিপাত কৰি থিয় হৈ থাকে। চঞ্চল স্বৰ্ণাঞ্চল দুহাতেৰে টানি নি যেন তাইৰ বিপন্ন যৌৱনৰ সংকোচ কবচিত কৰে। যেন এক অপমানৰ স্পৰ্শৰ পৰা আত্মৰক্ষা কৰিবলৈ বিচাৰিছে অনাম্নী এই নাৰীয়ে।

সম্বৰণ বিচলিত হৈ উঠে— বোধ হয়, তুমি এক কল্পলোকৰ কামনা।

— নহয়, নৃপতি সম্বৰণ, মই এই ধূলিমাকতিৰে ভৰা মৰ্ত্যলোকৰেই সেৱা।

— তুমি মূৰ্তিমতী প্ৰভা, তোমাৰ পৰিচয় তুমিয়ে।

— নহয়, দিবাকৰ তাৰ পৰিচয়।

— তুমি স্ফুটকুসুমৰ দৰে সুমনোহৰা।

— পুষ্পদ্ৰুম তাৰ পৰিচয়।

— তুমি তৰঙ্গৰ দৰে ছন্দোময়।

— সমুদ্ৰ তাৰ পৰিচয়। মোৰ পৰিচয় আছে, নৃপতি সম্বৰণ। মই সাধাৰণী, সংসাৰৰ নাৰী, কুমাৰী।

সম্বৰণ— যিয়েই হোৱা তুমি, বোধহয়, তুমি মোৰেই জীৱনৰ আকাঙ্ক্ষা। মোৰ এই কণ্ঠমাল্য গ্ৰহণ কৰাঁ।

তৰুণীৰ অধৰত মৃদু হাঁহি ৰেখায়িত হৈ উঠে।— মই মানুহৰ ঘৰৰ ছোৱালী, পিতৃস্নেহত লালিতা কন্যা। মই সমাজত বাস কৰোঁ নৃপতি সম্বৰণ। স্বেচ্ছাই বা যথেচ্ছাই কোনো পুৰুষৰ কণ্ঠমাল্য গ্ৰহণ কৰিব নোৱাৰোঁ, পাৰোঁ সমাজৰ ইচ্ছাত।

— তাৰ অৰ্থ?

— সমাজকুমাৰীয়ে কোনো পুৰুষক স্বামীৰূপৰ বাহিৰে আন কোনোৰূপে আহ্বান কৰিব নোৱাৰে।

সম্বৰণৰ সকলো আকুলতাত হঠাৎ যেন এক কঠোৰ বাস্তৱ সত্যৰ আঘাত লাগে। তৃষ্ণাতুৰৰ মুখৰ ওচৰৰ পৰা যেন পানপাত্ৰ আঁতৰি গৈছে। সম্বৰণে কয়— মনোলোভা, তোমাৰ স্বামিৰূপে মোক গ্ৰহণ কৰাঁ।

— মই নিজৰ ইচ্ছাত আপোনাক গ্ৰহণ কৰিব নোৱাৰোঁ নৃপতি সম্বৰণ। আপুনি মোৰ পিতাৰ অনুমতি লওক।

— কিয়?

— মই সমাজৰ ছোৱালী। পিতা মোৰ অভিভাৱক।

— ক'ত তোমাৰ সমাজ?

— সৌৱা, য'ত কুটীৰপংক্তি দেখা যায়।

— ইয়ালৈ আহিছা কিয়?

— আহিছো, সমস্ত কল্যাণৰ আধাৰ সমদৰ্শী সূৰ্যক দিনান্তৰ প্ৰণাম জনাবলৈ, ই মোৰ প্ৰতিদিনৰ ব্ৰত।

সম্বৰণে যেন দুঃসহ বিস্ময়ত হঠাৎ চিঞৰি উঠে— কোন তুমি?

তৰুণীয়ে কয়— মই কল্পনা নহওঁ, কল্পলোকৰ সৃষ্টিও নহওঁ, মই লোকপ্ৰদীপ আদিত্যৰ কন্যা তপতী।

তপত বালি পৰি সম্বৰণৰ চকু দুটাৰ যেন খচ্‌খচনি উঠে, তেওঁ তন্ময় কৰে। শীত কালৰ হিমপীড়িত বনস্পতিৰ দৰে স্তব্ধ সম্বৰণে নীৰৱে থিয় হৈ

কেৱল তেওঁৰ বক্ষঃপঞ্জৰৰ এটি কাতৰতাৰ ধ্বনি শুনি থাকে। মুখ তুলি চাই দেখে, তৰুণী তপতীৰ তনুচ্ছবি অদৃশ্য হৈ গৈছে।

এতিয়া মৰ্মে মৰ্মে অনুভৱ কৰে সম্বৰণে, সেই মূৰ্তিক পাহৰি যোৱাৰ শক্তি তেওঁৰ নাই। ক'ত তেওঁৰ সমদৰ্শিতা আৰু চিৰ কৌমাৰ্যৰ সংকল্প। ক'তো নাই। তপতীৰ বাহিৰে এই বিশ্বত আৰু কোনো সত্য আছে বুলি বিশ্বাস নহয়।

সম্বৰণৰ সত্তাই যেন অন্ধকাৰত তেওঁৰ সকলো মিথ্যা গৰ্বৰ মূঢ়তা আৰু লজ্জাৰ পৰা নিজকে লুকাই ৰাখিবলৈ বিচাৰে। ক'লৈকে গুচি যোৱাৰ অথবা উভতি যোৱাৰ সাধ্য নাই। সংসাৰৰ ঘটনাৰ ওচৰত হাতে হাতে ধৰা পৰি গৈছে সম্বৰণ। কিন্তু যি স্বপ্নক ওচৰত পাবলৈ তেওঁৰ প্ৰতিটো নিশ্বাস আজি কামনাময় হৈ উঠিছে, সেই স্বপ্নক নিজেই বহুদিন আগতে নিজৰ অহঙ্কাৰত অপ্ৰাপ্য কৰি থৈ গৈছে। আজি তাক ঘূৰাই পোৱাৰ অধিকাৰ জানো আছে?

সম্বৰণ আৰু ৰাজপ্ৰাসাদলৈ উভতি নাহিল।

সম্বৰণৰ এই আত্মনিৰ্বাসনত গোটেই দেশ আৰু সমাজত বিস্ময়ৰ অৱধি নোহোৱা হ'ল। কিয়, কি দুঃখ আৰু কিহৰ শোকত সম্বৰণে তেওঁৰ ইমান প্ৰিয় সেৱাৰ ৰাজ্য আৰু কল্যাণৰ সমাজ ত্যাগ কৰিলে? ই জানো বৈৰাগ্যৰ প্ৰেৰণা?

সেয়ে সকলোৰে মনৰ ভাব। ভগৱান আদিত্যৰো সেয়ে ধাৰণা। কেৱল একমাত্ৰ যি এই ঘটনাৰ ৰহস্য জানে, তেৰোঁ নীৰৱ।

তপতী নীৰৱ হৈয়ে থাকিব লাগিব, বনপ্ৰান্তৰ অপৰাহ্ন বেলাৰ আলোকত যাৰ মুখৰ ফালে চাই তপতীয়ে তাইৰ অন্তৰৰ নিভৃতত প্ৰেমিকৰ পদধ্বনি শুনিবলৈ পাইছে, তাক পাহৰি যাব নোৱাৰিব। কিন্তু সেই কথা এই জীৱনৰ ইহকালৰ কাণে কাণে কেতিয়াও কোৱাও নহ'ব। সেই সুতৰুণ কুমাৰৰ অভ্যৰ্থনাক চিৰকাল এক প্ৰহেলিকাৰ আহ্বান বুলি ভাবিব লাগিব। তপতীয়ে জানে, সম্বৰণে তেওঁৰ হতদৰ্প জীৱনৰ লজ্জা কাতি কৰি থৈ সমাজৰ মাজলৈ আৰু উভতি নাহিব। কোনেও নাজানিব, বনপ্ৰান্তৰ এক অপৰাহ্ন বেলাত এজন পুৰুষ আৰু এজনী নাৰীৰ সাক্ষাতে কেৱল চিৰবিৰহৰ বেদনা সৃষ্টি কৰি থৈ গৈছে।

কেৱল নীৰৱ হৈ থাকিব নোৱাৰিলে সম্বৰণৰ কুলগুৰু বশিষ্ঠ। ৰজাহীন ৰাজ্যত অশাসন দুঃখ অশান্তি আৰু উপদ্ৰৱ আৰম্ভ হৈ গৈছে। চাৰিও ফালে অবহেলা আৰু বিশৃঙ্খলা। বশিষ্ঠ গৈ এদিন সম্বৰণৰ ওচৰত উপস্থিত হ'ল।

বশিষ্ঠই বেদনাৰ্তভাৱে কয়— হঠাৎ এয়া কি কৰিলা সম্বৰণ?

— হঠাৎ ভুল ভাঙি গ'ল গুৰু।

— কিহৰ ভুল?

উত্তৰ নিদিয়ে সম্বৰণে। বশিষ্ঠই পুনৰ প্ৰশ্ন কৰে— নাজানো, কি ভুলৰ কথা তুমি কৈছা। কিন্তু ভুলৰ প্ৰায়শ্চিত্তৰ কাৰণে তুমি ইয়াত থাকিবা কিয়?

— হয়, ইয়াতেই। এই বনপ্ৰান্তৰ গিৰিশিখৰ মোৰ মন্দিৰ। কল্যাণাধাৰ সূৰ্যৰ উদয়াস্তৰ পথৰ ফালে চাই ইয়াতেই মই জীৱনৰ শান্তি ঘূৰাই পাব লাগিব।

হাঁহি বশিষ্ঠই কয়— ভুল নকৰিবা সম্বৰণ। তোমাৰ মুখ দেখি বুজিব পাৰিছো, তোমাৰ এই তপস্যা নিশ্চয় এক অভিমানৰ তপস্যা। তোমাৰ মনত পূজাৰীৰ আনন্দ নাই। তুমি তোমাৰ এক আহত স্বপ্নৰ বেদনা ঢাকি ৰাখিবৰ কাৰণে মিথ্যা বৈৰাগ্যৰ ভাও জুৰি নিষ্ঠাহীন পূজাত ব্যস্ত হৈ আছা।

সম্বৰণ মনে মনে থাকে, আত্মদীনতাত কুণ্ঠিত অপৰাধীৰ নীৰৱতাৰ দৰে। কিন্তু অতি স্পষ্ট আৰু কঠিন এটা প্ৰস্তৰ মূৰ্তিৰ দৰে বশিষ্ঠই জিজ্ঞাসুভাৱে সম্বৰণৰ ফালে চাই থাকে।

সম্বৰণে কয়— ভগৱান আদিত্যক মই মিথ্যা গৰ্বৰ ভুলত অশ্ৰদ্ধা কৰিছো, এই প্ৰায়শ্চিত্ত তাৰ কাৰণেই গুৰু।

কোতূহলী বশিষ্ঠৰ দুই চকুৰ তীক্ষ্ণ দৃষ্টিয়ে যেন সম্বৰণৰ পৰা আৰু কিবা জানিবলৈ বিচাৰে।

সম্বৰণে কয়— ভগৱান আদিত্যৰ কন্যা তপতী মোৰ কামনাৰ স্বপ্ন, কিন্তু সেই স্বপ্নক মই মোৰ জীৱনলৈ আহ্বান কৰাৰ অধিকাৰ হেৰুৱাই পেলাইছো, গুৰু।

স্নেহপূৰ্ণ আৰু সহাস্য স্বৰে বশিষ্ঠই কয়— সেই অধিকাৰ তুমি আজি পাইছা সম্বৰণ। সমাজহীন এই অৰণ্যময় নিভৃত তোমাৰ জীৱনৰ অধিষ্ঠান নহয়, উভতি যোৱা তোমাৰ ৰাজ্যলৈ, তোমাৰ কৰ্তব্যৰ সংসাৰলৈ আৰু সমাজলৈ, আৰু আদিত্যৰ কন্যা তপতীৰ পাণিগ্ৰহণ কৰি সুখী হোৱা।

বনপ্ৰান্তৰ নিভৃতৰ পৰা প্ৰাসাদলৈ উভতি আহিল সম্বৰণ আৰু আদিত্যৰ ভৱনলৈ উভতি আহিল বশিষ্ঠ। ঘটনাৰ ৰহস্য ইমানদিনৰ মূৰত জানিবলৈ পাৰি আদিত্যও বিস্মিত হ'ল। তপতীয়ে আহি বশিষ্ঠ আৰু আদিত্যক প্ৰণাম কৰিলত দুয়োজনে তপতীৰ সুস্মিত আৰু সলজ্জ মুখৰ ফালে চাই আনন্দিত হ'ল। আৰ্শীবাদ কৰিলে বশিষ্ঠ আৰু আদিত্যই তোমাৰ অনুৰাগ সফল হওক, তোমাৰ জীৱনত সূৰ্যাৰতিৰ পূণ্য সফল হওক, সুস্মিতা।

পতিগৃহলৈ ৰাওনা হৈছে তপতী। কল্যাণাধাৰ সূৰ্যৰ উপাসক সম্বৰণ আৰু উপাসিকা তপতীৰ মিলিত জীৱন সংসাৰত নতুন কল্যাণৰ আলোক হৈ

উঠিব এই আশাত প্ৰসন্ন হৈছিল আদিত্য। কিন্তু দেখা দিলে আশাভঙ্গৰ মেঘ। পুনৰ বিষণ্ণ হ'ল আদিত্য। বেদনাহত চিত্তে তেওঁ নিৰ্মম সংবাদ শুনিলে, প্ৰজাসেৱাৰ সকলো ভাৰ অমাত্যৰ ওপৰত এৰি দি তপতীক লৈ দূৰ উপৱনভৱনলৈ ৰাওনা হৈছে সম্বৰণ।

ইমান বেদনা জীৱনত কাহানিও পোৱা নাই আদিত্যই। তেওঁৰ আদৰ্শই যিবিলাকৰ জীৱনত আটাইতকৈ বেছি প্ৰতিষ্ঠা লাভ কৰিব বুলি তেওঁ আশা কৰিছিল, সিহঁত দুজনেই যেন সংসাৰৰ পৰা বিচ্ছিন্ন হৈ গ'ল। সমাজৰ কাৰণে নহয়, সংসাৰৰ কাৰণে নহয়, যেন বিবাহৰ কাৰণেই এই বিবাহ হৈছে। ক'ৰবাৰ পৰা যেন এক মদোৎকট ৰীতিৰ অভিশাপ আহি দুটি জীৱনৰ সৌন্দৰ্য ছিন্নভিন্ন কৰি দিছে। গুৰু বশিষ্ঠও আহি আদিত্যৰ সম্মুখত অনুতপ্তৰ দৰে বিষণ্ণ বদনে বহি থাকে।

সংসাৰ সমাজ আৰু ৰাজনিকেতনৰ পৰা বহুদূৰৈত এক উপবন নিভৃতত যেন এক স্বপ্নৰ নীড় ৰচনা কৰিছে সম্বৰণে। ইয়াত তপতীক বাদ দি কোনো সত্যই সত্য নহয়। এই যৌৱনধন্যা ৰূপাধিকা নাৰীৰ কুন্তল সৌৰভতকৈ বেছি সৌৰভ পৃথিৱীৰ কোনো পুষ্পকুঞ্জত নাই। এই নাৰীৰ কমনীয় নয়নৰ মণিৰ ওচৰত আকাশৰ তৰা নিষ্প্ৰভ। ভূলোকললমা এই ললনাৰ চুম্বনত ঊষা জাগে, নিশা নামে আলিঙ্গনত। কমনীয়তনু তপতীৰ দেহ যেন অন্তহীন কামনাৰ পুষ্পময় উপবন, যাৰ অফুৰন্ত পৰিমল প্ৰতি মুহূৰ্তত লুণ্ঠন কৰি জীৱন তৃপ্ত কৰিবলৈ বিচাৰে সম্বৰণে।

কিন্তু ফোঁপাই-জোঁপাই উঠে তপতী। উপবনৰ মৃদুল অনিলৰ স্পৰ্শও জ্বালাময় বুলি মনত ভাব হয়। ক'লৈ গ'ল সমাজ আৰু সমাজৰ কল্যাণ? ক'লৈ গ'ল সূৰ্যাৱৰতিৰ পুণ্য? ক'লৈ গ'ল আদিত্যৰ সমদৰ্শিতাৰ দীক্ষা? পতি-পত্নীৰ জীৱন নহয়, কেৱল এক নৰ আৰু নাৰীৰ কামনাকুল মিলন।

সংবাদ আহে— আদিত্য বিষণ্ণ হৈ আছে, বশিষ্ঠ দুঃখিত হৈছে, ৰাজপ্ৰাসাদত আতঙ্ক, প্ৰজা সমাজত বিদ্ৰোহ অশান্তি আৰু অনাচাৰ। শত্ৰু ইন্দ্ৰই সুযোগ বুজি ৰাজ্যৰ শস্য ধ্বংস কৰিছে, দুৰ্ভিক্ষ পীড়িতৰ আৰ্তনাদত জাতিৰ প্ৰাণ চূৰ্ণ হৈ গৈছে। কিন্তু সম্বৰণ বিন্দুমাত্ৰ বিচলিত নহয়! সেইবোৰ যেন এখন ভিন্ন পৃথিৱীৰ দুঃখৰ ধুমুহা, এই উপবন ভৱনৰ নিভৃতত আৰু সুখলালস জীৱনত তাৰ স্পৰ্শ নালাগে। সম্বৰণৰ ফালে চাই তপতীৰ দৃষ্টি ব্যথিত হৈ উঠে। সমদৰ্শী প্ৰজাসেৱক সম্বৰণৰ এনেকুৱা পৰিণাম তপতীয়ে কল্পনা কৰিব নোৱাৰে।

তপতীৰ দুঃখ চৰম হৈ উঠিল সেইদিনা, গুৰু বশিষ্ঠ যিদিনা পুনৰ

সম্বৰণৰ সাক্ষাৎপ্ৰাৰ্থী হৈ উপবনভৱনৰ দ্বাৰত উপস্থিত হ'ল। গুৰু বশিষ্ঠ অহাৰ সংবাদ শুনিও সম্বৰণ গুৰুদৰ্শনৰ কাৰণে উৎসাহিত নহ'ল। উপবন ভৱনৰ বহিৰ্দ্বাৰতেই থিয় হৈ থাকিল বশিষ্ঠ।

সম্বৰণৰ মূঢ়তাৰ ৰূপ দেখি আতঙ্কিত হয় তপতী। নিজকে নিতান্ত অপৰাধিনী বুলি মনত ভাব হয়। কিন্তু আৰু নহয়। নিজকে যেন আজিয়েই এক চৰম পৰীক্ষাৰ কাৰণে প্ৰস্তুত কৰিবলৈ বিচাৰে তপতীয়ে। নতমুখে আৰু সাশ্ৰুনয়নে আৰু নীৰৱে এক মধুৰায়িত মোহৰ লগত বহুসময় ধৰি মনে মনে সংগ্ৰাম কৰে।

ওপৰত মধ্যাহ্নসূৰ্য, গুৰু বাহিৰত থিয় হৈ আছে, ইপিনে উপবনভৱনৰ অভ্যন্তৰত লতাবিতানত আচ্ছন্ন এক আলোকভীৰু ছায়াকুঞ্জত গন্ধতৈলৰ প্ৰদীপ জ্বলে। তাৰেই মাজত কামনাৰ স্বপ্ন লৈ লীলাবিভোৰ সম্বৰণে দুই বাহুৰে তপতীৰ কণ্ঠদেশ ভুজঙ্গৰ বন্ধনৰ দৰে মেৰিয়াই ধৰি ৰাখিছে। লুব্ধ ভৃঙ্গৰ ব্যগ্ৰতা লৈ সম্বৰণৰ সুন্দৰ মুখে তপতীৰ অধৰ অন্বেষণ কৰে।

হঠাৎ অশান্ত হয় তপতী। মুখ ঘূৰাই নিয়ে তপতীয়ে, আৰু দুই হাতৰ আপত্তিৰ আঘাতত ৰূঢ়ভাৱে সম্বৰণৰ বাহুবন্ধন ছিন্ন কৰি আঁতৰত থিয় হয়।

সম্বৰণ বিস্মিত হয়— ইকি তপতী?

— মই তপতী নহয়।

— ইয়াৰ অৰ্থ?

— তপতী কোনো পুৰুষৰ কেৱল আসঙ্গবাসনাৰ উপবননিভৃতৰ প্ৰমোদসঙ্গিনী হ'ব নোৱাৰে।

বিমূঢ়ৰ দৰে কিছুসময় চাই থাকে সম্বৰণে, তপতীৰ এই অদ্ভুত ধিক্কাৰৰ অৰ্থ বুজিবৰ চেষ্টা কৰে। কেইমুহূৰ্তমানৰ কাৰণে সঁচাই মনত হয় সম্বৰণৰ, তপতীৰ ছদ্মৰূপত যেন অন্য কোনো নাৰীয়ে তেওঁৰ ফালে চাই আছে। দুই চকুত মুৰ্খৰ বিস্ময় লৈ প্ৰশ্ন কৰে সম্বৰণে— তেনেহ'লে তুমি কোন?

— মই এক নাৰীৰ দেহমাত্ৰ।

শঙ্কিতৰ দৰে চমকি উঠে সম্বৰণে। তপতীৰ কথাবোৰ যেন শাণিত ছুৰিকাৰ দৰে নিৰ্মম; নিজৰেই মায়াময় ৰূপৰ মোট মুহূৰ্তৰ ভিতৰত সলাই দেখুৱাই দিছে, ভিতৰত তপতী নামে কোনো সত্তা নাই। সম্বৰণে অসহায়ৰ দৰে প্ৰশ্ন কৰে— তেনেহ'লে তপতী কোন?

— তপতী হ'ল এক নাৰীৰ মন, যি মনে পিতা আদিত্যৰ ওচৰত দীক্ষা লাভ কৰিছে, কল্যাণাধাৰ সূৰ্যৰ আৰতি কৰি জীৱনত একমাত্ৰ পুণ্য লাভ কৰিছে;

যি মনে সংসাৰৰ মাজত প্ৰিয়তমৰূপে এক স্বামীৰ মন বিচাৰিছে; যি মনে স্বামীৰ মনৰ লগত মিলিত হৈ সমাজ-সংসাৰত সকলোৰে প্ৰিয় হৈ উঠিবলৈ বিচাৰিছে। সেই শিক্ষিতা সুৰুচি কল্যাণী আৰু প্ৰিয়া তপতীৰ মন তুমি কোনোদিন বিচৰা নাই, পোৱা নাই।

— তেনেহ'লে ইমানদিনে কি পাইছোঁ?

— ইমানদিনে যি পাইছা তাৰ মাজত তপতীৰ তিলমানো আগ্ৰহ নাছিল।

— সুতনু তপতীৰ কোনো অনুভৱ কোনো আনন্দত ধন্য হোৱা নাই?

— নাই, অলপো হোৱা নাই।

উপবনভৱনৰ স্বপ্ন যেন চূৰ্ণ হৈ যায়। সম্বৰণৰ মনত ভাব হয়, ধূলিময় এক জনহীন মৰুস্থলীত অকলে থিয় হৈ আছে তেওঁ। তপতী ইমান ওচৰতে থিয় হৈ আছে, কিন্তু সুদূৰৰ মৰীচিকা বুলি মনত ভাৱ হয়। ৰূপ নহয়, ৰূপৰ শৱ লৈ ইমানদিনে কেৱল বিলাস কৰিছে সম্বৰণে।

সম্বৰণ— এই শাস্তি তুমি মোক কিয় দিলা তপতী? তুমি যে নিতান্ত মোৰেই, মোৰেই বিবাহিতা নাৰী তুমি।

তপতী— সত্য, কিন্তু কেৱল বিবাহৰ কাৰণে তোমাৰ লগত মোৰ বিবাহ হোৱা নাই সম্বৰণ।

সম্বৰণ— তেন্তে কিহৰ কাৰণে?

তপতী— জগতৰ কাৰণে। কেৱল তোমাৰ আৰু মোৰ আনন্দৰ কাৰণে নহয়, জগতৰ আনন্দৰ কাৰণে।

জগতৰ কাৰণে! জগতৰ আনন্দৰ কাৰণে! তপতীৰ উত্তৰে যেন মন্ত্ৰধ্বনিৰ দৰে উপবনভৱনৰ বতাহত এক নতুন হৰ্ষ সৃষ্টি কৰে।

গন্ধতৈলৰ প্ৰদীপ হঠাৎ নুমাই যায়। উপবনৰ তৰুবীথিকাৰ শীৰ্ষ চুম্বন কৰি আৰু লতামণ্ডপৰ বাধা ভেদ কৰি ছায়াকুঞ্জৰ অভ্যন্তৰত সূৰ্যনিঃসৃত ৰশ্মিধাৰা আহি বিয়পি পৰে। এক অভিশপ্ত বিস্মৃতিৰ দীৰ্ঘ অৱৰোধ ভেদ কৰি বহুদিন আগতে শুনা এই ধ্বনি যেন নতুনকৈ শুনিবলৈ পাইছে সম্বৰণে— জগতৰ কাৰণে। সংসাৰৰ মানৱ আৰু মানৱীৰ জীৱন মিলিত হয় সমাজ কল্যাণৰ নতুন মন্ত্ৰ ৰূপে, সংকল্পৰূপে, ব্ৰতৰূপে, যজ্ঞৰূপে! তাৰেই নাম বিবাহ। কেৱল নিজৰ কাৰণে নহয়, নিভৃতৰ কাৰণেও নহয়, জগতৰ কাৰণে।

বাষ্পায়িত হয় সম্বৰণৰ দুই নয়ন। অৱহেলিত ৰাজ্য সমাজ আৰু সংসাৰৰ দুঃখে যেন এই সূৰ্যৰশ্মিৰ লগত আহি তেওঁৰ হৃদয় স্পৰ্শ কৰিছে। এই দৃশ্য দেখাত কৰুণ হলেও তপতীয়ে যেন এক পাষাণীৰ মূৰ্তিৰ দৰে অবিচল আৰু অবিকাৰ দুটি চক্ষুৰ শান্ত কঠোৰ দৃষ্টি তুলি চাই থাকে।

সম্বৰণে শান্তভাৱে কয়— বাৰ বাৰ তিনি বাৰ মোৰ ভুল হৈছে তপতী, কিন্তু তুমিয়ে চৰম শাস্তি দি শেষ ভুল ভাঙি দিলা।

উত্তৰ নিদিয়ে তপতীয়ে। চৰম শাস্তি গ্ৰহণৰ কাৰণে তপতীও আজি প্ৰস্তুত হৈছে।

সম্বৰণে ধীৰস্বৰে কয়— সঁচাই তোমাক মই আজিও মোৰ জীৱনত পোৱা নাই তপতী, কিন্তু এইবাৰ পাব লাগিব।

চমকি উঠে তপতীৰ শান্তকঠোৰ চকুৰ দৃষ্টি। তপতীৰ হাতত ধৰিবৰ কাৰণে এখন হাত আগবঢ়াই দি সম্বৰণে কয়— বলা।

তপতী— ক'লৈ?

সম্বৰণ— ঘৰলৈ, সমাজলৈ, জগতলৈ।

তপতী বিস্মিত হয়। সম্বৰণে যেন সেই বিস্ময়ক চৰম চমকে চকিত কৰি দি কয়— বলা তপতী, গুৰু বশিষ্ঠ আমাৰ অপেক্ষাত বাহিৰত থিয় হৈ আছে।

লুব্ধ লুণ্ঠকীৰ দৰে তপতীয়ে তাইৰ দুই বাহু সাগ্ৰহে নিক্ষেপ কৰি সম্বৰণৰ কণ্ঠ নিবিড় আলিঙ্গনত আপোন কৰি লৈ বক্ষত ধাৰণ কৰে। জীৱনৰ আনন্দৰ সঙ্গীক ইমানদিনৰ মূৰত বিচাৰি পাইছে তপতীয়ে।

এৰা, গোটেই জীৱনৰ তৃষ্ণাই যেন এতিয়া সঁচাকৈয়ে তৃপ্তি বিচাৰি পাইছে। সম্বৰণৰ মুখতো সেই তৃপ্তিৰ সুস্মিত আভাস ফুটি উঠে।

লতাবিতানৰ ছায়াচ্ছন্ন নিভৃতৰ পৰা ওলাই আহি অবাৰিত সূৰ্যালোকত আপ্লুত তৃণপথভূমিৰ ওপৰত দুয়োজনেই থিয় হয়। মনত খেলায় সম্বৰণৰ, মনত খেলায় তপতীৰ, যেন ক্ষুদ্ৰ এক কাৰাগাৰৰ গ্ৰাসৰ পৰা মুক্ত হৈ এইবাৰ সঁচাকৈয়ে জীৱনৰ পথত আহি দুয়োজনে থিয় হ'ব পাৰিছে।

তৰুপল্লৱৰ অন্তৰালৰ পৰা হঠাৎ পিকস্বৰ ধ্বনিত হয়। স্মিত সলজ্জ আৰু মুগ্ধ দৃষ্টি তুলি সম্বৰণ আৰু তপতীয়ে পৰস্পৰৰ মুখৰ ফালে চায়, যেন নৱপৰিণয়ত প্ৰীতমানস এজন প্ৰেমিক আৰু এজনী প্ৰেমিকা।

সম্বৰণে হাঁহে— তুমি শাস্তি দি মোক ভাল পাইছা, তপতী।

তপতী লজ্জিত হয়— তুমি ভাল পাই মোক শাস্তি দিছিলা, সম্বৰণ।

—ঃ—

# অগস্ত্য আৰু লোপামুদ্ৰা

প্ৰবালসঙ্কাশ বৰ্ণশিলাৰ সোপান আৰু বৈদূৰ্যখচিত স্তম্ভ, বিদৰ্ভৰাজৰ সেই নয়নাভিৰাম নিকেতনৰ এক স্ফটিককুট্টিমত নৃত্য কৰে ৰাজকন্যা লোপামুদ্ৰাই। কজ্জলিতাক্ষী শত কিংকৰীৰ কলহাস্যে পৰিবৃতা লোপামুদ্ৰাৰ অবিৰল নৃত্যামোদচঞ্চল দেহে এই স্ফটিককুট্টিমৰ বুকুত সময়ে সময়ে লাস্যলীলায়িত দ্যুতিমান ছবিৰ মায়াকুহক সঞ্চাৰিত কৰে। কনককেয়ূৰৰ প্ৰভা, ৰত্নকাঞ্চীৰ বিপুলস্ফুৰিত লাস্য আৰু স্বৰ্ণতাটঙ্কৰ বিচ্ছুৰিত ৰশ্মিৰ দ্বাৰা নিৰ্মিত মূৰ্তিৰ দৰে সুশোভিতা কুমাৰী লোপামুদ্ৰা যেন পিতৃ বিৰ্দ্ভৰাজৰ সকলো ঐশ্বৰ্যৰ স্নেহে অভিষিক্তা এক আভৰণেশ্বৰী।

স্ফটিককুট্টিমত নৃত্য কৰে বিকচযৌৱনা লোপামুদ্ৰাই, আৰু সেই লীলায়িত বাহুক্ষেপ কটিভঙ্গ আৰু পদচ্ছন্দৰ উৎসৱত যেন আত্মহাৰা হবৰ কাৰণে বিগলিত হয় লোপামুদ্ৰাৰ মণিস্তবকিত বেণী, শিথিলিত হয় স্তোকোৎফুল্ল বক্ষৰ স্বচ্ছ অংশুকবসন, ছিন্ন হৈ মুকুতাৰ নিজৰাৰ দৰে নিজৰি পৰে কণ্ঠৰ একাবলী ৰত্নহাৰ।

চঞ্চল নিঃশ্বাস সম্বৰণৰ কাৰণে শান্তহৈ এবাৰ থিয় হয় লোপামুদ্ৰা, কঁপনি মৰা ভামিনীৰ দৰে কৌতুকচঞ্চল নেত্ৰে কেৰাহিকৈ চাই হাস্যচঞ্চল স্বৰে কিঙ্কৰীক কয়— নতুন আভৰণেৰে সজাই দিয়া কিঙ্কৰী। লৈ আহা ইন্দ্ৰনীলৰ কণিকাৰে ৰচিত নতুন কটিমেখলা।

কিংকৰীয়ে বিস্মিত হৈ কয়— এতিয়া নৃত্য ক্ষান্ত কৰা ৰাজকুমাৰী।

লোপামুদ্ৰাই কয়— নাই, বাধা নিদিবা কিংকৰী। দিয়া, এই মুহূৰ্তে মোৰ ভৰিত পিন্ধাই দিয়া কলহংস কণ্ঠতকৈ নিঃস্বনমধুৰ দুটি স্বৰ্ণ বিনিৰ্মিত হংসক। এতিয়াই ক্ষান্ত হ'বলৈ নিদিম এই উৎসৱ।

কৌতুকিনী কিংকৰীয়ে কয়— এনেকৈ সকলো ৰত্নাভৰণ গুঞ্জৰিত কৰি আৰু দেৱদাসীৰ দৰে ছন্দময়ী হৈ মনৰ কোন স্বপ্নৰ দেৱতাক বন্দনা কৰিছা ৰত্নাধিকা লোপামুদ্ৰা?

চকিত দৃষ্টিৰে ঘূৰি নীলাকাশৰ ফালে চাই চিন্তান্বিতাৰ দৰে স্তব্ধ হৈ থিয় হৈ থাকে লোপামুদ্ৰা। বিষন্ন অথচ স্নিগ্ধ স্বৰে কয়— তোমাৰ অনুমান নিতান্ত মিথ্যা নহয় কিংকৰী। দেখিবলৈ পাইছো, যেন মোৰ এই মনৰ এক স্ফটিককুট্টিমৰ নিভৃতত উৎসৱৰ প্ৰদীপ জ্বলিছে। দেৱোপমকান্তি এক প্ৰেমিকৰ বিশালতৃষ্ণ দুটি চক্ষুৰ সম্মুখত থিয় হৈ আছো মই। কিন্তু হেৰাই গৈছে মোৰ সকলো ৰত্নাভৰণ কেয়ূৰ কাঞ্চী মঞ্জীৰ আৰু মুক্তাহাৰ। মোৰ এই মধুৰ আতঙ্কৰ অৰ্থ বুজিব পৰা

নাই কিংকৰী।

আতঙ্কিতৰ দৰে দৌৰি আহি থিয় হয় বিদৰ্ভদুহিতা লোপামুদ্ৰাৰ ধাত্ৰেয়িকা। সাশ্ৰুনয়নে কয়— উৎসৱ বন্ধ কৰা দুৰ্ভাগিনী কন্যা।

লোপামুদ্ৰা— কিয়?

ধাত্ৰেয়িকা— চুপ, কথা নক'বা, প্ৰশ্নমুখৰা কন্যা। সাৱধান, যেন ভুলতেও তোমাৰ স্বৰ্ণমঞ্জীৰ ৰণিত নহয়।

লোপামুদ্ৰা— কিয়?

ধাত্ৰেয়িকা— চুপ, চুপ। নীৰৱ কৰি ৰাখা তোমাৰ মুখৰ ৰত্নাভৰণ, যেন শুনিবলৈ নাপায় ঋষি অগস্ত্যই। লুকাই থোৱা তোমাৰ বেণীমণিপ্ৰভা, যেন দেখিবলৈ নাপায় ঋষি অগস্ত্যই।

বিস্মিত স্বৰে লোপামুদ্ৰাই কয়— ঋষি অগস্ত্য?

ধাত্ৰেয়িকা— এৰা, নিঃস্ব ৰিক্ত আৰু চীৰবাসম্বল তপস্বী অগস্ত্য বিদৰ্ভৰাজৰ এই ৰত্নপুৰদ্বাৰত আহি থিয় হৈছে।

বিপন্নৰ দৰে আতঙ্কিত স্বৰে সংবাদ শুনাই দি পুনৰায় অন্তঃপুৰৰ ফালে গুচি যায় ধাত্ৰেয়িকা। বিস্মিত হয় লোপামুদ্ৰা। এক ৰিক্ত আৰু নিঃস্ব তপস্বী আহি থিয় হৈছে কুবেৰপ্ৰতিম ধনশালী বিদৰ্ভৰাজৰ বৈদূৰ্যখচিত ভৱনস্তম্ভৰ ছায়াৰ ওচৰত, কিন্তু তাৰ কাৰণে ইমান আতঙ্কিত হ'বলগীয়া কি আছে? ৰহস্য বুজিব নোৱাৰে কিংকৰীৰ দলে, কলহাস্য বন্ধ কৰি বিষণ্ণ মুখে লোপামুদ্ৰাৰ বিস্ময়াপ্লুত মুখৰ ফালে কিছু সময় চাই থাকে। তাৰপিচতে সেই অদ্ভুত বিপদৰ ৰহস্য বুজিবৰ কাৰণে অন্তঃপুৰ অভিমুখে দ্ৰুতপদে প্ৰস্থান কৰে।

নীলাকাশৰ পিনে আকৌ এবাৰ দুই ভ্ৰমৰকৃষ্ণ চক্ষুৰ দৃষ্টি তুলি অস্ফুট স্বৰে হৃদয়ৰ বিস্ময় ধ্বনিত কৰে লোপামুদ্ৰাই— ঋষি অগস্ত্য!

এক নিঃস্ব তপস্বী আহি থিয় হৈছে বিদৰ্ভৰাজৰ ভৱনদ্বাৰত, কিন্তু তাৰ কাৰণে এনেকৈ কিয় আতঙ্কিত হয় ঐশ্বৰ্যসমাকুল এই বিৰাট ভৱনৰ অন্তৰাত্মা? কিয় লুকাই থব লাগে এই বেণীমণিপ্ৰভা? কিয় নীৰৱ কৰি ৰাখিব লাগে এই স্বৰ্ণ-মঞ্জীৰ? কঠোৰহৃদয় লুণ্ঠকৰ দৰেই জানো এই তপস্বীও আহিছে এটি কঠোৰ প্ৰাৰ্থনাৰ দ্বাৰা দানপুণ্যপৰায়ণ বিদৰ্ভৰাজৰ এই ভৱনৰ সকলো ৰত্ন হৰণ কৰি লৈ গুচি যাবৰ কাৰণে? সেই কাৰণেই নেকি ভীত আৰু বিচলিত হৈছে ধাত্ৰেয়িকা আৰু তাইৰ দুই চকুত চকুলো ওলাইছে?

চাবলৈ মন যায় কেনেকুৱা সেই ৰত্নলোলুপ ঋষিৰ ৰূপ, আশ্ৰমনিভৃতৰ মৌন আৰু প্ৰশান্তিৰ মাজৰ পৰা লৰি আহি যি ঋষি এনে লুব্ধ প্ৰাৰ্থীৰ দৰে এক

নৃপতিৰ ভৱনৰ দ্বাৰপ্ৰান্তপথত থিয় হৈ আছে। তপশ্চৰ্যাতকৈ ৰত্নকামনা ডাঙৰ হৈ উঠিছে যি অদ্ভুত তপস্বীৰ চিত্তত, তাৰ প্ৰাৰ্থনাক ভয় কৰাৰে বা কি কাৰণ আছে? এনে লুব্ধৰ কঠোৰ প্ৰাৰ্থনাক এটা কঠোৰ প্ৰত্যাখ্যানেৰে বিমুখ কৰি দিলে এই পৃথিৱীৰ কোনো দানব্ৰত যশস্বীৰ পুণ্যহানি নহব।

স্ফটিককুট্টিমৰ অভ্যন্তৰৰ পৰা যেন এক কৌতূহলপৰৱশ বিহগীৰ দৰে দুৰ্বাৰ আগ্ৰহ সহকাৰে দৌৰি গৈ ভৱন পুৰোভাগৰ ওচৰত নবীন দুৰ্বাদলসমাকীৰ্ণ প্ৰাঙ্গণৰ প্ৰান্তলৈ আহি থিয় হয় লোপামুদ্ৰা। গ্ৰীৱাভঙ্গে হাঁহি উঠে বেণীমণিপ্ৰভা, বায়ুভৰে আন্দোলিত হয় স্বচ্ছ অংশুকবসনৰ অঞ্চল, কেলিমদ মৰালৰ কলস্বৰৰ দৰে বাজি উঠে ৰূপমতী লোপামুদ্ৰাৰ চৰণলগ্ন স্বৰ্ণহংসক। পৃথিৱীৰ এক অতিকঠোৰ লোভীৰ চকু আৰু কাণক উপেক্ষা কৰাৰ কাৰণে আগবাঢ়ি গৈ থাকে ভীতিলেশবিহীনা লোপামুদ্ৰা।

সৌৱা, সৌ লতাগৃহৰ কাষত থিয় হৈ আছে সেই প্ৰাৰ্থী। হঠাৎ থমকি ৰয় আৰু একেথৰে চাই থাকে লোপামুদ্ৰাই। বৰ্ষাৰ বাৰিপৰিস্ফীতা তটিনীয়ে যেন তাইৰ বিপুল উৰ্মিল প্ৰগল্‌ভতা ক্ষণিকৰ কাৰণে সংযত কৰি তটস্থিত দেৱদাৰুৰ ফালে থৰ লাগি চাইছে। ব্যাধৰ শৰাঘাতত বিদ্ধ হৈ কূজনৰতা পক্ষিণীৰ কণ্ঠ ৰৱহাৰা হোৱাৰ দৰে হঠাৎ নীৰৱ হৈ যায় স্বৰ্ণহংসকৰ উদ্দাম মুখৰতা। সলজ্জ সন্ত্ৰাসৰ স্পৰ্শত শিহৰিত হৈ লোপামুদ্ৰাই এখন হাতেৰে চেপি ধৰে তাইৰ বেণীবন্ধৰ মণি আৰু আনখন হাতেৰে সলজ্জ বস্ত্ৰবসনৰ অঞ্চল। বিদৰ্ভতনয়াৰ ৰত্নাভৰণৰ সকলো গৰ্বৰ উজ্জ্বলতাই যেন সেই মুহূৰ্তে ক্ষুদ্ৰ খদ্যোতৰ দৰে আত্মকুণ্ঠাত লুকাই থাকিবলৈ পথ বিচাৰি ফুৰে।

চাবলৈ ইচ্ছা কৰে আৰু ভালকৈ। এই অদ্ভুত ইচ্ছাৰ আবেগ সম্বৰণ কৰিব নোৱাৰে লোপামুদ্ৰাই। ধীৰে ধীৰে যৌৱনৰ প্ৰথম লজ্জাভাৰত মন্থৰ বনমৃগীৰ দৰে অদূৰৰ লতাগৃহৰ শ্যামলতাৰ ফালে চাই সতৃষ্ণ নয়নে আগবাঢ়ি গৈ থাকে লোপামুদ্ৰা। কিন্তু আৰু বেছি দূৰ যাব নোৱাৰে। নবোদ্‌গত কিশলয় সমাকীৰ্ণ কোবিদাৰৰ বীথিকাৰ অন্তৰালত আহি থিয় হৈ থাকে। অভিসাৰভীৰু দুৰাকাঙ্ক্ষিণীৰ দৰে গোপন নেপথ্যত থিয় হৈ তৰুণ তপস্বীৰ স্বৰ্ণোপম তনুৰ অনুপম শুচিশোভাসুধা পান কৰি থাকে লোপামুদ্ৰাৰ বিস্ময়মুগ্ধ নয়নৰ কৌতূহলে।

অগস্ত্য। নিঃস্ব ৰিক্ত চীৰবাসমম্বল ঋষি অগস্ত্য। বিশ্বাস নহয়, জগতত দুৰ্লভতম কোনো ৰত্নৰ কাৰণে কোনো লোভ সেই দুটি দ্যুতিময় নয়নৰ ভিতৰত লুকাই থাকিব পাৰে। বোধহয়, সেই ৰূপমানৰ পদস্পৰ্শ পালে ৰত্ন হৈ যাব তুচ্ছ

ধুলিৰ কণিকা। তেনেহ'লে প্ৰাৰ্থীৰ দৰে কিয় আহি থিয় হৈছেহি অগস্ত্য?

—তুমিয়ে তো সমস্ত দ্যুলোক ভূলোকৰ ৰূপৰুচিৰ হৃদয়ৰ পৰম প্ৰাৰ্থনীয় ৰত্ন, তেনেহ'লে তুমি কিয় আহি থিয় দিছা প্ৰাৰ্থীৰ দৰে? পদুমফুলৰ চকাৰ প্ৰতি আসক্ত ষট্পদৰ গুঞ্জন নহয়, নিজৰে পিপাসিত চিত্তৰ গুঞ্জন শুনিবলৈ পাই স্ফুটনোন্মুখ শতপত্ৰৰ দৰে সুস্মিত হৈ উঠে লোপামুদ্ৰাৰ মুখশোভা।

মনত ভাব হয় লোপামুদ্ৰাৰ, সিয়ে তো তাইৰ অন্তৰনিভৃতৰ সেই স্ফটিককুট্টিমৰ সেই উৎসৱৰ প্ৰদীপ, লতাগৃহৰ শ্যামলতাৰ কাষত প্ৰভাময় হৈ থিয় দি আছে। মনে কয়, যোৱাঁ বিদৰ্ভতনয়া লোপা, সকলো সংকোচ পৰিহাৰ কৰি তাৰ সম্মুখলৈ গৈ থিয় হোৱা আৰু দেৱদাসীৰ নৃত্যভঙ্গে সকলো আভৰণ শিঞ্জিত কৰি বন্দনা জনাই আহাগৈ।

কিন্তু এইটো কৰা অসম্ভৱ, অসাধ্য আৰু উচিতো নহয়। নিজৰ মনৰ এই লজ্জাহীন দুঃসাহসক নিজেই ভ্ৰূকুটি হানি স্তব্ধ কৰি দিয়ে লোপামুদ্ৰাই। দেখি বুজিব পাৰে লোপামুদ্ৰাই, আহ্বান নকৰিলে সেই মূৰ্তিৰ ওচৰলৈ স্বেচ্ছাই আগুৱাই যাব নোৱাৰি। আকৌ, আগুৱাই গৈ থিয় হলেও বোধ হয় কোনো লাভ নাই। অতি খৰপ্ৰভ, অতি অচঞ্চল আৰু অতি অবিকাৰ সেই তৰুণ তপস্বীৰ চকু দুটি। সেই চকুত কোনো স্বপ্ন নাই, আছে মাথো সংকল্প। কোনে জানে কিহৰ সংকল্প!

উভতি যায় লোপামুদ্ৰা। কোবিদাৰ বীথিকাৰ ছায়া পাৰ হৈ, নীৰৱ নিৰ্জন স্ফটিককুট্টিমৰ নিভৃতত আকৌ আহি থিয় হয়। দুঃসহ এক আত্মকুণ্ঠাৰ বেদনা সহ্য কৰিবলৈ চেষ্টা কৰে লোপামুদ্ৰাই, কিন্তু নোৱাৰে। নিৰোধ কৰিব নোৱাৰে উদ্গত অশ্ৰুৰ ধাৰা। বুজিবলৈ পাৰে লোপামুদ্ৰাই জীৱনত তাই এই প্ৰথম বাৰৰ কাৰণে এক প্ৰিয়দৰ্শনৰ মুখ দেখিবলৈ পাইছে, আৰু মনে মনে হৃদয় দান কৰি গুচি আহিছে। কিন্তু ই যেন নীলাকাশৰ বক্ষ লক্ষ্য কৰি ক্ষুদ্ৰ দুটি বাহুৰ আলিঙ্গনস্পৃহা। চুম্বনৰসে বাৰিধিৰ প্ৰাণ সিক্ত কৰাৰ কাৰণে ক্ষুদ্ৰ দুটি অধৰৰ শিহৰণ। অলভাক লাভ কৰাৰ কাৰণে অক্ষমৰ বাসনাবিলাস। প্ৰাৰ্থী ঋষি তেওঁৰ প্ৰাৰ্থিতব্য কেইমুঠিমান ৰত্ন লাভ কৰি গুচি যাব আৰু কল্পনাও কৰিব নোৱাৰিব যে, তেওঁৰেই প্ৰেমাকাঙ্ক্ষিণী এক মনিনূপুৰিতা নাৰী আজি অশ্ৰুসিক্ত হৈ এই সংসাৰৰ এক নিভৃতত শিলাবৃষ্টিত আহত শস্যমঞ্জৰীৰ দৰে মাটিত পৰি আছে।

কি চিন্তা কৰিছে বিদৰ্ভৰাজে? ঋষি অগস্ত্যৰ প্ৰাৰ্থনা জানো তেওঁ পূৰ্ণ কৰিবৰ কাৰণে ব্যস্ত হৈ উঠিছে? শান্তভাৱে চিন্তা কৰি কৰি লোপামুদ্ৰা হঠাৎ ব্যস্ত হৈ উঠি থিয় হয়। সকলো কৌতূহল মথিত কৰি মাত্ৰ এটি প্ৰশ্ন তাইৰ অন্তৰত মুখৰ হৈ উঠে। কি বস্তু প্ৰাৰ্থনা কৰিলে ঋষি অগস্ত্যই? দ্ৰুতপদে

অন্তঃপুৰৰ ফালে গুচি যায় লোপামুদ্ৰা।

কক্ষৰ দ্বাৰপ্ৰান্তৰ ওচৰলৈ আহিয়েই হঠাৎ বিস্ময়ত স্তব্ধ হৈ থিয় হৈ থাকে লোপামুদ্ৰা। শুনিবলৈ পায় লোপামুদ্ৰাই, শোকাতুৰ স্বৰে আলাপ কৰিছে পিতৃ-মাতৃয়ে।

আৰ্তনাদ কৰে বিদৰ্ভৰাজ মহিষীয়ে— নাই, কেতিয়াও নোৱাৰিম, মোৰ সুখলালিতা ৰত্নময়ী কন্যাক নিঃস্ব ৰিক্ত চীৰবাসসম্বল ঋষিৰ হাতত সম্প্ৰদান কৰিব নোৱাৰিম। প্ৰত্যাখ্যান কৰা লুব্ধ ঋষিৰ প্ৰস্তাৱ।

বেদনাবিচলিত স্বৰে উত্তৰ দান কৰে বিদৰ্ভৰাজে— উপায় নাই, আগস্ত্যৰ ওচৰত মই অঙ্গীকাৰবদ্ধ।

— কিহৰ অঙ্গীকাৰ?

— কৈছিলো অগস্ত্যক, যদি কোনোবাদিনা গাৰ্হস্থ্যব্ৰত গ্ৰহণত অভিলাষী হয় তপস্বী অগস্ত্য, তেনেহ'লে মই মোৰ কন্যাক তেওঁৰ ওচৰত সম্প্ৰদান কৰিম।

ধিক্কাৰ দি আৰু বেদনামূৰ্ছিত স্বৰে বিদৰ্ভৰাজমহিষীয়ে কয়— গৃহী হওক তপস্বী অগস্ত্য, আৰু তেওঁৰ জীৱনসঙ্গিনী হওক আন কাৰোবাৰ কন্যা। ৰিক্তৰ আৰু নিঃস্বৰ গৃহজীৱনৰ সকলো ক্লেশ আৰু দুঃখৰ সহভাগিনী হ'ব দীনসাধাৰণৰ কন্যা, মোৰ ঐশ্বৰ্যসুখিনী কন্যা লোপামুদ্ৰা নহয়।

বিদৰ্ভৰাজে কয়— কিন্তু তুমি মোৰ সেই প্ৰতিশ্ৰুতিৰ সকলো ইতিহাস নাজানা মহিষী। তোমাৰ কন্যা লোপামুদ্ৰা যে ঋষি অগস্ত্যৰেই কল্পনাৰ সৃষ্টি।

— এই কথাৰ অৰ্থ?

— মনত আছে জানো মহিষী, অনপত্য জীৱনৰ শূন্যতা আৰু বেদনাৰ পৰা মুক্ত হোৱাৰ কাৰণে সন্তান লাভৰ কামনা কৰি এদিন মই ব্ৰত পালন কৰিছিলো?

— হয়, মনত আছে।

ব্ৰত ভঙ্গ কৰি গঙ্গাদ্বাৰলৈ গৈ নিৰ্ঝৰস্নান সমাপনৰ পিচত বিস্মিত হৈ দেখিছিলো, এক কিশোৰ তপস্বী সেই প্ৰভাতৰ নৱতপনৰ আলোকত আশ্ৰমত তৰুৰ পুষ্পিত শাখা স্পৰ্শ কৰি থিয় হৈ আছে, আৰু যেন স্বপ্নস্নাত দৃষ্টি তুলি খগ মৃগ মধুপৰ খেলা চাইছে।

— কোন সেই তপস্বী?

— এই অগস্ত্য। 'গৃহী হোৱা কুমাৰ, প্ৰিয়াসেৱিত হৈ পুত্ৰলাভ কৰাঁ, তেতিয়াহে আমাৰ অন্তৰাত্মা পৰিতৃপ্ত হ'ব।' পিতৃগণৰ এই অনুৰোধ স্বপ্নত শুনিবলৈ পাইছিল অগস্ত্যই। ব্ৰত সমাপন কৰি আৰু নিৰ্ঝৰস্নান কৰি পৰিশুদ্ধ

হৈ সেই প্ৰভাতত আশ্ৰমতৰুৰ পুষ্পিত শাখা স্পৰ্শ কৰি জীৱনসঙ্গিনীৰ আৱিৰ্ভাব কামনা কৰিছিল সেই কিশোৰ তপস্বীয়ে। চৰাচৰৰ সকলো প্ৰাণৰ দেহশোভাৰ পৰা ৰূপ আহৰণ কৰি এই পৃথিৱীত আৱিৰ্ভূত হওক এক সৰ্বলোচনমনোহৰা নাৰী। ভ্ৰমৰৰ কৃষ্ণতা লৈ ৰচিত হওক তাইৰ দুই চকু। মৰালীৰ মৃদুল ৰম্যগতি, বনমৃগীৰ আয়ত নয়ন, জ্যোৎস্নাজীৱিনী চকোৰীৰ কোমল তনু, আৰু মেঘসন্দৰ্শনত স্খলিতপুচ্ছ ময়ূৰীৰ নৃত্য ভঙ্গিমা লৈ সুন্দৰী শোভনা আৰু মনোহৰা হৈ উঠক সেই বৰনাৰী। কিশোৰ তপস্বীৰ সেই কল্পনাৰ পৰিচয় পাই ধন্য আৰু মুগ্ধ হৈ গৈছিলো। মনত ভাব হৈছিল মোৰেই সন্তানকামনা সফল কৰিবৰ কাৰণে সেই ঋষিৰ ভাষাত যেন মন্ত্ৰবাণী উচ্চাৰিত হৈ উঠিছে। প্ৰাৰ্থনা কৰিছিলো, কিশোৰ তপস্বীৰ কল্পনা মোৰেই তনয়াৰূপে আৱিৰ্ভূত হওক। কিশোৰ তপস্বী অগস্ত্যক প্ৰতিশ্ৰুতি দিছিলো, যদি অনপত্য বিদৰ্ভৰাজে কন্যালাভ কৰে, তেন্তে সেই কন্যা অগস্ত্যৰে জীৱনসঙ্গিনী হ'ব।

বিদৰ্ভৰাজৰ ভাবাকুল কণ্ঠস্বৰো আকৌ হঠাৎ বেদনাঘাতত বিচলিত হৈ উঠে— ঋষি অগস্ত্যৰ কল্পনা সত্য হৈছে মহিষী, নিখিলৰ সকলো প্ৰাণৰ দেহশোভাই যেন ৰূপৰ উপহাৰ দি ৰূপোত্তমা লোপামুদ্ৰাক নিৰ্মাণ কৰিছে। ঋষি অগস্ত্যৰ আকাঙ্ক্ষিতা, ঋষি অগস্ত্যৰ কল্পনাৰ পুষ্প, ঋষি অগস্ত্যৰ কামনাভাগিনী লোপামুদ্ৰাক ঋষি অগস্ত্যৰে ওচৰত সম্প্ৰদানৰ কাৰণে প্ৰস্তুত হোৱাঁ মহিষী। আপত্তি কৰাৰ অধিকাৰ আমাৰ নাই।

ক্ৰন্দন কৰে মহিষীয়ে— কিন্তু তোমাৰ ৰত্নপ্ৰাসাদত লালিতা লোপামুদ্ৰা জানো সেই নিঃস্বৰ জীৱনসঙ্গিনী হ'বলৈ বিচাৰিব?

কক্ষত প্ৰবেশ কৰে লোপা। বিদৰ্ভৰাজ আৰু তেওঁৰ মহিষীক বিস্ময়ান্বিত কৰি লোপাই কয়— প্ৰতিশ্ৰুতি পালন কৰক পিতা।

বিদৰ্ভৰাজে কয়— তুমি জানা কিহৰ প্ৰতিশ্ৰুতি?

লোপামুদ্ৰা— হয়, সকলো শুনিছো পিতা; ঋষি অগস্ত্যৰ ওচৰত আপোনাৰ প্ৰতিশ্ৰুতি।

বিদৰ্ভৰাজ— নিঃস্ব ঋষিৰ জীৱনসঙ্গিনী হবা তুমি?

লোপামুদ্ৰা— হয়, পিতা।

সম্প্ৰদত্তা লোপামুদ্ৰাৰ আনন্দদীপ্ত আননৰ ফালে চাই বিস্মিত হয় বিদৰ্ভৰাজ। বিস্মিত হয় বিদৰ্ভৰাজমহিষী। বিস্মিত হয় ধাত্ৰেয়িকা আৰু কিংকৰীৰ দল। নিঃস্ব ঋষিৰ বধূ হৈ, এই ৰত্নময় প্ৰাসাদৰ স্নেহৰ পৰা বঞ্চিত হৈ এক পৰ্ণকুটীৰৰ অভিমুখে এতিয়াই গুচি যাব যি ৰত্নসুখিনী কন্যা, তাইৰ মুখৰ হাঁহি

দেখি মনত ভাব হয়, যেন এক আকাঙ্ক্ষিত স্বপ্নলোকৰ আশ্ৰয় লাভৰ কাৰণে সেই কন্যা ব্যস্ত হৈ উঠিছে। যেন এক বিদ্যুল্লতা সূক্ষ্ম অংশুকবসনে সজ্জিত, মণিনূপুৰে ঝংকৃত, কুঙ্কুমে ৰঞ্জিত আৰু সিতচন্দনে সুৰভিত হৈ পতিগৃহলৈ যাবৰ কাৰণে প্ৰস্তুত হৈছে।

লতাগৃহৰ ওচৰত অপেক্ষা কৰি থিয় হৈ আছিল ঋষি অগস্ত্য। বিদৰ্ভভৱনৰ অশ্ৰুসিক্ত বেদনাৰ ওচৰৰ পৰা বিদায় লৈ লোপামুদ্ৰা ধীৰে ধীৰে আগবাঢ়ি আহি ঋষি অগস্ত্যৰ সম্মুখত থিয় হয়। প্ৰণাম কৰে লোপাই, সুস্বৰে শিঞ্জিত হয় ৰত্নাভৰণ, যেন এক সঙ্গীতৰ ঝংকাৰ আহি মূৰ্তিমতী হৈ অগস্ত্যৰ চৰণৰ কাষত লুটিখাই পৰিছে।

অগস্ত্যাই আহ্বান কৰে— লোপামুদ্ৰা!

সুস্মিত অধৰপুটে সুষমা বিকশিত কৰি অগস্ত্যৰ মুখৰ ফালে চায় লোপামুদ্ৰাই। কিন্তু চমকি উঠে বিষণ্ণ আৰু বিস্মিত হয়। আকাঙ্ক্ষিতা জীৱন সঙ্গিনীৰ ফালে চাই আছে অগস্ত্যাই, কিন্তু ক'তা ঋষিৰ সেই চকুত প্ৰণয়স্মিত কোনো আনন্দ উদ্ভাসিত হৈ উঠা নাই কিয়? সেই খৰপ্ৰভ শান্ত আৰু নিৰ্বিকাৰ দুটি চকু, যেন পাষাণৰচিত দুটি সুগঠিত অধৰ।

অগস্ত্যাই কয়— সূক্ষ্ম অংশুবসন মণিকণিকা আৰু ৰত্নজালে দেহ বিলসিত কৰি কাৰ গৃহজীৱনৰ আনন্দ ৰচনা কৰিবলৈ বিচাৰা নাৰী?

লোপাই কয়— বিদৰ্ভৰাজতনয়া লোপাৰ জীৱনাধিক জীৱনসঙ্গীৰ গৃহজীৱন।

অগস্ত্যাই কয়— কিন্তু এই আভৰণ যে গৰ্হিত বিলাসভাৰ। ঋষিবনিতাৰ অঙ্গত এই ধ্বনিমুখৰ আৰু মণিময় আভৰণ পুণ্যক্ষয়কাৰী বিলাসসজ্জা মাত্ৰ।

লোপাই আৰ্তস্বৰে কয়— বিলাসসজ্জা নহয়, ঋষি।

অগস্ত্য— তেন্তে কি?

লোপা— ঋষিৰেই প্ৰণয়প্ৰীতা এক প্ৰেমিকা নাৰীৰ হৃদয়ৰ উৎসৱসজ্জা।

অগস্ত্যাই বিস্ময় প্ৰকাশ কৰে।— উৎসৱসজ্জা? ঋষিৰ জীৱনত উৎসৱৰ প্ৰয়োজন নাই, উৎসৱবিচক্ষণা ৰাজতনয়া।

লোপা— প্ৰয়োজন আছে স্বামী। আপোনাৰ জীৱনত আপোনাৰেই এই প্ৰণয়ধন্যা নাৰীৰ স্মিতহাস্য প্ৰিয়বচন আৰু নয়নপ্ৰীতিৰ প্ৰয়োজন আছে।

যেন জীৱনৰ এক স্বপ্নভঙ্গ বেদনাৰ অশ্ৰুস্ৰাৱত অভিভূত হয় লোপামুদ্ৰাৰ নয়ন। প্ৰেমিকৰ বিশালতৃষ্ণ সুস্মিত চক্ষুৰ সম্মুখত নহয়, এক তপস্বীৰ খৰপ্ৰভ দুটি চক্ষুৰ সম্মুখত লোপামুদ্ৰা আজি থিয় হৈ আছে, যি তপস্বীৰ জীৱনত

জীৱনসঙ্গিনীৰ স্মিতহাস্য আৰু নয়নপ্ৰীতিৰ কোনো প্ৰয়োজন নাই।

ব্যথাবিহ্বল স্বৰে লোপামুদ্ৰাই কয়— প্ৰিয়সঙ্গবাসনা পূৰণৰ আশাত অৰণ্যৰ হস্তিনীয়েও পদ্মৰেণুভূষিতা হৈ উৎসৱ অন্বেষণ কৰে। তেন্তে, আপুনি আপোনাৰে আকাঙ্ক্ষিতাৰ কনককেয়ূৰ আৰু কবৰীৰ মণিপ্ৰভা কিয় সহ্য কৰিব নোৱাৰিব ঋষি?

অগস্ত্য— মই জানো ৰাজতনয়া, তোমাৰ অধৰেও ৰত্নাভৰণৰ শিঞ্জন শুনিবলৈ পায়, আৰু শুনি সুস্মিত হয়।

লোপা— আপোনাৰেই অভ্যৰ্থনাৰ কাৰণে স্বামী। ৰত্নাভৰণৰ ঝংকাৰ আৰু দীপ্তিক নহয়, মোৰ অনুৰাগৰঞ্জিত জীৱনৰ স্মিতহাস্যক ৰত্নাভৰণেৰে সজাই আপোনাক উপহাৰ দিবলৈ বিচাৰোঁ। মোৰ এই স্বপ্ন ব্যৰ্থ কৰি নিদিব ঋষি।

অগস্ত্য— ঋষি অগস্ত্যৰ পুত্ৰৰ মাতা হ'বা তুমি, একমাত্ৰ এই ব্ৰত গ্ৰহণ কৰি আমাৰ একমাত্ৰ সংকল্প সত্য কৰি তুলিবা। ইয়াৰ কাৰণে তোমাৰ কণ্ঠত ৰত্নমালিকাৰ শোভা ধাৰণ কৰাৰ কোনো প্ৰয়োজন নাই। নাৰীৰ কুঙ্কমচিত্ৰিত চিবুক আৰু সিতচন্দনসিক্ত তনু নিবিচাৰোঁ। নাৰীৰ স্মিতহাস্য আৰু নয়নপ্ৰীতি নিবিচাৰোঁ। এই বিলাসসজ্জা বৰ্জন কৰা আৰু চীৰবাস বল্কল আৰু অজিন গ্ৰহণ কৰি মোৰ ওচৰলৈ আহি থিয় হোৱা।

লোপামুদ্ৰাৰ কণ্ঠত আৰ্তনাদ শিহৰিত হয়— স্বামী!

অগস্ত্য— কি?

লোপামুদ্ৰা— তুচ্ছ ৰত্নাভৰণ ঘৃণা কৰক, কোনো ক্ষতি নাই। কিন্তু আপোনাৰ জীৱনৰ প্ৰণয়বিহ্বল কোনো মধুৰ ক্ষণত আপোনাৰে জীৱনৰ সুখ দুঃখভাগিনী এই নাৰীৰ অধৰপুটত ধৰা এটি ক্ষুদ্ৰ স্মিতহাস্যও জানো আপোনাৰ প্ৰয়োজন নহ'ব ঋষি?

অগস্ত্য— নাই, কোনো প্ৰয়োজন আছে বুলি নাভোবোঁ।

অশ্ৰু গোপন কৰিবৰ কাৰণে মুখ ঘূৰাই কিছুসময় থিয় হৈ থাকে লোপামুদ্ৰা। হয়, তাইৰ কল্পনাৰ সেই মধুৰ আতঙ্কৰ আতঙ্কটোৱে কেৱল সত্য হৈছে আৰু মিথ্যা হৈ গৈছে সকলো মধুৰতা। বিদৰ্ভৰাজতনয়াৰ কেৱল এই জীৱন্ত দেহ লৈ গৈ তেওঁৰ আশ্ৰমৰ পৰ্ণ কুটীৰত এটি সংকল্পৰ বস্তু কৰি ৰাখিবলৈ বিচাৰিছে ঋষিয়ে। ক'লৈ গল সেই কিশোৰ ঋষিৰ মন, নিখিল প্ৰাণৰ ৰূপ আহৰণ কৰি যি তাৰ জীৱন সঙ্গিনীৰ তনু নিৰ্মাণ কৰিবলৈ বিচাৰিছিল এদিন? ৰূপ কামনা কৰিছিল যি, সি আজি ৰূপৰ হাঁহিখিনিও চাবলৈ নিবিচাৰে।

প্ৰেমিকৰ বিশালতৃষ্ণ আৰু সুস্মিত দুটি চকুৰ সম্মুখলৈ আহি এদিন ধন্য হ'ব লোপামুদ্ৰাৰ জীৱনৰ স্বপ্ন, এই কল্পনা জানো ছলনা মাত্ৰ হৈ বিলীন হৈ গ'ল চিৰকালৰ বাবে?

কিন্তু আৰু চিন্তা নকৰে আৰু পলমো নকৰে লোপাই। খুলি পেলায় সকলো ৰত্নাভৰণ, মচি পেলায় চিবুকৰ বিত্ৰিত কুঙ্কুমবিন্দু। বিদৰ্ভৰাজভৱনত কৰুণ বিলাপৰ ৰোল বাজি উঠে। চীৰবাস বল্কল আৰু অজিন ধাৰণ কৰি ঋষিৰ সহচৰী হৈ গুচি যায় লোপামুদ্ৰা।

পুণ্যপ্ৰদা ভাগীৰথী যেন আকাশৰ ওপৰত পৱনধূত পতাকাৰ দৰে শোভমান। ভাগীৰথীৰ শীকৰনিৰ্ঝৰ শিখৰৰ পৰা শিখৰান্তলৈ জৰি আহিছে। সলিলধাৰা যেন নাগবধূৰ দৰে শিলাতলৰ অন্তৰালত লুকাই থাকিবৰ চেষ্টা কৰিছে। গঙ্গাদ্বাৰৰ ৰমণীয় এই শৈলপ্ৰস্থত অগস্ত্যৰ আশ্ৰমত প্ৰতি প্ৰভাতত খগ মৃগ মধুপৰ আনন্দ বিৰাজ কৰে। সকলিকা আম্ৰলতা বায়ুভৰে আন্দোলিত হয়। উৎপল কেশৰৰ সুবভিত ৰেণু গাত সানি গুঞ্জন কৰে ভোমোৰাই। শিশিৰস্নাত নবীন তৃণদলৰ ওপৰত বিম্বিত হয় নৱমিহিৰৰ ৰশ্মিৰেখা। গেৰুৱা ৰঙেৰে ৰঞ্জিত হয় পুষ্পিত লতাকুঞ্জৰ পদতলভূমি। সুন্দৰ হৈ সাজি উঠে আশ্ৰমৰ তৰু লতা পাত। মাথোন আগস্ত্যবধূ লোপা সুন্দৰ হৈ সাজি নুঠে।

যেন বল্কলিতা সৌদামিনী! অগস্ত্যবধূ লোপামুদ্ৰাই মাত্ৰ স্বামী নিৰ্দেশিত গৃহকৰ্ম আৰু ব্ৰত পালন কৰে। ঋষি অগস্ত্যয়ো তেওঁৰ প্ৰতিদিনৰ পূজা ধ্যান ব্ৰত তপশ্চযাৰ এক কঠিন শান্ত আৰু শুচিতানিষ্ঠ জীৱন যাপন কৰে। সন্ধ্যাৰাগে অৰুণিত আশ্ৰমভূমিৰ উপান্তত বেণুকিশলয় মুখত লৈ ক্ৰীড়া বিহ্বল মৃগদম্পতীয়ে দৌৰা দৌৰি কৰে। জ্যোৎস্না যামিনীৰ কিৰণসুধা পান কৰাৰ কাৰণে শাল্মলীৰ কলিকা উন্মুখ হৈ উঠে। কিন্তু স্নিতহাস্য অধৰদ্যুতি আৰু নয়নপ্ৰীতিৰ কোনো উৎসৱ নাই আশ্ৰমৰ মাথোন এই দুটি মানুহৰ জীৱনত, ঋষি অগস্ত্য আৰু অগস্ত্যবধূ লোপামুদ্ৰা।

এদিন নিৰ্ঝৰ সলিলত স্নান সমাপন কৰি আশ্ৰমত প্ৰৱেশ কৰিয়েই দেখা পালে অগস্ত্যই, পুষ্পিত তৰুশাখা স্পৰ্শ কৰি অপলক নয়নে নীলাকাশৰ ফালে চাই আছে লোপামুদ্ৰাই। যেন স্বপ্নায়িত আৰু সুদূৰিত এক কামনাৰ ফালে চাই নাৰীৰ দুটি ভ্ৰমৰকৃষ্ণ নয়ন মুগ্ধ হৈ আছে। নিজৰেই অন্তৰত অদ্ভুত এক চাঞ্চল্য অনুভৱ কৰে কঠোৰতাপস অগস্ত্যই। মনত পৰে, এদিন তেৱোঁ এইদৰে পুষ্পিত তৰুশাখা স্পৰ্শ কৰি জীৱনসঙ্গিনীৰ আবিৰ্ভাব কামনা কৰিছিল। গৃহী হোৱাঁ

কুমাৰ, পুত্ৰলাভ কৰাঁ কুমাৰ স্বৰ্গত পিতৃগণৰ সেই অনুৰোধ যেন ঋষি অগস্ত্যৰ হৃৎপিণ্ডত সুস্বৰমধুৰ কলৰোলৰ দৰে বাজি উঠে।

অগস্ত্যই আহ্বান কৰে— লোপা!

চমকিত হৈ চায় লোপামুদ্ৰাই, কিন্তু শান্তস্বৰে প্ৰত্যুত্তৰ দিয়ে— আদেশ কৰক।

ওচৰলৈ আগবাঢ়ি আহি অগস্ত্যই কয়— মোৰ ইচ্ছা, তুমি এই তৰুশাখাৰ দৰে বাৎসল্যে পুষ্পিত হোৱা।

লোপা— আপোনাৰ ইচ্ছা সত্য হওক।

ব্যথিতভাৱে চাই ঋষি অগস্ত্যই কয়— ই কেনেকুৱা আচৰণ লোপা? মোৰ হৃদয়ৰ এই মধুৰ অশান্ততাৰ আবেদন শুনি জানো ইমান শান্তস্বৰে উত্তৰ দিব লাগে? কোনো বিস্ময় আৰু কোনো আনন্দ জানো মোৰ এই আহ্বানত নাই?

লোপা— মই আপোনাৰ আদেশৰ দাসী। আপোনাৰ ইচ্ছা মতে সকলো সময়তে সমৰ্পিতা হৈ আছো। আপুনি ব্যথিত নহ'ব ঋষি, আদেশৰ দাসী কেতিয়াও বক্ষত বিস্ময় আৰু নয়নত আনন্দ লৈ আপোনাৰ ওচৰত প্ৰগল্‌ভা হ'ব নোৱাৰে, সেই দুঃসাহস তাইৰ নাই।

অগস্ত্য— ভুল নকৰিবা লোপা। পুষ্পিত হোৱাৰ আগ্ৰহত ব্ৰততীয়ে যেনেকৈ বিহ্বল হৈ সমীৰণৰ উল্লাস আপোন বক্ষত গ্ৰহণ কৰে তেনেকৈ তুমিও তোমাৰ সেই শান্ত অধৰপুট স্মিতহাস্য বিহ্বল কৰি তোমাৰ স্বামীক আজি গ্ৰহণ কৰা।

লোপামুদ্ৰা— নোৱাৰোঁ ঋষি।

আহত ব্যথিতৰ দৰে আৰ্তনাদ কৰে অগস্ত্যই— লোপা, সুন্দৰদেহিনী লোপা!

লোপা— আপোনাৰ সংকল্প মতে আত্মসমৰ্পণৰ কাৰণে প্ৰস্তুত হৈয়েই আছে আপোনাৰ লোপামুদ্ৰাৰ সুন্দৰ দেহ।

অগস্ত্য— এই নিষ্ঠুৰতা পৰিহাৰ কৰাঁ অগস্ত্যবাঞ্ছিতা লোপা। মাথোন খন্তেকতে সৌ সুন্দৰ অধৰ স্মিতহাস্য মায়াময় কৰি অগস্ত্যৰ নীৰস কঠোৰ আৰু তপঃক্লিষ্টি জীৱনত এই কামনাস্নিত লগ্নৰ প্ৰথম সঞ্চাৰ পৰিতৃপ্ত কৰা।

লোপা— নাৰীৰ তুচ্ছ এটি স্মিতহাস্যৰ কাৰণে অত ব্যাকুলতা কিয় ঋষি?

অগস্ত্য— নাজানো লোপা, কেৱল গম পাইছো, মোৰ বক্ষৰ নিঃশ্বাস আজি প্ৰিয়া লোপামুদ্ৰাৰ ওষ্ঠচ্ছুৰিত এটি স্মিতহাস্যৰ কাৰণে তৃষ্ণাতুৰ হৈ উঠিছে,

চৈত্ৰমলয় যেনেকৈ কুসুম কুঞ্জৰ সুৰভি পান কৰাৰ কাৰণে অকস্মাৎ চঞ্চল হৈ উঠে।

লোপাই কয়— নোৱাৰিম ঋষি।

অগস্ত্য— কিয়?

লোপা— বল্কলিতদেহা এই ৰাজতনয়াৰ পৰা স্নিতহাস্য আশা নকৰিব।

চমকি উঠে অগস্ত্য— তেন্তে?

লোপা— বিচাৰোঁ ৰত্নাভৰণ। যদি কনককেয়ূৰ স্বৰ্ণকাঞ্চীদাম আৰু মণিণূপুৰেৰে মোক সজাই দিব পাৰে, তেনেহ'লে আপোনাৰ লোপামুদ্ৰাই স্মিতহাস্যে সুন্দৰতৰা হৈ আপোনাৰ এই প্ৰণয়াসঙ্গৰ আহ্বানত সঁহাৰি দিব পাৰিব। যদি নোৱাৰে, তেনেহলে লোপামুদ্ৰা নামে এই নাৰীকে মাথোন পাব, কিন্তু সেই নাৰীৰ অধৰৰ স্নিতহাস্য নাপাব।

স্তব্ধ হৈ কিছু সময় থিয় হৈ থাকে ঋষি অগস্ত্য। তাৰপিচত শান্তস্বৰে কয়— ৰত্নাভৰণ ইমান ভাল পোৱা লোপা?

উত্তৰ নিদিয়ে লোপামুদ্ৰাই।

কিন্তু ঋষি অগস্ত্যৰ মনত এতিয়া আৰু কোনো ক্ষোভ নজন্মে। নীৰৱে কেৱল লোপাৰ মুখৰ ফালে যেন সমদুঃখভাগী বান্ধৱৰ দৰে ব্যথিত দৃষ্টি তুলি চাই থাকে আগস্ত্যই। তুমি মিছা কোৱা নাই লোপা, নিঃস্ব ঋষিৰ নিৰাভৰণ গৃহজীৱন ক্লেশ আৰু বিক্ততা সহ্য কৰি কৰি স্তব্ধ হৈ গৈছে এই সুখাভিলাষিণী সুন্দৰী নাৰীৰ শশিকলাৰ দৰে অধৰৰ চন্দ্ৰিকা।

অগস্ত্যই কয়— তোমাৰ অভিলষিত ৰত্নাভৰণ পাবা লোপা। অপেক্ষা কৰাঁ। মই মোৰ যশ মান আৰু তপস্যাৰ পুণ্য ক্ষয় কৰিও তোমাৰ কাৰণে ৰত্নাভৰণ সংগ্ৰহ কৰি লৈ আহিছো।

অপৰাহ্নৰ আকাশ ৰঞ্জিত হৈ উঠিছে। আশ্ৰমলৈ উভতি আহিছে অগস্ত্য। লগত লৈ আহিছে অজস্ৰ ৰত্নাভৰণ।

প্ৰাৰ্থী হৈ নৃপ শ্ৰুতৰ্বাৰ ওচৰলৈ গৈছিল অগস্ত্য। প্ৰাৰ্থনা পূৰণ নকৰিলে শ্ৰুতৰ্বাই। বিমুখ হৈ নৃপ ব্ৰধশ্বৰ ভৱন স্বাৰত উপস্থিত হৈছিল। কিন্তু প্ৰত্যাখ্যান কৰিলে নৃপ ব্ৰধশ্বই। তাৰ পিচত প্ৰত্যাখ্যান কৰিলে নৃপ ত্ৰসদস্যুৱে। অৱশেষত দানৱপতি ইল্বলৰ ওচৰৰ পৰা অজস্ৰ ৰত্ন কাঞ্চন আৰু মণিযুত আভৰণ লৈ উভতি আহিছে অগস্ত্য। সহাস্যে লোপামুদ্ৰাৰ ফালে চাই কয়— এই নিয়াঁ আৰু সুখী হোৱাঁ লোপা, ৰত্নাভৰণৰ শিঞ্জন শুনি তোমাৰ অধৰদ্যুতি চমকিত হওক।

মই যাওঁ।

লোপাই আৰ্তনাদ কৰি উঠে— ক'লৈ যায় স্বামী?

শ্ৰান্ত আৰু ক্লান্ত স্বৰে আৰু মৃদুহাস্যে যেন তেওঁৰ অন্তৰৰ এক বিষণ্ণ বেদনা লুকাই ৰাখি অগস্ত্যই উত্তৰ দিয়ে—আশ্ৰম নিৰ্ঝৰৰ তটত, তোমাৰেই ৰচিত মল্লী বিতানৰ নিভৃতত, তোমাৰেই আপেক্ষাত।

গুচি গ'ল ঋষি অগস্ত্য আৰু আশ্ৰম নিঝৰৰ ওচৰলৈ আহি থিয় হোৱাৰ লগে লগে গম পালে যে দুৰ্বহ এক বেদনা যেন তেওঁৰ অন্তৰৰ গভীৰত পুঞ্জীভূত হৈ আছে। এই মল্লীবিতান লোপামুদ্ৰাৰে ৰচনা। কিন্তু মনত ভাব হয় এই মল্লীবিতানৰ সৌৰভ আৰু শোভাই যেন প্ৰাণ হেৰাইছে। জীৱনসঙ্গিনীক প্ৰণয়োৎসৱলৈ আহ্বান কৰিছে অগস্ত্যই, কিন্তু আজি সন্ধিয়া এই মল্লীবিতানৰ পুষ্পলতাৰ ওপৰত যেতিয়া চন্দ্ৰলেখাৰ হাস্যজ্যোতি লুটিখাই পৰিব তেতিয়া তাৰ সন্মুখত উপস্থিত হ'ব যি নাৰী, সেই নাৰীয়ে কেৱল ৰত্নাভৰণ ভাল পায়। নিঃস্ব ঋষিৰ অনুৰাগৰ আহ্বানত নহয়, ঋষিৰ দুৰায়াসপ্ৰাপ্ত-কাঞ্চনৰ স্পৰ্শ পাই সেই নাৰীৰ অধৰজ্যোৎস্না জাগি উঠিব।

যেন বিষম এক তন্দ্ৰাৰ মাজত মগ্ন হৈ গৈছিল অগস্ত্য, কিন্তু চক্ষু উন্মীলন কৰিও অসহায় সন্ত্ৰস্তৰ দৰে স্তব্ধ হৈ বহি থাকিল। সন্ধিয়াৰ আকাশৰ বুকুত ক্ষীণ হিমকৰৰেখাই হাঁহি মাৰিছে। লোপাৰ আহিবৰ সময় হৈছে। মিলন লগ্নৰ ইঙ্গিত দি উৰি ফুৰিছে মল্লীবিতানৰ প্ৰজাপতি।

কিন্তু কল্পনা কৰাৰ লগে লগে অন্তৰৰ গভীৰত যেন অগ্নিস্ফুলিঙ্গৰ দংশন অনুভৱ কৰে অগস্ত্যই। যেন তেওঁৰ প্ৰণয়োৎসুক জীৱনৰ অপমান ৰত্নাভৰণৰ মাজেদি ঝংকৃত হৈ তেওঁৰ বুকুৰ ফালে আগুৱাই আহিছে। আহিছে এক ৰত্নপ্ৰেমিকা নাৰী। কি মুল্য আছে সেই স্নিতহাস্যৰ? সেই হাঁহি তো লোপা নামে প্ৰেমিকাৰ মুখৰ হাঁহি নহয়, এক ৰত্নশিলাৰ হাঁহি।

কিন্তু কোন এই নাৰী? অকস্মাৎ চমকি উঠে অগস্ত্য আৰু তেওঁ দেখে, যেন সুধাৰসে তৰঙ্গিত নয়ন মদাৱেশবিহ্বলা এক নাৰী অনাবৰণ অঙ্গশোভাৰ জ্যোৎস্নাৰে উদ্ভাসিত হৈ তেওঁৰ সন্মুখলৈ আহি থিয় হৈছেহি। স্বৰ্ণমঞ্জীৰ নাই, ৰত্নমেখলা নাই। নাই কনককেয়ূৰ আৰু ইন্দ্ৰনীলমণিহাৰ।

বিস্মিত অগস্ত্যই প্ৰশ্ন কৰে— কোন তুমি?

নাৰীয়ে কয়— চোৱা কোন মই।

দেখিবলৈ পায় অগস্ত্যই, যেন স্নিগ্ধ চন্দ্ৰাংশুবিস্পৰ্ধী এক স্মিতহাস্য-জ্যোতি শৰীৰিণী হৈ, সকলো কান্তি কল্লোলিত কৰি, আৰু উচ্ছল যৌৱনসম্ভাৰ

মাথোন এখন বাকলিৰে বলয়িত কৰি তেওঁৰেই বক্ষোলগ্ন হোৱাৰ কামনাত ওচৰলৈ আহি থিয় হৈছে।

অগস্ত্যৰ কণ্ঠস্বৰত বিস্ময় ধ্বনিত হয়— তুমি লোপামুদ্ৰা!

— এৰা, মই তুমিয়ে দিয়া বল্কল উপহাৰে ধন্যা লোপামুদ্ৰা।

— ক'ত তোমাৰ ৰত্নাভৰণ?

— পৰি আছে তোমাৰ পৰ্ণকুটীৰৰ দ্বাৰত।

— কিয়?

— মই ৰত্নপ্ৰেমিকা নহয় ঋষি।

বিস্ময়বিহ্বল নেত্ৰে ৰ লাগি চাই থাকে অগস্ত্যই।

লোপাই কয়— মোৰ ওষ্ঠপুটৰ স্মিত হাস্য চাবৰ কাৰণে যি ঋষিৰ হৃদয় আজি ব্যাকুল হৈ উঠিছে, মই তেওঁৰেই প্ৰেমিকা। ইমানদিন সেই প্ৰেমিকৰ প্ৰতীক্ষাত আছিলো। আজি পাইছো তেওঁৰ হৃদয়, আৰু তেওঁৰ সেই হৃদয়েই হ'ল ঋষিবধূ লোপাৰ জীৱনৰ একমাত্ৰ অলংকাৰ।

অগস্ত্যই আহ্বান কৰে— প্ৰিয়া লোপা!

দেখিবলৈ পায় লোপাই, এক প্ৰেমিকৰ বিশালতৃষ্ণ আৰু সুস্মিত চকুযুৰিয়ে তাইক আহ্বান কৰিছে।

—ঃ—

# মন্দপাল আৰু লপিতা

— ইকি! আজিও তুমি একাকিনী?

— হয়।

— কিয়?

— কোনো যে এতিয়াও অহা নাই।

— কেতিয়া আহিব?

— নাজানো।

নিকুঞ্জৰ নিভৃতত থিয় হৈ যেন এক প্ৰতিধ্বনিৰ লগত আলাপ কৰে আৰু প্ৰশ্নৰ উত্তৰ দিয়ে ঋষিকুমাৰী লপিতাই। কিন্তু এই প্ৰতিধ্বনি প্ৰকৃততে সমীৰসঞ্চাৰিত কোনো প্ৰতিধ্বনি নহয়। আচলতে সুন্দৰী লপিতাৰ কৰ্ণকুহৰ শিহৰিত কৰি এই প্ৰতিধ্বনি বাজি নুঠে। তথাপি শুনিবলৈ পায় লপিতাই। সুন্দৰী লপিতাৰ কল্পনাই যেন উৎকৰ্ণ হৈ মাজে মাজে শুনিবলৈ পায়, তাইৰ জীৱনৰ সৰাতোকৈ বেছি সুখকৰ এক আকাঙ্ক্ষাৰ ভাষা তাইৰ মনৰ আকাশত নিয়তচঞ্চল এক চন্দনানিলৰ স্পৰ্শত পুলকিত হৈ ৰৱমধুৰ প্ৰতিধ্বনি সৃষ্টি কৰিছে।

ঋষি পিতাকৰ তপোবন আছে। কিন্তু তপোবন তৰুৰ ছায়াৰ ওচৰলৈও কোনোদিনে নাযায় লপিতা। তপোবনৰ অদূৰত ভ্ৰমৰজল্পিত পুন্নাগতৰুৰ মেখলাপৰিবৃত এই নিকুঞ্জৰ ছায়া ভাল 'পায় লপিতাই।

কেতিয়াবা দেখিবলৈ পায় লপিতাই, নিকুঞ্জৰ লতাপল্লৱ যেন অন্য এক ছায়াৰ স্পৰ্শত শিহৰিত হয়। লপিতাক বৰদান কৰি কেতিয়াবাই গুচি গৈছে সেই হৃষ্ট কিন্নৰমিথুন, কিন্তু হঠাৎ মনত ভাব হয়, সেই কিন্নৰমিথুনৰ মায়াশৰীৰ আহি লতান্তৰালৰ পৰা লপিতাৰ ফালে চাই আছে।

—সুন্দৰী লপিতা?

—কি?

—নিৰাশ নহ'বা।

—কেতিয়াও নহওঁ।

—বিশ্বাস কৰা, আমাৰ প্ৰদত্ত বৰ সত্য হ'ব এদিন।

—বিশ্বাস কৰিছো।

সঁচাই ছায়া নহয় আৰু কিন্নৰমিথুনৰ মায়াশৰীৰো নহয়। কল্পনাবিষ্ট নেত্ৰে বায়ু শিহৰিত লতান্তৰালৰ ফালে দৃষ্টিপাত কৰি নিজৰেই মনৰ অন্তৰালত এক উপবনৰ ছবি চাই থাকে লপিতাই। সেই উপবনত আছে মাত্ৰ লপিতা আৰু লপিতাৰ প্ৰেমিক আৰু কোনো নাই।

এই নিকুঞ্জত বাস কৰে এক কিন্নৰমিথুন। তৃষ্ণাত কিন্নৰমিথুনক এদিন জল দান কৰিছিল লপিতাই। তৃপ্ত কিন্নৰমিথুনে প্ৰশ্ন কৰিছিল লপিতাক— কি বৰ লাগে ঋষিকুমাৰী?

— কি বৰ দিব পাৰা?

— আমাৰ দৰেই হোৱা, এই বৰ দান কৰাৰ বাহিৰে অনা কোনো বৰ দানৰ শক্তি আমাৰ নাই।

— কোন তোমালোক?

— আমি চিৰাসঙ্গলীন প্ৰেমিক আৰু প্ৰেমিকা। আমি কেতিয়াও ভিন্ন নহওঁ। আমি কেৱল চিৰকালৰ দম্পতী, আমি কেতিয়াও পিতা-মাতা নহওঁ। আমাৰ কোলাত আৰু বুকুত কেতিয়াও সন্তান দেখা নিদিয়ে। আমি চিৰ আলিঙ্গনত সমৰ্পিত প্ৰিয় আৰু প্ৰিয়া। আমাৰ মাজত তৃতীয় কোনো স্নেহভাগী প্ৰাণক আমি প্ৰশ্ৰয় নিদিওঁ। আমাৰ জীৱন চিৰকৌতুকৰ জীৱন।

লপিতাই কয়— এয়ে তো জীৱন!

কিন্নৰমিথুন— লাগে জানো এই জীৱন?

লপিতা— লাগে।

কিন্নৰমিথুন— যদি লাগে, তেন্তে নিশ্চয় পাবা।

বৰদান কৰি গুচি গৈছে কিন্নৰমিথুন। আজিও নিকুঞ্জৰ নিভৃতলৈ আহি প্ৰতিদিন তাইৰ মনৰ এই আকাঙ্ক্ষাৰ ভাযা আৰু ছায়াৰ লগত যেন নীৰৱে আলাপ কৰি গুচি যায় লপিতা। কিন্তু ক'তা? এই নিকুঞ্জ পথত এনে কোনো পথিকৰ মূৰ্তি আজি পৰ্যন্ত দেখা নিদিলে যাক জীৱনলৈ আহ্বান কৰি লপিতাই তাইৰ সুখস্বপ্ন সফল কৰি তুলিব পাৰিব।

সেই কাৰণে লপিতা আজিও একাকিনী। নিকুঞ্জৰ নিভৃতত পুষ্পদামেৰে সজ্জিত দোলনৰ দুখন আসনৰ এখন আসন শূন্য হৈয়ে আছে। কেতিয়া পূৰ্ণ হ'ব এই শূন্য আসন? কেতিয়া দয়িতকণ্ঠ ধাৰণ কৰি ধন্য হ'ব লপিতাৰ দক্ষিণ বাহুভাগ? কেতিয়া আহিব লপিতাৰ কল্পনাৰ সেই প্ৰেমিক, যাৰ বামাঙ্গ সঙ্গিনী হৈ এই পুষ্পদাম সজ্জিত দোলনত আন্দোলিত হ'ব লপিতাৰ প্ৰতিক্ষণমধুৰ কামনাৰ স্বপ্ন?

বিশ্বাস আছে, হতাশো নহয় ঋষিকুমাৰী লপিতা, তথাপি অতি দুঃসহ এই প্ৰতীক্ষা। উৎসুক নয়নে নিকুঞ্জৰ প্ৰান্তত পুন্নাগতৰুৰ ছায়াকীৰ্ণ পথৰ ফালে চাই থাকে লপিতাই। পৌঢ় তৰুণ আৰু কিশোৰ, কত পথিক যায়। নিকুঞ্জছায়াত দুলিত এক যৌৱনশোভাৰ ফালে চাই সকলোৱে গুচি যায়। কোনোবা মুগ্ধ,

কোনোবা বিস্মিত আৰু কোনোবা শঙ্কিত। পুষ্পদোলাত দুলিছে যেন এক স্বপ্নায়িত কামনাৰ ৰূপ, যেন এক অমৰ্ত্যমানৱী বসন্ত সমীৰত ভাহি আহি এই নিকুঞ্জত আশ্ৰয় লৈছে। দোলে পুষ্পদামসজ্জিত দোলন, দোলে লপিতাৰ অলসনয়নৰ মদনতৰলিত দৃষ্টি, দোলে লপিতাৰ আৱেশবিলোল কেশদাম। মুগ্ধ পথিকৰ মুখৰ ফালে চাই মুখ ঘুৰাই নিয়ে লপিতাই। মুগ্ধ নহয় লপিতা।

কিন্তু এদিন আৰু মুখ ঘূৰাই নিবলৈ নোৱাৰীল লপিতাই। দেখিবলৈ পায় লপিতাই, পুন্নাগতৰুৰ ছায়াৰ ওচৰলৈ আহি লপিতাৰ ফালে বিস্মিত নয়নে চাই আছে নবীন কিংশুকৰ দৰে ৰূপৱান এক ঋষিযুৱাই।

সত্যসন্ধ অনসূয়ক প্ৰিয়বাদী আৰু বেদজ্ঞ মন্দপাল তেওঁৰ জীৱনৰ এক আকাঙ্ক্ষিত ব্ৰতৰ আহ্বানত আহিছে। স্বৰ্গত পিতৃৰ এটি বিশেষ আগ্ৰহৰ কথা ইমান দিনৰ মূৰত মন্দপালৰ মনত পৰিছে। বিবাহ কৰি পুত্ৰৱান হোৱা পুত্ৰ, পিতাকৰ সেই অনুৰোধ আগ্ৰাহ্য কৰি লোকসমাজত নিন্দিত হৈছে মন্দপাল। কিন্তু কেৱল লোকনিন্দাৰ আঘাতৰ পৰা আত্মৰক্ষা কৰাৰ কাৰণে নহয়, স্বৰ্গত পিতাকৰ আৰু এটা কথা ইমানদিনৰ মূৰত মনত পৰিছে মন্দপালৰ— খাণ্ডৱ প্ৰস্থৰ শাৰ্ঙ্গিকক্‌মাৰী জৰিতাৰ পাণিগ্ৰহণ কৰা পুত্ৰ। মই জানো, তেওঁ তোমাৰ অনুৰাগিণী।

মনত পৰিছে শাৰ্ঙ্গিককুমাৰী জৰিতাৰ কথা। সেই কাৰণে খাণ্ডৱপ্ৰস্থৰ ফালে আহিছে মন্দপাল। এই নিকুঞ্জপ্ৰান্তৰ ছায়াচ্ছন্ন পথৰ ওপৰত থিয় হৈ দেখা যায়, কাননসমাকুল খাণ্ডৱপ্ৰস্থৰ শ্যাম শোভা যেন তৰঙ্গভঙ্গে বিস্তাৰিত হৈ আছে। আজি কল্পনা কৰিবলৈও বিস্ময় বোধ কৰিছে মন্দপালে, সেই শ্যাম-শোভাৰ এক নিভৃতৰ কোলাত বিফল অনুৰাগৰ বেদনাত অশ্ৰুসিক্তা হৈ আছে জৰিতা নামে তেওঁৰেই প্ৰণয়াকাঙ্ক্ষিণী এক নাৰী। কিন্তু মন্দপালৰ চকুৰ সন্মুখত, পথৰ বাধাৰ দৰে কোন এই বিস্ময়?

দোলনৰ পৰা অৱতৰণ কৰে লপিতাই। উৎসুক নয়ন আৰু উৎফুল্ল অধৰৰ শোভা বিকশিত কৰি বিকচযৌৱনা লপিতা ধীৰে ধীৰে আগবাঢ়ি গৈ মন্দপালৰ সন্মুখত থিয় হয়।

প্ৰশ্ন কৰে লপিতাই— আপুনি কিয় বিস্মিত হৈছে ঋষি?

মন্দপাল— মোৰ বিস্ময় দেখি তুমি বিচলিত হৈছা কিয় কুমাৰী?

লপিতা— সত্য কথাই কৈছে ঋষি। নাজানো কোন আপুনি, তথাপি মনত ভাৱ হয় আপুনিয়ে মোৰ কল্পনাৰ সেই প্ৰেমিক যিজনাৰ প্ৰতীক্ষাত পথৰ ফালে অপলক নেত্ৰে চাই আছে মোৰ জীৱন যৌৱন আৰু বাসনাই।

মন্দপাল— ভুল কৰিছা কুমাৰী। মই সত্যসন্ধ আৰু বেদবিৎ মন্দপাল। সেই কাননসমাকুল খাণ্ডৱ প্ৰদেশৰ শ্যাম শোভাৰ এক নিভৃতত মোৰেই প্ৰতীক্ষাত অপলক নয়নে পথৰ ফালে চাই আছে এজনী নাৰীয়ে।

লপিতা— কোন সেই নাৰী?

মন্দপাল— জৰিতা।

লপিতা— শাৰ্ঙ্গিককুমাৰী জৰিতা?

মন্দপাল— এৰা।

লপিতা— তেওঁ জানো আপোনাৰ ভাৰ্যা?

মন্দপাল— মোৰ ভাৰ্যা হ'ব জৰিতা।

লপিতা— ইমানদিনে কি বাধা আছিল, কিয় আপোনাৰ ভাৰ্যা হ'বলৈ পৰা নাই জৰিতা?

মন্দপাল— মোৰেই ভুল, মোৰ বিস্মৃতি। পাহৰি গৈছিলো পিতাৰ নিৰ্দেশ। বুজিবলৈ পৰা নাছিলো, অবিবাহিত আৰু অপুত্ৰক জীৱন সুখৰ জীৱন নহয়।

বিস্ময়বিচলিত স্বৰে লপিতাই কয়— আপুনি তেনেহ'লে সপুত্ৰক জীৱন লাভৰ লোভত অনুৰাগিণী জৰিতাৰ ওচৰলৈ যাবলৈ আহিছে?

মন্দপাল— এৰা।

লপিতা— কিন্তু সেই জীৱন জানো সঁচাই সুখৰ জীৱন?

মন্দপাল— এয়া কি অদ্ভুত প্ৰশ্ন কৰিছা কুমাৰী?

লপিতা— আপুনি ভুল কৰিছে ঋষি। আপুনি সলিলৰ সন্ধানত মৰুভূৰ পিনে যাবলৈ ওলাইছে। আপুনি মুক্তাফলৰ সন্ধানত পাষাণৰ ওচৰলৈ গৈ আছে। আপুনি অমৃতৰ সন্ধানত হলাহলৰ দেশলৈ গৈ আছে। শাৰ্ঙ্গিককুমাৰী জৰিতাৰ প্ৰেমত আপুনি পুত্ৰৱান হ'ব, কিন্তু প্ৰেমিকতাৰ আনন্দ নাপাব ঋষি।

মন্দপাল— কিয়?

লপিতা— আপোনাৰ সন্তানে দস্যুৰ দৰে কাঢ়ি নিব আপোনাৰেই প্ৰিয়া জৰিতাৰ নয়নৰ আৰু অধৰৰ সকলো আগ্ৰহ।

মন্দপাল— সেয়ে তো এই জীৱনৰ নিয়ম।

লপিতা— নিতান্ত অনিয়ম।

মন্দপাল— তুমি জানো অমৰ্ত্যমানৱী?

লপিতা— মই এই মৰ্ত্যৰেই নাৰী, কিন্তু মৰ্ত্যৰ দীনতা হীনতা আৰু বেদনাৰ পৰা মুক্ত হৈ প্ৰেমৰ জীৱনক চিৰাসঙ্গ সুখত সুখী কৰি ৰখাৰ ৰীতি মই

জানো। মই জানো সেই জীৱনৰ সন্ধান।

মন্দপাল— সেইটো কেনেকুৱা জীৱন?

লপিতা— মোৰ পুষ্পদামসজ্জিত দোলনৰ দৰে সদা উল্লাসত আন্দোলিত জীৱন। ওচৰা-উচৰি কেৱল দুখন আসন, কেৱল প্ৰিয় আৰু প্ৰিয়াৰ কাৰণে দুখন ঠাই। অনুক্ষণ বাহুবন্ধনত বিলীন দুটি জীৱন। সেই বন্ধন কোনো মুহূৰ্তত ছিন্ন নহয়। জীৱনত কোনো শিশুৰ কণ্ঠস্বৰ শুনিব লগা নহয়।

মন্দপাল— তোমাৰ পৰিচয় জানিবলৈ ইচ্ছা কৰোঁ।

লপিতা— মই লপিতা, ঋষিৰ তপোবনৰ ওচৰত থাকোঁ, কিন্তু কোনো দিনে তপোবনৰ ছায়া স্পৰ্শ নকৰোঁ। মই বসন্ত সমীৰৰ দৰে এই নিকুঞ্জৰ তৰুলতাৰ ওচৰত মোৰ জীৱনৰ স্বপ্ন নিবেদন কৰোঁ।

অকস্মাৎ প্ৰণয়াভিভূত স্বৰে আবেদন কৰে লপিতাই— মোৰ নিকুঞ্জৰ এই পুষ্পদামসজ্জিত দোলনত মোৰ ওচৰত চিৰকালৰ প্ৰেমিক হৈ উপবেশন কৰক ঋষি।

মন্দপাল— ক্ষমা কৰা।

লপিতা— মই ছলনা নহওঁ, মই কুহকিনী নহওঁ, মই অসত্য মানৱীও নহওঁ। আপোনাৰ চিৰপ্ৰিয়া হৈ মোৰ জীৱন আৰু যৌৱনৰ প্ৰতিমুহূৰ্তৰ আগ্ৰহ আপোনাৰ বক্ষত উপহাৰ দিবলৈ বিচাৰো। মই জৰিতা নহওঁ ঋষি, মই সন্তানৰ কলৰব আৰু ক্ৰন্দনত মুখৰিত গৃহধৰ্ম নহওঁ। মই কেৱল প্ৰেমিকা, প্ৰেমিকৰ চিৰক্ষণৰ বক্ষোলগ্ন ললন্তিকা।

মন্দপাল— তুমি সুন্দৰ, কিন্তু তোমাৰ কামনা সুন্দৰ নহয়।

আৰ্তনাদ কৰি উঠে লপিতাই— অপমান নকৰিব ঋষি।

মন্দপাল— কিন্তু তুমি সঁচাই বিস্ময়। জীৱনত এই প্ৰথম শুনিলো, বসন্তৰ ব্ৰততীয়ে পুষ্পান্বিতা হ'বলৈ নিবিচাৰে।

দূৰৈত কাননসমাকুল খাণ্ডৱপ্ৰস্থৰ শ্যামশোভাৰ ফালে চাই থাকে মন্দপালে। তাৰপিচত নিকুঞ্জপ্ৰান্তৰ তৰুচ্ছায়াৰ পৰা আঁতৰি যায়।

— ঋষি!

আহ্বান শুনি পাচৰ ফালে মুখ ঘূৰাই চালে মন্দপালে। দেখিলে, নিকুঞ্জচাৰিণী মায়াহৰিণীৰ দৰে চাই আছে লপিতাই, চকুলোৰে মেদুৰিত তাইৰ দুই নয়নৰ দৃষ্টি।

লপিতাই কয়— যাওক ঋষি, কিন্তু লপিতাৰ এই নিকুঞ্জ-নিভৃতৰ পুষ্পদোলনৰ এখন আসন শূন্য হৈ থাকিল। যদি কেতিয়াবা ঘূৰি আহে তেতিয়া

দেখিবলৈ পাব, শূন্য হৈয়ে আছে এই আসন। লপিতাৰ জীৱনত আপোনাৰ বাহিৰে আৰু কাৰো স্থান নাই।

চমকি উঠে মন্দপাল আৰু ব্যাথাভিভূত নেত্ৰে লপিতাৰ মুখৰ ফালে চাই থাকে। ক্ষণিক মোহৰ ভুলত, বিচলিত বাসনাৰ বিভ্ৰমত কি কঠোৰ প্ৰতিজ্ঞা ঘোষণা কৰি দিলে লপিতাই। শূন্য হৈয়ে থাকিব তাইৰ পুষ্পদোলনৰ এখন আসন। কোনোদিনে ইয়ালৈ আৰু ঘূৰি নাহিব মন্দপাল। এই নিকুঞ্জৰ নিভৃতত চিৰকালৰ একাকিনী লপিতাই কেৱল তাইৰ ব্যথিত আৰু বিষণ্ণ মূৰ্তিৰ ছায়া দেখি জীৱন যাপন কৰিব। ভুল, ভয়ানক ভুল কৰিলে এই কল্পনাসুখিনী নাৰীয়ে।

মন্দপালে কয়— বিদায় দিয়াঁ, লপিতা। প্ৰাৰ্থনা কৰোঁ, তোমাৰ ভুল যেন ভাঙি যায়।

কাননসমাকুল খাণ্ডৱপ্ৰস্থৰ শ্যামশোভাৰ এক নিভৃতৰ কোলাত শাৰ্ঙ্গিককুমাৰী জৰিতাৰ প্ৰতীক্ষাৰ অৱসান ঘটিছে। জৰিতাৰ পাণিগ্ৰহণ কৰিছে মন্দপালে। দুয়োৰে সংসাৰ মধুৰ হৈ উঠিছে।

কালচক্ৰত ধাৱিত হয় মাহ ঋতু আৰু বছৰ। আহে নিদাঘ, আহে প্ৰাবৃষা আহে শীত আৰু বসন্ত। খাণ্ডবকাননৰ লতাকুঞ্জৰ দৰে মন্দপাল আৰু জৰিতাৰ জীৱনকুঞ্জতো নতুন প্ৰাণৰ আৱিৰ্ভাৱ পুষ্পিত হৈ উঠে। সন্তান কোলাত লৈ স্বামী মন্দপালৰ মুখৰ ফালে স্মিতনেত্ৰে চাই ব্ৰীড়াৱশে নতমুখিনী হয় পত্নী জৰিতা। মন্দপালে কয়— পুষ্পিতা ব্ৰততীৰ দৰে ধন্য আৰু সুন্দৰ তুমি, প্ৰিয়া জৰিতা।

শিশুকণ্ঠৰ ক্ৰন্দন স্বৰত ব্যাকুল আৰু বিহ্বল হয় মন্দপালৰ কুটীৰ।

মন্দপালে কয়— তুমি মোৰ স্বপ্ন সফল কৰিছা, জৰিতা। তুমি এই কুটীৰৰ বতাহত স্নেহ সঞ্চাৰিত কৰিছা, তুমি মোৰ বুকুৰ কাষত কিশলয়দেহ শিশুৰ মধুৰ স্পৰ্শ লৈ আহিছা।

খাণ্ডৱকাননৰ নিভৃতত এটি কুটীৰৰ বক্ষত গৃহধৰ্ম জাগি উঠিছে। ফুটি উঠিছে এহাল স্বামী-স্ত্ৰীৰ পৰিতৃপ্ত জীৱনৰ আনন্দ। সেই আনন্দৰ নাম সন্তান। পিতৃত্ব লাভ কৰিছে এজন পুৰুষে, মাতৃত্বে মণ্ডিত হৈছে এজনী নাৰী। দম্পতীৰ প্ৰেমৰ জীৱন বাৎসল্যে অভিষিক্ত হৈ ফুল্লদল নৱ কুসুমৰ দৰে ফুটি উঠিছে।

অতিক্ৰান্ত হৈছে বছৰৰ পিচত বছৰ। চাৰিটি পুত্ৰ সন্তানৰ জননী জৰিতা এদিন মন্দপালৰ মুখৰ ফালে চাই বিস্মিত হয়। ইকি! বিষণ্ণ কিয় তুমি?

মন্দপাল— তুমি জানো ইয়াক প্ৰথমবাৰৰ কাৰণে দেখিবলৈ পালা?

জৰিতা— হয়।

মন্দপাল— মোৰ আশঙ্কা সত্য হ'ল।

জৰিতাই বেদনাৰ্তভাৱে চালে— কিহৰ আশঙ্কা?

মন্দপাল— তোমাৰ কাষত থাকিও মই আজি অকলশৰীয়া।

জৰিতা— এই কথা কিয় কৈছে স্বামী?

মন্দপাল— এৰা, মই অকলশৰীয়া আৰু নিঃসঙ্গ। মই আজি তোমাৰ এই বাৎসল্য বিহ্বল কুটীৰত তোমাৰ সৰ্বক্ষণৰ ব্যস্ততাৰ মাজত এটা অবান্তৰ ছায়া মাত্ৰ।

ব্যথিতভাৱে জৰিতাই ক'লে— আপোনাৰ দুঃখ বুজিবলৈ পাৰিছো স্বামী। কিন্তু—

মন্দপাল— কিন্তু বুজিলেও তোমাৰ সেই হৃদয় আজি আৰু নাই।

জৰিতা— কোন হৃদয়?

মন্দপাল— প্ৰেমিকাৰ হৃদয়! তুমি আজি কেৱল সন্তানৰ মাতৃ। সন্তানৰ অধৰহাস্যই তোমাৰ সকলো চুম্বন লুণ্ঠন কৰি নিয়ে। সন্তানৰ অধৰৰ স্পন্দন দেখি তাৰ তৃষ্ণা তুমি বুজিব পাৰা। কিন্তু পাহৰি গৈছা, তোমাৰেই অনুৰাগৰ আহ্বানত সুদূৰ দূৰণিৰ পৰা যি প্ৰেমিক আহি তোমাক শুভদিন এটাত কণ্ঠলগ্ন কৰিছিল, সি আজিও তোমাৰ কাষতেই আছে আৰু তাৰ হৃদয়ত পিপাসাও আছে। পাহৰি গৈছা যে সেই প্ৰেমিক হৃদয়ে আজিও উৎসৱ অন্বেষণ কৰে। কিন্তু বৃথা, বৃথাই এই কাননভূমিৰ নিভৃতত শীতাংশুকিৰণ আহি লুটিয়াই পৰে, বৃথাই ফুটি উঠে বাসন্তী কুসুম, বৃথাই নীৰৱ হয় যামিনীৰ মধ্যপ্ৰহৰ; প্ৰেমিক মন্দপালে তাৰ প্ৰেমিকাক আৰু বিচাৰি নাপায়।

অশ্ৰুসিক্ত নয়নে জৰিতাই কয়— মোৰ ভুল ক্ষমা কৰক স্বামী।

নয়নমায়া সুস্মিত কৰি মন্দপালৰ মুখৰ ফালে চাই মধুৰ প্ৰতিশ্ৰুতিৰ দৰে সুস্বৰে জৰিতাই কয়— আৰু কেতিয়াও এই ভুল নহব স্বামী। আজি ৰাতিয়েই আপোনাৰেই জৰিতাৰ কণ্ঠৰ পৰা আপোন কণ্ঠত তুলি লব সেই বাসন্তী কুসুমৰ মলিকা যি কুসুমৰ মলিকা দি আপোনাক মোৰ জীৱনত প্ৰথম বৰণ কৰিছিলো। আজি আপোনাৰেই বামবাহু আপোনাৰ প্ৰেমিকা জৰিতাৰ উপধান হ'ব প্ৰিয়।

কিন্তু ভুল হ'ল জৰিতাৰ। বুকুৰ কাষত শিশুৰ ক্ৰন্দনত যেতিয়া স্বপ্ন ভাঙি গ'ল নিদ্ৰামগ্ন জৰিতাৰ, তেতিয়া জাগ্ৰত কোকিলৰ সঙ্গীতত মুখৰ হৈ উঠিছে খাণ্ডৱকাননৰ প্ৰত্যুষৰ সমীৰ। দেখিবলৈ পায় জৰিতাই, তাইৰ বাসন্তী কুসুমৰ মলিকাও যেন বৃথা প্ৰতীক্ষাৰ বেদনাত বিষণ্ণ হৈ তাইৰ শিতানৰ কাষত পৰি আছে।

বৃথা পুষ্পামলিকা তুলি লৈ ধাৱিত হয় জৰিতা। কুটীৰৰ চতুৰ্দিকে অন্বেষণ কৰি উভতি আহে জৰিতা। কিন্তু মন্দপাল নাই। জৰিতাৰ প্ৰেমিক মন্দপাল, জৰিতাৰ স্বামী মন্দপাল, জৰিতাৰ সন্তানৰ পিতৃ মন্দপাল গুচি গৈছে।

স্বামী! বৃথা আৰ্তনাদ কৰে জৰিতাই। খাণ্ডৱকাননৰ প্ৰত্যূষে জৰিতাৰ সেই ব্যাকুল আহ্বানৰ কোনো উত্তৰ নিদিয়ে।

ভ্ৰমৰজল্পিত পুন্নাগতৰুৰ ছায়াত স্নিগ্ধ কণ্ঠৰ আহ্বান ধ্বনিত হয়। মই আহিছো লপিতা।

লপিতাই কয়— আহাঁ, চোৱাঁ, মোৰ পুষ্পদোলনৰ এখন আসন আজিও খালী হৈ আছে নে নাই।

মন্দপাল— দেখিছোঁ মোৰ সকলো কঠোৰতা ক্ষমা কৰি আজি তোমাৰ জীৱনৰ পাশত মোক গ্ৰহণ কৰা। তোমাৰ পুষ্পদোলনৰ সেই আসনখনে স্বপ্ন হৈ মোক মাতি লৈ আহিছে। তোমাক পাহৰিবলৈ নোৱাৰো। বুজিছো, তুমিয়ে প্ৰেমিকা আৰু সত্য তোমাৰ প্ৰেম।

লপিতাৰ পাণিগ্ৰহণ কৰিলে মন্দপালে।

লপিতাই কলেঁ— আহাঁ, বিৰহ-বিহীন চিৰাসঙ্গমধুৰ জীৱনৰ নায়ক হৈ মোৰ জীৱনলৈ আহা।

দোলে, নিকুঞ্জৰ নিভৃতত পুষ্পদোলনত দুটি প্ৰেমবিধুৰ জীৱনৰ ক্ষান্তিহীন আকাঙ্ক্ষা দোলে। মন্দপাল আৰু লপিতা, চিৰক্ষণৰ প্ৰেমিক আৰু চিৰক্ষণৰ প্ৰেমিকা। সিহঁতৰ জীৱনে সংসাৰৰ কোনো কুটীৰ নিবিচাৰে সিহঁতৰ ক্ৰোড় আৰু বক্ষই কোনো শিশুদেহৰ স্পৰ্শ নিবিচাৰে। মন্দপাল কেৱল লপিতাৰ কাৰণে, লপিতা কেৱল মন্দপালৰ কাৰণে। আৰু কাৰো কাৰণে সিহঁত নহয়।

কালচক্ৰত মাহ ঋতু আৰু বছৰ আৱৰ্তিত হয়। আহে নিদাঘ, আহে বৰ্ষা, আহে শীত আৰু বসন্ত।

নিকুঞ্জৰ পুষ্পদোলনৰ আসনত বহি দেখিবলৈ পায় মন্দপালে, দূৰণিত কাননসমাকুল খাণ্ডৱগ্ৰস্থৰ শ্যামশোভা তৰঙ্গিত হৈ আছে। কিন্তু দেখিও যেন মনত নপৰে, সেই শ্যামশোভাৰ নিভৃতত অসহায় অশ্ৰুৰ কুহেলিকাৰে আবৃত কোনো কুটীৰৰ কথা। মাজে মাজে কেৱল মনত পৰে মন্দপালৰ, খাণ্ডৱকাননৰ এক প্ৰেমহীন আৰু আনন্দহীন শুষ্কপত্ৰস্তূপৰ ছলনাৰ ওচৰৰ পৰা মুক্ত হৈ তেওঁ চিৰসুৰসিত এক নিকুঞ্জৰ ছায়াৰ ওচৰলৈ গুচি আহিছে।

সুখী হৈছে লপিতা। প্ৰতিদিন প্ৰশ্ন কৰে লপিতাই— তুমি সুখী হৈছা তো

ঋষি?

মন্দপালে কয়— সুখী হৈছো, লপিতা।

কিন্তু অকস্মাৎ এদিন প্ৰশ্ন কৰিও উত্তৰ নাপাই বিস্মিত হৈ মন্দপালৰ মুখৰ পিনে চালে লপিতাই। দেখিবলৈ পালে লপিতাই শ্যামায়মান খাণ্ডৱকাননৰ ফালে অপলক নেত্ৰে চাই আছে মন্দপালে।

লপিতাই সোধে— কি দেখিছা স্বামী?

অকস্মাৎ আৰ্তনাদ কৰি উঠে মন্দপালে— ৰক্ষা কৰা।

পুষ্পদোলনৰ পৰা অৱতৰণ কৰি ব্যথিতস্বৰে মন্দপালে কয়— সৌৱা চোৱাঁ লপিতা, অগ্নিশিখাৰ ঝটিকা খাণ্ডৱকাননৰ ফালে ধাৱিত হৈছে। সৌৱা চোৱাঁ খাণ্ডৱ দাহন কৰিবলৈ গৈছে ভগৱান হুতাশন।

লপিতা— কিন্তু তাৰ কাৰণে তুমি ইমান বিচলিত হৈছা কিয় স্বামী?

মন্দপাল— সেই খাণ্ডৱকাননৰ নিভৃতত এটি কুটীৰত মোৰেই প্ৰাণৰ পুষ্পিত আনন্দৰ চাৰিটি মূৰ্তি, চাৰিটি শিশু থাকে লপিতা।

চমকি উঠি লপিতাই কয়— বুজিছো ঋষি।

—কি?

—আপুনি সন্তানৰ পিতৃ। আপোনাৰ হৃদয়ৰ গভীৰত লুকাই আছে পিতৃৰ প্ৰাণ। কিন্তু তাৰ কাৰণে কোনো দুঃখ নকৰো ঋষি। মোৰ সন্দেহ . . . .।

মন্দপাল— সন্দেহ দূৰত ৰাখা লপিতা। ব'লা হুতাশনৰ ওচৰলৈ গৈ প্ৰাৰ্থনা কৰো, যেন মোৰ চাৰিটি শিশু পুত্ৰৰ প্ৰাণ ৰক্ষা পৰে।

শুনি প্ৰসন্ন নহ'লেও যেন এক দুঃসহ সন্দেহৰ পীড়নৰ পৰা মুক্ত হয় আৰু নিশ্চিন্ত হয় লপিতা। কেৱল চাৰিটি শিশু পুত্ৰৰ প্ৰাণৰ কাৰণে কান্দি উঠিছে পিতৃ মন্দপালৰ প্ৰাণ। তথাপি ভাল, আৰু কাৰো কাৰণে নহয়।

নিকুঞ্জৰ নিভৃতৰ পৰা অগ্ৰসৰ হৈ দীৰ্ঘ প্ৰান্তৰপথ অতিক্ৰম কৰি ভগৱান হুতাশনৰ ওচৰলৈ আহি থিয় হয় মন্দপাল আৰু লপিতা। প্ৰাৰ্থনা কৰে মন্দপালে— খাণ্ডৱ দাহনাভিলাষী ভগৱান, হে পিঙ্গলাক্ষ লোহিতগ্ৰীৱ হুতাশন, মন্দপালৰ কুটীৰ যেন আপোনাৰ জ্বালাত ভস্মীভূত নহয়।

হুতাশন— কিয়? কোন আছে তোমাৰ কুটীৰত?

মন্দপাল— মোৰ ভাৰ্যা জৰিতা আৰু মোৰ চাৰিটি শিশুপুত্ৰ।

হুতাশনে আশ্বাস দান কৰে— চিন্তা নকৰিবা ঋষি। অগ্নিৰ কোনো শিখা আৰু জ্বালাই তোমাৰ কুটীৰ স্পৰ্শ নকৰে।

আশ্বস্ত হৈ উভতি আহিল মন্দপাল। আকৌ নিকুঞ্জৰ নিভৃতত সেই

পুষ্পদোলন। লপিতাই ক্ষোভকঠোৰ কণ্ঠস্বৰে ক'লে— মোৰ সন্দেহ মিথ্যা নহয় ঋষি। আপুনিয়ে প্ৰমাণ কৰি দিলে যে, মোৰ সন্দেহ সত্য

— কিহৰ সন্দেহ?

— আপোনাৰ প্ৰথম পত্নী জৰিতা এতিয়াও আপোনাৰ স্বপ্নত লুকাই আছে ঋষি।

— কেনেকৈ জানিলা?

— আপুনি কেৱল চাৰিপুত্ৰৰ প্ৰাণ ৰক্ষাৰ কাৰণে নহয়, আপোনাৰ প্ৰথম প্ৰণয়িনী জৰিতাৰো প্ৰাণ ৰক্ষাৰ কাৰণে হুতাশনৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ পাহৰি যোৱা নাই।

— তুমি জানো সঁচাই সুখী হ'বা লপিতা, যদি পৃথিৱীৰ চাৰিটি শিশুৰ এজনী মাক বিনা অপৰাধত অগ্নিজ্বালাত ভস্ম হৈ যায়?

— নাই ঋষি, মই মাত্ৰ বিচাৰোঁ, মোৰ প্ৰেমিকা জীৱনৰ সকলো আকাঙ্ক্ষাৰ বাধা সেই জৰিতাৰ প্ৰতি মোৰ প্ৰেমিক মন্দপালৰ মনৰ শেষ অনুৰাগৰ স্মৃতিৰ টুকুৰাটোও যেন ভস্ম হৈ যায়।

কোনো উত্তৰ নিদিয়ে মন্দপালে। আকৌ তেওঁ সেই বিপুল বহ্নিজ্বালাত অভিভূত ধূমায়মান খাণ্ডৱকাননৰ ফালে চাই থাকে।

লপিতাই আহ্বান কৰে— স্বামী!

মন্দপালে মৃদুস্মিত মুখে উত্তৰ দিয়ে— সন্দেহ নকৰিবা লপিতা।

অধৰ যুগল সুহাস্যে স্পন্দিত কৰি লপিতাই কয়— সন্দেহ কৰিবলৈ ইচ্ছা নকৰোঁ স্বামী।

পুনৰ নিকুঞ্জনিভৃতৰ পুষ্পদোলন দোলে। অবিৰলপ্ৰৰ্গল্‌ভ প্ৰেমিকতাত পৰস্পৰৰ বাহুলগ্ন দুটি জীৱনৰ উল্লাস পুনৰ চঞ্চল হৈ উঠে।

কিন্তু পিচমুহূৰ্ততে যেন দুৰ্বাৰ আলস্যত শিথিল হৈ পৰে মন্দপালৰ দুটি অন্যমনা বাহু। যেন দুঃসহ এক ক্লান্তিৰ বেদনাই ইমান দিনৰ মূৰত আহি এই নিয়ত অস্থিৰ পুষ্পদোলনৰ জীৱন গ্ৰাস কৰিছে।

লপিতাই বিস্ময়ব্যথিত স্বৰে প্ৰশ্ন কৰে— ই কি! অন্যমনা কিয় তুমি স্বামী?

মন্দপাল— দুশ্চিন্তাৰ পৰা মুক্ত হ'বলৈ পৰা নাই লপিতা।

— কিহৰ দুশ্চিন্তা?

— জানিবলৈ ইচ্ছা কৰো, মোৰ কুটীৰৰ প্ৰাণ সঁচাকৈয়ে ৰক্ষা পৰিল নে নাই?

— ভগৱান হুতাশনৰ পৰা আশ্বাস পাইয়ো বৃথা ইমান দুশ্চিন্তা কৰিছা কিয় স্বামী?

—আশ্বাস পাইয়ো আশ্বস্ত হ'বলৈ পৰা নাই। যাব খোজো খাণ্ডৱকাননলৈ। নিজ চকুৰে নেদেখা পৰ্যন্ত নিশ্চিন্ত হ'ব নোৱাৰিম।

খৰবহ্নিৰ স্ফুলিঙ্গৰ দৰে জ্বলি উঠে লপিতাৰ অক্ষিতাৰকা— সত্য কৰি কোৱাচোন বাৰু সত্যসন্ধ ঋষি, কাৰ মুখ চাবৰ কাৰণে ব্যকুল হৈ উঠিছে তোমাৰ মন?

—শিশু পুত্ৰহঁতক চাবৰ কাৰণে।

—আৰু কাৰো কাৰণে নহয়?

—নহয়।

—তেন্তে যোৱা। কিন্তু প্ৰতিশ্ৰুতি দি যোৱা উভতি আহিবা তোমাৰ লপিতাৰ ওচৰলৈ।

—আহিম।

—কিন্তু পাহৰি নাযাবা, এবছৰ আগতে আজিৰ দৰে এক শুক্লা চতুদৰ্শীৰ সন্ধিয়া তোমাৰ কণ্ঠত পুন্নাগ পুষ্পৰ মালিকা দান কৰিছিল এই লপিতাই।

—পাহৰিব নোৱাৰোঁ।

—কৈ যোৱা, তেনেকুৱা এধাৰি প্ৰণয়কামনাবাসিত পুন্নাগপুষ্পৰ মলিকা মোৰ হাতৰ পৰা আজিয়ে সন্ধিয়া কণ্ঠত বৰণ কৰিবা তুমি।

—প্ৰিয়া লপিতা! আজিয়ে সন্ধিয়া তোমাৰ কাষলৈ আহি তোমাৰ উপহাৰ গ্ৰহণ কৰিব তোমাৰ প্ৰেমিক স্বামী মন্দপালে।

—যদি আহিব নোৱাৰা?

—কিয় নোৱাৰিম লপিতা?

—যদি নাহা, তেনেহ'লে মনত ৰাখিবা স্বামী, সেই মালিকা ছিণ্ডি চাৰি টুকুৰা কৰি অগ্নিকুণ্ডত নিক্ষেপ কৰিম।

আতঙ্কত চমকি উঠে আৰু বাণবিদ্ধ মৃগৰ দৰে ব্যথিত নেত্ৰে চাই থাকে মন্দপালে।

লপিতাই কয়— যদি তোমাৰ চাৰি পুত্ৰৰ জীৱনৰ কাৰণে অলপো মায়া আছে, যদি লপিতাৰ অভিশাপৰ পৰা তোমাৰ চাৰি পুত্ৰৰ জীৱন ৰক্ষা কৰিবলৈ বিচাৰা, তেনেহ'লে লপিতাৰ প্ৰেমৰ অৱমাননা নকৰিবা ঋষি।

নীৰৱে কেৱল তীক্ষ্ণ দৃষ্টি তুলি লপিতাৰ মুখৰ ফালে চাই থাকে মন্দপালে। বিষলতাৰ হৃদয়তো মায়াময় বাৎসল্যভাব আছে। বিষলতায়ো অঙ্গে অঙ্গে পুষ্প প্ৰস্ফুটিত কৰি তৃপ্ত হয়। কিন্তু এইজনী কেনেকুৱা সৃষ্টিবিমুখিনী

পীযূষবিহীনা নাৰী? নিতান্ত এজনী শোণিতব্ৰতী নাৰী।

কোনো বাক্য উচ্চাৰণ নকৰি ব্যস্তপদক্ষেপে গুচি যায় মন্দপাল।

খাণ্ডৱকাননৰ নিভৃতৰ কোলাত সেই কুটীৰ। কুটীৰত অগ্নিজ্বালাৰ স্পৰ্শ লগা নাই। ধীৰে ধীৰে অগ্ৰসৰ হৈ কুটীৰৰ অঙ্গনত আহি থিয় হয় মন্দপাল।

জৰিতা আহি সম্মুখত থিয় হয়। কোনো কথা নকৈ মাথো প্ৰণাম কৰে জৰিতাই। সুস্মিত নহয়, বিস্মিত নহয়, বিচলিত নহয়, বিব্ৰত নহয় জৰিতা। যেন, ইমানদিন মন্দপালৰ প্ৰাণৰ চাৰিটি শিশুমূৰ্ত্তিক স্নেহাঞ্চলচ্ছায়া দান কৰি ৰক্ষয়িত্ৰীৰ দৰে এই কুটীৰৰ নিভৃতত দিন যাপন কৰিছে জৰিতাই। দেখি তৃপ্ত আৰু শান্ত হওক মন্দপাল, তেওঁৰ সন্তানৰ কোনো ক্ষতি হোৱা নাই।

সন্তানকেইটা এটা এটাকৈ আহি মন্দপালৰ ওচৰত থিয় হয়। চাৰিটা কিশলয়দেহ শিশু। এটা এটাকৈ সন্তানকেইটাৰ শিৰ চুম্বন কৰে মন্দপালে।

এই সুন্দৰ দৃশ্যৰ একাষত এক অৱান্তৰ আৰু অপ্ৰয়োজন ছায়াৰ দৰে নিঃশব্দে থিয় হৈ থাকে জৰিতা। হয়, নিশ্চিন্ত হৈছে জৰিতা, দেখি সুখী হৈছে জৰিতা, কিন্তু এই ঘটনাৰ লগত জৰিতাৰ জীৱনৰ যেন কোনো প্ৰশ্ন নাই, বক্তব্যও নাই। আহিছে নিতান্ত এক সন্তানস্নেহৰ পিতা, বিপন্নপ্ৰাণ সন্তানৰ কাৰণে উদ্বিগ্নচিত্ত এক পিতৃহৃদয় ছুটি মাৰি আহিছে। জৰিতাৰ হাতৰ পৰা বাসন্তী কুসুমৰ মালিকা কণ্ঠত ধাৰণ কৰাৰ কাৰণে ছুটি মাৰি অহা নাই কোনো প্ৰেমিকৰ লোভ আৰু স্বামীৰ মন।

কিন্তু অকস্মাৎ দেখিবলৈ পাই বিস্মিত হয় জৰিতা, যেন এক বিভ্ৰমৰ বশত বিচলিত দুই চকুৰ দৃষ্টি তুলি নতমুখিনী জৰিতাৰ মুখৰ ফালে তৃষ্ণাৰ্তৰ দৰে চাই আছে মন্দপালে।

—জৰিতা!

মন্দপালৰ আহ্বান শুনিও সহাৰি নিদিয়ে জৰিতাই। অভিমানকুণ্ঠিতা নায়িকাৰ দৰে নহয়, যেন নিদাঘতাপিতা বাসন্তী কুসুমৰ দৰে অৱমানিত আৰু উপেক্ষিত সৌৰভৰ বেদনাত কুণ্ঠিত হৈ ম্লানমুখে থিয় হৈ থাকে জৰিতা।

মন্দপালে কয়— আজিও জানো মোৰ এই আহ্বানৰ অৰ্থ বুজিবলৈ নোৱাৰিবা জৰিতা?

—বুজিবলৈ পাৰোঁ স্বামী, কিন্তু বিশ্বাস কৰিব নোৱাৰোঁ।

—কি বিশ্বাস কৰিব নোৱাৰা?

—আপোনাৰ নয়নৰ সেই দৃষ্টি আৰু আপোনাৰ কণ্ঠস্বৰৰ এই আহ্বান তৃপ্ত কৰাৰ কাৰণে কোনো ৰূপ আৰু গুণ আছে জানো এই জৰিতাৰ?

—এই সন্দেহ জানো এতিয়াও হৃদয়ত পোষণ কৰি ৰাখিছা?

—সন্দেহ নহয় স্বামী।

—তেন্তে কি?

—শিক্ষা।

—কিহৰ শিক্ষা?

—মই চিৰাসঙ্গমধুৰ পুষ্পদোলন নহওঁ ঋষি, মই নিতান্ত এক বাৎসল্যবিধুৰ কুটীৰ।

মন্দপাল— পুত্ৰৱতী জৰিতা, পুষ্পিতা ব্ৰততীৰ দৰে তুমি। পৰাগলিপ্তা কেতকীৰ দৰে তুমি। কল্লোলিনী তটিনীৰ দৰে তুমি। তোমাৰেই নিশ্বাসৰ সৌৰভ মোৰ এই কুটীৰত চাৰিটি পুষ্পৰ মূৰ্তি ধৰি ফুটি উঠিছে।

—আপুনি ক্ষণিক কৰুণাত ভোল গৈ এই ধাৰণা কৰিছে ঋষি।

—নহয় জৰিতা।

—আপুনি আপোনাৰ দুই চকুক প্ৰশ্ন কৰক ঋষি।

—কৰিছো জৰিতা। মোৰ দুই চকুৱে আজি এটা সত্য দেখিবলৈ পাইছে।

—কি?

—তুমি সবিত্ৰী, গতিকে তুমি সুন্দৰ।

—স্বামী!

—তুমি অকল সুন্দৰেই নোহোৱা, তুমি সুন্দৰতাও। তুমি কেৱল মোৰ প্ৰেমিকা নোহোৱা, তুমি মোৰ প্ৰেম।

কুটীৰৰ এক বৃক্ষৰ অভ্যন্তৰত প্ৰৱেশ কৰে জৰিতা। এধাৰি পুষ্পমালিকা হাতত লৈ ঘূৰি আহি মন্দপালৰ বক্ষঃসন্নিধানত থিয় হয়। জৰিতাৰ স্মিত অধৰৰ দৰেই স্নিগ্ধ অথচ বিহ্বল সেই সদ্যশ্চয়িত বাসন্তী কুসুমৰ মালিকা সিতচন্দনেৰে অভিষিক্ত।

মন্দপালৰ কণ্ঠত পুষ্পমালিকা অৰ্পণ কৰে জৰিতাই।

মন্দপালে কয়— এতিয়া আৰু ইয়াত নহয় প্ৰিয়া। ব'লা, এই খাণ্ডৱকাননৰ নিভৃতৰ পৰা বহুদূৰলৈ গুচি যাওঁ, যিঠাইত কোনো পুষ্পদোলনৰ কঠোৰ স্বপ্নই শত অন্বেষণতো আমাৰ এই স্নিগ্ধ তৃপ্ত আৰু সসন্তান গৃহজীৱনৰ সন্ধান নাপাব।

জৰিতাই কয়— ব'লা স্বামী।

মন্দপাল— কিন্তু সেই পুষ্পদোলনৰ সেই কঠোৰ স্বপ্নই যে মোক ক্ষমা নকৰিব। মই তেওঁক যে প্ৰতিশ্ৰুতি দি আশ্বস্ত কৰি আহিছো, সেই প্ৰতিশ্ৰুতি মই

ভঙ্গ কৰিব লাগিব। মোৰ এই অপৰাধত তেওঁৰ প্ৰতিহিংসা আৰু অভিশাপে যদি . . . . . .।

অকস্মাৎ সেই অভিশাপোৎসুক কঠোৰস্বপ্নাক সম্মুখত দেখিবলৈ পাই মন্দপালৰ আতঙ্কিত বক্ষৰ আৰ্তনাদ শিহৰিত হয়। তুমি?

— হয়, মই। কুটীৰপ্ৰাঙ্গণৰ এডাল লতাৰ অন্তৰালৰ পৰা ধীৰে ধীৰে আগুৱাই আহি মন্দপালৰ সম্মুখত থিয় হয় লপিতা।

হাঁহি হাঁহি লপিতাই কয়— ভয় নকৰিবা স্বামী। শুনি সুখী হোৱা, হাৰ মানিছে লপিতাই আৰু সেই পৰাজয় ঘোষণা কৰি দি গুচি যাবৰ কাৰণেই আহিছে লপিতা।

মন্দপাল— পৰাজয়?

লপিতা— হয়, কিন্তু তোমাৰ ওচৰত নহয় ঋষি।

নীৰৱ হয় লপিতা। তাৰপিচত জৰিতাৰ মুখৰ ফালে চাই কয়— পৰাজয় তোমাৰ ওচৰতো নহয় জৰিতা। তোমাক মোতকৈ বেছি সুন্দৰ কৰি তুলিছে যিবিলাকে, সিহঁতেই মোক হৰুৱাই দিছে, সিহঁত হ'ল সেই চাৰিটি . . . .।

চিৎকাৰ কৰি উঠে মন্দপালে— অভিশাপ নিদিবা লপিতা। ইহঁতে কোনো অপৰাধ কৰা নাই।

পুনৰ হাস্যস্বৰে কয় লপিতাই— কথা আছিল তুমি যদি মোৰ ওচৰলৈ উভতি নাহা, তেনেহ'লে মোৰ প্ৰেমৰ পুন্নাগমালিকা ছিঙি চাৰিটুকুৰা কৰি . . .।

হঠাৎ অশ্ৰুধাৰাত প্লাৱিত হৈ মচা যায় সুন্দৰী লপিতাৰ চিবুকৰ কুঙ্কুমগোৰোচনা।

লপিতাই কয়— আপোনাৰেই প্ৰাপ্য মালিকাক চাৰি খণ্ডত বিভক্ত কৰি চাৰিডাল সৰু মালিকা কৰিছো। ভয় নকৰিব পুত্ৰবৎসল ঋষি।

আৰু ওচৰলৈ আগুৱাই আহে লপিতা। মন্দপাল আৰু জৰিতাৰ ক্ৰোড়লগ্ন চাৰিটি শিশুৰ অধৰ চুম্বন কৰে লপিতাই। চাৰিটি শিশুকণ্ঠ সস্নেহে পুষ্পমালিকাৰে শোভিত কৰি দি লপিতাই কয়— হাৰ মানিছো যিবিলাকৰ ওচৰত সিহঁতৰে ডিঙিত মালা দি গলো। সুখী হোৱা ঋষি মন্দপাল, সুখী হোৱা জৰিতা।

গুচি গ'ল লপিতা।

নিকুঞ্জৰ নিভৃতত দোলে পুষ্পদোলন। ভ্ৰমৰজল্পিত পুন্নাগতৰুৰ ছায়া স্নিগ্ধ হৈয়ে থাকে। বসন্তসমীৰৰ স্পৰ্শত চঞ্চলিত হয় লতাপল্লৱ। দোলে, পুষ্পদোলনত এক পীযুষবিহীন কামনাৰ ক্লান্ত আৰু বেদনাক্লিষ্ট জীৱনভাৰ

দোলে। দোলে এক নিৰ্বাসিতা অপূৰ্ণ বাসনা।

প্ৰতিধ্বনিয়ে কয়— ইকি লপিতা? তুমি এতিয়াও একাকিনী?

লপিতা— হয়, মই চিৰকালৰ একাকিনী।

—ঃ—

# ভাস্কৰ আৰু পৃথা

পৃথাই কয়— মোৰ কোনো বৰৰ প্ৰয়োজন নাই বিপ্ৰৰ্ষি। মোৰ আচৰণত অতিথিৰূপী দেৱতা আপুনি সুখী হৈছে, পিতা কুন্তীভোজো সুখী হৈছে, মোৰ বৰলাভ হৈয়ে গৈছে। ইয়াতকৈ ডাঙৰ আৰু কোনো উপহাৰৰ প্ৰয়োজন নাই।

বিপ্ৰৰ্ষি দুৰ্বাসাই বিদায় লোৱাৰ আগতে সস্নেহ দৃষ্টিৰে কুমাৰী পৃথাৰ ফালে চাইছিল আৰু হাঁহি হাঁহি কৈছিল— প্ৰয়োজন আছে পৃথা।

সঁচাকৈয়ে বুজিব নোৱাৰে পৃথাই, তাইৰ জীৱনত আৰু কোনো বৰৰ কি প্ৰয়োজন আছে? অনপত্য কুন্তীভোজৰ পিতৃস্নেহৰ এই সুখময় নীড়ৰ বাহিৰত জীৱনৰ এনেকুৱা আৰু কি সুখ থাকিব পাৰে, বুজিব নোৱাৰে কুন্তীভোজৰ পালিতা কন্যা পৃথাই। বুজিবৰ জোখাই বয়সো হোৱা নাই। এতিয়া মাত্ৰ কৈশোৰ, উষালোকৰ স্নিগ্ধতাৰে ৰচিত এক কন্যাকাৰ মূৰ্তি। পৰিপূৰ্ণ প্ৰভাতৰ যি লগ্ন আসন্ন হৈ উঠিছে, যি লগ্নত মুদ্ৰিতা কলিকাৰ দৰে এই সুশান্ত ৰূপ আলোকৰ পিপাসাত উন্মুখ হৈ উঠিব, তাৰ আভাস কুমাৰী পৃথাৰ অঙ্গে অঙ্গে ফুটি উঠিলেও এতিয়াও মনৰ ভিতৰত ফুটি উঠা নাই। পিতাক কুন্তীভোজৰ স্নেহত লালিতা এই লীলাচপলা মৃগললনাৰ দৰে এই আলয় আৰু প্ৰাঙ্গণত দৌৰা-দৌৰিৰ খেলা, দেৱপূজা আৰু অতিথিসেৱাৰ খেলা, ইয়াতকৈ বেছি আনন্দৰ জীৱন আৰু কি আছে? কুঞ্জলতিকাৰ লগত সময়ে সময়ে অভিমানৰ খেলা আৰু কৰবীপুষ্পলুব্ধ দুৰন্ত ভ্ৰমৰৰ লগত ভ্ৰূকুটিৰ খেলা, ইয়াতকৈ বেছি মায়াৰ খেলাৰে গঢ়া আন কোনো জগৎ জানো আছে?

ঋষি দুৰ্বাসাই প্ৰীতস্বৰে আকৌ কয়— প্ৰয়োজন আছে পৃথা। আজি নহওক, কাইলৈ নহওক, কিন্তু বেছি দিন আৰু নাই, তুমি জীৱনসঙ্গী বৰণ কৰিব লাগিব। আশীৰ্বাদ কৰোঁ, প্ৰিয়দৰ্শিনী পৃথাই প্ৰিয়দৰ্শন সঙ্গী লাভ কৰক।

মানুহৰ আচৰণত কিবা নহয় কিবা ত্ৰুটি দেখিবলৈ পায় দুৰ্বাসাই। সেই ত্ৰুটি সহ্য কৰিব নোৱাৰে দুৰ্বাসাই। অসুখী হয় আৰু অভিশাপ দিয়ে। সংসাৰৰ ৰীতি নীতিৰ কোনো দুৰ্বলতাক ক্ষমাৰ চকুৰে চাব নোৱাৰে দুৰ্বাসাই, কাৰণ সাংসাৰিকতাৰ কাৰণে কোনো মমতাও তেওঁৰ নাই।

কিন্তু ইমানদিন কুন্তীভোজৰ আলয়ত থাকি এদিনৰ কাৰণেও অসুখী বোধ কৰা নাই ঋষি দুৰ্বাসাই। কুমাৰী পৃথাই অহৰ্নিশে অতিথি দুৰ্বাসাৰ সেৱা কৰিছে। পৃথাৰ আচৰণত কোনো ত্ৰুটি দেখিবলৈ পোৱা নাই দুৰ্বাসাই।

মানুহৰ সামান্য ত্ৰুটিতো ঋষি দুৰ্বাসা ক্ষুব্ধ হয় বৰ বেছি আৰু তেওঁৰ অভিশাপো হয় মাত্ৰাৰ বাহিৰ। কিন্তু জীৱনত আজি এই প্ৰথমবাৰৰ কাৰণে প্ৰীত হৈছে দুৰ্বাসা, গতিকে পৃথাক আশীৰ্বাদ কৰিছে। জীৱনত বোধ হয় মানুহক এই প্ৰথম আশীৰ্বাদ কৰিলে দুৰ্বাসাই।

এই আশীৰ্বাদৰ অৰ্থ বুজিবলৈ নোৱাৰে পৃথাই। কৌতুহলী হৈ প্ৰশ্ন কৰে পৃথাই— সেই প্ৰিয়দৰ্শন ক'ত আছে ঋষি?

দুৰ্বাসা— তোমাৰ মনত। মনে যাকে বিচাৰিব তাকেই আহ্বান কৰিবা।

গুচি গ'ল বিপ্ৰৰ্ষি দুৰ্বাসা। যোৱাৰ আগতে কুমাৰী কিশোৰিকাৰ মনত কি মন্ত্ৰ তেওঁ দি গ'ল আৰু তাৰ পৰিণাম কি হ'ব পাৰে, দুৰ্বাসাৰ পক্ষে কল্পনা কৰাও সম্ভৱ নহ'ল। কাৰণ, তেওঁ সংসাৰ আৰু সমাজক দূৰৈৰ পৰা দেখিছে। তেওঁৰ অভিশাপ যেনেকৈ মাত্ৰাৰ বাহিৰ, আশীৰ্বাদ বা বৰদানো তেনেকৈ মাত্ৰাৰ বাহিৰ। মনে যাকে বিচাৰে, তাকেই জীৱনত আহ্বান কৰা, ইমান ডাঙৰ ইচ্ছা বিলাসৰ মন্ত্ৰক পাৰ্থিৱ দুৰ্বলতাৰে ৰচিত মানুহৰ সমাজে সহ্য কৰিব পাৰে নে নোৱাৰে, তাকো অলপো বিচাৰ নকৰিলে আৰু কুমাৰী পৃথাই এই মন্ত্ৰৰ কি অৰ্থ বুজিলে, তাকো জানিবৰ প্ৰয়োজন বোধ নকৰিলে দুৰ্বাসাই।

বিস্মিত কুন্তীভোজে মাথো জানি সুখী হ'ল যে, দুৰ্বাসাৰ দৰে ৰোষপ্ৰৱণ ঋষিয়ে প্ৰসন্নচিত্তে পৃথাক আশীৰ্বাদ কৰি বিদায় লৈছে। পৃথাই জানি সুখী হ'ল, তাইৰে কৃতিত্বৰ গুণত দুৰ্বাসা তুষ্ট হৈছে, পিতাকৰ সম্মান ৰক্ষা পৰিছে। এই আনন্দত পিতাক কুন্তীভোজৰ আলয়ত লীলাচঞ্চল কুৰঙ্গীৰ জীৱনৰ দৰে কিশোৰিকা পৃথাৰো জীৱনৰ মুহূৰ্তবোৰ চাঞ্চল্যৰ মাজেদি লীলায়িত হৈ থাকে।

এই চঞ্চলতা ধীৰে ধীৰে তাইৰ নিজৰে অগোচৰে কেতিয়া যে যৌৱনভাৰে মন্দীভূত হৈ আহিছে, সেই কথা নিজেই অনুভৱ কৰিব নোৱাৰে পৃথাই। কেৱল সৰোবৰ সলিলত মৃদুকম্পিত প্ৰতিবিম্বৰ ফালে চাই চকিতপ্ৰেক্ষণা পৃথাই তাইৰ মনৰ নিভৃতত অভিনৱ এক বেদনা অনুভৱ কৰে। মনত ভাব হয়, এই পৃথিৱীৰ পোহৰ আৰু ছায়াৰ খেলা কেৱল খেলাই নহয়, যেন এক সুন্দৰৰ অন্বেষণ। এই শিশিৰ ৰৌদ্ৰ জ্যোৎস্না, তৃণ পুষ্প লতা, কোনেও যেন অকলে পৰি থাকিবলৈ নিবিচাৰে। জগতত যেন শব্দ বৰ্ণ আৰু গন্ধ শিহৰিত কৰি জীৱনৰ সঙ্গী অন্বেষণৰ এক অহৰহ খেলা চলিছে। নিজৰ দেহৰ ফালে চায় আৰু বিস্মিত হয় পৃথা। মনৰ গভীৰত যেন এক স্বপ্ন নীহাৰনদৰ দৰে সুপ্ত হৈ আছিল, সেই স্বপ্ন আজি তাইৰ শোণিতৰ উত্তাপত তৰলিত স্ৰোতৰ দৰে জাগ্ৰত হৈ সৰ্বাঙ্গত বিয়পি পৰিছে। কিয়, কিহৰ কাৰণে?

জীৱনত এই প্ৰথম ভাবনাৰ ভাৰ অনুভৱ কৰে পৃথাই। নিজৰেই নিশ্বাসৰ শব্দত অকাৰণতে চমকি উঠে। নৈশসমীৰণৰ মৃদুলতাও উপদ্ৰৱ বুলি মনত ভাব হয়, সুখতন্দ্ৰা ভাঙি যায়। আকাশৰ তৰাৰ দৰে ৰাতি জাগি থাকে পৃথাই। দোকমোকালি হয়।

সেইদিনাও দোকমোকালি হ'ল, তেতিয়াও নভঃপটৰ শেষ তাৰকাই বিদায় গ্ৰহণ কৰা নাই, প্ৰাচীমূলত উষাৰাগ যেন প্ৰথম লজ্জাত কুণ্ঠিত হৈ আছে। তেনেকৈ নিজ দেহৰ প্ৰথম লজ্জাত পুষ্পৱতী পৃথাই ছায়াচ্ছন্ন নিশান্তৰ মুহূৰ্ত শেষ হোৱাৰ আগতেই উদ্যান সৰোবৰৰ সলিলত স্নান সমাপন কৰে।

পূৰ্ব গগনৰ ফালে এবাৰ নয়নসম্পাত কৰা মাত্ৰকে মনত ভাব হয় পৃথাৰ, যেন নৱোদিত দিবাকৰৰ দৰে ৰশ্মিমান এক দিব্যকায় পুৰুষপ্ৰবৰ তৰুবীথিকাৰ মাজত থিয় হৈ তাইৰ ফালে চাই আছে। কি নয়নাভিৰাম মুখচ্ছবি! তাৰুণ্যমণ্ডিত এক প্ৰিয়দৰ্শন। সেই চিবুক যেন উষাৰ আলোকত জাগ্ৰত সমস্ত সংসাৰৰ চুম্বনেৰে ৰঞ্জিত হৈ আছে। ওষ্ঠাধৰত সমুদ্ৰৰ কামনা স্পন্দিত, নয়ন আকাশৰ নীলিমাৰে প্লাবিত।

কোন এওঁ? মনত প্ৰশ্ন জাগিলেও তেওঁৰ পৰিচয় অনুমান কৰিব নোৱাৰে পৃথাই। এক প্ৰিয়দৰ্শন বিস্ময় যেন আজিৰ এই প্ৰভাতত পৃথাৰ হৃদয়কুটীৰৰ সম্মুখপথত ক্ষণিকৰ কাৰণে আহি থিয় হৈছেহি। কিন্তু আৰু কিমান সময়? হয়তো এতিয়াই গুচি যাব, এই ভূলোকৰ অপাৰ ৰহস্যৰ মাজত অদৃশ্য হৈ যাব এই ৰূপ।

মনে বিচাৰে এবাৰ ওচৰলৈ মাতো, কিন্তু লাজে কয়— নামাতিবা। চকুৱে বিচাৰে বহুসময় চাওঁ, কিন্তু ভয়ে কয়— নাচাবা। এই অদ্ভুত লাজ আৰু ভয়ৰ মাজতো যেন ৰহস্যময় এক মধুৰতা লুকাই আছে। এই লাজে ৰাখিবলৈ ইচ্ছা কৰে ভাঙিবলৈও ইচ্ছা কৰে।

অকস্মাৎ, যেন এক খৰকিৰণৰ পৰশত পৃথাৰ নয়ন-মনৰ সকলো কুণ্ঠা দীপ্ত হৈ উঠে। সুগীত মন্ত্ৰৰ দৰে এক আশীৰ্বাদৰ ধ্বনিয়ে যেন পৃথাৰ অন্তৰত হৰ্ষৰ কল্লোল জগাই তুলিছে। মনত পৰিছে ঋষি দুৰ্বাসাৰ উপদেশ।

মনে যাকে বিচাৰে তাকেইতো আহ্বান কৰিব লাগিব, এই প্ৰগলভ মুহূৰ্তত দুৰ্বাসাৰ উপদেশ আটাইতকৈ বেছি সত্য বুলি মনত ভাব হয় পৃথাৰ। অপৰিচিত হলেও, এৱেঁইতো জীৱনৰ প্ৰথম প্ৰিয়দৰ্শন, মণিদীপ্ত কুণ্ডল আৰু ৰত্নখচিত কবচৰ দ্বাৰা শোভিত এক নয়নমোহন তনুধৰ।

যেন এক কৌতুহলৰ খেলাৰ আবেগত সকলো ভয় আৰু লাজ কাতি কৰি থৈ কুমাৰী পৃথাই তাইৰ জীৱনৰ প্ৰথম প্ৰিয়দৰ্শনৰ প্ৰতি আহ্বান জনায়— আহাঁ।

তেওঁ আহে, সম্মুখত থিয় হয়, অংশুপুঞ্জেৰে ৰচিত সেই যৌৱনৱান অপৰিচিতৰ বদনপ্ৰভাৰ ফালে সবিস্ময়ে কিছুসময় চাই থাকে পৃথাই। তাৰ

পিচত প্ৰশ্ন কৰে— কোন আপুনি?

— মই দেৱসমাজৰ ভাস্কৰ। তুমি কোন?

— মই মৰ্ত্যকুমাৰী পৃথা, কুন্তীভোজৰ কন্যা।

— ওচৰলৈ মাতিছা কিয়?

— ইচ্ছা হ'ল।

— কিয় ইচ্ছা হ'ল?

— ওচৰলৈ মতাৰ কাৰণ।

পৃথাৰ কথাত ভাস্কৰৰ মুখত হাঁহি ফুটি উঠে। ইচ্ছাৰ কাৰণ নাজানে, ইচ্ছাৰ অৰ্থ কব নোৱাৰে, অথচ ইচ্ছাৰ হাততে আপোন সত্তাক সঁপি দি পেলাইছে নৱোদ্ভিন্নযৌৱনা এই কুমাৰীয়ে। শুক্তিৰ তৃষ্ণাই যদি স্বাতীসলিলৰ হৰ্ষ নিকটলৈ আহ্বান কৰে, এলাচিলতাই যদি চন্দনতৰুক কাষলৈ মাতে, পৰাগবিধুৰা পদ্মিনীয়ে যদি মত্ত ভ্ৰমৰৰ সান্নিধ্য আহ্বান কৰে, তেনেহ'লে তাৰ কি পৰিণাম হ'ব পাৰে, কল্পনা কৰিবলৈ নোৱাৰে পৃথাই। তথাপি আহ্বান কৰিছে পৃথাই।

ভাস্কৰৰ স্মিতমুখৰ বিচ্ছুৰিত মায়াই অপাৰ্থিৱ আলোকৰ মালিকাৰ দৰে পৃথাৰ চেতনাৰ চাৰিওফালে এক মেখলা সৃষ্টি কৰে, তাৰেই মাজত যেন এক ৰমণীয় মূৰ্ছাত অভিভূত হয় পৃথাৰ সকলো কৌতুহল আৰু আগ্ৰহ। প্ৰতিদিনৰ নিয়মৰ পৰা কিছুমান মুহূৰ্ত হঠাৎ বিচ্ছিন্ন হৈ সমাজ আৰু সংসাৰৰ অগোচৰে এক গোপন মিলনৰ লগ্ন ৰচনা কৰে।

ভাস্কৰে কয়— চপলকিশোৰিকা, তুমি যে মোক কাষলৈ মাতিছা, তাৰ অৰ্থ তুমি নাজানা, কিন্তু মই জানো।

মুহূৰ্তৰ কাৰণে সন্ত্ৰস্ত হয় পৃথা— আপুনি এতিয়া গুচি যাওক দেৱ ভাস্কৰ, মোৰ দেখা হৈ গৈছে।

— কি?

— দেখিছো আপুনি প্ৰিয়দৰ্শন। মনে বিচাৰিছিল আপোনাক কাষলৈ মাতো। কাষলৈ মাতিছো, আপুনি কাষলৈ আহিছে, মোৰ কৌতুহলৰ অৱসান হৈছে।

— কিন্তু মোৰ নয়নৰ পিপাসাৰ অৱসান হোৱা নাই, পৃথা।

সুভীৰু বাসনাৰ শিহৰণৰ দৰে যেন এক অৱশ আৰু অসহায় আপত্তিৰ ভাষা পৃথাৰ আবেদনত শিহৰিত হয়— ক্ষমা কৰক, গুচি যাওক ভাস্কৰ।

— গুচি যাব নোৱাৰোঁ, প্ৰিয়দৰ্শিনী।

দক্ষিণ বাহু প্ৰসাৰিত কৰি নিবিড় সমাদৰে পৃথাৰ চিবুক স্পৰ্শ কৰে

ভাস্কৰে। দক্ষিণসমীৰ চঞ্চল হয়, পুঞ্জ পুঞ্জ লৱঙ্গকেশৰ সৌৰভ বিলাই উৰি যায়। ক্ৰৌঞ্চনিনাদিত সৰোবৰতট অকস্মাৎ নিস্তব্ধ হয়। ভাস্কৰৰ আলিঙ্গনত সমৰ্পিততনু কুমাৰী পৃথাৰ সত্তাই এক পৰম স্পৰ্শমহোৎসৱত নিজকে হেৰাই পেলায়।

ভাস্কৰ বিদায় লৈ গুচি যায়।

ৰজা কুন্তীভোজৰ আলয়ত আৰু এটি প্ৰভাতবেলা। কৰ্ণত নৱ-কৰ্ণিকাৰ, নয়নত কৃষ্ণাঞ্জন, ক'লা অগৰুধূপিত কেশস্তবকত কবৰীছন্দ ৰচনা কৰিছিল কুমাৰী পৃথাই। পৃথাক দেখি সহাস্যমুখে সম্মুখত আহি থিয় হয় ধাত্ৰেয়িকা।

পৃথাই সোধে— সপোনৰ অৰ্থ ক'ব পাৰা ধাত্ৰেয়িকা?

ধাত্ৰেয়িকা— পাৰো।

পৃথা— এটা অদ্ভুত সপোন দেখিছোঁ, কিন্তু তাৰ অৰ্থ বুজিব পৰা নাই।

ধাত্ৰেয়িকা— কোৱা, কি সপোন দেখিছা?

পৃথা— দেখিলো, নিশাৰ আকাশৰ পৰা প্ৰতিপদৰ চন্দ্ৰলেখা আহি মোৰ বুকুৰ ভিতৰত সোমাই গ'ল। জাগি উঠিও মনটো যে কেনেকুৱা গধুৰ গধুৰ লাগিছে, যেন সি মোৰ বুকুৰ ভিতৰতে আছে আৰু প্ৰতি মুহূৰ্তে ডাঙৰ হৈ আহিছে।

ধাত্ৰেয়িকাৰ হাস্যময় মুখত সংশয়ৰ বিষণ্ণ ছায়া পৰে। পৃথাৰ ফালে চাই থাকে, তাৰ পিচত আতঙ্কিতৰ দৰে চমকি উঠে— ইকি পৃথা?

পৃথাই বিৰক্তিভাৱে কয়— কি হৈছে?

ধাত্ৰেয়িকা— গোপনে কাক বৰণ কৰিছা, কোৱা?

পৃথা— দেৱ ভাস্কৰক।

ধাত্ৰেয়িকাই অসহায়ভাৱে আক্ষেপ কৰে— মন্দভাগিনী কন্যা, কোনো এক অধম প্ৰণয়ীৰ ছলনাত ভোল গৈ নিজৰ সৰ্বনাশ কৰি বহি আছা।

পৃথা— তেওঁক নিন্দা নকৰিবা, ধাত্ৰেয়িকা। মনে যাকে বিচাৰিছে, তাকেই বৰণ কৰিছো, কোনো ভুল কৰা নাই।

— এই মন্ত্ৰ ক'ত শিকিলা পৃথা?

— তোমাতকৈ যি শতগুণে জ্ঞানী, তেওঁৰ ওচৰত শিকিছো।

— কোন তেওঁ?

— বিপ্ৰৰ্ষি দুৰ্বাসা। তেওঁ মোক আশীৰ্বাদ কৰি এই মন্ত্ৰ দি গৈছে।

— অতি ভয়ানক মন্ত্ৰ পৃথা। তুমি ভুল বুজিছা। মানুহৰ সমাজে এই মন্ত্ৰ

সহ্য কৰিব নোৱাৰে। তুমি কুমাৰী অনূঢ়া অসীমন্তিনী, স্বেচ্ছাই অথবা গোপনে কিম্বা মনে যাকে বিচাৰে তাকেই আত্মদান কৰি সন্তানৱতী হোৱাৰ অধিকাৰ তোমাৰ নাই।

— কিয়?

— তুমি গোপনৰ প্ৰাণী নোহোৱা পৃথা, তুমি সমাজৰ কন্যা। তোমাৰ জন্মমুহূৰ্তত শঙ্খধ্বনি হৈছে, সংসাৰক সাক্ষী কৰাৰ কাৰণে। তুমি প্ৰথম অন্ন গ্ৰহণ কৰিছা মন্ত্ৰোচ্চাৰণৰ লগত, সংসাৰক সাক্ষী ৰাখি। সকলোৰে সাক্ষাত, সকলোৰে স্নেহ আৰু আশীৰ্বাদৰ স্বীকৃতিৰূপে তুমি ডাঙৰ হৈ উঠিছা। তোমাৰ ভাল লগা ভাল পোৱা আৰু প্ৰিয় সহবাস, সব যে সংসাৰৰ আশীৰ্বাদ লৈ সাৰ্থক কৰিব লাগিব, সংসাৰক গোপন কৰি নহয়।

কিছুসময় চুপ-চাপ হৈ থাকে ধাত্ৰেয়িকা, তাৰ পিচত শোকাৰ্তৰ দৰে ক্ৰন্দনৰ সুৰে কয়— কিন্তু তুমি যে কি ভয়ঙ্কৰ ভুল কৰিছা। সেই আশীৰ্বাদৰ অপেক্ষা নকৰি স্বেচ্ছাই আৰু গোপনে নিৰ্বোধৰ দৰে এক খেলাৰ আবেগত তোমাৰ কুমাৰী জীৱনৰ সম্মান, পিতাৰাৰ সম্মান, নিজৰ সম্মান নাশ কৰি দিলা!

পৃথা— ইমান ধিক্কাৰ নিদিবা। মোৰ ভালপোৱাৰ সত্যকো অসম্মান কৰাৰ অধিকাৰ কাৰো নাই। তথাপি মই যেতিয়া তোমালোকৰ ঘৰৰ ছোৱালী, তেতিয়া তোমালোকৰ ঘৰৰ সম্মান তিলমানো ক্ষুণ্ণ হ'বলৈ নিদিওঁ।

ধাত্ৰেয়িকাই ৰূঢ় অথচ বিস্মিতভাৱে প্ৰশ্ন কৰে— কেনেকৈ?

পৃথা— মোৰ গোপন প্ৰণয়ৰ পৰিণাম ময়ে গোপনে ভহাই দিম।

ধাত্ৰেয়িকা— কি কলা পৃথা?

পৃথা— কুমাৰীৰ কোলালৈ আহকচোন সেই সন্তান, তাৰ কাৰণে মোৰ মনত কোনো উদ্বেগ নাই। কোনেও জানিব নোৱাৰিব তাৰ পৰিচয়।

ধাত্ৰেয়িকা— কেনেকৈ?

পৃথা— তাক কেৱল পৰিচয়হীন কৰি এই পৃথিৱীৰ কোলাত এৰি দিম। এই পৃথিৱীৰ কোনো নহয় কোনো ঘৰত নতুন পৰিচয় গ্ৰহণ কৰি সি বাছি থাকিব। তাৰ কাৰণে মোৰ অকণমানো দুঃখ নালাগিব।

ধাত্ৰেয়িকাই ভ্ৰূকুটি কৰি উঠে— সেই কাম জানো ইমানেই সহজ পৃথা? সিও জানো গোপন প্ৰণয়ৰ দৰে এটা খেলা?

ধাত্ৰেয়িকাই আৰু একো কব নোৱাৰিলে। পৃথায়ো কোনো উত্তৰ নিদিলে। হয়তো খেলা বুলিয়ে ভাবে পৃথাই। প্ৰিয়সঙ্গীৰ লগত খেলাৰ আনন্দত বনতলৰ পৰা বুটলি অনা এটা ফুলৰ কলি মাথোন ইচ্ছা কৰি হেৰাই পেলাব লাগিব।

ইমানেই, ইয়াতকৈ বেছি টান একো নহয়। ইয়াতকৈ বেছি দুঃখৰ একো নহয়। ধাত্ৰেয়িকাৰ ইমান ডাঙৰ ভ্ৰুকুটিৰ কোনো অৰ্থ নাই।

শেষৰাত্ৰিৰ অন্ধকাৰ। ভোটাতৰাৰ পোহৰ। কুন্তীভোজৰ প্ৰাসাদৰ পৰা বহুদূৰ। নদীৰ কাষত জলপদ্মৰ বন। পানীৰ ওপৰত এখন সৰু নাও। নাৱৰ ভিতৰত ঢাকনিবিহীন এটা পেটাৰি। পেটাৰিৰ মাজত ঘুমন্ত কুসুমকোৰকৰ দৰে সদ্যোজাত এটি শিশুৰ ঘুমন্ত মুখৰ ওচৰত মুখ নমাই চাই থাকে পৃথাই। এটি ক্ষুদ্ৰ হৃৎপিণ্ডৰ ধপ্‌ধপ্ শব্দ শুনা যায়, ক্ষুদ্ৰ ছন্দে স্পন্দিত সৰু সৰু শ্বাসবায়ুৰ মৃদু উত্তাপ পৃথাৰ মুখত আহি লাগে।

নদীৰ তৰঙ্গস্ৰোতত কলৰোল উঠে। তটৰজ্জু ছিঙি মুহূৰ্তৰ ভিতৰতে নাওখন ভঁহাই দিব লাগিব। ৰজ্জু ছিঙিবৰ কাৰণে হাত তোলে ধাত্ৰেয়িকাই। আৰ্তনাদ কৰি ধাত্ৰেয়িকাৰ হাত চেপি ধৰে পৃথাই। ধাত্ৰেয়িকাই ভ্ৰুকুটি কৰে— ইকি?

পৃথা— ইকি সৰ্বনাশ কৰিবলৈ ওলাইছা, ধাত্ৰেয়িকা?

ধাত্ৰেয়িকাৰ মুখত শ্লেষাক্ত হাঁহিৰ ৰেখা ফুটি উঠে। তোমাৰ গোপন প্ৰেমৰ পৰিণাম গোপনে ভঁহাই দিওঁ, ইয়াৰ কাৰণে আকৌ আৰ্তনাদ কিয় পৃথা?

ধাত্ৰেয়িকাৰ হাত আৰু জোৰেৰে চেপি ধৰি ৰাখে পৃথাই, নহলে তাইৰ বক্ষঃপঞ্জৰ যেন বিদীৰ্ণ হৈ যাব।

কৰুণ হৈ উঠে ধাত্ৰেয়িকাৰ মুখ। সান্ত্বনাৰ স্বৰে কয়— দুঃখ নকৰিবা, তোমাৰ গোপনৰ কলঙ্ক এইদৰে গোপনে ভঁহাই নিদিলেতো উপায় নাই।

কলঙ্ক? পৃথাৰ যৌৱনৰ শোণিতত, প্ৰথম মধুৰতাৰ পুলকত স্ফুটিত কৰুণাৰ এটি ৰক্তকমল, যাৰ স্পৰ্শত পীযূষধন্য হৈছে পৃথাৰ কুমাৰীদেহ, সি জানো আজি এনেকৈ ভাহি ভাহি গুচি যাব লক্ষ্যহীন ভৱিষ্যতত, এই অন্ধকাৰত, তৰঙ্গৰ ক্ৰীড়নকৰ দৰে দূৰৰ পৰা দূৰান্তৰলৈ। এয়েতো জীৱনৰ প্ৰথম প্ৰিয়দৰ্শন, মনে যাক ওচৰত বিচাৰে সিয়েতো এই, যাক বিদায় দিবলৈ পৃথাৰ ইহকালৰ সমস্ত অদৃষ্টই কান্দি উঠিছে।

পৃথাই কয়— কলঙ্ক নুবুলিবা, ই মোৰ সন্তান।

দুৰ্দম ক্ৰন্দনৰ উচ্ছ্বাস ৰোধ কৰে পৃথাই। কিন্তু ৰোধ কৰিব নোৱাৰে দুৰ্বাৰ এক স্পৃহা। দুৰ্বহ বেদনাবিহ্বল হৈ নিদ্ৰিত শিশুৰ স্পন্দিত অধৰত চুম্বন দান কৰিবলৈ চঞ্চল হৈ উঠে পৃথা। বাধা দিয়ে ধাত্ৰেয়িকাই। নাই, ওচৰলৈ নাযাবা। শান্ত হোৱা।

শান্ত হয় পৃথা।

ধাত্ৰেয়িকাৰ চক্ষু বাষ্পায়িত হৈ উঠে। দেখিবলৈ পাইছে আৰু দেখি বিস্মিত হৈছে ধাত্ৰেয়িকা, ইমানদিনৰ মূৰত যেন পৃথাই তাইৰ নাৰীজীৱনৰ ইচ্ছাৰ অৰ্থখিনি বুজি পাইছে। প্ৰগলভা কৌতুকিনী নহয়, আজিৰ নিশান্তৰ অন্ধকাৰত বহি আছে এক মমতাৰ মাতৃকা, যাৰ শূন্য বক্ষৰ যাতনা অশ্ৰুস্ৰোত হৈ জলপদ্মৰ বনত জৰি পৰিছে।

বহুসময় চুপ হৈ বহি থাকে পৃথা। তাৰপিছত যেন কাণ থিয় কৰি দূৰান্তৰ জলৰোলৰ মূৰ্ছনা শুনি থাকে।

— শুনিবলৈ পাইছা, ধাত্ৰেয়িকা?

পৃথাৰ প্ৰশ্নত ধাত্ৰেয়িকা বিস্মিত হয়— কি পৃথা?

পৃথা— নূপুৰৰ শব্দ। এই পৃথিৱীৰ কোনো মানুহৰ গৃহপ্ৰাঙ্গণত ক্ৰীড়া চঞ্চল এক শিশুৰ দৌৰাদৌৰি, তাৰ ভৰিৰ সৰু সৰু নূপুৰৰ ঝঙ্কাৰত সেই প্ৰাঙ্গণৰ বায়ু মধুৰ হৈ উঠিছে। কিন্তু সেয়াতো আমাৰ ঘৰৰ প্ৰাঙ্গণ নহয়।

ধাত্ৰেয়িকাই কোনো উত্তৰ নিদিয়ে।

দূৰান্তৰ ঘন অন্ধকাৰৰ পিনে স্থিৰ দৃষ্টি তুলি কিবা যেন চাই থাকে পৃথাই। ধাত্ৰেয়িকাই কয়— এনেকৈ কি চাই আছা পৃথা?

পৃথা— চাইছো এই পৃথিৱীৰ কোন গৃহত প্ৰাসাদত কিম্বা কুটীৰত, এক নাৰীৰ কোলাত পৰিচয়হীন এক শিশুৰ কোমল কণ্ঠৰ কলস্বৰত মাতৃসম্বোধন ধ্বনিত হ'ব লাগিছে। সেই মাতৃ কিন্তু মই নহয়।

পৃথাৰ মুখৰ পিনে অপলক নেত্ৰে চাই থাকে ব্যথিতা ধাত্ৰেয়িকাৰ বাষ্পায়িত চকুযুৰিয়ে।

হঠাৎ চমকি উঠে পৃথা। ধাত্ৰেয়িকাই ভয়াৰ্ত স্বৰে কয়— কি হ'ল পৃথা?

পৃথা— উৎসৱৰ শঙ্খ বাজিছে, ধাত্ৰেয়িকা। ইয়াৰ পৰা বহু দূৰত, বহু বছৰ পিছত, এই ৰাতি যেন পুৱাইছে। সুন্দৰতনু এজন যুৱক বৰবেশে চন্দ্ৰমুখী বধূ সঙ্গত লৈ মঙ্গলকলহেৰে সজ্জিত এক ভৱনৰ দ্বাৰত আহি থিয় হৈছে। ধান্যদূৰ্বা হাতত লৈ এক মাতা আহি বৰবধূক আশীৰ্বাদ কৰিছে। পুত্ৰই নত হৈ মাকৰ পদধূলি লৈ শিৰত ধাৰণ কৰিছে। সুন্দৰ হাস্যে প্ৰসন্ন হৈ উঠিছে মাকৰ আনন। সেই মাতৃও কিন্তু মই নহয়।

পৃথাৰ সজল দৃষ্টি কিছুসময়ৰ বাবে যেন উজ্জ্বল হৈ উঠিছে। ধাত্ৰেয়িকাই অনুযোগৰ সুৰে কয়— এতিয়াও দূৰৰ ফালে চাই বৃথা আৰু কি দেখিছা, পৃথা?

পৃথাই কয়— দেখিছো ধাত্ৰেয়িকা, দীপাৱলীৰ শোভাৰে শোভান্বিত এক নগৰ। উৎসৱৰ হৰ্ষত আকুল পথজনতাৰ মাজেদি কোন আহিছে চোৱা।

তেজোদৃপ্ত এক শত্ৰুঞ্জয় বীৰ ৰণযাত্ৰা সমাপ্ত কৰি ঘৰলৈ উভতি আহিছে। পুত্ৰৰ গৰ্বত গৰীয়সী মাতা আহি সেই বীৰ পুত্ৰৰ ললাটত জয়তিলক আঁকি দিলে। সেই বীৰমাতা কিন্তু মই নহয়।

নীৰব হয় পৃথা। নিস্তব্ধ অন্ধকাৰৰ বতাহ হঠাৎ বীতনিদ্ৰ বিহগৰ ৰৱত সঁহাৰি দি শিয়ৰি উঠে। ধাত্ৰেয়িকাই ব্যস্তভাৱে কয়— ৰাতি পুৱাই আহিল পৃথা। ধাত্ৰেয়িকাৰ হাত এৰি দি পৃথাই নিজৰ চকু দুটা দুই হাতেৰে আবৃত কৰে। নৌকাৰ ৰজ্জু ছিঙি দিয়ে দাত্ৰেয়িকাই। এক পৰিচয়হীন শিশুৰ জীৱন স্পন্দন বহন কৰি এখন নৌকা নিশান্তৰ নদীৰ সোঁতত দূৰান্তৰলৈ ভাহি যায়।

ধাত্ৰেয়িকাৰ ছায়া অনুসৰণ কৰি অৱসন্ন দেহ লৈ ধীৰে ধীৰে ৰাজপ্ৰাসাদৰ ফালে আগবাঢ়ি আহে পৃথা। পূৰ্বদিগন্তত তেতিয়া নৱাৰুণৰ উদয়চ্ছটাই নয়নহৰণ শোভা ছটিয়াই দিছে। পৃথাই ক্ষন্তেকৰ কাৰণে কেৱল সেইফালে এবাৰ চাই যেন অভিমানভৰে মুখ ঘূৰাই নিয়ে। এয়েতো সেই ভয়ঙ্কৰ ভুলৰ সুন্দৰ লগ্ন, যি লগ্নত মনে যাকে বিচাৰে তাকেই গোপনে কাষলৈ মাতিছিল পৃথাই। তাৰেই পৰিণাম এই নিঃশব্দ ক্ৰন্দনৰ বোজা, চিৰজীৱন গোপনে বহন কৰি ফুৰিব লাগিব, অতি সাৱধানে, যেন কোনেও শুনিবলৈ নাপায়।

পৃথাই কয়— বুজিব পাৰিছো, ধাত্ৰেয়িকা।

ধাত্ৰেয়িকা— কি?

পৃথা— ঋষি দুৰ্বাসাই মোক অভিশাপ দিছিল।

—ঃ—

# অগ্নি আৰু স্বাহা

সপ্তৰ্ষিৰ আলয়ৰ পৰা যজ্ঞৰ নিমন্ত্ৰণ আহিছে, আশ্ৰমকুটীৰৰ দ্বাৰ বন্ধ কৰি অগ্নিয়ে যাত্ৰা কৰিলে।

নৱোষাৰ আলোক মাত্ৰ স্ফুৰিত হৈছে, ৰক্তাধৰা পূৰ্বদিগবধূৰ ৰাগময় চুম্বনত গগনকপোল ৰঞ্জিত হৈছে। সেই প্ৰথম জাগ্ৰত প্ৰহৰৰ স্নিগ্ধতাৰ মাজত মনৰ আনন্দত অকলশৰে গৈ আছিল অগ্নি। শ্যাম বনভূমিৰ উপান্ত পাৰ হৈ এক স্ৰোতস্বতীৰ ওচৰত তেওঁ থামিল। গন্ধপাষাণৰ ওপৰেদি ক্ষুদ্ৰ জলধাৰাই সলজ্জ কলহৰ্ষে পুন্নাগকেশৰৰ পুঞ্জ পুঞ্জ উপহাৰ ভহাই লৈ গৈছে। এই জলধাৰাৰ সিপাৰতে চৈত্ৰৰথ কানন, তাৰপিচত শিলাজতু আৰু স্ফটিকেৰে আকীৰ্ণ এক কৃষ্ণশৈলস্থলী, তাৰেই শীৰ্ষত নভঃপুৰীৰ দৰে সপ্তৰ্ষিৰ আলয়।

স্ৰোতস্বতীৰ ওচৰত থিয় হৈ দূৰৈত সপ্তৰ্ষিভৱনৰ ফালে এবাৰ চাই পঠিয়ালে অগ্নিয়ে। কিন্তু কাষতে বনচ্ছায়াৰ লগত মেঘবৰ্ণ প্ৰস্তৰ নিৰ্মিত এটি ভৱনত এক শান্ত প্ৰতিচ্ছবি নীৰৱে থিয় হৈ আছে, তাৰ কথা এবাৰো মনত নপৰে অগ্নিৰ।

কিন্তু সকলো জানে অগ্নিয়ে। এই মেঘবৰ্ণ ভৱনৰ অভ্যন্তৰত মণিময় দীপিকাৰ দৰে ৰূপৰম্যা কুমাৰীৰ হৃদয় অনুৰাগৰ আলোকেৰে ভৰপূৰ হৈ আছে, কিহৰ কাৰণে আৰু কাৰ কাৰণে? এই পথেদি কিমান বাৰ আহি দেখা দি গৈছে সেই নাৰী। পদ্মপত্ৰত লিখা তাইৰ লিপিকা এই পথতে কতবাৰ বুটলি লৈছে অগ্নিয়ে। মুঞ্জ তৃণেৰে ভৰা এই সুকোমল পথতলত কতবাৰ আহি অগ্নিৰ পথ ৰোধ কৰি থিয় হৈছে তাই, তাইৰ আৱেদন অশ্ৰুসজল হৈ উঠিছে কতবাৰ। অগ্নিক ভাল পাইছে এই মেঘবৰ্ণ দক্ষভৱনৰ কন্যা স্বাহাই।

কিন্তু ভাল পাব নোৱাৰে অগ্নিয়ে। স্বাহাই যেন অগ্নিৰ অবাধ আগ্ৰহৰ জীৱনক স্তব্ধ কৰি দিবলৈ বিচাৰে। অগ্নিৰ জীৱনক এই বৃহৎ জগতৰ সহস্ৰ আনন্দৰ বৈচিত্ৰ্যৰ পৰা বঞ্চিত কৰি যেন মকৰাজালেৰে পৰিবৃত এটা ক্ষুদ্ৰ বৃত্তৰ মাজত বন্দী কৰি ৰাখিবলৈ বিচাৰে স্বাহাই, অগ্নিয়ে তেনেকৈ ভাবে। স্বাহাৰ আহ্বান কেৱল পাচফালৰ পৰা মমতা আহ্বানৰ দৰে এটা বাধা বুলি অগ্নিৰ মনত ভাব হয়। গতিকে আজি ইমান ওচৰত থিয় হৈয়ো মেঘবৰ্ণ ভৱনৰ পিনে তেওঁ ভুলতেও এবাৰ চকু তুলি নাচালে।

সেই প্ৰভাতী নীৰৱতাৰ মাজত গন্ধপাষাণৰ ওপৰত প্ৰবাহিত ক্ষুদ্ৰ জলধাৰা পাৰ হবৰ কাৰণে আগুৱাই গৈছিল অগ্নি, কিন্তু হঠাৎ চমকি উঠে আৰু উৎকৰ্ণ হৈ থিয় হৈ থাকে। কাৰোবাৰ মৃদুসঞ্চাৰিত পদধ্বনিৰ ছন্দত তৃণময়

পথতল যেন স্পন্দিত হৈ উঠিছে। পিচমুহূৰ্ততে দেখিলে অগ্নিয়ে, চৈত্ৰৰথ কাননৰ মৃগ নহয়, মেঘবৰ্ণ ভৱনৰ অন্তৰ্লোকৰ পৰা সেই মৃগ নয়নীয়ে যেন এক দুঃস্বপ্ন দেখি হঠাৎ জাগ্ৰত হৈ এই পথেৰে দৌৰি আহিছে। অপ্ৰসন্ন হৈ চাই থাকে অগ্নিয়ে। দক্ষৰ কন্যা স্বাহা আহি অগ্নিৰ পথৰোধ কৰি থিয় হয়।

কুমাৰী স্বাহাৰ কপালত এটি কস্তুৰীতিলক, শেষৰাত্ৰিৰ তাৰকাৰ দৰে গভীৰ শয়নত অ স্পষ্ট হৈ গৈছে, কিন্তু একেবাৰে মছা যোৱা নাই। ইয়াৰ বাহিৰে আৰু কোনো প্ৰসাধন আৰু আভৰণ নাই স্বাহাৰ। যেন ক'বলৈ বিচাৰে স্বাহাই, ভালপোৱাৰ বিনিময়ত ভালপোৱা নাপালে যি, তাইৰনো আৰু প্ৰসাধনৰ কি প্ৰয়োজন? তাইৰো অন্তৰ যেন বৈধব্য-যন্ত্ৰণাৰে ভৰপূৰ হৈ আছে। মিথ্যা তাইৰ কনক-কেয়ূৰ, বৃথা তাইৰ মঞ্জুমঞ্জীৰ আৰু ক্বণৎকাঞ্চীদাম।

এই পথৰে এক পত্ৰযুক্ত তৰুৰ তলত থিয় হৈ দীৰ্ঘ প্ৰতীক্ষাৰ ব্যাকুল মুহূৰ্তৰ মাজত এদিন এই সত্য বুজিছিল স্বাহাই, তাই অগ্নিৰ প্ৰেমত পৰিছে। সেই অনুৰাগৰ প্ৰতীক এই কস্তুৰীতিলক। জীৱনৰ প্ৰথম প্ৰেমবিচলিত কামনাৰ স্মৃতিচিহ্ন এই কস্তুৰী তিলক। আশ্ৰমচাৰী সেই সুন্দৰ পাৱকৰ ওচৰত সেইদিনা দক্ষদুহিতা স্বাহাই তাইৰ জীৱন আৰু যৌৱনৰ আশা নিজমুখে নিবেদন কৰিছিল।

তাৰপিচত এক সায়াহ্নত এই পথৰ পৰাই ব্যৰ্থ আবেদনৰ বেদনা লৈ উভতি গৈছিল স্বাহা। জানি গৈছিল স্বাহাই, তাইৰ সীমন্তৰ শূন্য সৰণি কোনোদিনে সিন্দূৰ-বিন্দুৰ ৰক্তিমাৰে শোভিত নহ'ব। তেনেহলে আৰু এই কেয়ুৰ মঞ্জিৰ আৰু কাঞ্চীদামৰ কাম কি?

তথাপি আজিও পুনৰ দৌৰি আহিছে স্বাহা। বৈধব্যতকৈও বোধহয় ভালপোৱাৰ অপমানত বেছি জ্বালা আছে। প্ৰেমিকৰ মৃত্যুতকৈও বোধহয় বেছি দুঃসহ প্ৰেমৰ মৃত্যু, প্ৰেমিকাৰ ওচৰত!

স্বাহাই কয়— এনেকৈয়ে জানো গুচি যাব লাগে?

কোনো উত্তৰ নিদিয়ে অগ্নিয়ে। কেৱল বিস্মিত হৈ স্বাহাৰ এই নিৰাভৰণ মূৰ্ত্তিৰ পিনে চাই থাকে, যেন স্বেচ্ছাই বনবাসব্ৰত গ্ৰহণ কৰি প্ৰাসাদবাসিনী এই ৰূপমতী কুমাৰীয়ে অকাৰণে তপস্বিনীৰ মূৰ্তি ধৰিছে।

অগ্নিয়ে প্ৰশ্ন কৰে— ই তোমাৰ কি বেশ, স্বাহা?

স্বাহা— এয়েতো মোৰ যোগ্য বেশ।

অগ্নি— কিয়?

স্বাহা— বুজিব পৰা নাই জানো?

অগ্নি— নাই। ৰাজপ্ৰাসাদৰ কুমাৰী কিয় ইমান প্ৰসাধনবিহীনা আৰু নিৰাভৰণা হৈ আছে, বুজিব পৰা নাই।

স্বাহা— ব্যৰ্থ অনুৰাগৰ জ্বালা অঙ্গৰাগৰ প্ৰলেপত শান্ত নহয়, অগ্নি। যাৰ জীৱনৰ নয়নানন্দ এনেকৈ চকুৰ আগেদি অদৃশ্য হৈ যায়, তাইৰ নয়নত কৃষ্ণাঞ্জন শোভা নাপায়। যাৰ কণ্ঠত প্ৰিয়তম জনৰ বৰমাল্য শোভা নাপালে, মনিহাৰ তাইৰ গলত নুশুৱায়।

অগ্নি বিচলিত নহয়। বৰং প্ৰতিবাদ কৰিয়েই কয়— ই তোমাৰ ভুল স্বাহা।

স্বাহা— কিহৰ ভুল?

অগ্নি— মোক ভালপোৱা কিয়? যি ৰাজকুমাৰীয়ে ইচ্ছা কৰিলেই ত্ৰিভুবনৰ যি কোনো ৰত্নবান আৰু ৰূপবানৰ কণ্ঠত বৰমাল্য অৰ্পণ কৰিব পাৰে.. . .।

হাঁহি উঠে স্বাহাৰ— সেই ইচ্ছাই যে নহয়।

অগ্নি— কিয়?

স্বাহা— মই ভাবো, ভালপোৱা মধুপৰ ফুলবিলাস নহয়। এজনৰ পৰা আনজন, নিত্য নতুন অভিসাৰ আৰু বল্লভসন্ধান নাৰীৰ প্ৰেমৰ ৰীতি নহয়, নাৰীৰ ধৰ্মও নহয়।

ঈষৎ ভ্ৰূকুটি কৰে অগ্নিয়ে— নাৰীৰ ধৰ্ম কি?

স্বাহা— একমাত্ৰ এজন পুৰুষক ভালপোৱা।

অপ্ৰসন্ন হৈ উঠে অগ্নি। কি হিংস্ৰ এক ধৰ্মতত্ত্বৰ কথা শান্তভাবে কৈ গৈছে স্বাহাই! এক পুৰুষৰ জীৱনক চিৰকাল কাৰাগাৰৰ পাষাণ প্ৰাচীৰৰ দৰে চাৰিওদিশৰপৰা কেৱল ৰুদ্ধ কৰি ৰাখিব বিচাৰে যি ক্ষুদ্ৰ সংকল্পই, তাৰেই নাম নাৰীৰ প্ৰেম আৰু নাৰীৰ ধৰ্ম।

অগ্নিয়ে কয়— অতি অৰ্থহীন আৰু অতি অসুন্দৰ এই নাৰীৰ ধৰ্ম।

স্বাহা— অকল নাৰীৰ ধৰ্ম কিয়, পুৰুষৰ ধৰ্মও যে সেয়ে।

অগ্নিয়ে বিৰক্ত হৈ প্ৰশ্ন কৰে— কি?

স্বাহা— একনাৰীপ্ৰীতি।

অগ্নি— এই ধৰ্মতত্ত্ব তুমিয়ে স্মৰণ কৰি ৰাখা স্বাহা। মোক বুজিবলৈ নকবা।

স্বাহা— কিয়?

অগ্নি— জীৱনত কোনো নাৰীক ভালপোৱাৰ প্ৰয়োজন মোৰ নাই।

স্বাহা— সিও যে পুৰুষধৰ্ম নহয়।

অগ্নিয়ে উষ্মা বোধ কৰে— মোৰ ধৰ্ম মই জানো।

স্বাহা— আপোনাৰ ধৰ্ম জানো স্বতন্ত্ৰ?

অগ্নি— নিশ্চয়।

চুপ হৈ থাকে স্বাহা, হয়তো সেইটোৱেই সত্য। দীপ্তিমানতনু এই পাৱকৰ ক্ষুধা তৃষ্ণা আৰু আনন্দ হয়তো সাধাৰণৰ দৰে নহয়। সেই কাৰণে ব্যৰ্থ হৈ গৈছে স্বাহাৰ আহ্বান। অন্তৰত যাৰ অনলশিখাৰ আকুলতা, মণিময় দীপিকাৰ প্ৰেম তাৰ ওচৰত ক্ষীণদ্যুতি বুলি ধাৰণা হ'ব নিশ্চয়। দাহিকাৰ জ্বালা পান কৰিবৰ কাৰণে যাৰ নয়নত খৰতৃষ্ণা স্ফুৰিত হয়, প্ৰেমিকা স্বাহাৰ কমনীয় নয়নশ্ৰী তাৰ ওচৰত মূল্যহীন বুলিয়েতো ভাব হ'ব। বক্ষত যাৰ বেদনা নাই তাৰ ওচৰত আবেদনৰ জানো কোনো অৰ্থ আছে?

অগ্নিয়ে কয়— মই যাওঁ।

স্বাহা— ক'লৈ?

অগ্নি— সপ্তৰ্ষিভৱনত যজ্ঞৰ নিমন্ত্ৰণ আছে।

স্বাহা যেন চমকি উঠে, বেদনাৰ্তস্বৰে অনুৰোধ কৰে— নাযাব অগ্নি।

অগ্নি— কিয়?

এই প্ৰশ্নৰ উত্তৰ দিবলৈ নোৱাৰে স্বাহাই, কাৰণ স্বাহাই নিজেই বুজিবলৈ নোৱাৰে, কিয় চমকি উঠিছে তাইৰ মন, কিয় শঙ্কিত হৈছে তাইৰ কল্পনা।

মনত ভাব হয়, অনলশিখাৰ আকুলতা অন্তৰত বহন কৰি অগ্নি যেন চিৰকালৰ বাবে স্বাহাৰ প্ৰেমৰ জগতৰ পৰা আঁতৰি গৈছে, আৰু উভতি নাহিব। কিন্তু এই শঙ্কাৰ অৰ্থও স্পষ্টকৈ বুজিব নোৱাৰে স্বাহাই।

যুক্তিবুদ্ধিহীনা বিমূঢ়াৰ দৰে কেৱল অসহায় অশ্ৰু অধিকতৰ সজল আৰু শঙ্কাকুল স্বৰ অধিকতৰ ব্যাকুল কৰি স্বাহাই অনুৰোধ কৰে— নাযাব। নাজানো কিয়, কেৱল মনত ভাব হয়, বিপন্ন হ'ব আপোনাৰ.......।

ক্ষুব্ধ হয় অগ্নিৰ কণ্ঠস্বৰ— কি বিপন্ন হ'ব? মোৰ জীৱন?

স্বাহা— নাই।

অগ্নি— তেন্তে কি?

ক'বলৈ ইচ্ছা কৰে, কিন্তু ক'ব নোৱাৰে স্বাহাই।

কিন্তু স্বাহাৰ উত্তৰ শুনিবৰ কাৰণে আৰু এক মুহূৰ্ত্তও অপেক্ষা নকৰে অগ্নিয়ে। চতুৰা দক্ষদুহিতা স্বাহাই যেন এক কপত ভয় নয়নত চমকিত কৰি অগ্নিৰ এই শুভ যাত্ৰাৰ আনন্দক শঙ্কিত কৰিবলৈ বিচাৰে। অপাঙ্গে স্বাহাৰ মুখৰ পিনে চাই আৰু নীৰব ধিক্কাৰ নিক্ষেপ কৰি গুচি যায় অগ্নি। ক্ষুদ্ৰ জলধাৰা পাৰ হৈ চৈত্ৰৰথ কাননৰ পথত অদৃশ্য হৈ যায়।

সপ্তঋষিৰ সমাদৰত, সপ্তঋষিপত্নীৰ অভ্যৰ্থনাত, আৰু যজ্ঞত আৰু উৎসৱত অগ্নিৰ জীৱনৰ কেইটিমান দিন হৰ্ষায়িত হৈয়েই যেন হঠাৎ শেষ হৈ যায়। এতিয়া তেওঁ গুচি যাব লগা হ'ব। কিন্তু বুজি পায় অগ্নিয়ে, গুচি যাবলৈ তেওঁৰ সত্ যোৱা নাই।

সপ্তৰ্ষিভৱনৰ যজ্ঞশালাত এতিয়া আৰু ধূম্ৰসৌৰভ নাছিল। উৎসৱৰ প্ৰদীপো নুমাই গৈছে। কোনো কাম নাই, উদ্দেশ্য নাই, তথাপি সপ্তৰ্ষিভৱনতে কালযাপন কৰে অগ্নিয়ে।

জীৱনত এই প্ৰথম বেদনা বোধ কৰিছে অগ্নিয়ে। এই প্ৰথম অনুভৱ কৰিছে, সপ্তৰ্ষিভৱনৰ কিবা এক মায়াই যেন তেওঁক পাচফালৰ পৰা মাতিছে আৰু ধৰি ৰাখিছে। সেইকাৰণে গুচি যাব পৰা নাই অগ্নি। চিৰজীৱন এই ভৱনৰ অন্তৰ্লোক সন্ধান কৰি সেই মায়াৰ ৰহস্য উদ্‌ঘাটন কৰিবলৈ ইচ্ছা কৰে অগ্নিয়ে।

কিন্তু সেইটো যে নিতান্ত অনধিকাৰ, অতিথি অগ্নিৰ পক্ষে আৰু একমুহূৰ্ত্তও সপ্তৰ্ষিভৱনত থকাৰ কোনো প্ৰয়োজন নাই। বিদায়-সম্ভাষণ জনাই গৈছে সপ্তৰ্ষিয়ে—মৰীচি অত্ৰি অঙ্গিৰা পুলস্ত্য পুলহ ক্ৰতু আৰু বশিষ্ঠই। বিদায় প্ৰণাম নিৱেদন কৰি গৈছে সপ্তঋষিপত্নীয়ে—সম্ভূতি অনসূয়া শ্ৰদ্ধা প্ৰীতি গতি সন্নীতি আৰু অৰুন্ধতীয়ে। এই নভঃপুৰীৰ অভ্যন্তৰত, চন্দ্ৰতাৰকাৰ স্নিগ্ধ

আলোকৰ এই সংসাৰত কিহৰ আশাত পৰি থাকিবলৈ বিচাৰে অগ্নিয়ে?

নিজকে প্ৰশ্ন কৰিও কোনো উত্তৰ নাপালে অগ্নিয়ে। অশান্ত মনৰ তাড়নাৰ পৰা যেন পলাই যাবৰ কাৰণে দ্ৰুতপদে সপ্তৰ্ষিভৱনৰ প্ৰাঙ্গণ পাৰ হৈ গুচি যায়। নিস্তব্ধ যজ্ঞশালাৰ দ্বাৰ প্ৰান্তলৈ আহি কিছু সময় স্তব্ধ হৈ থিয় হৈ থাকে। পিছমুহূৰ্ততে যেন এক স্বপ্নলোকৰ পৰা উৎসাৰিত কলহাস্যৰ শব্দ শুনি চমকি উঠে।

যজ্ঞশালাৰ ওচৰত এক লতাগৃহৰ অভ্যন্তৰত বহি মাল্য ৰচনা কৰিছিল সপ্তঋষিপত্নীয়ে। নিষ্পলক নেত্ৰে চাই থাকে অগ্নিয়ে, আৰু এতিয়াহে বুজিব পাৰে, এই স্বপ্নলোকৰে ৰূপামৃত পান কৰিবৰ কাৰণে অন্তৰৰ অনল তৃষ্ণাৰ্ত হৈ উঠিছে। যৌৱনৱতী সাতটি লীলায়িত অঙ্গশোভা। সাতখনি শিথিল উত্তৰীয়, সাতটি বিগলিত বেণী আৰু চঞ্চল সমীৰকৌতুকত উদ্বেলিত সাতখন ৰেচমী বস্ত্ৰ। সপ্ততন্বীৰ হাস্যশিহৰিত দেহ যেন সাতটি শিখা, যাৰ বিচ্ছুৰিত প্ৰভা প্ৰৱল দাহিকা হৈ অগ্নিৰ ধমনিধাৰাত সঞ্চাৰিত হৈ গৈছে। সেই বেদনাত অস্থিৰ হৈ যজ্ঞশালাৰ দ্বাৰপ্ৰন্তৰ পৰা দৌৰি গুচি যায় অগ্নি।

চৈত্ৰৰথ কাননৰ অভ্যন্তৰত এক অনলৰ তৃষ্ণা ঘূৰি ফুৰে। অশ্ৰমলৈ উভতি যাব নোৱাৰে অগ্নি। উভতি যাবলৈ ইচ্ছা নকৰে।

কল্পনা চকুৰে দেখিবলৈ পায় অগ্নিয়ে, দূৰ নভঃপুৰীৰ এক লতাগৃহৰ নিভৃতত সাতটি ৰূপশিখাময়ী দাহিকা। যেন সপ্তঋষিপত্নীৰ তনুচ্ছবি ধ্যান কৰাৰ কাৰণে চৈত্ৰৰথ কাননৰ নিভৃতত নিজকে নিৰ্বাসিত কৰি ৰাখিছে অগ্নিয়ে। এক অসম্ভৱৰ আশাত, অপ্ৰাপ্যৰ তপস্যাত, অনন্ত প্ৰতীক্ষাৰ সঙ্কল্প গ্ৰহণ কৰি বহি থাকিব অগ্নিয়ে। এই প্ৰতীক্ষাত যদি জীৱন শেষ হৈ যায়, ক্ষতি কি ?

ক্ষতি কি, কেনেকৈ বুজিব অগ্নিয়ে? কি ক্ষতি, তেওঁ বুজিব কেনেকৈ, স্নিগ্ধদ্যুতি স্বাহাৰ আহ্বানক জীৱনৰ বাধা বুলি ভাবিছে যিজনে? বুজিবৰ জোখাই হৃদয় ক'ত তেওঁৰ, সপ্তঋষিবধূক অভিসাৰিকাৰূপে পোৱাৰ আশাত চৈত্ৰৰথ কাননৰ নিভৃতত যিজনাৰ অকাঙ্ক্ষা এক ভয়ঙ্কৰ প্ৰতীক্ষাৰ তপস্যাত বহি আছে? নাৰীক প্ৰেমিকাৰূপে নহয়, কেৱল দাহিকাৰূপে লাভ কৰাৰ কাৰণে যি পুৰুষৰ তৃষ্ণা আকুল হৈ আছে, তেওঁ বুজিব কেনেকৈ, ক্ষতি কাৰ?

জীৱনৰ আটাইতকৈ বেছি ক্ষতি হৈছে যাৰ, দক্ষদুহিতা সেই স্বাহাই এদিন শুনিবলৈ পায়, চৈত্ৰৰথ কাননৰ নিভৃতত নিজকে নিৰ্বাসিত কৰি ৰাখিছে অগ্নিয়ে। দূৰ নভঃপুৰীৰ পিনে চাই এক ভয়ঙ্কৰ প্ৰতীক্ষাৰ তপস্যাত সেই সুন্দৰ

পাৱকৰ দিনযামিনীৰ মুহূৰ্তবোৰ দুঃসহ এক দহন-লালসাৰ জ্বালা সহ্য কৰি শেষ হৈ গৈ আছে। বুজিব পাৰে স্বাহাই, তাইৰ সেই আশঙ্কাই এতিয়া সত্য হৈছে। দক্ষৰ মেঘবৰ্ণ ভৱনৰ নিভৃতত কুমাৰী স্বাহাৰ মন বেদনাত ভাগি পৰে।

পুৰুষধৰ্ম নুবুজে, নাৰীৰ প্ৰেমৰ ৰীতিও নুবুজে, এনেকুৱা মানুহৰ জীৱনত যে বনবাসৰ অভিশাপ লাগিব, তাত আচৰিত হ'বলগীয়া একো নাই। মমতাত অসাধৰণ নহয়, প্ৰীতিত অসাধৰণ নহয়, কেৱল অনলভৰা ক্ষুধা-তৃষ্ণা আৰু কামনাত অসাধাৰণ, এনেকুৱা মানুহক সাধাৰণ মানুহে সহ্য কৰিব নোৱাৰে, কোনোদিনে নোৱাৰিবও। এই সত্য উপলব্ধি কৰাৰ জোখাই হৃদয় নাই অগ্নিৰ।

অনুৰাগিণী স্বাহাৰ কস্তুৰীতিলকে যাৰ পৰা কোনো সন্মান নাপালে, একনিষ্ঠাৰ সুন্দৰ আবেদনক লাঞ্ছিত কৰি যি গুচি গৈছে, তেওঁৰ জীৱনৰ মূঢ়তা আজি বহুলিপ্সাৰ অভিশাপৰূপে চৰম হৈ দেখা দিছে। এই পৌৰুষ পৌৰুষ নহয়, এই পৰদাৰ কামনা কামনা নহয়, এই প্ৰতীক্ষা প্ৰণয়ীৰ প্ৰতীক্ষা নহয়, ই কেৱল নিজৰ অনলত নিজকে ভস্মীভূতকৰণ। আত্মহত্যাৰ দৰেই ভয়ানক এই আয়োজনৰ পৰা অগ্নিক কোনে নিবৃত্ত কৰিব পাৰে?

কোনেও নোৱাৰে, অগ্নিক এই অভিশপ্ত নিৰ্বাসনৰ পৰা উদ্ধাৰ কৰিবৰ কাৰণে এই পৃথিৱীৰ কোনো হৃদয়ত কোনো উদ্বেগ কৌতূহল আৰু আগ্ৰহ নাই, কেৱল এটি হৃদয়ৰ বাহিৰে। সেই হৃদয় আজিৰ পৰা এক মেঘবৰ্ণ ভৱনৰ নিভৃতত বেদনাত ভাগি পৰে, অসিতনয়নশোভা অশ্ৰুসজল মেদুৰতাত ভৰি উঠে। এই ক্ষতি অকল স্বাহাৰেই ক্ষতি, আৰু কাৰো নহয়। ইমান দিনৰ মূৰত যেন প্ৰেমিকা স্বাহাৰ জীৱনত সচাঁই এক বৈধব্যৰ ৰিক্ততা চৰম হৈ উঠিব ধৰিছে।

কোনে উদ্ধাৰ কৰিব অগ্নিক? সুন্দৰ পাৱকৰ জীৱনৰ শুচিতাক এই ভয়ানক কলুষৰ আক্ৰমণৰ পৰা কেনেকৈ ৰক্ষা কৰা যায়? এই প্ৰশ্নই যেন স্বাহাৰ ভাবনাৰ অন্ধকাৰত ৰুদ্ধ স্বপ্নৰ দৰে সৰ্বক্ষণ বেদনা সহ্য কৰি থাকে।

শক্তি নাই স্বাহাৰ। নিজৰে এই দুৰ্বলতাক ক্ষমা কৰিব নোৱাৰে স্বাহাই। প্ৰাৰ্থনা কৰে স্বাহাই— ক্ষমা কৰা অদৃষ্টৰ দেৱতা, শক্তি দিয়া হে কালপুৰুষ সকল! হৰণ কৰা সকলো ভয়, হে ভয়হৰণ! কৰা নিঃসঙ্কোচ, কৰা নিৰ্লজ্জ, প্ৰেমিকা স্বাহাৰ জীৱনলৈ পৰম দুঃসাহসৰ অভিসাৰ আনি দিয়া! চৈত্ৰৰথ কাননৰ কাৰাগাৰৰ পৰা সকলো অভিশাপৰ প্ৰাচীৰ চূৰ্ণ কৰি স্বাহাৰ জীৱনবাঞ্ছিতক উদ্ধাৰ কৰি আনিব বিচাৰোঁ, সেই উদ্ধাৰৰ মন্ত্ৰখিনি কৈ দিয়াঁ এই প্ৰণয়ভীৰু

কুমাৰী স্বাহাৰ কাণে কাণে, হে পৰম দৈৱ।

প্ৰতি মুহূৰ্তত স্বাহাৰ অন্তৰত এই আকুল প্ৰাৰ্থনা যেন নীৰৱে ধ্বনিত হৈ থাকে, সেই অসহায় ভ্ৰান্তক উদ্ধাৰ কৰিব লাগিব, সঙ্কল্পত অটল হৈ উঠে স্বাহাৰ মন। কিন্তু মনৰ নিকটত কোনো উপায় বিচাৰি নাপায়। মেঘবৰ্ণ ভৱনৰ চূড়াৰ ওপৰত সন্ধ্যাৰ অন্ধকাৰ ঘনতৰ হৈ দেখা দিয়ে।

নিজৰ মনৰ পথহীন অন্ধকাৰৰ সদৃশ বাহিৰৰ সেই চৰাচৰব্যাপ্ত অন্ধকাৰৰ ফালে নিঃশব্দে চাই থাকে স্বাহাই। তাইৰ জীৱনৰ স্নিগ্ধজ্যোতি প্ৰেম যেন এই বিৰাট অন্ধকাৰৰ কৰাল নিশ্বাসৰ অঘাতত চিৰকালৰ বাবে নুমাই যাবলৈ ধৰিছে। প্ৰেমিকা হৈ যি সুন্দৰ পাৱকক ভাল পাইছে স্বাহাই, পতি ৰূপে যাক পাই জীৱন ধন্য কৰিবলৈ বিচাৰিছে স্বাহাই, তেওঁক উদ্ধাৰ কৰি অনাৰ জোখাই শক্তি নাই স্বাহাৰ। এই ভীৰু প্ৰেমৰ দুৰ্বলতাক ধিক্কাৰ দিয়ে স্বাহাই।

হঠাৎ জ্বালাময় আলোকৰ দৰে অদ্ভুত এক ৰক্তিম আভাৰে আভাময় হৈ উঠে স্বাহাৰ মুখ। সেই অন্ধকাৰৰ সমুদ্ৰত বহু দূৰৈত যেন এক বড়বানলৰ দ্যুতি জ্বলিছে আৰু স্বাহাৰ মুখৰ ওপৰত তাৰে প্ৰতিচ্ছায়া পৰিছে।

নিষ্পলক নয়নে চাই থাকে স্বাহাই, দূৰণিৰ বনগিৰিশিৰত এক দাৱানলৰ জ্বালালীলা জাগিছে। কোনোবা এগৰাকী প্ৰেমিকাৰ ব্যৰ্থ আবেদনৰ বেদনাই যেন দাহিকা হৈ আৰু সকলো লাজ ভয় আৰু বাধা দগ্ধ কৰি প্ৰেমিকৰ বক্ষৰ ওচৰলৈ যাবৰ কাৰণে জগতৰ এই অন্ধকাৰত পথৰ সন্ধান কৰি ফুৰিছে।

দক্ষতনয়াৰ দ্যুতিময় দুটি চক্ষু আৰু প্ৰখৰ হৈ জ্বলি থাকে। যেন উপায় দেখিবলৈ পাইছে স্বাহাই। ব্যস্ত হয় স্বাহা। প্ৰস্তুত হয় স্বাহা।

সফল হৈছে অনলৰ জ্বালাময় তৃষ্ণাৰ প্ৰতীক্ষা। চৈত্ৰৰথ কাননৰ পথত দাহিকাৰ অভিসাৰ আৰম্ভ হৈছে। যেন সঁচাকৈয়ে অগ্নিৰ কামনাময় স্বপ্নৰ কথা শুনিবলৈ পাই সপ্তৰ্ষিভৱনৰ হৃদয়ৰ পৰা এটি এটিকৈ ৰূপৰ শিখা আহি অগ্নিৰ আলিঙ্গনত আত্মসমৰ্পণ কৰিছে।

অনলশিখ অগ্নিৰ ভয়ংকৰ প্ৰতীক্ষা বনপথচাৰিণী অভিসাৰিকাৰ মৃদু মঞ্জীৰৰ নিক্কণত নিতৌ চমকিত হয়। স্নিগ্ধবেণী, কজ্জলিত নয়ন, ৰঞ্জিত অধৰ, কেয়ূৰ-কিঙ্কিণী-কাঞ্চীভূষিতা মনোহৰা একো একোটি মূৰ্তি আহে। স্বচ্ছ ৰেচমী বস্ত্ৰেৰে আবৰিত মদালসমন্থৰ এটি অঙ্গশোভা ঋষিবধূৰ মূৰ্তি ধৰি চৈত্ৰৰথ কাননৰ নিভৃতলৈ প্ৰতি নিশা আহে আৰু হৰ্ষাকুল উৎসৱৰ সৃষ্টি কৰি গুচি যায়।

অন্ধ ভৃঙ্গৰ দৰে সেই নাৰীদেহপুষ্পৰ মধু পান কৰে অগ্নিয়ে। কেৱল দেখিবলৈ নাপায়, সেই মূৰ্তিৰ সকলো ছদ্মসজ্জাৰ মাজত কপালৰ ওপৰত এটি কস্তুৰীতিলক স্পষ্টভাৱে ফুটি আছে।

পৰদাৰকামনাৰ অশুচিতাৰ পৰা প্ৰেমাস্পদৰ জীৱনৰক্ষা কৰিবৰ কাৰণে প্ৰেমিকা স্বাহাৰ জীৱনত বিচিত্ৰ এক কপট অভিসাৰ আৰম্ভ হৈছে। ঋষিবধূৰ ছদ্মমূৰ্তি ধৰি প্ৰতি ৰজনীত চৈত্ৰৰথ কাননৰ নিভৃতলৈ অনলৰ কামনা তৃপ্ত কৰিবৰ কাৰণে যেন দাহিকাৰ উপঢৌকন লৈ যায় স্বাহাই।

ক'ত ভুল হ'ল, ভাবি নাপায় স্বাহাই। সকলো লজ্জা কুণ্ঠা আৰু ভয় মনৰ পৰা মছি পেলাই এক কপট অভিসাৰৰ নায়িকা হৈ উঠে। হওক কপট আৰু কৃত্ৰিম অভিসাৰ! জীৱনত যাৰ বক্ষৰ স্পৰ্শ চিৰন্তন কৰি ৰাখিবলৈ বিচাৰিছে স্বাহাই, ছদ্মবেশে চৈত্ৰৰথ বনৰ এক মোহকুহেলিকাৰ আঁৰালত মুখ ঢাকি তেওঁৰে আলিঙ্গন বৰণ কৰে স্বাহাই। কোনো অশুচিতা বোধ নকৰে।

ব্যৰ্থপ্ৰেমৰ বেদনাৰে ভৰা জীৱনৰ এক ৰঙ্গস্থলীত যেন নাটকৰ নায়িকাৰূপে অভিনয় কৰি ফুৰিছে স্বাহাই। এই ৰঙ্গস্থলীৰ বাট-পথ যি অকৃত্ৰিম অন্ধকাৰে ছাটি ধৰিছে, তাতকৈ বাস্তৱ সত্য আৰু একো নাই, কিন্তু সেই অন্ধকাৰত যি ঋষিবধূৰ মূৰ্তি নিত্য অভিসাৰত আহে আৰু গুচি যায়, তাতকৈ মিথ্যা আৰু একো নাই। এইদৰে এই ৰঙ্গস্থলীত অভিসাৰিকাৰ বেশে এজনী এজনীকৈ দেখা দিছে ঋষিবধূ সম্ভূতি অনসূয়া শ্ৰদ্ধা প্ৰীতি গতি আৰু সন্নীতি। কিন্তু সকলো মিথ্যা, সকলো অলিক, সকলো কপট। ছয় ঋষিবধূৰ ছয় মূৰ্তিৰ মাজত লুকাই থাকে মাথো স্বাহা নামে এক প্ৰেমিকাৰ তনু।

সম্ভূতি, অনসূয়া, শ্ৰদ্ধা, প্ৰীতি, গতি আৰু সন্নীতি - ছয় ঋষিবধূৰ মূৰ্তি ধাৰণ কৰি, চৈত্ৰৰথ কাননৰ ৰাত্ৰিৰ অন্ধকাৰ চলমঞ্জীৰে চঞ্চলিত কৰি ছদ্মবেশিনী অভিসাৰিকা স্বাহা অনলৰ ওচৰলৈ আহিছে আৰু গুচি গৈছে। তৃপ্ত হৈছে অনলৰ জীৱনৰ ছয়টি তৃষ্ণাৰ্ত ৰাত্ৰি। হৃষ্টমানস অনল তথাপি প্ৰতীক্ষাত আছে। কাৰণ, আজিও অহা নাই ঋষিবধূ অৰুন্ধতী। বাকী আছে মাথো ঋষিবধূ অৰুন্ধতী। সপ্তম ৰাত্ৰিৰ আকাঙ্ক্ষা তৃপ্ত হলেই সমাপ্ত হ'ব চৈত্ৰৰথকাননৰ নিভৃতত অগ্নিৰ এই প্ৰতীক্ষাৰ জীৱন, সফলকাম ব্ৰতীৰ দৰে আনন্দমনে গুচি যাব পাৰিব অগ্নি।

দূৰত চৈত্ৰৰথ কাননৰ ৰাত্ৰি শিশিৰবাষ্পেৰে আচ্ছন্ন হৈ আছে। স্বাহাৰ

যাত্ৰালগ্ন আগবাঢ়ি আহিছে, বশিষ্ঠপ্ৰিয়া অৰুন্ধতীৰ ৰূপানুৰূপিণী হৈ ছদ্মসজ্জা ধাৰণ কৰিছে স্বাহাই।

যাত্ৰা কৰে অভিসাৰিকা স্বাহা। যাত্ৰা কৰে এক মিথ্যা অৰুন্ধতী। কিন্তু যাবলৈ? কয়ে যেন বাধা পায় স্বাহাই।

যিটো কোনোদিনে হোৱা নাই সেইটোৱে হয়। মনৰ গভীৰত কোনোবাই যেন প্ৰতিবাদ কৰি উঠে— ভুল কৰিছা স্বাহা।

তথাপি আগবাঢ়ি যায় স্বাহা। কিন্তু পদমঞ্জৰীত সুন্দৰ ধ্বনি আৰু নাবাজে, গতিকে ছন্দ হেৰায়। বিস্মিত হৈ পথৰ ওপৰত থমকি ৰয় স্বাহাই, মনত ভাব হয়, কাণে কাণে কোনোবাই যেন হঠাতে কৈ গুচি গ'ল— অন্যায় কৰিছা স্বাহা।

তথাপি আগুৱাই যায় আৰু চৈত্ৰৰথ কাননত প্ৰবেশ কৰে স্বাহাই। পথৰ কণ্টকগুল্মই যেন পাচফালৰ পৰা স্বাহাৰ চেলাঞ্চল টানি ধৰে— অপমান নকৰিবা স্বাহা।

স্তব্ধ হৈ থিয় হৈ থাকে স্বাহা। কাৰ অপমান? কিহৰ অন্যায়? ক'ত ভুল? স্বাহাৰ সমস্ত মন দুঃসহ এক শঙ্কাত শিহৰিত হৈ উঠে।

ভুল কৰি অতি নিৰ্লজ্জভাৱে জগতৰ নাৰীধৰ্মকে জানো অপমানিত কৰা নাই স্বাহা? তেওঁৰ দেহমন জানো এক অশুচি স্পৰ্শত কলুষিত হৈ উঠা নাই? বুজিবলৈ নোৱাৰে স্বাহাই, কিয় আজি এই সন্দেহে বাৰে বাৰে প্ৰশ্ন ক ৰি তাইৰ অভিসাৰৰ দুঃসাহস ছিন্ন কৰি দিছে। বনপথৰ ওপৰত চুপ হৈ থিয় হৈ থাকে স্বাহা।

নিজৰ ছদ্মসজ্জাৰ ফালে চাই অকস্মাৎ চমকি উঠে স্বাহা। ই যে পতিপ্ৰিয়া অৰুন্ধতীৰ ৰূপানুৰূপিণী এক মূৰ্তি! ই যে এক শুদ্ধানুৰাগিণী পতিব্ৰতাৰ মূৰ্তি!

বনপথৰ ওপৰত অসহায়ৰ দৰে বহি পৰে স্বাহা । নাই, আৰু নোৱাৰিব স্বাহাই, আৰু শক্তি নাই স্বাহাৰ, পতিপ্ৰাণা বশিষ্ঠপ্ৰিয়া অৰুন্ধতীক অপমান কৰিব নোৱাৰিব স্বাহাই। লোকপূজ্যা সেই সতী নাৰীৰ কৃত্ৰিম মূৰ্তিক অভিনয়ৰ ছলেও পৰপুৰুষৰ কামনাৰ ওচৰত সঁপি দিব নোৱাৰিব।

যেন এই ছদ্মবেশৰ নিবিড় বন্ধনৰ মাজত বন্দিনী হৈ বহি থাকে স্বাহা। অনুভৱ কৰে, এই ছদ্মবেশৰ স্পৰ্শই যেন ধীৰে ধীৰে তাইৰ অন্তৰৰ গভীৰত

বিপুল এক মোহ সঞ্চাৰিত কৰিছে। এই ৰীতি প্ৰেমিকাৰ ৰীতি নহয় স্বাহা! যেন কাৰোবাৰ এক স্নিগ্ধ ধিক্কাৰ শুনি লজ্জিত হয় অভিসাৰিকাৰ সলজ্জ দুঃসাহস।

কান্দি পেলায় স্বাহাই। এনেকৈ কোনোদিনে কন্দা নাই স্বাহাই। ইমান স্পষ্টকৈ নিজৰ ভুল আৰু ক্ষতিৰ কথা কোনোদিনে বুজিব পৰা নাই। তাইৰ প্ৰেমাস্পদ সুন্দৰ পাৱকক শুচিতাময় এক প্ৰেমৰ দীক্ষা দিব পৰা নাই স্বাহাই, বৰং ভুল কৰি বহু ছদ্মৰূপে সঙ্গ দান কৰি প্ৰেমিকৰে পৌৰুষ কলুষিত কৰি আহিছে। এই ৰীতি নাৰীপ্ৰেমৰ ৰীতি নহয়, প্ৰেমাস্পদৰ প্ৰতি প্ৰেমিকাৰ কৰ্তব্য নহয়।

চৈত্ৰৰথ কাননৰ বনপথৰ একান্তত এক কৃত্ৰিম অৰুন্ধতীৰ অন্তৰ যেন অনুতাপত দগ্ধ হ'বলৈ ধৰে। একনিষ্ঠ প্ৰেমৰ নাৰী বশিষ্ঠপ্ৰিয়া অৰুন্ধতীৰ দৰে এই ৰূপসজ্জা, আননৰ এই চন্দনৰোচনা আৰু হাতৰ এই শঙ্খবলয়, থালৰ এই অৰ্ঘ্যপুষ্প আৰু ভৃঙ্গাৰকৰ এই সলিলে যেন আঘাত দি স্বাহাৰ অন্তৰৰ ৰূপ বদলাই দিছে। ভাঙি দিছে ভুল, স্মৰণ কৰাই দিছে নাৰীধৰ্মৰ ৰীতি। অভিনয়ৰ মাজতে যেন হেৰাই গৈছে স্বাহা।

চুপ হৈ বহি থাকে স্বাহা। চৈত্ৰৰথ কাননৰ এই অন্ধকাৰে যেন তাইৰ সমস্ত জীৱনৰ পথ ভুল কৰি দিছে। মেঘবৰ্ণ দক্ষভৱনৰ স্নেহনীড়লৈ এতিয়া আৰু উভতি যোৱাৰ পথ নাই। কাৰণ, স্বাহাৰ অন্তৰ্লোকত এক শিশুপ্ৰাণৰ সঞ্চাৰ হৈছে, এই নিভৃতত বক্ষোবেদনাৰ প্ৰতিটো স্পন্দনত তাৰ উমান পাইছে কুমাৰী স্বাহাই। সকলো ফালৰ পৰা ক্ষতি আৰু অখ্যাতি আহি আজি পূৰ্ণ কৰি তুলিছে কুমাৰী স্বাহাৰ জীৱন।

মধ্যৰজনীৰ ক্ষীণ চন্দ্ৰলেখাই চৈত্ৰৰথ বনৰ পুষ্প গুল্ম আৰু লতাৰ ওপৰত জ্যোৎস্না ছটিয়াই আলোছায়াৰ মায়া সৃষ্টি কৰে। মুখ তুলি চায়, যেন পলাই যাবৰ কাৰণে পথ বিচাৰিছে স্বাহাই। ৰক্ষা কৰিব নোৱাৰিলে অগ্নিক, ৰক্ষা কৰিব নোৱাৰিলে নিজকে, কিন্তু সকলো ক্ষতি আৰু অপমানৰ অভিশাপৰ পৰা এটি শিশুপ্ৰাণক মাতৃস্নেহৰ দ্বাৰা ৰক্ষা কৰিবৰ কাৰণে আজি সকলোৰে অগোচৰে দূৰান্তৰ এক নিবিড়তম বনবাসৰ অন্ধকাৰলৈ স্বাহা যাব লাগিব। তাৰ কাৰণেই যেন পথ বিচাৰিছে স্বাহাৰ সিক্ত চক্ষুৰ দৃষ্টিয়ে।

হঠাৎ চমকি উঠে স্বাহা। কাৰোবাৰ পদশব্দ? বনচৰ মৃগ নহয়, মৃগয়াজীৱী ব্যাধ নহয়, তেনেহ'লে কোন এই অশান্ত, স্বপ্নোদ্‌ভ্ৰান্তৰ দৰে পথ ভুল

কৰি এই ফালে অগবাঢ়ি আহিছে?

চিনিব পাৰে স্বাহাই, আৰু বনপথৰ ওপৰত শ্ৰান্তালস দেহ স্তব্ধ কৰি লৈ অপলক দৃষ্টি তুলি চাই থাকে, হয়, তেৱেঁই আহিছে। মঞ্জীৰধ্বনি শুনিবলৈ নাপাই এক উৎকৰ্ণ আকুলতাই যেন বনপথ ধৰি কাৰোবাক সন্ধান কৰিবৰ কাৰণে আগুৱাই আহিছে।

আৰু ওচৰলৈ আগুৱাই আহে সেই অস্থিৰ পদশব্দ, স্বাহাৰ সম্মুখলৈ আহি ক্ষণিকৰ কাৰণে শান্ত হৈ থিয় হয়। তাৰ পিছত আগ্ৰহেৰে প্ৰশ্ন কৰে— কোন তুমি?

স্বাহা— মই অৰুন্ধতী।

অগ্নিৰ কণ্ঠস্বৰত ব্যাকুল উল্লাস ধ্বনিত হয়— তুমি অৰুন্ধতী!

স্বাহা— হয়, কিন্তু তুমি কোন?

অগ্নি— মই অগ্নি।

স্বাহা— তুমি অভিশাপ। তুমি অশুচি। হীনপৌৰুষ প্ৰেমহীন পাৰদাৰিক তুমি। মোৰ সম্মুখৰ পৰা আঁতৰি যোৱা।

প্ৰখৰ দৃষ্টি তুলি চাই থাকে অগ্নিয়ে। বুজিবলৈ চেষ্টা কৰে, চৈত্ৰৰথ কাননৰ আলোছায়াৰ ৰহস্যৰ মাজত ই কোন নতুন ছলনা আহি প্ৰৱেশ কৰিছে?

অৰুন্ধতীৰূপিণী স্বাহাৰ মুখৰ ফালে চাই থাকে অগ্নিয়ে। দুৰ্বোধ এক বিস্ময়ত আহত হৈ তেওঁৰ দুই চকুৰ কৌতূহল কঁপিবলৈ ধৰে। হঠাৎ চমকি উঠে, আৰু চীৎকাৰ কৰে অগ্নিয়ে।— স্বাহা!

এতিয়া আৰু বুজিবলৈ বাকী নাই অগ্নিৰ, কপট অভিসাৰত ছলিত হৈছে চৈত্ৰৰথ কানন, ছলিত হৈছে তেওঁৰ প্ৰতীক্ষাৰ তপস্যা। মিথ্যা উপহাৰত ছলিত হৈছে তেওঁৰ অনলশিখ বক্ষৰ আগ্ৰহ। চন্দনৰোচনা আৰু শঙ্খবলয়েৰে ভূষিতা এই নাৰীৰ কপালত অঙ্কিত সেই কস্তুৰীতিলক স্পষ্টকৈ দেখিবলৈ পাইছে অগ্নিয়ে। কঠোৰ স্বৰে আকৌ তেওঁ আহ্বান কৰে— স্বাহা!

অগ্নিৰ ক্ৰুদ্ধ আহ্বান শুনি উঠি থিয় হয় স্বাহা।

অগ্নিয়ে কয়— ইমান ডাঙৰ ছলনা কৰি কিয় মোক অপমানিত কৰিলা স্বাহা?

স্বাহা— নাজানো কিয় কৰিছোঁ। ভুল কৰিছোঁ। ক্ষমা কৰাঁ।

অগ্নি— ক্ষমা নহয়।

স্বাহা— দিয়া অভিশাপ। কেৱল এট আশীৰ্বাদ কৰা .......।

বিস্মিত হৈ চাই থাকে অগ্নিয়ে। অগ্নিক প্ৰণাম কৰি স্বাহাই কয়— কেৱল এটা আশীৰ্বাদ কৰা, তোমাৰ সন্তানক যেন সকলো ক্ষতি আৰু অখ্যাতিৰ পৰা ৰক্ষা কৰিব পাৰো।

চৈত্ৰৰথ কাননৰ আলোছায়া যেন দুৰ্বোধ্য এক স্বপ্নলোকৰ ৰূপ লৈ আৰু ৰহস্যময় হৈ উঠে। তাৰেই মাজত স্তব্ধ হৈ থিয় হৈ থাকে অগ্নি। যেন তেওঁৰ জীৱনৰ সমস্ত অনলশিখাৰ তৃষ্ণা স্তব্ধ হৈ গৈছে। তেওঁৰ পথভ্ৰান্ত পৌৰুষৰ জীৱনক শুচিতাহীনতাৰ পাপৰ পৰা ৰক্ষা কৰিবৰ কাৰণে কুমাৰী হৈও নিজ দেহৰ পৰা দাহিকাৰ উপহাৰ দি সকলো জ্বালা সহ্য কৰিছে যি, তেওঁৰে সন্তানৰ মাতা হোৱাৰ পথ লৈছে যি, তাইৰ কপালত চিৰন্তন হৈ ফুটি আছে এটি প্ৰেমৰ কস্তুৰীতিলক।

অগ্নিয়ে আহ্বান কৰে— স্বাহা!

কিন্তু ক'ত স্বাহা? অগ্নিক প্ৰণাম কৰি এই আলোছায়াৰ ৰহস্যৰ মাজত অদৃশ্য হৈ গৈছে, গুচি গৈছে অগ্নিৰ প্ৰেমাভিলাষিণী স্বাহা।

অসহায়ভাৱে বেদনাপীড়িত কণ্ঠস্বৰে সমস্ত বননিত প্ৰতিধ্বনি তুলি অগ্নিয়ে মাতে— স্বাহা! স্বাহা!

চৈত্ৰৰথ কাননত বছৰৰ পিচত বছৰ ধৰি শীত-গ্ৰীষ্ম আৰু বৰ্ষা-বসন্তৰ খেলা শেষ হয়। তাৰ মাজত অহৰহ এটি আকুল প্ৰতিধ্বনিয়ে কেৱল পোহৰ অন্ধকাৰ আৰু বতাহ বেদনাৰ্ত কৰি দৌৰা-দৌৰি কৰি ফুৰে— স্বাহা! স্বাহা!

সঁচাই এক অনন্ত প্ৰতীক্ষাৰ তপস্যা কৰিছে অগ্নিয়ে। কপালত কস্তুৰী তিলক, স্নিগ্ধদ্যুতিৰূপিণী এক নাৰী এই পথেদি ঘূৰি আহি দেখা দিব কেতিয়া? স্বাহা! স্বাহা! আগ্নেয়জননী স্বাহা! পিতৃহৃদয়ৰ শূন্যতা, শুদ্ধপৌৰুষ পতিহৃদয়ৰ শূন্যতা দূৰ কৰিবৰ কাৰণে যেন এক বাঞ্ছিতাৰ উদ্দেশে সাগ্ৰহ আহ্বান-মন্ত্ৰ চৈত্ৰৰথ কাননৰ সমীৰত নিৰন্তৰ মন্ত্ৰিত হয়। স্বাহা! স্বাহা! মোৰ আশ্ৰমৰ গৃহিণীৰূপে আহাঁ! মোৰ গাৰ্হপত্যৰ একমাত্ৰ শিখাৰূপে আহাঁ! আহাঁ প্ৰিয়া স্বাহা!

সেই এক প্ৰেমিকা নাৰীৰ কামনাৰ পুণ্য স্পৰ্শকে অনন্তকাল আহ্বান কৰিব অগ্নিয়ে — স্বাহা! স্বাহা!

# চ্যৱন আৰু সুকন্যা

বল্মীক নহয়, বল্মীকৱৎ এক তপস্বীৰ শৰীৰ। দীৰ্ঘকাল তপস্যাৰ ক্লেশত অভিভূত দেহ, যেন জৰাপ্ৰাপ্ত ত্বগস্থিৰ এটা ধূলি-মাকতিৰ স্তূপ। অপহৃত হৈছে যৌৱন, নিৰুদক সৰোবৰৰ দৰে শুকান সেই অৱয়বৰ পৰা অপসৃত হৈছে তাৰুণ্যসুলভ কান্তিৰ শেষ কল্লোল। আপোন বক্ষৰ অগ্নিত আপুনি দগ্ধীভূত শমীবৃক্ষৰ দুটা শাখাৰ দৰে দুটা অঙ্গাৰবৰ্ণ বাহু, ভৃগুতনয় চ্যবনে সেই কাননৰ নিভৃতত শিলাসনত বহি ভাবিছিল, ইমানদিনৰ মূৰত তেওঁৰ মনস্কামনা সিদ্ধ হৈছে। বিপুল তপঃক্লেশৰ পুণ্যত ইমানদিনে তেওঁৰ তগস্থিশোণিতৰ সকলো কামনাৰ অৱলেশ ক্ষয় হৈ যোৱা বুলি ভাবিছিল। এই বুকুত তৃষ্ণা নাই, এই চকুত কৌতূহল নাই, সংসাৰৰ কোনো ৰূপ আৰু মায়াক আলিঙ্গন দান কৰিবৰ কাৰণে এই দুই বাহুত কোনো স্পৃহা নাই।

হঠাৎ কানন নিভৃতৰ সমীৰত যেন কাৰোবাৰ চলোচ্ছল চৰণযুগলৰ মঞ্জীৰ ধ্বনিত হয়। আৰু সেই ধ্বনিৰ স্পৰ্শত হঠাৎ আহত হৈ শুষ্ক বল্মীকৰ পঞ্জৰ কঁপি উঠে। উৎকৰ্ণ হৈ তৰুচ্ছায়ামেদুৰ বনপথৰ তৃণভূষিত ৰেখাৰ ফালে চাই থাকে চ্যবনে।

কিছু সময় আগতেই সহস্ৰ মত্তকণ্ঠৰ উল্লাসে এই শান্ত বনভূমিৰ নীৰৱতা ভঙ্গ কৰি গুচি গৈছে। জানে চ্যৱনে, নৃপতি শৰ্যাতি আজি বসন্তমৃগয়াৰ আমোদ উপভোগৰ কাৰণে কাননত প্ৰৱেশ কৰিছে। লগত আছে লক্ষ্য ভেদনিপুণ শত শত ধনুৰ্ধৰ সৈনিক। আছে চামৰগ্ৰাহিণী কিঙ্কৰী আৰু কৰঙ্কবাহক কিন্নৰ। আছে সঙ্গীতপৰায়ণ সুত মাগধ আৰু চাৰণ। সৈনিকৰ হৰ্ষ কলৰব আৰু জয়নাদ, আৰু সুত-মাগধ-চাৰণৰ সুমধুৰ গীতস্বৰ আৰু স্নিগ্ধ বেণুপ্ৰনাদ শুনিছে চ্যৱনে। কিন্তু সেই ধ্বনি শুনি বল্মীকৱৎ তপস্বীৰ বক্ষঃপঞ্জৰৰ শান্তি শিহৰিত হোৱা নাই। তেওঁৰ এই কৌতূহলহীন স্পৃহাহীন আৰু কামনাহীন নিভৃত জীৱনৰ নেপথ্যক কেৱল ক্ষণকালৰ কাৰণে ক্ষুব্ধ কৰি আঁতৰি গৈছে সেই ধ্বনি। চঞ্চলিত হোৱা নাই চ্যবনৰ চিন্তাৰ বিৰাগ।

কিন্তু ই কি অদ্ভুত ধ্বনি! স্ফুটকুসুমৰ বৰ্ণে আৰু সৌৰভে পৰিকীৰ্ণ এই বনস্থলীৰ বসন্ত যেন গুঞ্জিত হৈ উঠিছে। যেন পিকনাদপীয়ূষে মদিৰায়িত এক যৌৱনাবেগ মঞ্জীৰিত হৈ ছুটি মাৰি আহিছে। বোধহয়, খঞ্জনৰ চঞ্চলতা লৈ দুটি কজ্জলিত নয়ন এই মধুমাসমদ কাননৰ অন্তৰক অন্বেষণ কৰিবলৈ আগবাঢ়ি আহিছে। নাইবা, শ্যামশোভাবিহ্বলা এক মায়ামৃগবধূৰ চৰণত কোনোবাই নূপুৰ পিন্ধাই দিছে। চঞ্চল উদ্দাম আৰু মধুৰ সেই শব্দ।

আহিছে। নাইবা, শ্যামশোভাবিহ্বলা এক মায়ামৃগবধূৰ চৰণত কোনোবাই নূপুৰ পিন্ধাই দিছে। চঞ্চল উদ্দাম আৰু মধুৰ সেই শব্দ।

যি চকুত কৌতূহল নাছিল,সেই চকু কৌতূহলত দীপ্ত হৈ উঠিল। দেখিবলৈ পায় চ্যবনে, বিপুল লাস্যে লীলায়িততনু আৰু ৰূপমঞ্জু লা এক নাৰীয়ে লতাকুঞ্জৰ পৰা তুলি অনা ফুলবোৰ দুই হাতেৰে অৱলীলাক্ৰমে ছটিয়াই ছটিয়াই নৰ্তিত পুষ্পোৎসৱৰ দৰে আগবাঢ়ি আহিছে। যৌৱনান্বিতা বনভূমিৰ শোভাক যেন ৰূঢ় কটাক্ষে তুচ্ছ কৰি আগবাঢ়ি আহিছে এক নাৰীৰ মত্ত যৌৱনৰ অহংকাৰ। চঞ্চলা ভুজঙ্গাঙ্গনাৰ দৰে এটি বেণীয়ে সাগ্ৰহে মেৰিয়াই ধৰিছে সেই নাৰীৰ কণ্ঠ দেশ, যেন চঞ্চল হৈ আছে পুৰুষহৃদয় দংশনৰ কাৰণে উৎসুক এক বাসনা। বোধহয় দৰদলিত কোকনদৰ ৰক্তাভ কোমলতাৰে নিৰ্মিত হৈছে তাইৰ পদতল। লাৱণ্যগৰীয়সী নাৰীৰ নীলাংশুক বসনৰ আঁচল সমীৰশিহৰিত ধ্বজা এখনৰ দৰে বতাহত উৰিছে।

ওচৰলৈ আহি থিয় হৈছে নাৰী। কিন্তু দেখিও গম পোৱা নাই নাৰীয়ে যে যি বল্মীকৰ ওচৰলৈ আহি তাই এতিয়া থিয় হৈ আছে; সেই বল্মীক আচলতে বল্মীক নহয়। কল্পনাও কৰিব নোৱাৰে সেই নাৰীয়ে যে তাই এতিয়া দুটি জীৱন্ত চকুৰ ওচৰলৈ আহি থিয় হৈ আছে। বসনবন্ধন স্খলিত কৰি অঙ্গত পুষ্পৰজঃ লেপন কৰে পুষ্পতকৈও অধিক কমনীয় দেহৰ নাৰীয়ে।

— কোন তুমি কুমাৰী?

যেন নিভৃতৰ এক তৰুচ্ছায়াই হঠাৎ প্ৰশ্ন কৰিছে। চকিত হস্তে বিবৃত বৰাঙ্গৰ শোভা নীলবস্ত্ৰেৰে আবৃত কৰে আৰু বিস্ময়াভিভূত নেত্ৰে চতুৰ্দিকে নিৰীক্ষণ কৰে নাৰীয়ে।

— কোন তুমি অনুপমা ?

পুনৰ প্ৰশ্ন। বোধহয এই নিভৃতৰ এক বৃক্ষৰ কন্দৰৰ পৰা ধ্বনিত হৈছে এই প্ৰণয়সম্বোধন। আতঙ্কিতৰ দৰে আৰ্তনাদ কৰি উঠে নাৰীয়ে—

কোন তুমি অবয়বহীন?

—মই তপস্বী চ্যবন।

এতিয়া বল্মীকৰ পিনে দৃষ্টিপাত কৰি নাৰীয়ে বুজি পায়, এই বল্মীক সঁচা-সঁচি বল্মীক নহয়। জীৰ্ণ বল্মীকৱৎ জৰাধূলিসমাচ্ছন্ন আৰু বিগতযৌৱন

এক তপস্বীৰ দেহ। তাইৰ পিনে চাই আছে সেই তপস্বীৰ চকুৰে। তপস্বী চ্যবনৰ দুই চকুত তীক্ষ্ণ আৰু উজ্জ্বল দুটি দৃষ্টি জ্বলিছে।

নাৰীয়ে কয়—মই নৃপতি শৰ্যাতিৰ দুহিতা সুকন্যা।

চ্যবন— তুমি ধন্যা, তপস্বী চ্যবনৰ মনোহাৰিণী হে বিপুল যৌৱনা ! তোমাৰ নীলবৰ্ণ বসনৰ আঁচলে তোমাৰেই অঙ্গ সৌগন্ধ্যৰ স্পৰ্শ দান কৰি মোৰ এই নিভৃতজীৱনৰ নিঃশ্বাসসমীৰ সুৰভিত কৰিছে।

ভ্ৰূভঙ্গী কঠোৰ কৰি সুকন্যাই কয়— আপোনাৰ ভাষণত বিস্ময় বোধ কৰিছো ঋষি।

চ্যবন— কিহৰ বিস্ময়?

সুকন্যা— আপুনি তপস্বী, আপুনি বয়ঃপ্ৰবীণ, আপুনি জৰাগ্ৰস্ত। আপোনাৰ দেহ আছে, কিন্তু দেহত প্ৰাণ আছে বুলি মনে নকয়। আপোনাৰ নিঃশ্বাস আছে, কিন্তু সেই নিঃশ্বাসত সমীৰ আছে বুলি বিশ্বাস কৰিব নোৱাৰি। দাবদগ্ধ বৃক্ষৰ দৰে অঙ্গাৰ হৈ গৈছে আপোনাৰ যৌৱন। তেনেহ'লে কিয় আৰু কিহৰ আশাত এক বিপুলযৌৱনাৰ প্ৰতি প্ৰণয় নিবেদন কৰিছে,ঋষি?

চ্যবন— তোমাৰ বিস্ময় মিথ্যা নহয়, সুকন্যা। দীৰ্ঘ তপঃক্লেশত ক্ষয় হৈছে মোৰ দেহ, কিন্তু আজি বুজিব পাৰিছো, ক্ষয় হোৱা নাই মোৰ কামনা। মোৰ দেহত জৰা, কিন্তু মোৰ অন্তৰত জৰা নাই। মোৰ দেহত কামনা নাই, কিন্তু মোৰ মনত কামনা আছে, কামিনী শৰ্যাতিতনয়া।

সুকন্যা— কিন্তু সেই কামনা যে নিতান্ত নিৰৰ্থক। আপুনি পক্ষহীন বিহগৰ দৰে, পত্ৰহীন বিটপীৰ দৰে আৰু তৈলহীন প্ৰদীপৰ দৰে অক্ষম কামনাৰ আধাৰ মাত্ৰ। মোক প্ৰণয় নিবেদন কৰি কি লাভ হ'ব আপোনাৰ? অঙ্ক শোভিত কৰিলে কি পৰিতৃপ্ত লাভ কৰিব আপুনি?

চ্যবন— তোমাৰ সান্নিধ্য আৰু তোমাৰ স্পৰ্শই মোৰ পৰিতৃপ্তি। মই মোৰ নিমেষহীন চকুৰ দৃষ্টিৰে তোমাৰ সুহাসিত বিম্বাধৰপ্ৰভা কুন্দাভ দন্তৰুচিজ্যোৎস্না চিৰক্ষণ পান কাৰি পৰিতৃপ্ত হ'ম।

সুকন্যা— কেনেকৈ পৰিতৃপ্ত হ'ব, হে জৰায়িতদেহ তপস্বী ? আপোনাৰ দেহ যে তৃষ্ণা ধাৰণতো অক্ষম।

চ্যবন— পৰিতৃপ্ত হ'ব মোৰ মন। তৃষ্ণা আছে মোৰ মনত।

সুকন্যা— কুৎসিত এই তৃষ্ণা।

ভ্ৰূকুটি কৰে চ্যবনে— তপস্বী চ্যবনৰ প্ৰতি নিন্দাবাদ প্ৰকাশৰ দুঃসাহস সম্বৰণ কৰা, শৰ্যাতিতনয়া সুকন্যা।

ভ্ৰূকুটি কৰে সুকন্যাই— আপুনি মোৰ প্ৰতি আপোনাৰ জৰাগ্ৰস্ত প্ৰণয় নিবেদনৰ উৎসাহ সম্বৰণ কৰক তপস্বী ।

চ্যবন— ভাৰ্গৱ চ্যবনৰ পত্নী হ'বা তুমি, তোমাৰ এই সৌভাগ্য বিনষ্ট নকৰিবা।

হাঁহি উঠে সুকন্যাৰ— আপোনাৰ পতিত্ব স্বীকাৰ কৰি যৌৱনিত জীৱনৰ অপমান সহ্য কৰাৰ দুৰ্ভাগ্য বৰণ কৰিবলৈ নিবিচাৰোঁ।

চ্যবন— পাহৰি নাযাবা, তোনাৰ এই অহংকাৰ চূৰ্ণ কৰাৰ শক্তি তপস্বী চ্যবনৰ আছে।

সুকন্যা— থাকিব পাৰে, কিন্তু মোৰ অননুৰাগ চূৰ্ণ কৰাৰ শক্তি নাই আপোনাৰ। ঘৃণ্য আপোনাৰ প্ৰস্তাৱ।

— ঘৃণ্য? ক্ৰোধোদ্দীপ্ত স্বৰে চীৎকাৰ কৰি প্ৰশ্ন কৰে চ্যবনে।

সুকন্যা— হয় তপস্বী, জৰাক ঘৃণ্য বুলি নাভাবি নোৱাৰে যৌৱনে।

গুচি যাবলৈ ধৰিছিল সুকন্যা। চ্যবনে আহ্বান কৰে— শুনি যোৱাঁ, সুকন্যা।

— কওক।

— এবাৰ চাই লোৱা মোৰ ফালে।

— দেখিছো।

— কি দেখিলা?

— ক্ৰোধোদ্দীপ্ত দুটি চক্ষু।

— দেখি ভয় লগা নাই জানো?

— দেখি ঘৃণা বোধ কৰিছো।

হঠাৎ দুই চক্ষু মুদ্রিত কৰে চ্যবনে। যেন এই যৌৱনগর্বিতা নাৰীয়ে ঘৃণাভৰে তেওঁৰ দুই চক্ষু তীক্ষ্ণ কণ্টকেৰে বিদ্ধ কৰি দিছে।

চ্যবনে কয়— যোৱাঁ।

কান্দিছিল সুকন্যাই। কিন্তু নৃপতি শৰ্যাতিয়ে ক'লে— নাই, আৰু কোনো উপায় নাই কন্যা। ভাৰ্গৱ চ্যবনৰ ৰোষ আৰু অভিশাপৰ পৰা ৰক্ষা পৰাৰ আন কোনো উপায় নাই।

সুকন্যা— তনয়াৰ প্ৰতি কিয় ইমান কঠোৰ হ'ল পিতা?

শৰ্যাতি— তোমাৰেই আচৰণত ৰুষ্ট হৈছে চ্যবন।

সুকন্যা— মোৰ আচৰণত কি অপৰাধ আৰু কিহৰ অন্যায় দেখিলে?

অকস্মাৎ অশ্ৰুধাৰাৰে প্লাৱিত হয় শৰ্যাতিৰ নয়ন। বেদনাভিভূত স্বৰে তেওঁ কয়— তোমাৰ অপৰাধ হোৱা নাই সুকন্যা। কিন্তু, ক্ৰুদ্ধ চ্যবনৰ অভিশাপত আমাৰ ৰাজ্যৰ সকলো সৈনিক অকস্মাৎ ব্যাধি আৰু জৰাত আক্ৰান্ত হৈছে। তোমাৰ দৰ্প পৰাভূত কৰাৰ কাৰণে নৃপতি শৰ্যাতিৰ ক্ষত্ৰবলদৰ্প চূৰ্ণ কৰি দিছে চ্যবনে। মোৰ ৰাজ্য লুপ্ত হ'ব, মোৰ এই গৌৰৱৰ কিৰীট ভূমিসাৎ হ'ব, মোৰ প্ৰজাৰ সংসাৰৰ পৰা সকলো হৰ্ষ আৰু আনন্দ নোহোৱা হ'ব, এই ভয়ানক অভিশাপ তুমিয়েই অপসাৰিত কৰিব পাৰা।

সুকন্যা— যদি চ্যবনৰ ওচৰলৈ গৈ ক্ষমা প্ৰাৰ্থনা কৰোঁ, তেনেহ'লে তেওঁ জানো মোক ক্ষমা কৰি তুষ্ট নহ'ব?

শৰ্যাতি— নাই তনয়া, তেওঁ তোমাক শাস্তি নিদিয়াকৈ তুষ্ট নহ'ব।

সুকন্যা— শাস্তি?

শৰ্যাতি— এৰা, তুমি তেওঁৰ পত্নী নহ'লে তেওঁ তুষ্ট নহ'ব।

সুকন্যা— মোক শাস্তি দিবৰ কাৰণেই জানো তেওঁ মোক তেওঁৰ ওচৰত পত্নীত্ব গ্ৰহণত বাধ্য কৰিবলৈ বিচাৰে?

শৰ্যাতি— এৰা।

কিছুসময় চিন্তিত মনে অথচ শান্ত নেত্ৰে থিয় হৈ থাকে সুকন্যা। তাৰপিচত কয়— আপুনি কি ইচ্ছা কৰে, পিতা?

শৰ্যাতি— সদসৎ বিবেচনা কৰাৰো এতিয়া মোৰ সাহস নাই। মোৰ ৰাজ্যৰ আনন্দ বিনষ্ট হৈ গৈছে। চ্যবনৰ অভিশাপৰ পৰা ৰক্ষা পাবৰ কাৰণে তোমাক যদি. . . . ।

সুকন্যা— সেয়ে, হওক পিতা। মোৰ জীৱনেই অভিশপ্ত হওক, আৰু চ্যবনৰ অভিশাপৰ পৰা মুক্ত হৈ সুখী হওক আপোনাৰ ৰাজ্য আৰু আপোনাৰ ইচ্ছা।

জৰাগ্ৰস্ত তপস্বীৰ জীৱনৰ সঙ্গিনী হৈছে বিপুলযৌৱনা সুকন্যা। এৰা, শাস্তি দান কৰিছে চ্যবনে। তেওঁৰ ক্ৰোধোদ্দীপ্ত দুই চক্ষুৰ দৃষ্টি যেন কিৰাতৰ জাল আৰু এই জালৰ বন্ধন শান্তচিত্তে জীৱনত গ্ৰহণ কৰিছে এক সুন্দৰদেহিনী মায়ামৃগীয়ে। প্ৰণয়সম্ভাষণ নহয়, কৰুণাবচন নহয়, সান্ত্বনা নহয়, একমাত্ৰ তপস্বী চ্যবনৰ ৰুষ্ট দুই চক্ষুৰ নিৰ্দেশ। সেই নিৰ্দেশ মান্য কৰে আশ্ৰমদাসীৰ দৰে গৃহকৰ্তব্য পালন কৰি সুকন্যাই। দিন যায়, মাহ অতীত হয়, বছৰৰ পিচত বছৰ পাৰ হয়, কাননভূমিৰ নিভৃতত বসন্তৰ বাহাৰ বিৰাজমান হয়, কিন্তু চ্যবনপত্নী সুকন্যাৰ জীৱন যেন চিৰনিদাঘত তাপিত জীৱন।

এই শাস্তিভীৰু জীৱনৰ ভাৰত অৱসন্ন সুকন্যাৰ মনে মাজে মাজে মুক্তিৰ সপোন ৰচনা কৰে। মনত ভাব হয়, তপস্বী চ্যবনৰ দুই চকুৰ পৰা ক্ৰোধৰ অগ্নি অন্তৰ্হিত হৈছে। শান্ত দৃষ্টি তুলি সুকন্যাৰ ফালে চাই আছে চ্যবনে। —এতিয়া মোক মুক্তি দান কৰক তপস্বী। সাশ্ৰুনয়নে আবেদন কৰিবলৈ গৈয়ে সুকন্যাৰ স্বপ্ন ভাঙি যায়। দেখিবলৈ পায়, পূৰ্বৰ দৰেই ক্ষুব্ধ আৰু কঠোৰ দৃষ্টি তুলি চাই আছে চ্যবনে। নাই, ঋষি চ্যবনৰ মনত ক্ষমা নাই, সুকন্যাৰ জীৱনত এই শাস্তিৰ অৱসান নাই। আকৌ একো একোদিন সুকন্যাৰ মনৰ ভাবনাবোৰ যেন হৈমন্তী কুহেলিকাৰ দৰে মায়াময় হৈ উঠে। তন্দ্ৰাচ্ছন্ন নয়নে দেখিবলৈ পায় সুকন্যাই সঁচাকৈয়ে স্বামী চ্যবনৰ নয়নত সেই ক্ৰোধাগ্নি আৰু নাই। ব্যথিত দৃষ্টি তুলি চাই আছে। প্ৰশ্ন কৰে সুকন্যাই— ই কি? আপুনি ব্যথিত হৈছে কিয় তপস্বী।

কিন্তু প্ৰশ্ন কৰিবলৈ গৈয়ে সুকন্যাৰ তন্দ্ৰা ভাঙি যায়। দেখিবলৈ পায় সুকন্যাই, তৰুতলত থিয় হৈ তাইৰ ফালে নীৰস কঠোৰ আৰু বেদনাহীন দৃষ্টি তুলি থিয় হৈ আছে চ্যবন। নাই, বৃথা স্বপ্ন, বৃথা তন্দ্ৰা, বৃথা এই আশামুগ্ধ লোভ। এই ক্ষমাহীন তপস্বীৰ চকু কোনো দিনে ব্যথিত নহব।

দিনৰাতিৰ প্ৰতি মুহূৰ্ত যেন এক বল্মীকৰ সেৱা কৰি কটাইছে

শৰ্যাতিতনয়া সুকন্যাই। এই বল্মীক যেন এক দেৱবিগ্ৰহ আৰু তাৰ উপাসিকা হৈছে বনবাসিনী নৃপতি তনয়া সুকন্যা। মাজে মাজে উৎসুক নয়নে চাই থাকে সুকন্যাই, আৰু নীৰৱে অক্ষেপ কৰে। এই তপস্বীক শিলাময় দেৱবিগ্ৰহৰ দৰে শ্ৰদ্ধেয় জ্ঞান কৰা হ'লহেঁতেন, যদি তেওঁৰ দুই চকুত নিৰ্মম ক্ৰোধৰ অগ্নি নাথাকিলহেঁতেন। কঠিন শিলাৰ বিগ্ৰহক পূজা কৰি যিমানখিনি আনন্দ লাভ কৰা যায় চ্যবনৰ এই মূৰ্তিক পূজা কৰি সিমানখিনি আনন্দও নাপায় সুকন্যাই। নিতান্ত এক শাস্তিদাতাৰ মূৰ্তি। দুৰ্ভাগ্য, প্ৰেমহীন জীৱনৰ ক্ৰন্দন শান্ত কৰিবৰ জোখাই এটা ছলনাও বিচাৰি নাপায় সুকন্যাই। কোনো মুহূৰ্তত বিন্দুমাত্ৰ মিথ্যা হৰ্ষৰো স্পৰ্শত ঋষি চ্যবনৰ চক্ষু স্নিগ্ধ নহয়।

সমাগত নৱবসন্তৰ ইঙ্গিত ঘোষণা কৰি এদিন কাননৰ তৰুলতাৰ বুকুত জাগি উঠে নৱ কিশলয়। জাগি উঠে পিককলৰৱ। কাননসৰোবৰৰ ওচৰলৈ আহি থিয় হৈ থাকে সুকন্যা। মনত ভাব হয় সুকন্যাৰ, সৰোবৰৰ সেই সলিলে যেন তৃষ্ণাৰ্ত হৈ তাইৰে মুখৰ ফালে চাই আছে। বোধহয়, পৰাগভাৰত বিহ্বল কুসুমৰ স্তবকে তাইৰে যৌৱনমদয়িত তনুচ্ছবিৰ স্পৰ্শ পাবলৈ বিচাৰিছে।

বল্কল বসনৰ ভাৰ ভূতলত নিক্ষেপ কৰে সুকন্যাই। বিকচ শতদলৰ দৰে ৰাগবিহসিত বিহ্বল দেহভাৰ সৰোবৰ সলিলত সঁপি দি স্নানামোদত তৃপ্ত হয় সুকন্যা। তাৰপিচত তীৰতৰুৰ ছায়ালৈ আহি থিয় হয়। মদনবিমোহন সেই বৰতনুৰ অনাৱৰণ কোমলতাক পুষ্পপৰাগৰ লেপনেৰে আৰু কমনীয় কৰি তোলে সুকন্যাই। যেন এক স্বপ্ন লোকৰ বক্ষত থিয় হৈ জীৱনৰ নিৰ্বাসিত কামনাৰ বেদনাবোৰক স্নিগ্ধ সলিলৰ আৰু পুষ্পপৰাগৰ প্ৰলেপ দি শান্ত কৰিছে সুকন্যাই।

অকস্মাৎ ওচৰলৈ অহা পদধ্বনি শুনি চমকি উঠাৰ লগে লগে দেখিবলৈ পায় সুকন্যাই, সম্মুখত আহি থিয় হৈছে সুন্দৰ এক পথিকপুৰুষ।

আগন্তুকে কয়— মই অশ্বিনীকুমাৰ ৰেৱন্ত। অনাবৃত বসন আবৃত কৰি বিব্ৰতভাৱে প্ৰশ্ন কৰে সুকন্যাই— কিন্তু মোৰ সম্মুখলৈ আপোনাৰ আগমনৰ হেতু কি?

ৰেৱন্ত— হেতু তুমি।

সুকন্যা— মোৰ পৰিচয় আপুনি জানে জানো?

ৰেৱন্ত— তোমাৰেই বিপুল যৌৱনভাৰ বক্ষত ধাৰণ কৰাৰ তৃষ্ণা লৈ মই আহিছো সুকন্যা। সুকন্যাৰ অন্তৰ যেন পিকসঙ্গীততকৈও মধুৰতৰ সুস্বৰৰ স্পৰ্শত শিহৰিত হয়।

মুগ্ধ ৰেৱন্তৰ কণ্ঠত যেন বন্দনাৰ সঙ্গীত ধ্বনিত হয়— আহাঁ লোকললামা বৰাৰোহা, আহাঁ সুমধ্যমা বামোৰু,এক নিতম্বগুৰ্বী কুচভাৰভীৰুকটি সুভ্ৰূ, আহাঁ সুমধুৰাধৰা সুদঁতী, আজিৰ পুষ্পময় বসন্তৰ দৰে যৌৱনৱান এই ৰেৱন্তৰ আলিঙ্গনত আহি ধৰা দিয়া সুকন্যা। তৃপ্ত ৰমিত আৰু প্ৰীত হওক তোমাৰ সকলো বাসনাৰ অভিমান।

মুগ্ধভাৱে ৰেৱন্তৰ মুখৰ পালে চাই বিচলিত স্বৰে সুকন্যাই কয়— আপুনি সুন্দৰ, আপোনাৰ আহ্বানো সুন্দৰ, কিন্তু মোক ক্ষমা কৰিব ৰেৱন্ত।

ৰেৱন্ত— কিয় সুকন্যা?

সুকন্যা— মই ঋষি চ্যবনৰ ভাৰ্যা, আপোনাৰ আহ্বানত যিমানেই মধুৰতা থাকক, সেই আহ্বান মই গ্ৰহণ কৰিবলৈ অসমৰ্থ।

ৰেৱন্ত— জৰাভিভূত ক্ষীণদেহ আৰু প্ৰণয়বিৰহিত স্বামীৰ জীৱনসঙ্গিনী নাৰী....

অকস্মাৎ বক্ষৰ গভীৰত যেন তীক্ষ্ণ এক কণ্টকৰ আঘাত অনুভৱ কৰে সুকন্যাই। সত্য বাক্য উচ্চাৰণ কৰিছে ৰেৱন্তই, এক জৰাগ্ৰস্তৰ উদ্দেশে ঘৃণা নিবেদন কৰিছে এক যৌৱনৰ গৰ্বই। কিন্তু বিস্মিত হয় সুকন্যা, আৰু বেদনাৰ্তভাৱে অন্যমনাৰ দৰে চাই বুজিবলৈ চেষ্টা কৰে, কিয় ব্যথা লাগে অন্তৰত?

— সুকন্যা !

ৰেৱন্তৰ আহ্বানত সঁহাৰি নিদিয়ে সুকন্যাই। যেন তাইৰ বিষণ্ণ আৰু ভীত চকুৰ দৃষ্টি বহু দূৰলৈ আঁতৰি গৈছে। ৰেৱন্তৰ ধিক্কাৰে সেই জীৰ্ণ বল্মীকৰ কঠোৰ অহংকাৰৰ সকলো প্ৰসন্নতা চূৰ্ণ কৰিবলৈ বিচাৰে। সুকন্যাৰ বুকুৰ কঁপনি উঠে।

ৰেৱন্তৰ ধিক্কাৰত সুকন্যাৰ এক নিৰৰ্থক গৰ্বও অপমানত আহত হৈছে। সুকন্যাই কয়— মোৰ স্বামী জৰাভিভূত আৰু যৌৱনহীন হ'ল বুলিয়েই জানো আপুনি মোক সহজলভ্য বুলি মনতে ভাবিছে?

ৰেৱন্তৰ প্ৰগল্‌ভ হৰ্ষও হঠাৎ আহত হয়। চিন্তান্বিতৰ দৰে সুকন্যাৰ মুখৰ

ফালে চাই থাকে ৰেৱন্তই।

সুকন্যাই কয়— ঋষি চ্যবন যদি যৌৱনৱান হ'লহেতেন, তেনেহ'লে জানো আপুনি তেওঁৰ ভাৰ্যাক এনেভাৱে প্ৰণয়ভৰে আহ্বান কৰিব পাৰিলেহেতেন?

ৰেৱন্তই কয়— বুজিছো।

সুকন্যা— কি বুজিছে?

ৰেৱন্ত— বুজিছো, ক'ত তোমাৰ দুঃখ, কিহৰ কাৰণে তোমাৰ অভিমান, আৰু প্ৰণয়ত কিয়বা তোমাৰ সংশয়। কিন্তু মই হীন প্ৰেমিক নহয় শৰ্যাতিতনয়া। মোৰ প্ৰণয়ে কোনো সুযোগৰ অনুগ্ৰহ গ্ৰহণ নকৰে। মই ক্ষীণ খদ্যোৎ নহয় নাৰী, দীপহীন অন্ধকাৰৰ সুযোগ নিবিচাৰোঁ। মই ক্ষুদ্ৰ ভৃঙ্গ নহয় নাৰী, মই নিদ্ৰিতা কমলকলিকাৰ অসহায় অধৰ অন্বেষণ নকৰোঁ। অন্তৰত কোনো তস্কৰতা নাই। চ্যবনৰ জৰাতুৰ দুৰ্বল হস্তৰ মুষ্টিবন্ধনৰ পৰা এই ৰূপৰত্ন অনায়াসে ছিন্ন কৰি সুখী হ'ব নোৱাৰে স্পৰ্দ্ধিতযৌৱন ৰেৱন্তৰ স্পৃহা।

ৰেৱন্তৰ ভাষণ যেন বিশালহৃদয় এক প্ৰেমিকৰ অন্তৰৰ গম্ভীৰ মন্দ্ৰ, মুগ্ধ হৈ শুনি থাকে সুকন্যাই। তপোবলে মন্ত্ৰবলে অথবা অস্ত্ৰবলে নাৰীৰ হৃদয় নিপীড়িত আৰু আতংকিত কৰি নাৰীৰ অনুৎসুক হস্তৰ বৰমাল্য কণ্ঠত ধাৰণ কৰিবলৈ গৌৰৱ বোধ নকৰে যি প্ৰেমিকে, স্বয়ংবৰাৰ বৰমাল্য বিনে তৃপ্ত নহয় যি প্ৰেমিকৰ অন্তৰ, তেনেকুৱাই এক মহান প্ৰেমিক সুকন্যাৰ সন্মুখত আহি থিয় হৈছে।

ৰেৱন্ত— মই তোমাৰ মনৰ সংশয় অপসাৰিত কৰিবলৈ বিচাৰোঁ। মই ভিষগীশ্বৰ ৰেৱন্ত, মই জৰা অপহৰণৰ বিজ্ঞান জানো, মই ৰুগ্ন দেহত ৰূপ স্বাস্থ্য কান্তি আৰু পুষ্টি প্ৰদানৰ ৰহস্য জানো।

চকিত হৰ্ষে দীপ্ত হৈ উঠে সুকন্যাৰ দুই নয়ন— তেন্তে ঋষি চ্যবনৰ জৰা অপহৰণ কৰি তেওঁক যৌৱন আৰু কান্তি প্ৰদান কৰক, ৰেৱন্ত।

হাঁহি উঠে ৰেৱন্তৰ— সেয়ে হ'ব সুকন্যা। এই কাননত যি সৰোবৰৰ সলিলত ওষধীশ চন্দ্ৰমাই নিত্য স্নান কৰে, সেই সৰোবৰৰ সন্ধান মই জানো। যদি মোৰ লগত গৈ সেই সৰোবৰৰ সলিলত স্নান কৰে ঋষি চ্যবনে, তেন্তে তেওঁ সুযৌৱন আৰু দিব্যকান্তি লাভ কৰিব।

সুকন্যা— মোৰ অনুৰোধ . . .।

ৰেৱন্ত— মোৰ অনুৰোধ শুনা, সুকন্যা। ঋষি চ্যবনৰ ওচৰলৈ গৈ মোৰ এই প্ৰস্তাব নিবেদন কৰা।

যাবলৈ ধৰিছিল সুকন্যা। ৰেৱন্তই ক'লে আৰু এটা প্ৰস্তাব শুনি যোৱা, সুকন্যা।

— কওক।

— মই আৰু প্ৰাপ্তযৌৱন চ্যবন, উভয়েই তোমাৰ বৰমাল্যৰ প্ৰাৰ্থী হৈ তোমাৰ সন্মুখত আহি থিয় হ'ব। অঙ্গীকাৰ কৰাঁ, যাৰ মুখৰ ফালে চাই মুগ্ধ হ'ব তোমাৰ প্ৰাণ, তাৰেই কণ্ঠত বৰমাল্য অৰ্পণ কৰিবা। হয় মই, নহয় ঋষি চ্যবন, উভয়ৰ এজনৰ জীৱনসঙ্গীনী হ'বা তুমি।

সুকন্যা— অঙ্গীকাৰ কৰিলো, ৰেৱন্ত। .

ৰেৱন্ত—অঙ্গীকাৰ কৰাঁ, এই প্ৰস্তাৱো ঋষি চ্যবনৰ ওচৰত নিবেদন কৰিবা তুমি।

সুকন্যা— নিবেদন কৰিম।

ৰেৱন্ত— অঙ্গীকাৰ কৰা, ঋষি চ্যৱনক এই প্ৰস্তাৱত তুমি অৱশ্যে সন্মত কৰিবা।

পুলকাঞ্চিতা বনকুৰঙ্গীৰ দৰে চকিতহৰ্ষে নিবিড় নয়নৰ দৃষ্টি ক্ষণ প্ৰগল্‌ভতাৰে তৰলিত কৰি সুকন্যাই কয়— অঙ্গীকাৰ কৰিলো, ৰেৱন্ত।

আশ্ৰমকুটীৰলৈ উভতি আহি, উল্লসিত স্বৰে সুকন্যাই চ্যবনৰ ওচৰত শুভবাৰ্তা জ্ঞাপন কৰে— আপোনাৰ জৰা অপহৰণ কৰি যৌৱন প্ৰদান কৰিব অশ্বিনীকুমাৰ ৰেৱন্তই। হৃষ্টচিত্ত চ্যবনে ৰেৱন্তৰ উদ্দেশে আশীৰ্বাণী বৰ্ষণ কৰি সেই মুহূৰ্ততে যাত্ৰাৰম্ভৰ কাৰণে প্ৰস্তুত হয়।

এতিয়া স্বাধীন হ'ব শৰ্যাতিতনয়া সুকন্যাৰ প্ৰণয়বাসনা; সুকন্যাৰ হাতৰ বৰমাল্যই তেওঁৰেই পৰিণয় বৰণ কৰি লব জীৱনত, যাৰ মুখৰ ফালে চাই মুগ্ধ হ'ব সুকন্যাৰ প্ৰাণ। এই পৰীক্ষাৰ প্ৰস্তাবতো সানন্দে সন্মত হৈ গুচি গ'ল চ্যবন।

আশ্ৰম কুটীৰৰ নিভৃতত নীৰৱ হৈ বহি থাকে সুকন্যা। কি অদ্ভুত পৰীক্ষা! এই পৰীক্ষাৰ পৰিণামত সুকন্যাই এক শাসনকঠোৰ আৰু হৃদয়হীন স্বামীৰ সান্নিধ্য ত্যাগ কৰি এক বিশালহৃদয় প্ৰবল প্ৰেমিকৰ ওচৰলৈ যাব পাৰে। কিন্তু মুহূৰ্তৰ কাৰণেও ব্যাথিত নহ'ল, শঙ্কিত নহ'ল, বিষণ্ণ নহ'ল কিয় ঋষি চ্যৱন?

ধুমুহা বতাহৰ কোবত এটা পাত সৰি গ'লে যিমানখিনি ব্যথা অনুভৱ কৰে বিশালদেহ দেৱদাৰুৱে, সিমানখিনি ব্যথাও বোধহয় ঋষি চ্যবনে অনুভৱ

নকৰিব, যদি সুকন্যাই আজি প্ৰণয়াভিলাষী ৰেৱন্তৰ কণ্ঠত বৰমাল্য দান কৰে। সুকন্যাক দাসীৰ দৰে ব্যৱহাৰ কৰি আৰু চিৰকাল ঘৃণাৰ চকুৰে চাই দিনাতিপাত কৰিলে যি জৰাভিভূত ঋষিয়ে , সেই ঋষিয়ে যৌৱনাঢ্য হৈ সেই নাৰীৰ মুখৰ পিনে জানো প্ৰেমদৃষ্টি দান কৰিব? বিশ্বাস নহয়, সেই কাৰণে ভয় হয় সুকন্যাৰ কিন্তু কিয় এই অদ্ভুত ভয়? অকাৰণে বিচলিত নিজৰে হৃদয়ৰ ওপৰত ৰুষ্ট হয় সুকন্যাৰ।

— উঠাঁ সুকন্যা, চোৱাঁ দুই পাণিপ্ৰাৰ্থীৰ মুখৰ ফালে, স্বয়ংবৰাৰ গৰ্ব লৈ বাছি লোৱাঁ তোমাৰ জীৱনৰ সঙ্গী। কাননৰ কাষত যেন এক মায়াস্বৰ গুঞ্জৰিত হৈ অৱসন্নহৃদয়া সুকন্যাক উৎসাহিত কৰে। কিন্তু তথাপি দুই হাতেৰে অশ্ৰুপ্লুত চক্ষু আবৃত কৰি বহি থাকে সুকন্যা। কিয়, কিহৰ কাৰণে এই বেদনা, আৰু কি বিচাৰে সুকন্যাই, নিজৰ মনকে প্ৰশ্ন কৰি বুজিব নোৱাৰে।

বুজিব নোৱাৰে সুকন্যাই, আজি অতদিনৰ মূৰত তাইৰ মুক্তিৰ মুহূৰ্ত যেতিয়া আসন্ন হৈ উঠিছে, তেতিয়া কিয় বাৰু বক্ষৰ স্পন্দনত আৰু নিঃশ্বাসত এই নতুন আৰু অদ্ভুত এক বেদনাৰ সঞ্চাৰ হয়?

আশ্ৰমকুটীৰৰ আঙ্গিনাত দুই আগন্তুকৰ পদধ্বনি শুনিবলৈ পোৱা যায়। চমকি উঠে সুকন্যা। আহিছে সুন্দৰতনু ৰেৱন্ত, আহিছে সুন্দৰতনু চ্যৱন।

— শৰ্যাতিতনয়া সুকন্যা! হৰ্ষাকুল ৰেৱন্তৰ কণ্ঠস্বৰ আশ্ৰমৰ প্ৰাঙ্গণৰ বক্ষত ধ্বনিত হয়। কিন্তু তেওঁৰ কণ্ঠস্বৰ ক'ত? নীৰৱ কিয় সুকন্যাৰ যৌৱন—গৰ্বৰ শাস্তিদাতা সেই ঋষি, যি স্বয়ং আজি ৰেৱন্তৰ অনুগ্ৰহত যৌৱনান্বিত হৈ ঘূৰি আহিছে?

পুষ্পমাল্য হাতত লৈ কুটীৰৰ বাহিৰলৈ ওলাই আহি থিয় হয় সুকন্যা। দেখিবলৈ পায়, যৌৱনাঢ্য দুই পুৰুষৰ মূৰ্তি। উভয়ে সমান সুন্দৰ। এজোপা তৰুৰ দুটা ফুলৰ মাজত যিকণ ৰূপৰ ভিন্নতা থাকে, সিমান কণো নাই। কান্তিমান, দ্যুতিমান আৰু বিশাল বক্ষঃপটত নবীন শাল্মলী সদৃশ যৌৱনান্বিত দুই দেহী।

ৰেৱন্তৰ মুখৰ ফালে চায় থাকে সুকন্যাই। হৰ্ষত উজ্জ্বল আৰু আনন্দত সুস্মিত হৈ উঠিছে ৰেৱন্তৰ চকু। ৰেৱন্তৰ দুটি সুন্দৰ নয়নত জ্যোৎস্নালিপ্ত সমুদ্ৰ তৰঙ্গৰ দৰে কি যে বিপুল প্ৰণয়োচ্ছল আহ্বান হিল্লোলিত হৈছে! মুগ্ধ হয় সুকন্যাৰ নয়নযুগল। কিন্তু চ্যৱনৰ মুখৰ ফালে চাই চমকি উঠে সুকন্যাৰ হৃৎপিণ্ড।

ক্ৰোধজ্বালা নহয়, অৱহেলা নহয়, দুঃসহ ব্যথাত বিষণ্ণ হৈ আছে সুন্দৰতনু ঋষিযুবা চ্যৱনৰ চকু দুটা। যেন এক হতাশ আৰু অসহায়ৰ দৃষ্টি।

অতদিনৰ মূৰত তেওঁৰ নীৰস চকু দুটাৰ কঠোৰ শাসনত নিগৃহীতা নাৰীৰ ওপৰত তেওঁৰ সকলো অধিকাৰ এধাৰি পুষ্প মাল্যৰ দাবানলত ভস্মসাৎ হৈ যাব, সেই শাস্তি নীৰৱে সহ্য কৰিবৰ কাৰণে থিয় হৈ আছে চ্যবন। কিন্তু সুকন্যাই যেন এক অকল্প্য দৃশ্য দেখিছে; বিস্ময়াভিভূত অন্তৰৰ উল্লাস সংযত কৰি ব্যথিত নয়নে চ্যবনৰ মুখৰ ফালে চাই আছে।

একেজোপা তৰুৰ দুটি ফুলৰ দৰে দুজনাৰ সমানসুন্দৰ ৰূপ; কিন্তু এজনৰ নয়নত হৰ্ষ,আৰু আনজনৰ নয়নত বেদনা। ৰেৱন্তৰ সুস্মিত নয়নৰ ফালে চাই নয়ন মুগ্ধ হয় সুকন্যাৰ, কিন্তু চ্যবনৰ ব্যথিত নয়নৰ পিনে চাই মুগ্ধ হয় সুকন্যাৰ হৃদয়।

ফুল্লৰুচি পুষ্পদলৰ দৰে সুস্মিত হৈ উঠে শৰ্যাতিতনয়া সুকন্যাৰ অধৰ। যেন আজি অতদিনৰ মূৰত নিজকে দেখিবলৈ পাইছে সুকন্যাই। যেন ঋষি চ্যবনৰ চকুত এই বেদনাৰ আৱিৰ্ভাব দেখাৰ আশাতে ইমানদিন ধৰি দুৰ্বহ এক প্ৰতীক্ষাৰ ব্ৰত পালন কৰি আহিছে সুকন্যাই।

ধীৰে দীৰে ঋষি চ্যবনৰ সম্মুখলৈ আহি আহ্বান কৰে সুকন্যাই।— ঋষি!

চ্যবন— কোৱাঁ।

সুকন্যা— কি ভাবিছে ঋষি?

চ্যবন— প্ৰতিশোধ লোৱাঁ।

হাঁহি উঠে সুকন্যাৰ— সুযোগ পাইছো ঋষি, প্ৰতিশোধ লোৱাই উচিত।

চ্যবন— এৰা, সুকন্যা।

—এই লওক প্ৰতিশোধ! চ্যবনৰ কণ্ঠত বৰমাল্য দান কৰি মুগ্ধ চক্ষু তুলি চ্যবনৰ মুখৰ ফালে চাই থাকে সুকন্যাই।

চমকি উঠে ৰেৱন্ত, আৰু নিজৰে মনৰ বিস্ময় সহ্য কৰিব নোৱাৰি ধিক্কাৰ ধ্বনিত কৰে— ধন্যা ছলনানিপুণা সুকন্যা!

# উতথ্য আৰু চান্দ্ৰেয়ী

পিতামহ অত্ৰিৰ আশ্ৰমত থাকে সোমসুতা চান্দ্ৰেয়ী।

তপস্বিনী নহয়; কিন্তু দেখি মনত ভাব হয়, যেন এক ক্ষান্তিহীন তপস্যাৰ জীৱন গ্ৰহণ কৰিছে চান্দ্ৰেয়ীয়ে। এক পৰম কাম্যৰ পদধ্বনিৰ কাৰণে তপস্যা।

উষাগমত যেতিয়া প্ৰাচীকপোল আৰু সন্ধ্যাগমত যেতিয়া প্ৰতীচীৰ ললাট অৰুণিত হয়, তেতিয়া অত্ৰি-আশ্ৰমৰ ঘনশ্যামল তপোবনৰ নিভৃতত হেমপুষ্পৰ ছত্ৰৰ দৰে প্ৰস্ফুটিত এক সিন্ধুবাৰতৰুৰ ছায়াৰ ওচৰত আহি থিয় হৈ থাকে চান্দ্ৰেয়ী। তৰুতলৰ দূৰ্বামঞ্জৰীৰ ফালে সস্পৃহ নয়নে কিছু সময় চাই থাকে আৰু পিচ মুহূৰ্ততে যেন তাইৰ বিপুলপিপাসিত অন্তৰৰ বেদনাক ক্ষণিক সান্ত্বনাৰে প্ৰশমিত কৰিবৰ কাৰণে দূৰ্বামঞ্জৰীৰ গুচ্ছ সাগ্ৰহে চয়ন কৰি লৈ স্তবকিত কুন্তলত গ্ৰন্থিত কৰে চান্দ্ৰেয়ীয়ে। এয়ে তো সেই সিন্ধুবাৰতৰুৰ সেই ছায়াতল, য'ত এদিন আহি থিয় হৈছিল অঙ্গিৰাৰ পুত্ৰ উতথ্য। তেওঁৰেই পদৰেণুপূত স্পৰ্শৰ পুলক এই দূৰ্বামঞ্জৰীৰ বক্ষত সঞ্চিত হৈ আছে।

সেই কাহানিবাই আকাশত নক্ষত্ৰকুলৰ পৰিচয় বিচাৰৰ কাৰণে অত্ৰিৰ আশ্ৰমলৈ এবাৰ আহিছিল উতথ্য। সেই দিন ধৰি সেই সিন্ধুবাৰতৰুৰ ছায়াতল সোমসুতা চান্দ্ৰেয়ীৰ জীৱনত এক আৰাধনাস্থলী হৈ উঠিছে। সেইদিনা তমস্বিনী শৰ্বৰীৰ শেষযাম যেতিয়া শেষ হৈ গ'ল আৰু জাগি উঠিল আভাময় উষাভাস, তেতিয়া তাৰ পৰা গুচি গ'ল উতথ্য। আকাশৰ ফালে চাই চাই শেষ হৈ গ'ল উতথ্যৰ দুই চক্ষুৰ কৌতূহল। সেইকাৰণে দেখিবলৈ নাপালে আৰু বুজিবলৈও নোৱাৰিলে যে ভূতলবাসিনী চন্দ্ৰকলাৰ দৰে এক নাৰী এই অত্ৰিআশ্ৰমৰ লতাকুঞ্জৰ অন্তৰালত থিয় হৈ তেওঁৰেই মুখৰ ফালে চাই আছে।

প্ৰতীক্ষাৰ তপস্যা। কুসুমিত সিন্ধুবাৰৰ ছায়াতলত থিয় হৈ সুদূৰৰ নিবিড়নীলাঞ্চিত দিগ্‌বলয়ৰ ফালে চাই থাকে চান্দ্ৰেয়ীয়ে। তাইৰ বক্ষৰ গভীৰত সকলো নিশ্বাস যেন দূৰ্বাৰ এক কামনাময় আগ্ৰহত এটি পদধ্বনিৰ কাৰণে উৎকৰ্ণ হৈ উঠে। এৰা, প্ৰতীক্ষাময় এক তপস্যা, সোমসুতা চান্দ্ৰেয়ীৰ দুই চকুৱে যেন নিমেষ আৰু উন্মেষ হেৰাই এক অব্যাজমনোহৰ প্ৰিয় মুখচ্ছবি তাইৰ স্বপ্নমায়ানুলীন অনুভৱৰ মাজত দেখিবলৈ পায়।

অকস্মাৎ স্বপ্নৰ আৱেশ ভাঙি যায়। উৰ্দ্ধাকাশৰ ফালে চাই চান্দ্ৰেয়ীয়ে দেখিবলৈ পায়, তৃষিত চাতক পখীবোৰে শাৰী পাতি আৰ্তকূজননাদে আকাশবায়ু বেদনামুখৰিত কৰি উৰি গৈছে। অমল ক্ষোমপটৰ দৰে সেই আকাশৰ বুকুত কোনো কাদম্বিনীৰ ৰেখা নাই। যেন বিৰাট শূন্য আৰু শুচিনিৰ্মল আকাশবক্ষৰ শুষ্কতা দেখি কান্দি উঠিছে তৃষিত চাতক পখীবোৰে।

বাষ্পাসাৰেৰে মেদুৰ হয় সোমতনয়া চান্দ্ৰেয়ীৰ নীলপদ্মপ্ৰভ নয়ন যুগল। অঙ্গিৰাতনয় উতথ্য, তোমাৰ হৃদয়ো জানো সৌ শুচিতাময় আকাশবক্ষৰ দৰে শূন্য শুষ্ক আৰু বিৰাট? জলদসৰসা একবিন্দু মায়াও জানো নাই সেই বক্ষৰ কোনো নিভৃতত?

পুষ্পিত সিন্ধুবাৰৰ অঙ্গত চম্পকসঙ্কাশ থুঁতৰি সমৰ্পণ কৰি তৃষিত চাতকৰ আৰ্তনাদৰ দৰে বেদনাবিধূত স্বৰে প্ৰাৰ্থনা কৰে চান্দ্ৰেয়ীয়ে— আহাঁ, অঙ্গিৰাতনয় উতথ্য, তোমাৰেই প্ৰেমিকা চান্দ্ৰেয়ীৰ এই স্তৱকিত কুন্তলত আপোন হাতে পিন্ধাই দি যোৱা নৱদূৰ্বাৰ মঞ্জৰী।

— পৌত্ৰী!

আহ্বান শুনি চমকি উঠে চান্দ্ৰেয়ী। দেখিবলৈ পায় পিতামহ অত্ৰি ওচৰত আহি থিয় হৈ আছে।

অত্ৰিয়ে কয়— শান্ত হোৱা চান্দ্ৰেয়ী। সফল হ'ব তোমাৰ প্ৰাৰ্থনা।

প্ৰস্ফুট সিন্ধুবাৰ কুসুমৰ দৰে প্ৰসন্নহাস্যে দীপ্ত হৈ উঠে চান্দ্ৰেয়ীৰ কুন্দেন্দুসুন্দৰ আননৰ ক্ষণমেদুৰিত প্ৰভা। সস্নেহ স্বৰে আৰু সান্ত্ববাদে চান্দ্ৰেয়ীক আশ্বস্ত কৰে অত্ৰিয়ে— চিন্তা নকৰিবা পৌত্ৰী। নাজানে উতথ্যই মূৰ্তিমতী ঐন্দ্ৰী দ্যুতিৰ দৰে সুচাৰুদৰ্শিনী আৰু সুৰাকাঙ্ক্ষিতা চন্দ্ৰদুহিতা মোৰ এই তপোবনত তেওঁৰেই প্ৰেমাভিলাষত তপস্বিনী হৈ আছে।

চান্দ্ৰেয়ীয়ে কয়— কিন্তু তেওঁ তো জীৱনত কোনোদিনেই গম নাপাব।

মৃদু হাস্যে পৌত্ৰী চান্দ্ৰেয়ীৰ উদ্বিগ্ন চিত্ত হঠাৎ লজ্জিত কৰি দি অত্ৰিয়ে কয়— মই এতিয়াই অঙ্গিৰাৰ আশ্ৰমলৈ যাম। তোমাৰ তপস্যাৰ কথা গম পাব অঙ্গিৰাতনয় উতথ্যই। তাৰপিছত . . . . .

কৰুণাদ্ৰাবিত কণ্ঠস্বৰে অত্ৰিয়ে কয়— তাৰপিছত এক পুণ্য লগ্নত ময়ে নিজ হাতে তোমাক উতথ্যৰ ওচৰত সম্প্ৰদান কৰিম।

ৰাওনা হয় অত্ৰি। উৰ্দ্ধাকাশৰ ফালে অপলক নয়নে কিছু সময় চাই থাকে চান্দ্ৰেয়ীয়ে। মনত ভাব হয়, যেন তাইৰ এই জীৱনৰ আকাশৰ পৰা চিৰকালৰ বাবে দূৰলৈ আঁতৰি গৈছে তৃষিত চাতকৰ আৰ্তকুজন। সন্ধ্যাতপনৰ অনুৰাগে ৰঞ্জিত হৈ উঠিছে নিবিড়নীল দিগ্‌বলয়ৰ ৰেখা। দূৰৈৰ নিবিড় অৰণ্যৰ পল্লৱ-মৰ্মৰ ভাহি আহে, যেন ভাহি আহিছে প্ৰিয় জীৱনকান্তৰ পদধ্বনি, সমীৰিত সংগীতৰ দৰে। শুনিবলৈ পোৱা যায় সৰোবৰতটৰ ক্ৰৌঞ্চ কলৰৱ। তৰুশিৰৰ পত্ৰগুচ্ছ পক্ষশিহৰে চঞ্চলিত কৰি নীড় সন্ধান কৰে দিনান্তৰ পৰিক্লান্ত পক্ষীগণে। আশ্ৰমকুটীৰৰ অভ্যন্তৰৰ পৰা কৰ্পূৰদীপৰ সৌৰভ বিয়পি পৰে

চতুৰ্দিশে, যেন এক সুবাসবিহ্বল উৎসৱ আনন্দত অভিভূত হৈছে সন্ধ্যাৰ তপোবন বায়ু।

আশ্ৰমকুটীৰলৈ উভতি আহে চান্দ্ৰেয়ী আৰু উভতি আহিয়েই প্ৰতিদিনৰ দৰে আজিও আকৌ বিস্ময়ত স্তব্ধ হৈ থিয় হৈ থাকে। দেখিবলৈ পায় চান্দ্ৰেয়ীয়ে প্ৰতি সন্ধ্যাৰ দৰে এই সন্ধ্যাতো কুটীৰৰ দ্বাৰপ্ৰান্তত পৰি আছে এটি কনকবৰ্ণ কুবলয়ৰ কলিকা।

কোন এই অদৃশ্য আৰু গোপনচাৰী পূজকৰ নৈবেদ্য এনেদৰে প্ৰতি সন্ধ্যাত সুন্দৰী সোমসুতা চান্দ্ৰেয়ীৰ দ্বাৰৰ পদপ্ৰান্তত অধঃপতিত আবেদনৰ দৰে পৰি থাকে? নাজানে, বুজিব নোৱাৰে আৰু কল্পনাও কৰিব নোৱাৰে চান্দ্ৰেয়ীয়ে, ক'ৰপৰা আহে এই দুৰ্লভ কনকবৰ্ণ কুবলয়ৰ কলিকা। কিন্তু প্ৰতিদিন বিস্ময়ত অভিভূত হয় আৰু আতংকিত নেত্ৰে দেখে চান্দ্ৰেয়ীয়ে যেন তাইৰ প্ৰেমব্যাকুল হৃদয়ৰ তপস্যাক আঘাত দি উদ্ভ্ৰান্ত কৰিবৰ কাৰণে তাইৰ কুটীৰৰ দ্বাৰপ্ৰান্তত আহি এই ৰহস্য পৰি থাকে। মনত ভাব হয়, এক মায়াবীৰ আকাঙ্ক্ষা ই অলক্ষ্য ছায়াৰ দৰে চান্দ্ৰেয়ীৰ প্ৰতি পদক্ষেপ অনুসৰণ কৰে। কোন সি ক'ত থাকে আৰু কেতিয়া আহে আৰু গুচি যায়, একোকেই নাজানে চান্দ্ৰেয়ীয়ে। যেন তাৰ কণ্ঠ নাই, কণ্ঠস্বৰো নাই। সি কেৱল এক নীৰৱ আবেদন।

দেখি ভয় লাগিছে চান্দ্ৰেয়ীৰ, শিহৰিত হৈছে নিশ্বাস, কিন্তু পিচমুহূৰ্ততে সকলো ত্ৰাস তুচ্চ কৰি আৰু ঘৃণাভৰে সেই কুবলয় কলিকাৰ স্পৰ্শ পৰিহাৰ কৰি কুটীৰত প্ৰৱেশ কৰিছে চান্দ্ৰেয়ী। সন্দেহ হয় চান্দ্ৰেয়ীৰ, যেন সিন্ধুবাৰ কুসুমৰ হেমপ্ৰেমপ্ৰভা ম্লান কৰিবৰ কাৰণে অতিকঠোৰ এক অভিসন্ধি নিতৌ আহি তাইৰ জীৱনপথৰ সম্মুখত কনকবৰ্ণ কুবলয়কলিকাৰ ৰূপ ধাৰণ কৰি পৰি থাকে। ভুলতেও অথবা অৱহেলাভৰেও সেই ধূলিলীন কুবলয়কলিকাৰ ফালে আৰু দৃকপাত নকৰে চান্দ্ৰেয়ীয়ে। নিশাৰ অৱসানত বিহগৰ প্ৰথম কাকলিয়ে যেতিয়া আশ্ৰমতৰুৰ সুপ্তি ভাঙি দিয়ে, তেতিয়া কুটীৰৰ বাহিৰলৈ আহি দেখিবলৈ পায় চান্দ্ৰেয়ীয়ে নিশাচৰ কোকলোঙাৰ দংশনত ছিন্নভিন্ন হৈ গৈছে কুবলয়ৰ কলিকা।

ভালেই হৈছে। তথাপি সেই ছিন্ন কুবলয়কলিকাই যেন চকিত আঘাতত ব্যথিত কৰি তোলে চান্দ্ৰেয়ীৰ সুন্দৰ দুটি নীল নয়নৰ তাৰকা। কোনে জানে কোন দুৰাকাঙ্ক্ষৰ অবুজ স্বপ্ন ভুল পথে অহাৰ ভুলৰ কাৰণে এনেকৈ ধূলিসাৎ হৈ গ'ল। হওক দুৰাকাঙ্ক্ষা, তথাপিতো আকাঙ্ক্ষা। হওক অবুজ স্বপ্ন, তথাপিতো স্বপ্ন! ছিন্ন কুবলয়কলিকা যেন পদদলিত নৈবেদ্যৰ দৰে সোমসুতা

চান্দ্রেয়ীৰ কুটীৰদ্বাৰৰ প্ৰান্তত পৰি আছে। ভালেই হৈছে, তথাপি দেখিবলৈ ভাল নালাগে আৰু দেখি বেদনাও বোধ কৰে চান্দ্রেয়ীয়ে।

ছিন্ন কুবলয়কলিকাৰ ফালে চাই চান্দ্রেয়ীৰ ব্যথিত নয়নে যেন নীৰৱে আবেদন কৰে— আঁতৰি যোৱা অদৃশ্য মায়াবীৰ কামনাৰ উপহাৰ। ভুল কৰা কিয় ঋষি উতথ্যৰ অনুৰাগিণী চান্দ্রেয়ীৰ কুটীৰ দ্বাৰলৈ আহি?

কিন্তু ব্যৰ্থ হৈছে চান্দ্রেয়ীৰ আবেদন। তপোবনৰ পৰা কুটীৰলৈ উভতি আহি প্ৰতি সন্ধ্যাতে দেখিবলৈ পায় চান্দ্রেয়ীয়ে অলক্ষ্য প্ৰেমিকৰ মুগ্ধ হৃদয়ৰ উপহাৰৰ দৰে পৰি আছে সেই কনকবৰ্ণ কুবলয়ৰ কলিকা।

আজিও দেখিবলৈ পায় আৰু দেখি আৰু বিস্মিত হয় চান্দ্রেয়ী, কুবলয়কলিকাৰ বক্ষত চিত্ৰিত হৈ আছে ৰক্তচন্দনৰ এটি বিন্দু। কি ভয়ানক দুঃসাহসী হৈ উঠিছে গূঢ়প্ৰণয়চতুৰ মায়াবীৰ মনৰ অভিলাষ! বোধহয়, চিত্ৰিত ৰক্তচন্দনৰ বিন্দু নহয়, লুব্ধ এক ভুজঙ্গৰ ৰুধিৰাক্ত ওষ্ঠৰ চুম্বনচিহ্ন বক্ষত ধাৰণ কৰি এই কুবলয়কলিকা চান্দ্রেয়ীৰ সফল তপস্যাৰ পুণ্য আৰু আনন্দ বিনাশ কৰিবৰ কাৰণে এই সন্ধ্যাত উপস্থিত হৈছে। আৰু সহ্য কৰা উচিত নহয় অদৃশ্য লুব্ধৰ দুঃসাহস ছলনা আৰু অভিসন্ধিক আঘাত কৰি এতিয়াই নিঃশেষ কৰি দিয়া ভাল। নিজহাতেই এই কুবলয়কলিকা তুলি লৈ কন্টকগুল্মাবৃত সৌ বিগলিত বল্মীকস্তূপৰ বিবৰত নিক্ষেপ কৰিব লাগিব। কঠোৰ আগ্ৰহত চঞ্চল হয় চান্দ্রেয়ী।

— পৌত্ৰী!

অকস্মাৎ পিতামহ অত্ৰিৰ আহ্বান শুনি নিৰস্ত হয় আৰু মুখ ঘূৰাই চায় চান্দ্রেয়ীয়ে।

অঙ্গিৰাৰ আশ্ৰমৰ পৰা উভতি আহিছে অত্ৰি। কৃতাৰ্থ হৈছে অত্ৰি। মৃদুহাস্যে প্ৰসন্নচিত্তে মুক্তকণ্ঠে কয় পিতামহ অত্ৰিয়ে— মোৰ সনিৰ্বন্ধ অনুৰোধ সফল হৈছে চান্দ্রেয়ী। অবিচল তপস্যাৰ দৰে তোমাৰ প্ৰেমাভিলাষৰ কাহিনী শুনি বিস্মিত হৈছে উদাৰচেতা উতথ্য। তোমাৰ পাণিগ্ৰহণত সন্মত হৈছে।

পিতামহ অত্ৰিক প্ৰণাম কৰি কুটীৰৰ অভ্যন্তৰত প্ৰৱেশ কৰে চান্দ্রেয়ী। কৰ্পূৰপ্ৰদীপৰ সুৰভিত ধূমলেখাই যেন আলিম্পন ৰচনাৰ কাৰণে উৎসুক হৈ চান্দ্রেয়ীৰ পুলকিত কপোল আৰু চিবুক বাৰে বাৰে স্পৰ্শ কৰে। অনুভৱ কৰে চান্দ্রেয়ীয়ে, তাইৰ জীৱনৰ কামনা ইমান দিনৰ মুৰত সুৰভিত হৈ উঠিল।

স্নিগ্ধ হৈ উঠিছে চৈত্ৰসন্ধ্যাৰ সমীৰ। অত্ৰি-আশ্ৰমৰ প্ৰাঙ্গণত উৎসৱ আহ্বান কৰি কৰ্পূৰৰ প্ৰদীপ জ্বলি উঠিছে। পিতামহ অত্ৰিয়ে মন্ত্ৰপাঠ কৰি ঋষি

উতথ্যৰ ওচৰত চান্দ্ৰেয়ীক সম্প্ৰদান কৰিছে। চান্দ্ৰেয়ীৰ পাণিগ্ৰহণ কৰি চান্দ্ৰেয়ীৰ হাতত কুশতৃণৰ বলয় পিন্ধাই দিছে উতথ্যই। আশীৰ্বাদ কৰি গুচি গৈছে পিতামহ অত্ৰি।

উতথ্যই আহ্বান কৰে— চান্দ্ৰেয়ী।

চান্দ্ৰেয়ী— কওক স্বামী।

উতথ্য— এতিয়া মই প্ৰস্থান কৰোঁ।

অকস্মাৎ যেন দৃষ্টিহাৰা হৈ যায় চান্দ্ৰেয়ীৰ নীলপদ্মপ্ৰভ দুনয়ন। যেন সান্ধ্য চৈত্ৰবায়ু হঠাৎ হিংস্ৰ হৈ সেই কৰ্পূৰৰ প্ৰদীপ এক ফুৎকাৰতে নুমাই দিবলৈ বিচাৰিছে। অগ্নিজ্বালাৰ স্ফুলিঙ্গ আহি দগ্ধ কৰিছে কুশতৃণৰ বলয়। উৎসৱৰ সুৰভিত প্ৰাণ যেন ঋষি উতথ্যৰ সেই এটি কথাৰ ধ্বনি শুনা মাত্ৰকে মূৰ্ছাহত হৈছে।

চান্দ্ৰেয়ীয়ে কয়— এতিয়াই কিয় প্ৰস্থান কৰিব স্বামী?

উতথ্য— মোৰ কৰ্তব্য সমাপ্ত হৈছে আৰু তোমাৰো অভিলাষব্ৰত সফল হৈছে।

চান্দ্ৰেয়ী— ক্ষমা কৰিব স্বামী, আপোনাৰ কথাৰ অৰ্থ মই বুজিব পৰা নাই।

উতথ্য— তুমি ঋষি উতথ্যৰ ভাৰ্য্যা, এই পৰিচয় তোমাৰ জীৱনত সত্য হৈ থাকিল। মোক পতিৰূপে পাবৰ কাৰণে তুমি তপস্যা কৰিছিলা, তোমাৰ সেই তপস্যা সফল হৈছে, সোমসুতা চান্দ্ৰেয়ী। আপোনহাতে কুশতৃণৰ বলয় তোমাৰ হাতত বান্ধি দিছোঁ, মোৰ কৰ্তব্য সমাপ্ত হৈছে। কৃতমানসা, সফলবাসনা, ব্ৰতোত্তীৰ্ণা আৰু ধন্যা চান্দ্ৰেয়ী, এতিয়া সুতৃপ্ত অন্তৰে মোক বিদায় দিয়া।

চান্দ্ৰেয়ী— আপোনাৰ কৰ্তব্য সমাপ্ত হোৱা নাই আৰু মোৰ অভিলাষব্ৰত সফল হোৱা নাই ঋষি।

বিস্মিত হৈ চান্দ্ৰেয়ীৰ মুখৰ ফালে চাই প্ৰশ্ন কৰে উতথ্যই কি কবলৈ বিচাৰিছা?

চান্দ্ৰেয়ীৰ মুখচ্ছবি ধাৰাহত কমলৰ দৰে সিক্ত আৰু ব্যথিত হৈ উঠে। অশ্ৰুস্ৰাৱে প্লাবিত চিবুকৰ কুঙ্কুম মচা যায়। চান্দ্ৰেয়ীয়ে কয়— অভিলাষ আছে মনত, তুমি তোমাৰেই পৰিণীতা এই প্ৰেমাকাঙ্ক্ষিণী নাৰীৰ শূন্য কবৰীত নীহাৰ স্নেহে অভিষিক্ত শ্যাম দূৰ্বামঞ্জৰী নিজ হাতে পিন্ধাই দিবা। মই মোৰ জীৱনৰ এই তৃপ্তিময় সমাদৰ অতদিন ধৰি তপোবনৰ তৰুচ্ছায়াতলত বহি তপস্বিনীৰ দৰে প্ৰাৰ্থনা কৰিছো ঋষি।

আক্ষেপ কৰে উতথ্যই— ভুল কৰিছা, আৰু জীৱনত বৰ ভুল স্বপ্ন পোষণ কৰিছা।

চান্দ্ৰেয়ী— কিয়?

উতথ্য— তোমাৰ কবৰী দূৰ্বামঞ্জৰীৰে শোভিত কৰিবৰ কাৰণে ঋষি উতথ্যৰ মনত কোনো লোভ নাই।

আহত কুৰৰীৰ দৰে কৰুণস্বৰে আৰ্তনাদ কৰি উঠে চান্দ্ৰেয়ীয়ে— কিয় ঋষি?

উতথ্য— সোমসুতা চান্দ্ৰেয়ীৰ প্ৰণয় কামনা কৰি মই তো কোনো তপস্যা কৰা নাই! জীৱনত কোনোদিনে মই তোমাক দৰ্শনো কৰা নাই, সুদৰ্শনা সোমতনয়া। মই তোমাৰ তপস্যাক কেৱল অনুগ্ৰহ দান কৰিছোঁ। তুমি ঋষি উতথ্যৰ ভাৰ্য্যা, তোমাৰ এই পৰিচয় কেৱল সৰ্বলোকত সত্য কৰি দিবৰ কাৰণে তোমাৰ হাতত কুশতৃণৰ বলয় বান্ধি দিছো। ইয়াৰ অধিক আৰু কিয় প্ৰত্যাশা কৰা, চান্দ্ৰেয়ী? অঙ্গিৰাতনয় উতথ্য তোমাৰ পতি, কিন্তু প্ৰণয়ী নহয়।

নীৰৱ হৈ ঋষি উতথ্যৰ শান্ত কণ্ঠস্বৰৰ ভাষণ শুনি থাকে চান্দ্ৰেয়ীয়ে; আৰু মনত ভাব হয়, এৰা, এই ভাষা সঁচাকৈয়ে অতি শান্ত শুচি নিৰ্মল আৰু বিৰাট এক আকাশৰ বক্ষৰ ভাষা। জলদ্‌সৰসা কোনো মায়া বৰ্ষণ নকৰে সেই আকাশে, কিন্তু বজ্ৰ নিক্ষেপ কৰিব পাৰে; আৰু বুজিবও নোৱাৰে যে, সেই বজ্ৰৰ অগ্নিময় আঘাত সহ্য কৰিবলৈ গৈ সেই ক্ষীণ কুশতৃণৰ বলয়বন্ধন অঙ্গাৰ হৈ যাব পাৰে।

চান্দ্ৰেয়ীয়ে শান্ত স্বৰে কয়— আজিও জানো দেখিবলৈ পোৱা নাই?

উতথ্য— কি?

চান্দ্ৰেয়ী— আপোনাৰ প্ৰেমাভিলাষিণী চান্দ্ৰেয়ীৰ মুখ।

হঠাৎ উত্তপ্ত চৈত্ৰবায়ুৰ দৰে উচ্ছ্বসিত স্বৰে আকুল হৈ উতথ্যৰ মুখৰ ফালে চাই কৈ উঠে চান্দ্ৰেয়ীয়ে— সোমসুতা চান্দ্ৰেয়ীৰ এই মুখৰ ফালে চাই কৈ যোৱা ঋষি, লুব্ধ নহয় তোমাৰ দ্যুতিময় নেত্ৰযুগল। কৈ যোৱা, এই কবৰী স্পৰ্শ কৰিবৰ কাৰণে পিপাসাত চঞ্চলিত নহয় তোমাৰ বাহু। কৈ যোৱা, তোমাৰেই প্ৰেমবিধুৰা চান্দ্ৰেয়ীৰ এই দুই বাহু যদি তোমাৰ কণ্ঠাসক্ত হয়, তেন্তে ব্যথিত হ'ব তোমাৰ নিশ্বাস।

উতথ্য— সত্য কথা কোৱাত বাধা নাই।

চান্দ্ৰেয়ী— স্বাধ্যায়ী শুচিব্ৰত আৰু সত্যপৰায়ণ ঋষি উতথ্যৰ পৰা সত্য কথাকে শুনিবলৈ বিচাৰোঁ।

উতথ্য— সুন্দৰেক্ষণা সুতনুকা আৰু যৌৱনবিহসিতা চান্দ্ৰেয়ীক সত্য কথাকে শুনাই দিবলৈ বিচাৰোঁ।

চান্দ্ৰেয়ী— কওক।

উতথ্য— তুমি সত্য, তোমাৰ ৰূপ সত্য, তোমাৰ প্ৰণয়ো সত্য। কিন্তু মই মুগ্ধ হোৱা নাই চান্দ্ৰেয়ী; প্ৰণয়িজনোচিত কোনো মোহে মোৰ অন্তৰ স্পৰ্শ কৰিব নোৱাৰে।

তলমূৰ কৰি স্তব্ধ শিলাপুত্তলিকাৰ দৰে কিছু সময় থিয় হৈ থাকে চান্দ্ৰেয়ী। তাৰপিচত উতথ্যক প্ৰণাম কৰি চান্দ্ৰেয়ীয়ে কয়— আশীৰ্বাদ কৰা স্বামী।

উতথ্য— কি আশীৰ্বাদ লাগে?

কেইমুহূৰ্তমান কিবা যেন চিন্তা কৰে চান্দ্ৰেয়ীয়ে। তাৰপিচত কয়— আশীৰ্বাদ কৰা, যিদিনা তুমি মোক ওচৰলৈ মাতিবা, সেইদিনা যেন তোমাৰ ওচৰলৈ দৌৰি যাব পাৰোঁ।

মৃদুহাস্যে উতথ্যই কয়— কিন্তু তোমা‍ক মোৰ ওচৰলৈ মতাৰ জানো প্ৰয়োজন হ'ব কোনোবা দিনা?

চান্দ্ৰেয়ী— যদি প্ৰয়োজন হয়, যদি এই চান্দ্ৰেয়ীৰ কথা সোঁৱৰণ কৰি কোনোবাদিনা তোমাৰ উদাৰ হৃদয়ৰ নিভৃতত কোনো দীৰ্ঘশ্বাস জাগে, যদি শূন্য বুলি ভাব হয় গৃহ, যদি তৃষ্ণাৰ্ত হয় বামবাহু, তেনেহলে তোমাৰ কুশতৃণৰ বলয়বন্ধনেৰে অনুগৃহীতা চান্দ্ৰেয়ীক আহ্বান কৰিবা।

উতথ্য— তথাস্তু।

গুচি যায় ঋষি উতথ্য।

অচঞ্চলমূৰ্তি চান্দ্ৰেয়ী নীৰৱ হৈ থিয় হৈ থাকে।

আশ্ৰম প্ৰাঙ্গণৰ কৰ্পূৰদীপ নুমাই গৈছে বহু আগতে। তথাপি বিহ্বল হৈ আছে চৈত্ৰবায়ু। আশ্ৰমপ্ৰাঙ্গণত থিয় হৈ তপোবনতৰুৰ পল্লৱমৰ্মৰ শুনে চান্দ্ৰেয়ীয়ে, যেন চান্দ্ৰেয়ীৰ জীৱনৰ বিফল তপস্যাৰ বেদনাৰে বিলাপমুখৰ হৈ উঠিছে তপোবন।

প্ৰাঙ্গণ পাৰ হৈ ধীৰে ধীৰে শূন্যমনা পথচাৰিণীৰ দৰে আগবাঢ়ি গৈ থাকে চান্দ্ৰেয়ী। তপোবনৰ পথো শেষ হৈ যায়। মুক্ত প্ৰান্তৰৰ প্ৰান্তত আহি দেখিবলৈ পায় চান্দ্ৰেয়ীয়ে, অদূৰত সৰিদ্বৰা যমুনাৰ জল চন্দ্ৰকিৰণত উদ্ভাসিত হৈ উঠিছে।

চমকিত নেত্ৰে আকাশৰ ফালে চায় চান্দ্ৰেয়ীয়ে, উদিত চন্দ্ৰৰ ফালে অশ্ৰুসিক্ত দৃষ্টি তুলি আৰু হৃদয়ৰ দুঃসহ ক্ষোভ মুক্ত কৰি দি অভিযোগ কৰে

চান্দ্ৰেয়ীয়ে— বিফল তপস্যাৰ জ্বালাৰ পৰা মুক্তি দিয়াঁ, পিতা।

যমুনাৰ তৰঙ্গভঙ্গত চন্দ্ৰবিম্ব আন্দোলিত হয়। যেন আহ্বান কৰিছে জ্যোৎস্নায়িত যমুনা সলিলে। ধীৰে ধীৰে আগুৱাই গৈ থাকে চান্দ্ৰেয়ী। বিফল তপস্যাৰ জ্বালা স্নিগ্ধ সলিলস্নানে শান্ত কৰিবৰ কাৰণে সদানীৰা যমুনাৰ তটত আহি থিয় হয় চান্দ্ৰেয়ী; তাৰপিচত মৃদুলগতি মৰালীৰ দৰে ধীৰে ধীৰে সলিলত অৱতৰণ কৰে। স্নান কৰে চান্দ্ৰেয়ীয়ে। জলকমলৰ ৰেণুপুঞ্জ ভাহি আহি চান্দ্ৰেয়ীৰ সিক্তকৱৰী ৰঞ্জিত কৰে। মৃণাল আলিঙ্গন কৰি থিয় হৈ থাকি যমুনাৰ তৰঙ্গসঙ্গীত উৎকৰ্ণ হৈ শুনি থাকে চান্দ্ৰেয়ীয়ে।

স্নান সমাপন কৰি তীৰত উঠে চান্দ্ৰেয়ী। কিন্তু হঠাৎ সন্ত্ৰস্ত হৈ দেখিবলৈ পায়, সমুখত এজন অপৰিচিতৰ মূৰ্তি থিয় হৈ আছে। চান্দ্ৰেয়ীৰ সিক্ত তনুশোভাৰ ফালে চাই উজ্জ্বল হৈ আছে তাৰ ব্যাকুল দুটি চক্ষু।

ক্ষুব্ধ স্বৰে প্ৰশ্ন কৰে চান্দ্ৰেয়ীয়ে— কোন তুমি?

— মই জলাধিপতি বৰুণ। মই পশ্চিম দিক্‌পাল বৰুণ।

— বিসদৃশ আপোনাৰ আচৰণ, অন্যায় আপোনাৰ আগমন।

— মিথ্যা কোৱা নাই চান্দ্ৰেয়ী।

বিস্মিত হয় চান্দ্ৰেয়ী। মোৰ পৰিচয় জানিও আপুনি মোৰ সমুখলৈ কিয় আহিছে?

বৰুণ— এটি অনুৰোধ জ্ঞাপন কৰিবলৈ আহিছোঁ।

চান্দ্ৰেয়ী— মোৰ ওচৰত আপোনাৰ কি অনুৰোধ থাকিব পাৰে, জলাধিপতি।

বৰুণ— এবাৰ বৰুণনিকেতনৰ সকলো শোভাৰ মাজলৈ আহি থিয় হ'বা তুমি, এই অনুৰোধ।

চান্দ্ৰেয়ী— কিয়?

বৰুণ— তোমাৰেই জীৱনৰ এটি কৌতুহলৰ নিৰসন হৈ যাব। জানিব পাৰিবা, যি সত্য কেতিয়াও জানিবলৈ পৰা নাই। বুজিবলৈ পাৰিবা, যি ৰহস্য কেতিয়াও বুজিব পৰা নাই। কোনোদিনে শুনিবলৈ পোৱা নাই যি নীৰৱ কনকবৰ্ণ কুবলয়কলিকাৰ ভাষা. . . ।

চান্দ্ৰেয়ীৰ সকলো বিস্ময়ে যেন আতঙ্কিত হৈ হঠাৎ চীৎকাৰ কৰি উঠে— আপুনি?

বৰুণে কয়— এৰা, সোমতনয়া চান্দ্ৰেয়ী, ময়ে তোমাৰ কুটীৰ দ্বাৰত কনকবৰ্ণ কুবলয়ৰ কলিকা পঠাইছোঁ। তুমিয়ে মোৰ জীৱনৰ আকাঙ্ক্ষা।

চান্দ্ৰেয়ী— ভুল আকাঙ্ক্ষা, অযোগ্যজনৰ আকাঙ্ক্ষা। মই উতথ্যৰ পত্নী চান্দ্ৰেয়ী, মোৰ এই পৰিচয় হয়তো আপুনি নাজানে।

বৰুণ— জানো।

চান্দ্ৰেয়ী— তেনেহ'লে গুচি যাওক।

বৰুণ— যাম, কিন্তু অকলশৰে নাযাওঁ চান্দ্ৰেয়ী। যমুনাৰ স্নিগ্ধ সলিলত সিক্ত আৰু চন্দ্ৰৰশ্মিৰ স্নেহে উদ্ভাসিত এই স্বপ্নকুসুমক বক্ষোলগ্ন কৰি মোৰ লগত লৈ যাম।

চান্দ্ৰেয়ী— নিবৃত্ত হোৱা পাৰদাৰিক দুৰিতদূষিত দিক্‌পাল।

ধিক্কাৰ দি মূৰ্ছাহত হয় চান্দ্ৰেয়ী।



বৰুণনিকেতন, ইয়াত চন্দ্ৰসূৰ্য্যৰ পোহৰৰ প্ৰয়োজন নহয়। লক্ষ নাগমণিৰ ৰশ্মিপুঞ্জৰ দ্বাৰা জলাধিপতিৰ নিলয় উদ্ভাসিত হৈ আছে। প্ৰবালকীটৰ পঞ্জৰেৰে নিৰ্মিত সৌধ, মৰকতযুত বেদিকা আৰু বৈক্ৰান্ত-স্তৱকখচিত স্তম্ভশ্ৰেণী। বিগলিত ইন্দ্ৰধনুতকৈও বৰ্ণাঢ্য শোভাৰে যেন আলিম্পিত হৈ আছে ৰসাতলৰ এক ৰত্নপুৰী। চতুৰ্দিকে বিস্ময়বিহ্বল অপলক চক্ষুৰ দৃষ্টি বৰ্ষণ কৰি বুজিবলৈ চেষ্টা কৰে চান্দ্ৰেয়ীয়ে, কিন্তু বুজিব নোৱাৰে। কেৱল মনত পৰে, যেন তাইৰ দুঃস্বপ্নাহত প্ৰাণ যমুনাসলিলত নিমজ্জিত হৈ এই বিচিত্ৰ জগতৰ নিভৃতলৈ গুচি আহিছে।

কোমল পদ্মপলাশেৰে ৰচিত এখন শয্যা, সৌৰভতৰুৰ নিৰ্যাস পোৰে ৰত্নাধাৰত, কোনোবাই যেন তাৰ জীৱনৰ আৰাধনাস্থলীৰ মাজত সোমসুতা চান্দ্ৰেয়ীক বহুৱাই থৈ গৈছে। দেখিবলৈ পায় চান্দ্ৰেয়ীয়ে, মৰীচিকাৰ ছবি নহয়, সম্মুখৰ এটা সৰোবৰত তৰল স্ফটিকৰ দৰে সলিল, তাৰ মাজত ফুটি আছে কনকবৰ্ণ কুবলয়।

এতিয়া আৰু বুজিবলৈ একো বাকী নাই। এজন ৰসাতলবাসী প্ৰেমিকৰ কামনাই চান্দ্ৰেয়ীৰ মূৰ্ছাহত দেহ লুণ্ঠন কৰি লৈ এই অদ্ভুত ৰত্নমায়াবৃত জগতৰ মাজলৈ গুচি আহিছে।

— জলাধিপতি বৰুণ। সন্ত্ৰস্ত স্বৰে চীৎকাৰ কৰাৰ লগে লগে দেখিবলৈ পায় চান্দ্ৰেয়ীয়ে, সম্মুখত আহি থিয় হৈছে বৰুণ।

চান্দ্ৰেয়ীয়ে কয়— মোক মুক্তিদান কৰক।

চান্দ্ৰেয়ীৰ মুখৰ ফালে মুগ্ধ আৰু সাগ্ৰহ চক্ষুৰ অপলক দৃষ্টি তুলি বৰুণে

কয়— কাৰ ওচৰৰ পৰা মুক্তি বিচাৰা?

চান্দ্ৰেয়ীৰ নয়নত খৰ বিস্ময়ৰ ক্ষণপ্ৰভা চমকি উঠে। প্ৰেমবিধুৰ পুৰুষৰ কণ্ঠস্বৰ চান্দ্ৰেয়ীৰ কাণৰ ওচৰত বাজি উঠিছে। এনেকুৱা কণ্ঠস্বৰ জীৱনত এই প্ৰথম শুনিবলৈ পালে চান্দ্ৰেয়ীয়ে।

বৰুণে কয়— আশ্ৰমচাৰিণী চান্দ্ৰেয়ীৰ পদধ্বনিৰ তপস্যা কৰি দিনযাপন কৰিছে ৰত্নপুৰপতি এই বৰুণে। তোমাৰেই নীল পদ্মপ্ৰভ নয়নৰ প্ৰভা পান কৰাৰ কাৰণে তোমাৰ তপোবনতৰুৰ অন্তৰালত উৎসুক হৈ ক'ত লক্ষ মুহূৰ্ত যাপন কৰিছে লক্ষ প্ৰভামণিৰ অধীশ্বৰ এই বৰুণৰ সতৃষ্ণ দুটি চকুৱে। মোৰ কামনাকলিত কুবলয় তোমাৰেই চৰণ চুম্বনৰ আশাত নিতৌ তোমাৰ কুটীৰদ্বাৰত উপস্থিত হৈছে। মই প্ৰণয়ী, নিদ্ৰাহীন শত ৰজনীৰ সকলো মুহূৰ্ত আৰু ভাবনাৰে পুজা কৰিছোঁ তোমাৰ সৌ প্ৰৱল কৱৰীভাৰ, চম্পকসঙ্কাশ চিবুক, সৌ মদনমনোহৰণ ভ্ৰূধনু, সৌ মুক্তাচ্ছ দন্তৰুচি আৰু যৌৱনৰাগে শোণীকৃত সৌ অধৰ।

প্ৰণয়সঙ্গীতৰ ঝংকাৰে যেন নিশাৱসানৰ বিহগকাকলিৰ দৰে সোমসুতা চান্দ্ৰেয়ীৰ অন্তৰত এক নৱোষাৰ অৰুণিত বিহ্বলতা সঞ্চাৰিত কৰে। চান্দ্ৰেয়ীৰ সুস্মিত অধৰপুট দীপ্ত হৈ উঠে। নীলপদ্মপ্ৰভ নয়নৰ প্ৰভা খৰ দীপশিখাৰ দৰে জ্বলি উঠে। জলাধিপতি বৰুণৰ হাতৰ পৰা কনকবৰ্ণ কুবলয় তুলি লৈ কৱৰীত ধাৰণ কৰে চান্দ্ৰেয়ীয়ে।

চান্দ্ৰেয়ীয়ে কয়— সলিলেশ্বৰ বৰুণ!

বৰুণে কয়— কোৱাঁ, সুচাৰুদৰ্শিনী।

চান্দ্ৰেয়ী— সুখী হোৱাঁ তুমি!

বিদ্যুল্লেখাৰ দৰে স্ফুৰিত লাস্যে চঞ্চলিত হৈ উঠে আশ্ৰমচাৰিণী ইন্দুলেখাৰ তনু। জলাধিপতি বৰুণৰ সতৃষ্ণ দুটি বাহুৰ আলিঙ্গনত আত্মসমৰ্পণ কৰে চান্দ্ৰেয়ীয়ে।

বৰুণনিকেতনৰ নিদ্ৰা ভঙ্গ হয়। ৰসাতলৰ ওপৰত যেন বিপুল এক প্ৰতিশোধৰ আক্ৰোশৰ ধুমুহা বলিছে। কঁপি উঠিছে বৰুণনিলয়ৰ সকলো স্ফটিক মৰকত আৰু নাগমণি। নিকেতনৰ বদ্ধদ্বাৰৰ কপাটত কৰাঘাত। কোনোবাই যেন চিঞৰি মাতিছে। পদ্মপলাশেৰে ৰচিত শয্যাত উৎসৱৰ ক্লান্ত নায়িকাৰ দৰে বৰুণৰ বাহুবন্ধনত সুখসুপ্তা চান্দ্ৰেয়ী যেন হঠাৎ এক দুঃস্বপ্নৰ আঘাত পাই চমকি উঠে— কোনে মাতে?

— কোনে মাতে? জলাধিপতি বৰুণো সেই উৎসৱমদবিহ্বল পুষ্পশয্যাৰ

আৱেশৰ পৰা চমকি জাগি উঠে আৰু কক্ষৰ পৰা বাহিৰলৈ ওলাই আহি থিয় হয়। তাৰপিচত আগবাঢ়ি গৈ বৰুণনিকেতনৰ প্ৰধান প্ৰৱেশদ্বাৰ খুলি দিয়ে।

প্ৰৱেশ কৰে নাৰদ।

নাৰদে কয়— ঋষি উতথ্যই গম পাইছে, আপুনি তেওঁৰ পত্নী চান্দ্ৰেয়ীক অপহৰণ কৰি লৈ আহিছে।

শ্লেষযুক্ত স্বৰে বৰুণে কয়— জ্ঞানী ঋষিয়ে ঠিকেই জানিছে, কিন্তু এই তুচ্ছ সংবাদ নিবেদনৰ কাৰণে ইয়াত আপোনাৰ আগমনৰ কোনো প্ৰয়োজন নাছিল, নাৰদ।

নাৰদ— মই ঋষি উতথ্যৰ অনুৰোধৰ বাণী লৈ আহিছোঁ। চান্দ্ৰেয়ীক মুক্ত কৰি দিয়ক।

বৰুণ— নাই।

নাৰদ— ঋষি উতথ্যৰ কোপ আৰু অভিশাপৰ পৰা যদি মুক্ত হ'ব বিচাৰে, তেনেহ'লে এই মুহূৰ্তে তেওঁৰ প্ৰণয়াভিলাষিণী আৰু পৰিণীতা চান্দ্ৰেয়ীক মুক্ত কৰি দিয়ক।

বৰুণ— নাই।

নাৰদ— প্ৰেমিক উতথ্যৰ আকাঙ্ক্ষিতা নাৰী চান্দ্ৰেয়ীক মুক্তি কৰি দিয়ক।

দুই চক্ষুৰ দৃষ্টিত কুটিল বিদ্ৰূপ আৰু কঠোৰ অবিশ্বাস স্ফুৰিত কৰি বৰুণে কয়— কুটতাকুশল দূত, হে নাৰদ, আপোনাৰ বচনচাতুৰী সত্য, কিন্তু নিতান্ত মিথ্যা আপোনাৰ বচন। সুকঠিন শিলৰ বক্ষতো শ্যামলতা জাগি উঠিব পাৰে, কিন্তু শুষ্ক জ্ঞানৰ কুশতৃণ সেই ঋষি উতথ্যৰ বক্ষত কেতিয়াও প্ৰেম-কামনা দেখা দিব নোৱাৰে।

নাৰদ— এই কল্পনামোহ বৰ্জন কৰক। অত্ৰি আশ্ৰমৰ এক সিন্ধুবাৰতৰুৰ ছায়াতলত এতিয়া থিয় হৈ আছে যি কামনাকুল প্ৰেমিক উতথ্য...।

চমকি উঠে বৰুণ— কি ক'লে নাৰদ?

নাৰদ— হয়, দিক্‌পাল বৰুণ, প্ৰণামনমিতা যি চান্দ্ৰেয়ীৰ সীমন্তস্খলিত সিন্দুৰ বিন্দুৰ চিহ্ন এতিয়াও ঋষি উতথ্যৰ চৰণত অঙ্কিত আছে, সেই চান্দ্ৰেয়ীক স্বামী সন্নিধানলৈ গুচি যাবলৈ দিয়ক।

গৰ্জন কৰে বৰুণে— নাই।

বিষণ্ণ স্বৰে নাৰদে প্ৰশ্ন কৰে— সোমসুতা চান্দ্ৰেয়ী ক'ত?

বৰুণ— কিয়?

নাৰদ— ঋষি উতথ্যৰ প্ৰেৰিত এটি উপহাৰ চান্দ্ৰেয়ীক দিবলৈ বিচাৰোঁ।

বৰুণ— কি উপহাৰ?

নাৰদ— এই দূৰ্বামঞ্জৰী।

বৰুণ— সেই তুচ্ছ দূৰ্বামঞ্জৰী ধূলিত নিক্ষেপ কৰক।

নাৰদ— কিয়?

বৰুণ— দুৰ্লভ কনকবৰ্ণ কুবলয়ৰ কলিকা কবৰীত ধাৰণ কৰি সুখী হৈছে চান্দ্ৰেয়ী, বৰুণনিকেতনত সুখেৰে আছে চান্দ্ৰেয়ী। এই সংবাদ লৈ গৈ উতথ্যক নিবেদন কৰক ঋষি। ইয়ালৈ আপোনাৰ অহাৰ আৰু কোনো প্ৰয়োজন নাই।

উভতি গ'ল নাৰদ। অকস্মাৎ নেপথ্যৰ পৰা আৰ্তনাদ কৰি ভীতা বনকুৰঙ্গীৰ দৰে দৌৰি আহি বৰুণৰ সম্মুখত থিয় হয় চান্দ্ৰেয়ী। ব্যাকুলভাৱে প্ৰশ্ন কৰে— কাক ওভতাই পঠিয়াইছে, জলাধিপতি বৰুণ?

বৰুণ— ঋষি উতথ্যৰ দূত নাৰদক।

চান্দ্ৰেয়ী— মই জানো, মই সকলো শুনিবলৈ পাইছোঁ, জলাধিপতি। আৰ্তস্বৰে চীৎকাৰ কৰি উঠে চান্দ্ৰেয়ীয়ে আৰু দেখিবলৈ পায়, বিমুখ হৈ গুচি গৈছে বিষণ্ণ নাৰদ, হাতত দূৰ্বামঞ্জৰীৰ এটি গুচ্ছ।

ব্যাকুলা প্ৰলাপিকাৰ দৰে উচ্ছ্বসিত স্বৰে পাচফালৰ পৰা মাতি থাকে চান্দ্ৰেয়ীয়ে— ঋষি নাৰদ! চান্দ্ৰেয়ীবল্লভ উতথ্যৰ দূত ঋষি নাৰদ, দি যোৱা সেই শ্যামদূৰ্বাৰ মঞ্জৰী। দি যোৱা প্ৰেমিক উতথ্যৰ সেই উপহাৰ, চান্দ্ৰেয়ীৰ জীৱনৰ স্বপ্ন আৰু মৃত্যুৰ শান্তি সেই দূৰ্বামঞ্জৰী।

কিন্তু তেতিয়া অদৃশ্য হৈ গৈছে নাৰদ। শূন্য দ্বাৰপথৰ ফালে চাই কান্দি উঠে চান্দ্ৰেয়ী। দুই হাতেৰে যন্ত্ৰণাক্ত দুই চকু আবৃত কৰি সন্তাপিতা লতিকাৰ দৰে নতমুখিনী হৈ বৰুণৰ ওচৰত প্ৰাৰ্থনা কৰে চান্দ্ৰেয়ীয়ে— মোক মুক্তিদান কৰক। পৃথিৱীৰ আশ্ৰমচাৰিণী নাৰীক এই ৰসাতলৰ ৰত্নপুৰৰ পৰা গুচি যাবলৈ আদেশ দিয়ক।

বৰুণ— তোমাৰ এই আকুলতাৰ অৰ্থ কি, চান্দ্ৰেয়ী?

অশ্ৰুসিক্তা চান্দ্ৰেয়ীয়ে কয়— পৃথিৱীৰ দূৰ্বামঞ্জৰীয়ে মোক আহ্বান কৰিছে। ঋষি উতথ্যৰ প্ৰিয়া চান্দ্ৰেয়ীক মুক্ত কৰি দিয়ক।

বৰুণে কয়— নাই।

তৎমুহূৰ্তে এজাক তপ্ত মৰুধূলিৰ ধুমুহা বতাহ আহে আৰু দ্বাৰ চূৰ্ণ কৰি বৰুণ নিলয়ৰ বক্ষৰ অভ্যন্তৰত প্ৰৱেশ কৰে। লক্ষ অগ্নিশিখাৰ জ্বালাই কৰাল

উৎপাতৰ দৰে বৰুণ নিকেতনৰ সৰোবৰ সলিল বাষ্পীভূত কৰি দিয়ে। পুৰিবলৈ ধৰে কনকবৰ্ণ কুবলয়।

নীৰৱে থিয় হৈ আৰু অবিচলিত নেত্ৰে পৃথিৱীৰ আশ্ৰমবাসী এক ক্ৰোধোন্মত্ত ঋষিৰ অভিশাপলীলা চাই থাকে আৰু সহ্য কৰে বৰুণে।

মিনতি কৰে চান্দ্ৰেয়ীয়ে— মোক মুক্ত কৰি দিয়ক দিক্‌পাল বৰুণ।

বৰুণে কয়— নাই।

লক্ষ বজ্ৰনাদ একেলগে ধাৱিত হৈ আহি বৰুণনিলয়ৰ সমস্ত ৰত্নস্তূপৰ ওপৰত আক্ৰোশ পূৰণ কৰে। ধূলি হৈ যায় ৰত্নৰ স্তূপ।

চান্দ্ৰেয়ীয়ে কয়— মোক মুক্ত কৰি দিয়ক, ৰত্নেশ্বৰ বৰুণ।

বৰুণে কয়— নাই।

বৰুণনিকেতনৰ হৃৎপিণ্ড চূৰ্ণ কৰি দি অকস্মাৎ সহস্ৰ শুষ্ক কণ্ঠৰ হাঁহাকাৰ ধ্বনিত হয়। ঋষি উতথ্যৰ আদেশত বৰুণনিলয়ৰ বক্ষত উষৰতাৰ অভিশাপ নিক্ষেপ কৰি নদী সৰস্বতী তেওঁৰ জলধাৰা আঁতৰাই নি গুচি গৈছে, দূৰৰ পৰা দুৰান্তৰলৈ। মৃত্যু যন্ত্ৰণাত শিহৰিত হৈ উঠিছে পিপাসাৰ্ত বৰুণনিকেতন। এইবাৰ বিচলিত হয় জলাধিপতি আৰু সন্ত্ৰস্ত কণ্ঠে চীৎকাৰ কৰি উঠে— কোপ সম্বৰণ কৰা ঋষি উতথ্য।

চান্দ্ৰেয়ীয়ে কয়— মোক মুক্ত কৰি দিয়ক, সলিলেশ্বৰ বৰুণ।

বৰুণ— যোৱাঁ।

উতথ্যই কয়— মোৰ ভুল ক্ষমা কৰাঁ, চান্দ্ৰেয়ী।

অত্ৰি-আশ্ৰমৰ তপোবনত সিন্ধুবাৰ কুসুমৰ ছায়াতলত থিয় হৈ চান্দ্ৰেয়ীৰ মুখৰ পিনে মুগ্ধভাৱে চাই ঋষি উতথ্যই কয়— ধন্য তোমাৰ প্ৰেম, তুমি মোৰ মহত্ত্বৰ অহঙ্কাৰ ধূলি কৰি দি সেই ধূলিত প্ৰেমৰ দুৰ্বামঞ্জৰী ফুটাই তুলিছা।

প্ৰণয়ৰ সঙ্গীত। সেই ঋষি উতথ্যৰ কণ্ঠস্বৰ প্ৰণয়ানুৰাগে সঙ্গীতময় হৈ উঠিছে, যি ঋষি এই আশ্ৰমৰ প্ৰাঙ্গণত এদিন কৰ্পূৰসুৰভিত সন্ধিয়া সকলো আবেদন তুচ্ছ কৰি গুচি গৈছিল। কিন্তু আজি জীৱনৰ চিৰাকাঙ্ক্ষিত সেই সঙ্গীত শুনিবলৈ পায়ো বেদনাহতৰ দৰে দুই হাতেৰে মুখ ঢাকে চান্দ্ৰেয়ীয়ে।

উতথ্যই কয়— তোমাৰ সিদিনাৰ আহ্বান তুচ্ছ কৰিবলৈ গৈ মোৰ প্ৰণয়হীন হৃদয়ে কল্পনাও কৰিব পৰা নাছিল যে এই পৃথিৱীৰ সকলো তৰুলতা আৰু আলোছায়াৰ মায়া মোৰ জীৱনত তোমাৰেই স্মৃতিময় মূৰ্তি হৈ ফুটি উঠিব। বুজিব পৰা নাছিলো, সিদিনাৰ কৰ্পূৰদীপৰ সৌৰভে মোৰ স্বপ্ন সুৰভিত কৰি

তুলিব।

চান্দ্ৰেয়ীৰ কৰতল আশ্ৰুপ্ৰবাহত সিক্ত হয়। মনত ভাব হয় চান্দ্ৰেয়ীৰ, তাই আজি আৰু চান্দ্ৰেয়ী নহয়। এই প্ৰণয়সঙ্গীতৰ শুচিতাক কেৱল ছলনাৰে মুগ্ধ কৰিবৰ কাৰণে চান্দ্ৰেয়ীৰ ছদ্মৰূপ ধাৰণ কৰি বহি আছে এটা ছায়া।

উতথ্যই কয়— ধাৰণা কৰিব পৰা নাছিলো, অনুৰাগৰ পৰাগৰ দৰে তোমাৰ সেই প্ৰণমিত সীমন্তৰ সুন্দৰ সিন্দুৰে সুৰঞ্জিত কৰি দিব মৰুলোকৰ আকাশৰ দৰে মোৰ অমায়াবিৰস অন্তৰৰ সৰ্বক্ষণৰ চিন্তা। বুজিব পৰা নাছিলো চান্দ্ৰেয়ী, চন্দনবাসিত তোমাৰ সেই তৰুণ তনু বক্ষত ধাৰণ কৰাৰ কাৰণে চঞ্চলিত হৈ উঠিব উতথ্যৰ নিৰ্মোহ জীৱনৰ উদাস নিশ্বাস। শূন্য বুলি ভাব হৈছে গৃহ, তৃষ্ণাৰ্ত হৈছে বামবাহু, কান্দি উঠিছে বক্ষৰ পঞ্জৰ, মোৰ দীৰ্ঘশ্বাসত অস্থিৰ হৈ তপোবনৰ বায়ুৱে তোমাকেই অন্বেষণ কৰি ঘূৰি ফুৰিছে।

মুখ তুলি চায় চান্দ্ৰেয়ীয়ে।

উতথ্যই কয়— কিন্তু, আজি মই ধন্য। মই সুখী, মই কৃতাৰ্থ। মোৰ প্ৰতীক্ষাৰ তপস্যা সফল হৈছে।

সস্পৃহ নয়নে চান্দ্ৰেয়ীৰ ফালে চাই থাকে উতথ্যই। তাৰপিচত দূৰ্বামঞ্জৰীৰ গুচ্ছ হাতত লৈ চান্দ্ৰেয়ীৰ ওচৰলৈ আগবাঢ়ি যায়। কিন্তু অকস্মাৎ আতঙ্কিতৰ দৰে দুই হাতেৰে কবৰীভাৰ আবৃত কৰি আঁতৰি যায় চান্দ্ৰেয়ী।

ব্যথাহত স্বৰে উতথ্যই কয়— মোৰ এদিনৰ ভুল জানো পাহৰিব নোৱাৰিবা, চান্দ্ৰেয়ী?

চান্দ্ৰেয়ীয়ে কয়— সকলো পাহৰি গৈছো, ঋষি।

উতথ্য— তেন্তে?

চান্দ্ৰেয়ী— কিন্তু তোমাৰ হাতৰ পৰা দূৰ্বামঞ্জৰীৰ উপহাৰ গ্ৰহণ কৰাৰ অধিকাৰ হেৰাইছে চান্দ্ৰেয়ীয়ে।

উতথ্য— কিয়?

চান্দ্ৰেয়ী— মোৰ এদিনৰ ভুল জানো বিস্মৃত হ'বলৈ পাৰিছা তুমি?

উতথ্য— ৰসাতলৰ এক কামুকে তোমাক অপহৰণ কৰিছিল, সেইটো তো তোমাৰ অপৰাধ নহয়। মই জানো, ধৃষ্ট বৰুণৰ হঠপ্ৰণয় আৰু অভিলাষে অপ্ৰমেয়প্ৰেমা চান্দ্ৰেয়ীৰ কুন্দেন্দুসুন্দৰ আৰু শুচিস্মিত তনু স্পৰ্শ কৰিব পৰা নাই।

চান্দ্ৰেয়ীৰ অশ্ৰুসিক্ত নয়নত সিন্ধুবাৰ কুসুমৰ প্ৰভা বিম্বিত হৈ আৰু দ্যুতিময় হৈ উঠে। চঞ্চল হোৱা নাই, আৰ্তনাদ কৰা নাই, যেন ক্ষমাহীন এক শান্তিৰ জগতত কেৱল স্থিৰ হৈ থাকিবলৈ বিচাৰিছে চান্দ্ৰেয়ীয়ে। অকম্পিত স্বৰে

চান্দ্ৰেয়ীয়ে কয়— তোমাৰ বিশ্বাস সত্য নহয়।

চমকি উঠে ঋষি উতথ্য। সত্য নহয় তেওঁৰ বিশ্বাস? তেনেহলে সঁচাকৈয়ে ভূতলবাসিনী এক ইন্দুলেখাৰ দেহ দংশন কৰিছে ৰসাতলবাসী এক সৰীসৃপে?

উতথ্যই শান্ত স্বৰে কয়— সেই অপমান মোৰ অপমান। সেই দুঃখ মোৰেই ভুলৰ প্ৰায়শ্চিত্ত। তোমাৰ ভুল নহয়, তোমাৰ অপৰাধো নহয় চান্দ্ৰেয়ী। পতিপ্ৰেমিকা চান্দ্ৰেয়ীৰ শুচিতাময় অন্তৰৰ প্ৰতিবাদ তুচ্ছ কৰি এক কলুষৰ দস্যুৱেহে তাৰ লালসা তৃপ্ত কৰিছে। তুমি নিষ্কলুষা।

চান্দ্ৰেয়ী— তোমাৰ এই বিশ্বাসো সত্য নহয়।

বিস্মিত হয় উতথ্য— সত্য নহয়?

চান্দ্ৰেয়ী— নাই। সোমসুতা চান্দ্ৰেয়ীয়ে স্বেচ্ছাই জলাধিপতি বৰুণৰ উপহাৰ এই কবৰীত ধাৰণ কৰিছে।

আৰ্তনাদ কৰে উতথ্যই— স্বেচ্ছাই?

চান্দ্ৰেয়ী— হয়, স্বেচ্ছাই আৰু সাগ্ৰহে, জলাধিপতি বৰুণৰ প্ৰণয় ভাষণত প্ৰীত আৰু মুগ্ধ হৈ তেওঁৰ আলিঙ্গনত আত্মসমৰ্পন কৰিছে চান্দ্ৰেয়ীয়ে।

অন্তৰৰ পিপাসিত বাসনাৰ আশাবোৰে যেন অকস্মাৎ এক কঠোৰ পৰিহাসৰ আঘাতত উতথ্যৰ বক্ষৰ গভীৰত আৰ্তনাদ কৰি উঠে। স্তব্ধ হৈ আৰু নীৰৱে চান্দ্ৰেয়ীৰ ফালে অদ্ভুত এক বিস্ময়বিপন্ন দৃষ্টি তুলি চাই থাকে উতথ্যই। চান্দ্ৰেয়ী, উতথ্যৰ কামনাৰ স্বপ্ন চান্দ্ৰেয়ীয়ে কেৱল এই সত্য জনাই দিবলৈ আহিছে যে, তাই আজি পাতালপুৰৰ এক প্ৰণয়ীৰ বক্ষৰ গৌৰৱ। সত্যে ৰত্নপুৰৰ এক ৰশ্মিৰ স্পৰ্শত দগ্ধ হৈ গৈছে ক্ষীণ কুশতৃণৰ বলয়।

কিন্তু কিয় ঘূৰি আহিল চান্দ্ৰেয়ী? বৰুণনিকেতনৰ ৰত্নকিৰণেৰে অভিনন্দিতা নাৰী কিয় ঘূৰি আহিছে আৰু কিহৰ কাৰণে এই কুসুমিত সিন্ধুবাৰতৰুৰ ছায়াতলত থিয় হৈ আছে? বোধ হয়, জীৱনৰ এক পৰম কাম্য আশ্বাস বিচাৰিছে চান্দ্ৰেয়ীৰ অন্তৰে। বৰুণলোকৰ আনন্দৰ ওপৰত ঋষি উতথ্যৰ কোপে যেন আৰু জ্বালা বৰ্ষণ নকৰে, যেন পুনৰ স্নিগ্ধ সুন্দৰ আৰু ৰত্নময় হৈ উঠে বৰুণৰ নিলয়, উতথ্যৰ পৰা এই প্ৰতিশ্ৰুতি লৈ গুচি যোৱাৰ কাৰণে উভতি আহিছে চান্দ্ৰেয়ী।

উতথ্যই কয়— চান্দ্ৰেয়ী।

চান্দ্ৰেয়ী— আদেশ কৰা, ঋষি।

উতথ্য— কি বিচাৰা তুমি? কোৱাঁ, কি তোমাৰ প্ৰৰ্থনীয়?

চান্দ্ৰেয়ী— অভিশাপ দিয়া, স্বামী, যেন এই মুহূৰ্তে মৃত্যু হয় চান্দ্ৰেয়ীৰ, আৰু একোকে নিবিচাৰোঁ।

কুসুমিত সিন্ধুবাৰতৰুৰ যি ছায়াতলে সোমসুতা চান্দ্ৰেয়ীৰ প্ৰেমৰ তপস্যাক লালন কৰি আহিছে, সেই ছায়াতলতে সেই তপস্যাক ঋষি উতথ্যৰ অভিশাপৰ সম্মুখত উপহাৰ দি যেন ধন্যা হ'বৰ কাৰণে প্ৰস্তুত হয় চান্দ্ৰেয়ী। দেখিবলৈ পায় উতথ্যই, অৱনতমুখিনী চান্দ্ৰেয়ীৰ স্তবকিত কুন্তল যেন অগ্নিজ্বালা বৰণ কৰাৰ প্ৰতীক্ষাত অচঞ্চল হৈ আছে।

হঠাৎ অনুভৱ কৰে উতথ্যই, সৌ নীলাকাশৰ দৰে এক অপাবৃত অন্তৰৰ মহিমাই যেন চান্দ্ৰেয়ীৰ মূৰ্তি ধৰি ভূতলত থিয় হৈ আছে, বিন্দুমাত্ৰ মিথ্যা আৰু গোপনতাৰ ধূলি সহ্য কৰিব নোৱাৰে যি অন্তৰে। জীৱনৰ সমস্ত শুচিতা লৈ মন্ত্ৰমিলিত আহুতিৰ দৰে সুন্দৰ হৈ আছে এই নাৰী। হয়, সত্যে নিষ্কলুষা।

ঋষি উতথ্যই অপলক নয়নে চাই থাকে। উতথ্যৰ পিপাসিত বাসনাৰ ক্ষণমেদুৰ আশাবোৰ যেন হঠাৎ আলোকিত হৈ উঠিছে। চান্দ্ৰেয়ীৰ সেই অতি পৰিচিত সুন্দৰ মুখশোভাক নতুন বুলি মনত ভাব হয়। দেখিবলৈ অদ্ভুত আৰু অধিক ভাল লাগে। আৰু কি আশ্চৰ্য মনত পুনৰ মোহ জাগে। নতমুখে আৰু চকুযুৰি নিমীলিত কৰি থিয় হৈ আছে চান্দ্ৰেয়ী, যেন ব্ৰীড়াভাৰে বিনতা এক অভিনৱা বধূবদনৰ ছবি।

চান্দ্ৰেয়ীৰ কাষলৈ আগুৱাই আহে উতথ্য। উৎসুক প্ৰণয়ীৰ দৰে সম্পৃহ নেত্ৰসম্পাতে প্ৰেমিকাৰ স্তবকিত কুন্তলৰ ফালে চাই থাকে। তাৰপিচতেই সেই স্তবকিত কুন্তলত নবীন দূৰ্বামঞ্জৰী পিন্ধাই দি স্মিতহাস্যে কয় উতথ্যই— প্ৰিয়া চান্দ্ৰেয়ী।

—ঃ—

# দেৱশৰ্মা আৰু ৰুচি

শিলাপ্ৰাচীৰেৰে নহয়, মাথো পৰ্ণতৰুৰ ছায়া আৰু শ্যামলতাৰে বেষ্টিত এটি সুন্দৰ কুটীৰ। দেৱশৰ্মাৰ এই সুন্দৰ কুটীৰ ঋষিপত্নী ৰুচিৰ মানত এক দুঃসহ কাৰাগাৰ। এক বনমৃগীৰ উদ্দাম স্বপ্নক যেন ইয়াত তীক্ষ্ণ কণ্টকশৰৰ প্ৰাচীৰৰ মাজত বন্দী কৰি ৰখা হৈছে। ৰুচিয়ে মনতে ভাবে, ছায়াময় নহয়, দেৱশৰ্মাৰ এই সংসাৰ যেন ক্ষুদ্ৰ এক মৰুখণ্ড, কেৱল জ্বালা আৰু উত্তাপ। নাই সজল বৰ্ষণ, নাই গধূলি, নাই জ্যোৎস্না, নাই কুহেলিকাৰ সুখমন্থৰ তন্দ্ৰা, বৃথা এই সোণবৰণীয়া কেতকীৰ সৌৰভবিলাস, বৃথা মেঘমেদুৰ মধ্যাহ্নৰ এই কদম্বপৰাগ আৰু নৱজলবিন্দুৰ উৎসৱ। সন্ধ্যাৰ মল্লিকা ফুটে অকাৰণে, বৃথা দৌৰা-দৌৰি কৰে শালনিৰ্যাষৰ গন্ধভাৰত মন্থৰিত প্ৰভাতবায়ু। ব্যৰ্থ জীৱন, ব্যৰ্থ যৌৱন। প্ৰতি মুহূৰ্তৰ অনাদৰত সুন্দৰাঙ্গনা ৰুচিৰ যৌৱনৰ অনঙ্গমাধুৰী ইয়াত যেন অৱমানিত হয়। প্ৰতি মুহূৰ্তৰ মৰুজ্বালাত এক তৰুণী নাৰীৰ শত কামনাৰ পুষ্পদল লেৰেলি যায় আৰু পুৰি ছাই হয়। দুঃসহ এই নিষ্ঠুৰ বন্ধন। মুক্তি বিচাৰে ৰুচিয়ে।

স্বামীক ভাল পাব নোৱাৰে ৰুচিয়ে। কিয় ভাল পাব, তাৰ কাৰণো বিচাৰি নাপায়। দেৱশৰ্মাৰ এই ক্ষুদ্ৰ গৃহনিকেতনৰ বাহিৰত কত তৰুণৰ মুগ্ধ চক্ষুৰ দৃষ্টিয়ে তাইক অভ্যৰ্থনা কৰিবৰ কাৰণে প্ৰস্তুত হৈ আছে, সেই কথা জানে ৰুচিয়ে। ৰূপোত্তমা বুলি ইমান খ্যাতি লাভ কৰিছে যি নাৰীয়ে, শ্ৰেষ্ঠ ৰূপবানৰ ওচৰত সেই নাৰীৰ স্থান হোৱা উচিত। এই ধাৰণা কেৱল ৰূপস্তাৱক লোকসমাজৰ ধাৰণা নহয়। ৰুচিয়ে নিজেও মৰ্মে মৰ্মে বিশ্বাস কৰে এই সত্য। ইয়াৰেই নাম বোধহয় ইন্দ্ৰমায়া।

এৰা, ৰুচিৰ হৃদয় ইন্দ্ৰমায়াত অভিভূত হৈছে। জীৱনৰ কামনা বাসনাক ক্ৰীতদাসীৰ দৰে দেৱশৰ্মা নামে এক ৰূপযৌৱনহীন অকিঞ্চন পুৰুষৰ পদপ্ৰান্তত অৱনত কৰি ৰাখিবলৈ নিবিচাৰে ৰুচিয়ে। এই জীৱন হ'ব চিৰ অভিসাৰৰ এক অবাৰিত উল্লাসৰ বীথিকা,যাৰ প্ৰতি ছায়াকুঞ্জৰ অভ্যৰ্থনাত তৰুণী নাৰীৰ প্ৰাণে নিত্য নৱতৰ মিলন অন্বেষণ কৰি ফুৰিব। প্ৰেমৰ জীৱন হ'ব অবিৰল উৎসৱৰ দৰে। প্ৰেমৰ জীৱনত বন্ধন বুলি যদি কিবা থাকে, সেই বন্ধন হ'ব কুসুম-মালিকাৰ সূতাৰ দৰে, আৰু কুসুম হ'ব সেই কুসুম যি কুসুমে মদনৰ তূণৰ পৰা বিহ্বল কামনাৰ পৰাগ কঢ়িয়াই আনি জগতৰ যৌৱনান্বিত সকলো প্ৰাণৰ ওপৰত ছটিয়াই দিয়ে।

গতিকে,মুক্তি বিচাৰে ৰুচিয়ে। কুটীৰদ্বাৰৰ ওচৰত থকা এজোপা

গতিকে,মুক্তি বিচাৰে ৰুচিয়ে। কুটীৰদ্বাৰৰ ওচৰত থকা এজোপা সপ্তপৰ্ণীৰ গাত অংগভাৰ সঁপি দি যেন কাৰোবাৰ প্ৰতীক্ষাত দূৰ পথপ্ৰান্তৰৰ ফালে চাই থাকে ৰুচিয়ে।

এই প্ৰতীক্ষাৰ অৰ্থ জানে দেৱশৰ্মাই। পৰপ্ৰণয়িণী ৰুচিৰ অন্তৰাত্মা কিয় এই পথৰ ধ্যানত মগ্ন হৈ আছে, তাৰ ৰহস্য দেৱশৰ্মাৰ অবিদিত নহয়। প্ৰভাতৰ কুহেলিকাৰ অন্তৰালত এই পথত এজন সুন্দৰদৰ্শন প্ৰণয়ী অলপ সময়ৰ কাৰণে দেখা দি গুচি যায়। স্মিত জ্যোৎস্নাৰ ধাৰাস্নাত ৰজনীৰ প্ৰতি প্ৰহৰত এই পথত তাৰ পদধ্বনি শুনা যায়, কিন্তু তাক দেখিবলৈ পোৱা নাযায়। এক অশৰীৰী প্ৰলোভ যেন অস্থিৰ হৈ কাৰোবাক অন্বেষণ কৰি ফুৰিছে। কত ছদ্মবেশে সেই মায়াবী আহে আৰু যায়। সৌ নতুন কাঁহিবনত তাক দেখিবলৈ পোৱা যায়, শ্বেতবস্ত্ৰেৰে সজ্জিত তাৰ অঙ্গ, দূৰৈৰ সপ্তপৰ্ণীতলত সুচিত্ৰিত এক নাৰীৰ মূৰ্তিৰ ফালে চাই থিয় হৈ আছে। দেৱশৰ্মাই তাক চিনে, তাৰ নাম পুৰন্দৰ। তাৰে অনুৰাগত প্ৰতিমুহূৰ্ত ব্যাকুল হৈ আছে ৰুচি।

ক্ষমা কৰিব নোৱাৰে দেৱশৰ্মাই। ইন্দ্ৰমায়াত চঞ্চল এই প্ৰগল্‌ভযৌৱনা নাৰীক সতকৰ্তাৰ এক পাষাণ প্ৰাচীৰৰ ভিতৰত কঠোৰভাৱে বন্দী কৰি ৰাখিবলৈ বিচাৰে দেৱশৰ্মাই। সুযোগ নাপায় মায়াবী পুৰন্দৰে, সুযোগ নাপায় ৰুচিয়ে।

বনমৃগীৰ এই উদ্দাম স্বপ্নক ইমান সতৰ্কতাৰে বান্ধি ৰখাৰ প্ৰয়োজন কি? মুক্ত কৰি দিব তো পাৰে দেৱশৰ্মাই। কিন্তু নোৱাৰে, মনে নিবিচাৰে। তেওঁৰ স্বামিত্বৰ অধিকাৰ চৰম ঘৃণাৰে তুচ্ছ কৰি দিছে ৰুচিয়ে, কিন্তু হাৰি গৈও যেন হাৰ মানিবলৈ নিবিচাৰে দেৱশৰ্মাই। পুৰন্দৰৰ লালসাৰ অভিসন্ধি প্ৰতিৰোধ কৰিবৰ কাৰণে কঠোৰ প্ৰতিজ্ঞা কৰিছে দেৱশৰ্মাই।

সপ্তপৰ্ণীৰ ছায়াতলত বেছি সময় থিয় হৈ থাকিব নোৱাৰে ৰুচি। দেৱশৰ্মাৰ কঠোৰ আহ্বানত কুটীৰৰ অভ্যন্তৰলৈ উভতি আহিব লগা হয়। কেতিয়াবা আকৌ সৰোবৰৰ সোপানৰ ওপৰত বহি হিল্লোলিত ৰক্তকোকনদৰ ফালে চাই থাকে ৰুচিয়ে। কিন্তু বেছি সময় নহয়, দেৱশৰ্মাই আহি বাধা দিয়ে আৰু মাতি লৈ যায়। মধ্যৰাত্ৰি স্বপ্নভঙ্গৰ বেদনাত সুপ্তোত্থিত ৰুচি মুক্তকপাট বাতায়নৰ ওচৰলৈ আহি থিয় হয়। দেৱশৰ্মা আহি বাতায়ন ৰুদ্ধ কৰি গুচি যায়।

ৰুচিৰ অন্তৰাত্মাত বিদ্ৰোহ জাগে। মছি পেলায় অঙ্গৰাগ, দলিয়াই পেলায় কবৰীমাল্য। যেন নিৰ্মম আক্ৰোশৰ বশীভূত হৈ এক ৰূপৰ লতিকাই নিজ দেহৰ

ওপৰত কণ্টকাঘাত বৰ্ষণ কৰে, তথাপি বিচলিত নহয় দেৱশৰ্মা।

কিন্তু মাজে মাজে যেন অৱসন্ন হৈ পৰে দেৱশৰ্মা। অতি অৰ্থহীন এই সংগ্ৰাম। ৰুচিয়ে তেওক ভাল নাপায়, ভাল নাপাব, ভাল পাব নোৱাৰে; কাৰণ প্ৰেমক ৰূপ যৌৱনৰ উৎসৱ বুলি ভাবিছে ৰুচিয়ে। তৃপ্ত কামনাৰ সুখময় বন্ধনত বিনে পুৰুষৰ ওচৰত আৰু কোনো বন্ধন স্বীকাৰ কৰিবলৈ নিবিচাৰে এই নাৰীয়ে।

গৰ্ব কৰিব লগা ৰূপ নাই, যৌৱনো নাই দেৱশৰ্মাৰ; তথাপি ৰুচি নামে এই বিপুলযৌৱনা নাৰীক কিয় যে ভাল লাগে। আশ্চৰ্য হয় দেৱশৰ্মা, তেওঁ নিজৰ মনৰ এই ৰহস্য বুজিব নোৱাৰে। সেই কাৰণে বোধহয় হাৰি গৈও তেওঁ হাৰ মানিবলৈ নিবিচাৰে। ৰুচিয়ে মুক্তি বিচাৰিলেও তেওঁ মুক্তি দিব নোৱাৰে।

যজ্ঞৰ নিমন্ত্ৰণ ৰক্ষাৰ্থে এদিনৰ কাৰণে দূৰ ঠাইলৈ যাব লাগিব, বিমৰ্ষ হৈ বহি দেৱশৰ্মাই ভাবিছিল। প্ৰতি মুহূৰ্ত কেৱল এজনী পৰপ্ৰেমিকা নাৰীৰ প্ৰতিটো আকুলতাক বাধা দি অৰ্থহীন জীৱনৰ বহুদিন অতিবাহিত হৈছে,অতি যন্ত্ৰণা আৰু অতি অপমানে ভৰা বহুদিন। তথাপি আজি বাহিৰলৈ যোৱাৰ লগ্নক্ষণৰ আসন্নতাত তেওঁৰ সমস্ত অন্তৰ বেদনাপূৰ্ণ হৈছে। মনত খেলাইছে দেৱশৰ্মাৰ, ঘূৰি আহি এই যন্ত্ৰণাভৰা দিনবোৰকো পুনৰ ঘূৰাই নাপাব। মুক্তিৰ সুযোগ পাব ৰুচিয়ে। বনমৃগীৰ উদ্দাম স্বপ্ন অবাধ আনন্দে এই আশ্ৰমৰ শান্ত আৰু শ্যামল ছায়াৰ সকলো দুৰ্বল বাধা ছিন্ন কৰি গুচি যাব। সাৰ্থক হ'ব ৰুচিৰ ইন্দ্ৰমায়া, সফল হ'ব পুৰন্দৰৰ অভিসাৰ।

বহু সময় ধৰি নিবিড় চিন্তাৰ মাজত যেন এটা পথ বিচাৰি থাকে দেৱশৰ্মাই । যাত্ৰাৰ সময়ো চমু চাপি আহিছে। দেৱশৰ্মাই ব্যস্তভাৱে মাতিলে— বিপুল!

উপাধ্যায়ৰ এই ব্যস্ত আহ্বান শুনিবলৈ পাই পাঠগৃহৰ পৰা অধ্যায়নৰত শিষ্য বিপুল সম্মুখত আহি থিয় হয়।

দেৱশৰ্মাৰ ৰক্ষাৰ্থে মই দূৰণিলৈ যাব লাগিব, বিপুল। কিন্তু যাবলৈ মন যোৱা নাই।

দেৱশৰ্মাই কলে— মাত্ৰ এটি দিনৰ কাৰণে যজ্ঞৰ নিমন্ত্ৰণ ৰক্ষাৰ্থে মই এখন দূৰ ঠাইলৈ যাব লাগিব, বিপুল। কিন্তু যাবলৈ মন যোৱা নাই।

দেৱশৰ্মাৰ কণ্ঠস্বৰত এটি অতি কৰুণ সুৰ ধ্বনিত হয়। বিপুলেও সমবেদনাৰ সুৰত প্ৰশ্ন কৰে— কিয়, গুৰু?

নিমাত হৈ থাকে দেৱশৰ্মা। যেন বহু দ্বিধা আৰু লজ্জাৰ মাজত তেওঁৰ মুখৰ মাত নোহোৱা হৈছে। বিপুলৰ সাগ্ৰহ আৰু বাৰম্বাৰ অনুনয়ত মনৰ ভাৱ অলপ পাতলে। দেৱশৰ্মাই ক'লে— তোমাৰ ওচৰত মোৰ এটি অনুৰোধ আছে বিপুল।

— অনুৰোধ নহয় গুৰু, কওক নিৰ্দেশ।

— প্ৰতিশ্ৰুতি দিব লাগিব বিপুল, মোৰ সেই নিৰ্দেশ তুমি পালন কৰিবা।

— সৰ্বস্ব বিসৰ্জন দি হ'লেও পালন কৰিম,গুৰু।

দেৱশৰ্মাই শান্তভাৱে ক'লে— তুমি জানানে, ৰুচিয়ে মোক ভাল নাপায়?

চমকি উঠে বিপুল— নাই গুৰু, এই প্ৰথম শুনিলো।

দেৱশৰ্মা— তুমি জানানে, ইন্দ্ৰমায়াত পৰিছে ৰুচি, পুৰন্দৰক তেওঁ ভাল পায়?

ব্যথিতভাৱে চাই থাকে বিপুলে, গুৰুৰ এই অপমানৰ বেদনাই শিষ্যৰ অন্তৰতো যেন বেদনাৰ সৃষ্টি কৰে।— এই প্ৰথম জানিলো।

দেৱশৰ্মা— পুৰন্দৰৰ প্ৰতীক্ষাত পথৰ ফালে চাই আছে ৰুচিৰ মনৰ সৰ্বক্ষণৰ ভাবনাই। মই সেই পথত শিলৰ প্ৰাচীৰৰ দৰে কেৱল বাধা দি বহি আছো, নাজানো কিয় তেওঁক ইমান বাধা দিওঁ, কিয় ইমান কঠোৰ বন্ধনত তেওঁক ৰুদ্ধ কৰি ৰাখোঁ।

কিছুসময় নীৰৱ হৈ থাকি দেৱশৰ্মাই পুনৰ ধীৰস্বৰে কবলৈ ধৰে— কিন্তু আজি মই দূৰণিলৈ যাব লাগিব। ঘুৰি আহি ৰুচিক এই ঘৰতে যে আৰু দেখিবলৈ পাম সেই কথা মোৰ বিশ্বাস নহয়, বিপুল।

বিপুল— মই প্ৰতিশ্ৰুতি দিলো গুৰু, আপুনি যিমান দিনে উভতি নাহে, কোনো পুৰন্দৰৰ ইন্দ্ৰমায়াই মোৰ গুৰুপত্নীৰ দেহ স্পৰ্শ কৰিব নোৱাৰিব।

দেৱশৰ্মাক প্ৰণাম কৰি উঠি থিয় হয় বিপুল। দেৱশৰ্মা ৰাওনা হয়।

ৰুদ্ধ হ'ল বিপুলৰ পাঠগৃহৰ দ্বাৰ। ক্ষান্ত হ'ল অধ্যয়ন। দেৱশৰ্মা যোৱাৰ লগে লগেই অপূৰ্ব অদ্ভুত এক দায়িত্বৰ কথা স্মৰণ কৰি শঙ্কিত হৈ উঠে তৰুণ ব্ৰহ্মচাৰী বিপুল। পৃথিৱীৰ কোনো গুৰুভক্ত শিষ্যক এনেকুৱা গুৰুভাৰৰ দায়িত্ব বহন কৰাৰ কাহিনী কোনো পুৰাণত পাঠ কৰা নাই বিপুলে।

পৰপ্ৰণয়িনী এক নাৰীৰ কামনাক প্ৰহৰীৰ দৰে সদাজাগ্ৰত আৰু সতৰ্ক

দুই চক্ষুৰ শাসনৰ দ্বাৰা অচঞ্চল কৰি ৰখাৰ দায়িত্ব গ্ৰহণ কৰিছে বিপুলে। তৰুণ ব্ৰহ্মচাৰী বিপুল,জীৱনত কোনো দিনে কোনো নাৰীৰ যৌৱনশোভাৰ ফালে মুখ তুলি যি চোৱা নাই, অনুৰাগৰ লীলা-কথা আৰু ৰীতি-নীতি যাৰ কাৰণে এক অবিদিত কল্পলোকৰ ৰহস্য মাত্ৰ, তেৱেঁই আজিৰ পৰা অধ্যয়ন বাদ দি এক ক্ষমাহীন আৰু কঠোৰ স্বামীৰ দৰে কৌতুহল সংশয় আৰু আগ্ৰহ লৈ এক অপতিব্ৰতিনী নাৰীৰ জীৱনক শাসন কৰি ৰাখিব লাগিব।

পৰ্ণতৰুৰ ছায়া আৰু শ্যামলতাৰে বলয়িত এক গৃহনিকেতন আজি আৰু কাৰাগাৰ বুলি ধাৰণা নহয়, ৰুচিৰ অৱৰুদ্ধ জীৱনৰ আকাঙ্ক্ষাই অবাৰিত পথৰ আশ্বাস দেখিবলৈ পাইছে। যি মুক্তিৰ লগ্নক অত দিন ধৰি অহৰ্নিশে কামনা কৰি আহিছে ৰুচিয়ে, আজি আসন্ন হৈ উঠিছে সেই মুক্তি। কুঞ্জে কুঞ্জে গৈ পুষ্প চয়ন কৰে ৰুচিয়ে।

কিন্তু অন্তৰালৰ পৰা এক তৰুণ ব্ৰহ্মচাৰীৰ সৰ্তক দৃষ্টিয়ে কুঞ্জচাৰিণী সেই নাৰীৰ মদপুলকিত অঙ্গশোভা অনুসৰণ কৰি ফুৰে, যেন মুহূৰ্তৰ কাৰণেও দৃষ্টিৰ বাহিৰলৈ আঁতৰি নাযায়। গুৰুৰ নিৰ্দেশ।

সন্ধ্যা হয়। দীপ জ্বলে ৰুচিৰ ঘৰত। গোপনে একান্তত থিয় হৈ অতি সন্তৰ্পণে দীপালোকত পুলকিত সেই কুটীৰৰ অভ্যন্তৰত প্ৰসাধনৰতা এক যৌৱনময়ীৰ মূৰ্তিৰ ফালে বিস্ময়াহত দৃষ্টিৰে চাই থাকে বিপুলে। সেই মুৰ্তিৰ যবাঙ্কুৰৰ কৰ্ণপুৰত মৃদু সমীৰণৰ লুব্ধ পৰশ ক্ষণে ক্ষণে লাগে। কেতকীপৰাগে সুভাসিত তনু, ওষ্ঠাধৰত বন্ধুক পুষ্পৰ অৰুণতা, বেণীপ্ৰান্তত দুলিত সান্ধ্য মল্লিকাৰ গুচ্ছ। নিষ্কলঙ্ক কুঙ্কুমপঙ্কে আলিম্পিত বাহু, অলক্তে সেৱিত চৰণ, মৃদুচ্ছন্দে স্পন্দিত বক্ষঃপটত শ্বেতচন্দনৰ পত্ৰাৱলী ইন্দ্ৰমায়াৰ এক পৰমৰমণীয় অৰ্ঘ্যৰূপে প্ৰস্তুত হৈছে ৰুচি। সতৰ্ক হয় প্ৰস্তুত হয়, দেৱশৰ্মাৰ তৰুণ শিষ্য বিপুল গভীৰতৰ হয় সন্ধ্যা।

গন্ধধূমত আচ্ছন্ন কুটীৰ প্ৰাঙ্গণৰ অলস বায়ু সৌৰভত মূৰ্ছিত হয় গগনপটত অঁকা পূৰ্ণিমাৰ হিমকৰে নিখিল মহীতলৰ ৰূপ আলোকাপ্লুত কৰি কেৱল সপ্তপৰ্ণীতলত এখণ্ড ছায়াময় অন্ধকাৰৰ নিবিড়তা ৰচনা কৰিছে। দেখিবলৈ পায় বিপুলে, তাৰেই মাজত থিয় হৈ আছে এক অভিসাৰচাৰী পুৰুষৰ ঘনঘোৰ ছায়াদেহ।

ব্যস্ত হৈ উঠে বিপুল। বিপুলৰ প্ৰতিশ্ৰুতি ব্যৰ্থ কৰিবৰ কাৰণে সৰ্বশক্তি লৈ আজি প্ৰস্তুত হৈ আহিছে মায়াধৰ পুৰন্দৰ। মুহূৰ্তৰ ভিতৰতে দেৱশৰ্মাৰ গৃহনিকেতনৰ সকলো পুণ্য গ্ৰাস কৰি আৰু দীপ নুমাই দি গুচি যাব সেই

ছায়াদেহ।

কি শক্তিৰে আজি ইন্দ্ৰমায়াৰ এই অভিসন্ধিক ব্যৰ্থ কৰিব বিপুলে? অস্ত্ৰবলেৰে? নাই,সম্ভৱ নহয়। আবেদন কৰি? নাই, বিশ্বাস নহয়। সেই বনমৃগীৰ উদ্দাম স্বপ্নক আজি কোনো লৌহ শৃঙ্খলেৰেও বান্ধি ৰাখিব পৰা নাযাব।

সপ্তপৰ্ণী তৰুতলত সেই ভয়ংকৰ ছায়াদেহ অস্থিৰ হৈ উঠিছে। দেখিবলৈ পায় বিপুলে,দীপ নুমাই দি প্ৰাঙ্গণৰ জ্যোৎস্নালোকলৈ আহি থিয় হৈছে গুৰুপত্নী ৰুচি। সপ্তপৰ্ণীৰ ছায়াৰ ফালে চাই হাঁহি মাৰিছে প্ৰণয়ব্যাকুলা ৰুচিৰ নয়নদ্যুতিয়ে।

অন্তৰালৰ পৰা ধীৰে ধীৰে অগ্ৰসৰ হৈ প্ৰাঙ্গণৰ জ্যোৎস্নালোকৰ মাজলৈ আহি থিয় হয় বিপুল।

চমকি উঠে ৰুচি— ইকি। তুমি ইয়াত কিয় বিপুল?

পথ ৰোধ কৰি থিয় হৈছে বিপুল। ইন্দ্ৰমায়াৰ ছলনাক সি আজি জীৱনৰ এক চৰম দুঃসাহসৰ বলেৰে পৰাভূত কৰিবলৈ বিচাৰে। গুৰুৰ নিৰ্দেশ ব্যৰ্থ হ'বলৈ নিদিব বিপুলে। সৰ্বস্ব ত্যাগ কৰি হ'লেও তৰুণ ব্ৰহ্মচাৰীয়ে তাৰ প্ৰতিশ্ৰুতিৰ সত্য ৰক্ষা কৰিব।

ভ্ৰূকুটিকুটিল দৃষ্টি তুলি কঠোৰ ধিক্কাৰৰ সুৰত ৰুচিয়ে কয়— বুজিছো বিপুল। গুৰুভক্ত তুমি, গুৰুৰ নিৰ্দেশত মোৰ পথ ৰোধ কৰিবলৈ বিচাৰিছা। কিন্তু ভুল নকৰিবা, মোৰ অভিশাপৰ পৰা যদি ৰক্ষা পাবলৈ বিচাৰা, তেনেহ'লে ইয়াৰ পৰা আঁতৰি যোৱা।

শিৰ নত কৰি থিয় হৈ থাকে বিপুল। আঁতৰি যাব নোৱাৰে। গুৰুভক্ত শিষ্যই আজি যি কোনো ভৰ্ৎসনা আৰু অভিশাপ গ্ৰহণ কৰিও গুৰুপত্নী ৰুচিক পুৰন্দৰৰ প্ৰণয়ৰ আকৰ্ষণৰ পৰা ছিন্ন কৰি এই কুটীৰৰ প্ৰাঙ্গণত ধৰি ৰাখিবৰ কাৰণে প্ৰস্তুত হৈছে। কিন্তু বিপুলৰ সকলো আশা যেন হঠাৎ ভীত হৈ বুকুৰ ভিতৰত কঁপি উঠে। শিষ্যৰ এই নত মস্তকৰ আবেদনত এনে কোনো শক্তি নাই যি পৰপ্ৰণয়িনী এই প্ৰগল্‌ভাৰ অভিসাৰ স্তব্ধ কৰি দিব পাৰে।

অকস্মাৎ শিহৰিত হয় শিষ্য বিপুলৰ অচল মূৰ্তি; অন্তৰৰ প্ৰতিজ্ঞাক সুন্দৰ এক ছলনাৰে সজাই লবৰ কাৰণে প্ৰাণপণে এক দুঃসাহ আহ্বান কৰিছে বিপুলে।

ধীৰে ধীৰে মুখ তুলি চায় বিপুলে, প্ৰণয়ানুৰাগে বিহ্বল এক প্ৰেমিকৰ মুখ। চমকি উঠে ৰুচিৰ দুই কজ্জলিত নয়নৰ মদিৰতাময় কৌতুহল। মনত ভাব

হয় ৰুচিৰ, যেন তাইৰে ৰূপগৰীয়সী মূৰ্তিৰ কাষত ভক্ত পূজকৰ দৰে বুকুভৰা আগ্ৰহ লৈ থিয় হৈ আছে বিপুল।

ৰুচিয়ে শান্তস্বৰে প্ৰশ্ন কৰে— কি ক'ব খোজা বিপুল?

বিপুলে কয়— গুৰুভক্ত নহয়, মই তোমাৰেই ভক্ত।

বিস্ময়াভিভূত দৃষ্টি তুলি বিপুলৰ সেই সম্মোহিত তৰুণ মুখচ্ছবিৰ ফালে চায় ৰুচিয়ে— মোৰ ভক্ত তুমি? কোনো দিনে শুনা নাই এই কথা!

বিপুল— আজি শুনা, ৰুচি। তুমিয়ে মোৰ জীৱনৰ প্ৰথম বিস্ময়। মোৰ আকাঙ্খাৰ স্বপ্ন অৱৰুদ্ধ হৈ আছিল এই পাঠগ্ৰহণৰ কাৰাগাৰত, সেই স্বপ্নৰ মুক্তি আনিছা তুমি। তুমি মোৰ সেই স্বপ্নলোকৰ প্ৰথম মাধুৰী, প্ৰথম কামনাৰ দীপ। তুমি বিনে মোৰ সকলো ধ্যান আৰু সকলো তপস্যা বৃথা।

এই প্ৰাঙ্গণ যেন অদ্ভুত এক প্ৰণয়মন্ত্ৰপূত উৎসৱস্থলীৰ বেদিকা। তাৰ ওপৰত থিয় হৈ আছে এক যৌৱন গৰ্বিতা ৰূপসীৰ প্ৰসাধিত মূৰ্তি আৰু তাইৰে সম্মুখত প্ৰসন্নতাপ্ৰাৰ্থী এক তৰুণ পূজক।

ৰুচিৰ নয়নযুগলত আনন্দৰ অশ্ৰু বিৰিঙি উঠে। ৰুচিৰ মৰুজ্বালাময় জীৱনৰ ইমান ওচৰতে এখন স্নিগ্ধ উপবন লুকাই আছিল। আজি হঠাৎ সেই উপবন আপুনি বেকত হৈ সমস্ত সমীৰৰ উচ্ছ্বাস আহ্বান কৰি আনিছে। ৰুচিৰ নিঃশ্বাস চঞ্চল হয়, দুই চকুৰ দৃষ্টি নিবিড় হৈ উঠে।

ৰুচিয়ে কয়— কি বিপুল?

বিপুল— অনন্তকাল মোৰ এই জীৱনক তোমাৰ মন্দিৰ কৰি ৰাখিবলৈ বিচাৰো ৰুচি।

বিপুলৰ আলিঙ্গনত লুটি খাই পৰে ৰুচি।

সপ্তপৰ্ণী তৰুতলত প্ৰতীক্ষমাণ পুৰন্দৰ কঁপি উঠে, যেন হঠাৎ এক আঘাত পাইছে তেওঁৰ ছায়াদেহে। ধীৰে ধীৰে আগবাঢ়ি আহে পুৰন্দৰ। দেখিবলৈ পায়, দেৱশৰ্মাৰ কুটীৰৰ প্ৰাঙ্গণত এক নতুন ছলনাৰ মোহত ইন্দ্ৰমায়াৰ ছলনা পৰাভূত হৈ গৈছে। এক তৰুণ প্ৰেমিকৰ ব্যগ্ৰ বাহুদ্বয়ৰ আকুল আগ্ৰহৰ সজাঁত বিলীন হৈ আছে এক প্ৰেমৰ পাৰাৱতী।

অপমানিত হৈছে পুৰন্দৰৰ প্ৰতীক্ষা। একান্তত থিয় হৈ নিঃশব্দে সেই দুঃসহ দৃশ্য চাই থাকে পুৰন্দৰে। খন্তেক পিচতে চকুৰে ধোঁৱা-কোঁৱা দেখি ধুমুহা বতাহত আক্ৰান্ত মেঘখণ্ডৰ দৰে তাৰ পৰা তীৰবেগে গুচি যায়।

বাহুবন্ধনত আৰু নিবিড় ছলনাৰ আলিঙ্গনত ইমান পৰে যি ৰুচিক

কেৱল অৱৰুদ্ধ কৰি ৰাখিছিল বিপুলে, পুৰন্দৰৰ ৰথচক্ৰৰ শব্দ দূৰান্তত বিলীন হ'লত সেই ৰুচিক মুক্ত কৰি দি আবেদন কৰে। —ক্ষমা কৰা।

বিস্মিত ৰুচিয়ে প্ৰশ্ন কৰে— কিয় বিপুল?

বিপুল— মোৰ অভিলাষ সিদ্ধ হৈছে।

ৰুচি— ই কেনে অভিলাষ? তোমাৰ সুন্দৰ দুই বাহু জানো দৃঢ় শৃঙ্খলৰ দৰে কেৱল বন্ধনত আবদ্ধ কৰিবৰ কাৰণে নিৰ্মিত দুটি শুকান কঠিন আৰু শীতল স্পৃহা।

উত্তৰ নিদিয়ে বিপুলে।

ৰুচিয়ে কয়— কোৱাঁ বিপুল, ভীৰু কিয় তোমাৰ অধৰ? কুণ্ঠিত কিয় তোমাৰ বক্ষৰ নিঃশ্বাস?

প্ৰশ্নৰ উত্তৰ দিবৰ সময় আৰু নাছিল, সুযোগো নাছিল। দেৱশৰ্মা আহি কুটীৰত প্ৰৱেশ কৰে। বিপুল আগবাঢ়ি যায়, আৰু গুৰুক প্ৰণাম কৰে।

পৰ্ণতৰুৰ ছায়া আৰু শ্যামলতাৰে বেষ্টিত দেৱশৰ্মাৰ গৃহনিকেতনত আকৌ প্ৰভাত হয়। বিপুলে তাৰ প্ৰতিশ্ৰুতি ৰক্ষা কৰিছে, ইন্দ্ৰমায়া ব্যৰ্থ হৈ গৈছে, সকলো কথা শুনিবলৈ পাইছে দেৱশৰ্মাই। শুনি শান্ত হৈছে। য'ত যি আছিল, আৰু যেনেকৈ আছিল, সকলোকে তেনেকৈ ঘূৰাই পাইছে দেৱশৰ্মাই। ৰুচি আছে, বিপুল আছে, আছে সেই সপ্তপৰ্ণী।

কিন্তু সেই পুৰণি দিনবোৰ পুনৰ ঘূৰাই নাপালে দেৱশৰ্মাই। সেই প্ৰত্যহৰ সংশয় আৰু অপমানৰ যন্ত্ৰণাভৰা দিনবোৰ,বনমৃগীৰ উদ্দাম স্বপ্নক কণ্টক মেখলাৰে ৰুদ্ধ কৰি ৰাখিবৰ কাৰণে সেই কঠোৰ প্ৰয়াসৰ দিনবোৰ।

বনমৃগীয়ে যেন এই গৃহপ্ৰাঙ্গণৰ ছায়াত থিয় হৈ স্বপ্নৰাজ্য লাভ কৰিছে। সপ্তপৰ্ণীৰ ছায়াত থিয় হৈ দূৰ পথৰ ধ্যানত ৰুচিক আৰু থিয় হৈ থকা দেখা নাযায়। এই গৃহপ্ৰাঙ্গণৰ বক্ষত ধ্বনিত এক তৰুণৰ পদশব্দ ৰুচিৰ উৎকৰ্ণ আগ্ৰহৰ নতুন স্বপ্ন হৈ উঠিছে, প্ৰতীক্ষাৰ মুহূৰ্ত যাপন কৰে ৰুচিয়ে। কেতিয়া আহিব সেই সন্ধ্যা, যি সন্ধ্যাত ৰুচিৰ দীপান্বিতা কক্ষৰ দ্বাৰত ধ্বনিত হ'ব তাইৰে যৌৱনৰ ভক্ত সেই তৰুণ বিপুলৰ অভিসাৰোৎসুক চৰণ ধ্বনিৰ হৰ্ষ?

অনুভৱ কৰে দেৱশৰ্মাই, তেওঁৰ অন্তৰ যেন এক শূন্যতাৰ গভীৰত নিমজ্জিত হৈছে। বুজিব নোৱাৰে, কিয়? তেওঁৰ জীৱনৰ সকলো আগ্ৰহ স্তব্ধ হৈ গ'ল কিয়?

ৰুচি আছে, কিন্তু মনত ভাব হয় দেৱশৰ্মাৰ, তেওঁৰ দুই নয়নৰ সম্মুখত

থাকিও ৰুচি যেন হেৰাই গৈছে।

ৰুচিক প্ৰতিমুহূৰ্ত কেৱল কঠোৰ শাসনত ৰুদ্ধ কৰি ৰখাৰ দিনবোৰ পুনৰ ঘূৰাই নাপালে, সুখী হোৱাৰেই কথা, কিন্তু যেন উদাস আৰু অসহায় হৈ গৈছে দেৱশৰ্মা। শ্ৰান্ত হৈ পৰিছে দেৱশৰ্মা।

ৰুচি আহি স্তিতমুখে সম্মুখত থিয় হয়— মোৰ এটি অনুৰোধ আছে।

দেৱশৰ্মা— মোৰ ওচৰত?

ৰুচি— হয়।

দেৱশৰ্মা— কোৱাঁ।

ৰুচি— মোক এটা বস্তু উপহাৰ লাগে।

দেৱশৰ্মা— কি?

ৰুচি— গন্ধৰ্ববধূৱে যি দিব্যগন্ধ চম্পক কবৰীত ধাৰণ কৰে, সেই চম্পক মোক লাগে।

অনুৰোধ জ্ঞাপন কৰি কক্ষান্তৰলৈ গুচি যায় ৰুচি।

অনুৰোধ শুনি দেৱশৰ্মাৰ মুখত অতি বিষণ্ণ আৰু বেদনাৰ্ত এক শঙ্কাৰ ছায়া বিয়পি পৰে, যেন পুনৰ অসহায় হৈ গ'ল তেওঁৰ জীৱন, আৰু মনত ভাব হয়, তেওঁৰ শিষ্য বিপুলো হেৰাই গৈছে!

দেৱশৰ্মাই আহ্বানকৰে— বিপুল!

পাঠগৃহৰ নিভৃতত বহি গুৰুৰ আহ্বান শুনি উচাপ খায় বিপুলে, যেন তাৰ বক্ষৰ গভীৰ গোপনত সঞ্চিত এক মধুৰ অনুভৱ হঠাৎ ভীত হৈ চমকি উঠিছে।

কিয় চমকি উঠে বিপুল? পৰপ্ৰণয়িনী এক অভিসাৰিকা নাৰীক কপট আলিঙ্গনত ৰুদ্ধ কৰিবলৈ গৈ বিপুলৰ অভিলাষহীন দেহৰ কঠোৰ শুচিতা জানো হঠাৎ এক মোহময় কোমলতাৰ আঘাতত চমকি উঠিছিল? সেই নাৰীৰ অঙ্গৰাগৰ কেতকীৰেণুৱে জানো তৰুণ ব্ৰহ্মচাৰীৰ অন্তৰত ক্ষণমধুৰতাৰ কুহক ৰচনা কৰিছিল?

প্ৰতিশ্ৰুতি ৰক্ষা কৰিব পাৰিছে বিপুলে। গুৰুপত্নী ৰুচিক ইন্দ্ৰমায়াৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিছে। কিন্তু কেনেকৈ এক মোহৰ পৰা মুক্ত হৈও অন্য এক

ছলনাৰ ওচৰত ৰুচিৰ তৃষ্ণা নতুনকৈ হেৰাই গৈছে, সেই কাহিনীৰ কথা গুৰুৰ ওচৰত প্ৰকাশ কৰা নাই গুৰুভক্ত আৰু সত্যনিষ্ঠ শিষ্য বিপুলে। কিন্তু কিয় এই গোপনতা?

গ্ৰন্থ পেলাই থৈ গাত্ৰোত্থান কৰি পাঠগৃহৰ পৰা ধীৰে ধীৰে অগ্ৰসৰ হৈ দেৱশৰ্মাৰ সন্মুখত থিয় হয় বিপুল। কিয় মাতিছে গুৰু? কি ক'বলৈ বিচাৰিছে গুৰু? দেৱশৰ্মাৰ শান্ত মুখৰ ফালে চাই অনুমান কৰিব নোৱাৰে শিষ্য বিপুলৰ অশান্ত মনে। বক্ষৰ গভীৰ নিভৃতত সঞ্চিত এক মধুৰ অনুভৱৰ স্মৃতিয়ে কেৱল উদ্বিগ্ন নিঃশ্বাসৰ আঘাত সহ্য কৰি থাকে।

দেৱশৰ্মাই কয়— ৰুচিয়ে উপহাৰ বিচাৰিছে। দিব্যগন্ধ চম্পক ক'ত আছে নাজানো। তুমি গৈ লৈ আহা।

শংকা দূৰ হয়। শান্ত হয় বিপুলৰ মন।

গুচি যায় বিপুল। প্ৰাঙ্গণ এৰি, সপ্তপৰ্ণীৰ ছায়া পাৰ হৈ, কুটীৰদ্বাৰ অতিক্ৰম কৰি দূৰ পথৰ ৰেখাৰ ফালে গৈ থাকে বিপুল। দেখিবলৈ পায় দেৱশৰ্মাই, সেই পথৰ ফালে নিষ্পলক নয়নৰ দৃষ্টি তুলি চাই আছে ৰুচিৰ দুই সাগ্ৰহ আৰু সস্পৃহ নয়নে।

পুনৰ দীপ জ্বলে ৰুচিৰ ঘৰত। নতুন পথৰ ধ্যানত নিমজ্জিত হৈছে ৰুচিৰ মন, যি পথত এই সন্ধিয়াতে আকুল হৈ দেখা দিব দিব্যগন্ধ চম্পকৰ অভিসাৰ।

বুজিব নোৱাৰিব জানো বিপুলে, কাৰ হাতৰ পৰা আৰু কিয় এই দিব্যগন্ধ চম্পক উপহাৰ লবৰ কাৰণে ব্যাকুল হৈ উঠিছে ৰুচিৰ অন্তৰ? কল্পনা জানো কৰিব নোৱাৰিব তৰুণতৰু সদৃশ যৌৱনান্বিত সেই প্ৰণয়ী বিপুলে, সিদিনাৰ অসমাপ্ত উৎসৱৰ পিপাসা তৃপ্ত কৰিবৰ কাৰণে বিপুলক ইঙ্গিততে আহবান কৰিছে বিপুলৰে স্বপ্নৰ আকাঙ্ক্ষিতা নাৰীয়ে?

প্ৰতীক্ষাৰ মুহূৰ্ত গণনা কৰে ৰুচিয়ে, দিব্যগন্ধ চম্পকৰ উপহাৰ লৈ আৰু কিমান সময় পিচত উভতি আহিব বিপুল? এই কক্ষৰ দ্বাৰত কেতিয়া দেখা দিব প্ৰেমাভিলাষী বিপুলৰ স্মিতপুলকিত তনুচ্ছায়া?

কিন্তু সেই দিব্যগন্ধ চম্পক তেতিয়া দেৱশৰ্মাৰ চৰণৰ কাষত পৰিছিল। উভতি আহি গুৰুৰ সন্মুখত থিয় হৈ থাকে বিপুল। পৰিশ্ৰান্ত আৰু বিষণ্ণস্বৰে বিপুলে কয়— আপোনাৰ অভীপ্সিত বস্তু আনিছো গুৰু। গ্ৰহণ কৰক এই দিব্যগন্ধ চম্পক।

দেৱশৰ্মা— এই দিব্যগন্ধ চম্পক উপহাৰ মোৰ কাৰণে বিচৰা নাই। যি

বিচাৰিছে তেওঁক দি আহাঁগে।

বিপুল— কোনে বিচাৰিছে?

দেৱশৰ্মা— ৰুচিয়ে।

বিপুল—কিন্তু এই উপহাৰ গুৰুপত্নীৰ ওচৰলৈ মই লৈ যাম কিয় গুৰু? সেই কাম মোৰ কাম নহয়।

দেৱশৰ্মা— মই জানো, ৰুচিয়ে তোমাৰেই হাতৰ পৰা এই উপহাৰ গ্ৰহণ কৰিবলৈ বিচাৰে।

আৰ্তনাদ কৰে বিপুলে— মোক ভুল নুবুজিব গুৰু।

দেৱশৰ্মা— তোমাক ভুল বুজা নাই।তোমাক মু ক্তি দিব খোজো। তুমি এতিয়া মোৰ শিষ্য নহয়।

বিপুল— কিয় গুৰু?

দেৱশৰ্মা— নিজৰ মনটোকে সুধি চোৱাঁ।

চমকি উঠে বিপুলৰ মনৰ গভীৰত লুকাই থকা এক মধুৰ অনুভৱৰ অপৰাধ। অতিস্বৰে চীৎকাৰ কৰে বিপুলে— মোৰ এটি গোপনতাৰ অপৰাধ ক্ষমা কৰক, গুৰু।

দেৱশৰ্মা— কিহৰ গোপনতা?

বিপুলৰ চকুযুৰি বাষ্পায়িত হৈ উঠে। পুৰন্দৰৰ প্ৰণয়ৰ মোহৰ পৰা গুৰুপত্নী ৰুচিক ৰক্ষা কৰাৰ সেই বিচিত্ৰ দুঃসাহসৰ কাহিনী গুৰুৰ ওচৰত ব্যক্ত কৰে বিপুলে। বিচলিত স্বৰে বিপুলে কয়— বিশ্বাস কৰক গুৰু, মই ছলনা মাত্ৰ, তাতকৈ বেছি একো নহয়। কেৱল গুৰু পত্নীক ৰক্ষা কৰিছো। কেৱল প্ৰণয়ৰ অভিনয় কৰিছো। নিতান্তই হৃদয়হীন সেই প্ৰণয়, তাৰ ভিতৰত আৰু কোনো অভিলাষ নাছিল গুৰু।

দেৱশৰ্মাৰ শান্ত মুখত অদ্ভুত এক ক্ষমাময় প্ৰসন্নতা বিৰাজ কৰে।— ভালেই কৰিছা বিপুল। বিশ্বাস কৰিছো মই, তোমাৰ সেই ছলপ্ৰণয়ৰ অভিনয় নিতান্তই অভিনয়। গুৰুপত্নীক ৰক্ষা কৰাৰ বাহিৰে তোমাৰ আন একো অভিলাষ নাছিল। কিন্তু . . . ।

বিপুল— কওক গুৰু।

দেৱশৰ্মা— তোমাৰ ছলনা হৃদয়হীন সঁচা, কিন্তু তুমি তো হৃদয়হীন নোহোৱা!

কি ভয়ংকৰ সত্য ঘোষণা কৰিছে গুৰুৱে! বিপুলৰ বক্ষঃপঞ্জৰ বজ্ৰনাদত আতঙ্কিত বল্মীক ধূলিৰ দৰে কঁপি উঠে। সেই বক্ষঃপঞ্জৰৰ অন্তৰালত, গভীৰ গোপনত সঞ্চিত এক মধুৰ অনুভৱে যেন কান্দি উঠিছে— তুমি তো হৃদয়হীন নোহোৱা বিপুল। মই যে তোমাৰ সেই ছলনাৰেই দান। মই যে তোমাৰেই আলিঙ্গনত লুণ্ঠিত এক বিপুলযৌৱনাৰ ললিত কোমল আৰু মোহময় স্পৰ্শ সৌৰভ।

ক্ষমা কৰিছে গুৰুৱে। কিন্তু অনুভৱ কৰে বিপুলে, এই আশ্ৰমত গুৰু সন্নিধানত থকাৰ অধিকাৰ সঁচাকৈয়ে হেৰাইছে শিষ্য বিপুলৰ জীৱনে। ইয়াৰ পৰা গুচি যাব লাগিব চিৰকালৰ কাৰণে। কিন্তু স্মৰণ কৰে বিপুলে, গুৰুপত্নী ৰুচিক সঁচাকৈয়ে ৰক্ষা কৰিব পৰা নাই গুৰুভক্ত বিপুলে। ইন্দ্ৰমায়াৰ মোহৰ পৰা ৰুচিক ৰক্ষা কৰিবলৈ গৈ স্বয়ং বিপুলেই ৰুচিৰ জীৱনত নতুন মোহ হৈ উঠিছে।

নতুন এক প্ৰতিজ্ঞাৰ আবেগ বিপুলৰ নয়নত শিহৰিত হয়। গুৰুভক্ত শিষ্যই অৱশ্য প্ৰতিশ্ৰুতিৰ সত্য ৰক্ষা কৰিব। গুৰুপত্নী ৰুচিক গুৰুপ্ৰিয়াৰ গৌৰৱেৰে বিভূষিত কৰি গুচি যাব বিপুল। জয়ী হ'ব গুৰুভক্ত শিষ্যৰ জীৱনৰ অভিলাষ।

এই গুৰুগৃহত বিপুলৰ জীৱনত পালনীয় আৰু কোনো ব্ৰত নাই, আছে কেৱল এটি পৰীক্ষা। মাথোন এবাৰ হৃদয়হীন হ'ব লাগিব, বক্ষৰ গোপনত সঞ্চিত এটি মধুৰ অনুভৱৰ ওপৰত জ্বালাময় ভস্ম নিক্ষেপ কৰি মুক্ত হৈ যাব লাগিব। দিব্যগন্ধ চম্পক হাতত তুলি লয় বিপুলে।

দেৱশৰ্মাৰ শান্ত চকুৰ কৌতূহলক হঠাৎ চমক্ খুৱাই দৃপ্ত স্বৰে নিবেদন কৰে বিপুলে— মই আপোনাৰেই শিষ্য, মই চিৰকালৰ গুৰুভক্ত শিষ্য।

দেৱশৰ্মাক প্ৰণাম কৰি ত্বৰিত পদে গুচি যায় বিপুল।

ৰুচিৰ ঘৰত দীপশিখা কঁপি উঠে। দিব্যগন্ধ চম্পকৰ উপহাৰ লৈ আহি থিয় হৈছেহি বিপুল। — আনিছো আপোনাৰ দিব্যগন্ধ চম্পক।

বিপুলৰ ভাষণ যেন বিচিত্ৰ এক ৰূঢ়তাৰ ধিক্কাৰ। বিস্মিত হয় ৰুচি— এয়ে জানো উপহাৰ অৰ্পণৰ ৰীতি?

বিপুল—মই আপোনাক উপহাৰ অৰ্পণ কৰা নাই, গুৰুপত্নী, মই গুৰুৰ আদেশ পালন কৰিছো মাত্ৰ।

ৰুচিৰ প্ৰতীক্ষাৰ আনন্দ নিৰ্মম আঘাতত ব্যথিত হয়— গুৰুৰ আদেশ?

বিপুল— হয়।

ৰুচি— কিন্তু তুমি সঁচাকৈয়ে জানো বুজিবলৈ পৰা নাই বিপুল, তোমাৰেই হাতৰ পৰা এই দিব্যগন্ধ চম্পক গ্ৰহণ কৰিবৰ কাৰণে ব্যাকুল হৈ আছে মোৰ অন্তৰ?

বিপুল— বুজিবলৈ পাৰিছো। কিন্তু বুজিবলৈ পৰা নাই, গুৰুপত্নীয়ে কিয় তেওঁৰ স্বামীৰ এজন শিষ্যৰ পৰা এনেকুৱা উপহাৰ আশা কৰে।

ৰুচিৰ সুন্দৰ আয়তলোচন প্ৰখৰ সন্দেহৰ স্পৰ্শত বহ্নিময় হৈ উঠে— পাহৰি যোৱা কিয় বিপুল, গুৰুপত্নীৰ অন্তৰত সেই আশা যে তুমিয়ে সঞ্চাৰিত কৰিছা, জ্যোৎস্নাৰমিত এক সন্ধ্যাৰ পৰমক্ষণত, তোমাৰ প্ৰেমবিধূত সম্ভাষণেৰে আৰু ব্যগ্ৰ আলিঙ্গনেৰে?

বিপুল— সেই সম্ভাষণ আৰু সেই আলিঙ্গন নিতান্ত এক অভিনয়। পৰানুৰাগিণী অভিসাৰিকাৰ পথৰোধৰ কৌশল।

ৰুচিৰ ভ্ৰূকুটিকুটিল চক্ষুৰ দৃষ্টিত অসহ দাবদাহৰ জ্বালা শিখায়িত হৈ উঠে— তোমাৰ যি ব্যাকুল আহ্বানৰ মায়াৰ ওচৰত ইন্দ্ৰমায়াও হাৰ মানি গুচি গৈছে, সেই আহ্বান জানো সব ছলনা?

বিপুল— হয়।

বজ্ৰাহত হৰিণীৰ দৰে আৰ্তস্বৰে চীৎকাৰ কৰি উঠে ৰুচিয়ে ।— যোৱাঁ।

গুচি যায় বিপুল।

দীপ নুমাই যায়। দিব্যগন্ধ চম্পকৰ উপহাৰ ভূতলত লুটিখাই পৰি থাকে। আৰু লুটি খাই পৰি থাকে ৰুচি। ছলনা, সৱাই ছলনা। এই ৰূপ আৰু যৌৱন জীৱনৰ কেইটিমান প্ৰমত্ত বসন্তৰ ছলনা। এটি ধিক্কাৰত আজি ৰুচিৰ স্বপ্নৰাজ্য চূৰ্ণ হৈ গৈছে। তাইৰ নিৰাশ্ৰয় প্ৰাণে আজি এই অন্ধকাৰৰ সমাধিত যৎকিঞ্চিৎ হৃদয়ৰ আশ্ৰয় বিচাৰিছে।

উষ্ণ সলিলধাৰাত আপ্লুত হয় নয়ন আৰু সেই নয়নত এক শান্ত স্বপ্নচ্ছবি ফুটি উঠে। সন্ধ্যাকালীন মেঘৰ ৰক্তিমাৰ দৰে এই ৰূপ আৰু যৌৱন জীৱনৰ আকাশপটৰ পৰা মচা গৈছে, তথাপি প্ৰেম আছে সেই প্ৰেম হৃদয়ৰ ডোলেৰে বন্ধা। কামনাৰ মায়া শেষ হৈ যায়, তথাপি হৃদয় শেষ হৈ নাযায়। যি ভালপায় হৃদয়েৰে, সিয়ে ভাল পাব পাৰে চিৰকাল। হৃদয়ৰে বন্ধনত ভালপোৱা চিৰন্তৰ হয়। তটশিলাৰ কঠিন বন্ধন সত্য, তেনেকৈ সত্য তটিনীৰ ৰূপ। আন সব গোপনৰ ইন্দ্ৰমায়া, ক্ষণিকৰ ছলনা, মৰীচিকাৰ দৰে সুন্দৰ আৰু মিথ্যা।

ধীৰে ধীৰে উঠি থিয় হয় ৰুচি। দিব্যগন্ধ চম্পকৰ উপহাৰ হাতত তুলি

লয়। আজিৰ এই দীপহীন অন্ধকাৰত সঁচাই যেন এক চিৰকালৰ প্ৰেমিকৰ সন্ধানত নতুন অভিসাৰত যাত্ৰা কৰে ৰুচিয়ে। কক্ষদ্বাৰ পাৰ হৈ প্ৰাঙ্গণলৈ আহি থিয় হয়। আগবাঢ়ি যায় আৰু এটা দীপহীন কক্ষৰ অভ্যন্তৰত প্ৰৱেশ কৰে।

দীপহীন অন্ধকাৰৰ মাজত সমাহিত মূৰ্তিৰ দৰে স্তব্ধ আৰু নিঃশব্দ ঋষি দেৱশৰ্মা হঠাৎ চমকি উঠে। নাজানে, কল্পনাও কৰিব নোৱাৰে আৰু বুজিবলৈও নোৱাৰে দেৱশৰ্মাই, তেওঁৰ ভৰিৰ ওপৰত কেৱল দিব্যগন্ধ চম্পকৰ অৰ্ঘ্য নহয়, ফুলতকৈও কোমল অলক স্তৱকৰ অৰ্ঘ্য লৈ ৰুচিৰ মূৰটোও লুটি খাই পৰি আছে।

কিহৰ অৰ্ঘ্য? দেৱশৰ্মাই বিচলিত হৈ হাত বঢ়াই দি সেই অৰ্ঘ্য স্পৰ্শ কৰিবলৈ গৈ ৰুচিৰ মূৰস্পৰ্শ কৰে। হাত দুখনেৰে সাগ্ৰহে দেৱশৰ্মাৰ হাত চেপি ধৰে ৰুচিয়ে।

দেৱশৰ্মা বিস্মিত হয়। — ইকি! কোন তুমি?

ৰুচি— মই তোমাৰেই ৰুচি।

দেৱশৰ্মা— ইমান ব্যথিত হ'লা কিয় ৰুচি?

যি মুক্তি তুমি বিচাৰা, সেই মুক্তি মই তোমাক দিছো।

ৰুচি— মুক্তি নিবিচাৰোঁ।

দেৱশৰ্মা— কি বিচাৰা কোৱাঁ।

ৰুচি— বিচাৰোঁ তোমাৰ বন্ধন, বিচাৰোঁ তোমাৰ বাধা, বিচাৰোঁ তোমাৰ শাসন।

দেৱশৰ্মা— কোনো দিনে যাক বিচৰা নাই, আজি তাক কিয় বিচাৰিছা, ৰুচি?

ৰুচি— কোনো দিনে যাক বুজা নাই আজি তাক বুজিবলৈ পাৰিছো, ঋষি।

দেৱশৰ্মা— কি?

ৰুচি— তুমি, সহৃদয়, আন সকলো ছলনা।

কেইটিমান মুহূৰ্ত মাথো স্তব্ধ হৈ থাকে দেৱশৰ্মা। তাৰপিচত সান্ত্বনাৰ সুৰত কৈ উঠে— উঠাঁ ৰুচি।

ৰুচি উঠে। দীপ জ্বলায়। সেই দীপৰ আলোকত দেখা যায়, দেৱশৰ্মাৰ পদস্পৰ্শপূত দিব্যগন্ধ চম্পক ৰুচিৰ অলকস্তৱকত গঁথা আছে।

# অষ্টাবক্র আৰু সুপ্ৰভা

বনভূমিৰ নিভৃতত এক কলম্বনা স্ৰোতস্বিনীৰ ওচৰত ৰক্তপাথৰৰ ওপৰত কুহেলিকালীনা প্ৰতি সন্ধিয়া পল্লৱিত দ্ৰুমবাহুৰ পৰা স্বৰ্ণকণিকাৰ দৰে পীতমঞ্জৰীৰ পুঞ্জ সৰি পৰে। কেলিশ্ৰমালস মৃগদম্পতীয়ে অধৰত অধৰ মিলাই পুঞ্জীভূত কোমলতাৰ কোলাত নিশাটো কটায়। প্ৰভাতত মৃগদম্পতীয়ে যেতিয়া নৱতৃণৰ গন্ধামোদত চঞ্চল হৈ স্ৰোতস্বিনীৰ তীৰত ইফালে সিফালে বিচৰণ কৰি ফুৰে, তেতিয়া বনপথৰ দুয়োফালৰ পৰা উৎসুক নয়ন লৈ সেই ৰক্তপাথৰৰ ওচৰত দেখা দিয়ে এজনী নৱযৌৱনা ঋষিকুমাৰী, কণ্ঠত যাৰ গন্ধে আমোল মোল প্ৰস্ফুটিত কেতকীৰ মালিকা আৰু মদবিহ্বলতনু এজন তৰুণ ঋষি, বক্ষত যাৰ মৃগমদবাসিত কুঙ্কুমৰ অঙ্কন। মহৰ্ষি বদান্যৰ কন্যা সুপ্ৰভা আৰু ঋষি অষ্টাচক্ৰ।

যেন দুৰ্বহ এক তৃষ্ণাৰ বেদনা নয়নত বহন কৰি দৌৰি আহে মিলনোন্মুখ দুটি জীৱনৰ যৌৱনান্বিত স্বপ্নভাৰ, কিন্তু দৌৰিয়ে আহে কেৱল আৰু আহিয়েই সেই ক্ষুদ্ৰ অথচ কঠোৰ ৰক্তপাথৰৰ বাধাত হঠাৎ আহত হয়। ওচৰলৈ আহিও যেন এক দুৰূহ সুদূৰতাৰ শাসনত স্তব্ধ হৈ থিয় হৈ থাকে। পাহৰিব নোৱাৰে অষ্টাবক্ৰই, সুপ্ৰভায়ো পাহৰা নাই, দুয়োৰো জীৱনৰ এটি কঠিন অঙ্গীকাৰে দুয়োৰো মাজত এই ব্যৱধান আজিও সৃষ্টি কৰি ৰাখিছে।

দৰোৎফুল্ল সৰোৰুহৰ দৰে সুপ্ৰভাৰ বিকম্পিত আননশোভাৰ ফালে ঋষি অষ্টাবক্ৰই সস্পৃহ নয়নে চাই থাকে। আৰু বিমুগ্ধা বনকুৰঙ্গীৰ দৰে নয়নভঙ্গীৰ সুনিবিড় বিহ্বলতা লৈ অষ্টাবক্ৰৰ কুঙ্কমপিঞ্জৰিত বক্ষঃপটৰ ফালে চাই থাকে সুপ্ৰভাই। তৰুণ ঋষিৰ সেই মৃদুশ্বাসকম্পিত বক্ষৰ তৰঙ্গিত আবেদনৰ ওপৰত মূৰ দোৱাই দিবলৈ ইচ্ছা কৰে সুপ্ৰভাই আৰু সুপ্ৰভাৰ ফুল্ল আননৰ ৰক্তিম সুষমা পান কৰি তৃপ্ত হ'বলৈ ইচ্ছা কৰে অষ্টাবক্ৰই, বনবিটপীৰ কিশলয়ে যেনেকৈ প্ৰভাতৰ অৰুণিত মিহিৰলেখাৰ ৰাগসুষমা পান কৰি তৃপ্ত হ'বলৈ ইচ্ছা কৰে।

কিন্তু এই ইচ্ছা নিতান্ত ইচ্ছা। বাসকসজ্জাৰ দৰে সুন্দৰ সেই পুঞ্জায়িত মঞ্জৰীৰ মদাকুল ইঙ্গিতত এই ইচ্ছা সময়ে সময়ে চঞ্চলিত হয়, কিন্তু এই চঞ্চলতাই কেতিয়াও সেই অঙ্গীকাৰক বিচলিত কৰিব নোৱাৰে।

অঙ্গীকাৰ কৰি জীৱনত এক কঠোৰ পৰীক্ষা স্বীকাৰ কৰি লৈছে প্ৰেমিক অষ্টাবক্ৰ আৰু প্ৰেমিকা সুপ্ৰভাই। কোনে জানে কি বিশ্বাসত, কি দুঃসাহসত মহৰ্ষি বদান্যৰ ওচৰত দুয়ো অঙ্গীকাৰ কৰিছে যে, কেৱল স্বেচ্ছাৰ অধিকাৰত দুয়ো কেতিয়াও পৰিণয়পাশত আবদ্ধ নহয়। যদি কোনো শুভলগ্নত স্বয়ং মহৰ্ষি বদান্যই সাগ্ৰহে সানন্দে আৰু সমন্ত্ৰসংস্কাৰে সুপ্ৰভাক অষ্টাবক্ৰৰ হাতত সম্প্ৰদান কৰে তেহে সেই লগ্নত জগতৰ স্বীকৃতিৰ মাজত থিয় হৈ মাল্যবিনিময় কৰি

মিলিত হ'ব কুঙ্কুম আৰু কেতকীৰ সুৰভিত ইচ্ছা। তাৰ আগতে নহয় আৰু জগতৰ কোনো গোপন নিভৃততো নহয়।

গতিকে সুপ্ৰভা আৰু অষ্টাবক্ৰ উৎসুক আকাঙ্ক্ষাৰ ব্যাকুলতা লৈ প্ৰতি প্ৰভাতৰ আলোকত এক স্বপ্নময় অভিসাৰত আহে আৰু বননিভৃতৰ এই কলস্বনা স্ৰোতস্বিনীৰ ওচৰত এক সুৰভিত সান্নিধ্যৰ ছায়াটোহে অনুভৱ কৰি গুচি যায়।

ঋষি অষ্টাবক্ৰ আৰু কন্যা সুপ্ৰভাৰ প্ৰণয়কলাপত বিস্মিত বিৰক্ত আৰু ব্যথিত হৈছে মহৰ্ষি বদান্য। তেওঁ ভাবে, এই প্ৰণয় প্ৰণয় নহয়। বনচৰ মৃগ আৰু মৃগীৰ দৰে নিতান্ত এক আসক্তিৰ তাড়নাক প্ৰেম বুলি বিশ্বাস কৰিছে এজন ঋষিকুমাৰ আৰু এজনী ঋষিকুমাৰীয়ে। এই আগ্ৰহ অকালৰ ধুমুহাৰ দৰে বিচলিত যৌৱনৰ উদ্‌ভ্ৰান্তি মাত্ৰ; দক্ষিণমলয়াৰ মৃদুকম্পিত নিশ্বাসৰ দৰে স্নিগ্ধ স্থিৰ সৌহাৰ্দ্যৰ সঞ্চাৰ নহয়। এই চাঞ্চল্য লোষ্ট্ৰাহত সৰসী সলিলৰ ছন্দোহীন উচ্ছলতা মাত্ৰ; সুতৰঙ্গিত ভঙ্গিমাৰ মঞ্জুল বিঞ্জোলী নহয়। সিহঁতৰ মুখৰ ভাষা আসঙ্গকামনাৰ মুখৰতা মাত্ৰ; প্ৰেম মহিমাৰ কল্লোল নহয়। দুয়োৰো মুগ্ধ মুখচ্ছবি আৰু অধৰবিসৰ্পিত ৰক্তোচ্ছাস দাবানলদ্যুতি মাত্ৰ; সুশান্ত জ্যোৎস্নাৰাগ নহয়। আসক্তি সত্য হ'লেই পৰিণয় লাভৰ অধিকাৰ সত্য নহয়। এই আসক্তি প্ৰেম নহয়, অনুৰাগ নহয়, দাম্পত্যৰ মিলনসূত্ৰও নহয়।

স্মৰণ কৰে মহৰ্ষি বদান্যই, অঙ্গীকাৰ কৰিছে অষ্ট্ৰাবক্ৰ আৰু সুপ্ৰভাই। কিন্তু সেই অঙ্গীকাৰত কোনো সত্য নাই। বদান্যই ভাবে এই অঙ্গীকাৰ হঠামোদে উদ্ধত দুটি যৌৱনৰ কৌতুকৰঙ্গ মাত্ৰ, মহৰ্ষি বদান্যৰ ৰোষ প্ৰশমিত কৰিবৰ কাৰণে যৌৱন সুলভ দুটি অভিসন্ধিৰ চাটুভাষিত স্তুতি। বিশ্বাস নহয়, যি দুটি আকাঙ্ক্ষাই প্ৰতি প্ৰভাতত বননিভৃতৰ কোলাত গোপন অভিসাৰত আহি সান্নিধ্য লাভ কৰে, সেই দুটি আকাঙ্ক্ষাই কেতিয়াবা কোনো সংযমৰ অঙ্গীকাৰক শ্ৰদ্ধা কৰিব পাৰে। আসক্তিয়ে কেনেকৈ পাব এই শক্তি? সন্দেহ কৰে মহৰ্ষি বদান্যই, কপট অঙ্গীকাৰৰ অন্তৰালত কৌতুকমদে মদায়িত এজনী ঋষিকুমাৰী আৰু এজন তৰুণ ঋষিৰ দেহ ক্ষণপুলকিত উদ্‌ভ্ৰান্তিৰ অনাচাৰ কলুষত ক্লিন্ন হৈছে। লোক সমাজৰ আশীৰ্বাদৰ কাৰণে সেই দুটি অবিধিপ্ৰগল্‌ভ আসক্তিৰ প্ৰাণত কোনো মোহ আৰু কোনো শ্ৰদ্ধা নাই।

অভিশাপ বৰ্ষণ কৰিবৰ কাৰণে উদ্যত হয় মহৰ্ষি বদান্যৰ দুই চক্ষুৰ কোপদৃষ্টি। কিন্তু হঠাৎ দেখিবলৈ পাই বিস্মিত হয় বদান্য, তেওঁৰ আশ্ৰমকুটীৰৰ দ্বাৰোপান্তত নীৰৱে থিয় হৈ আছে তৰুণ ঋষি অষ্টাবক্ৰ।

মহৰ্ষি বদান্যই কয়— মই জানো, তুমি কি উদ্দেশ্য লৈ আহিছা অষ্টাবক্ৰ।

কিন্তু শুনি যোৱা, সুপ্ৰভাৰ পাণি প্ৰাৰ্থনা কৰাৰো অধিকাৰ তোমাৰ নাই।

অষ্টাবক্র— কিয় মহৰ্ষি?

বদান্য— কেতকীগন্ধবাসিত এক কণ্ঠৰ আৰু কুঙ্কুমাঙ্কিত এক বক্ষৰ আসক্তিময় প্ৰগল্‌ভতাই মোৰ আশীৰ্বাদ পাব নোৱাৰে।

অষ্টাবক্র— প্ৰগল্‌ভতা বুলি ধাৰণা কৰিছে কিয় মহৰ্ষি?

অষ্টাবক্রৰ প্ৰশ্নত আৰু কুপিত হৈ শ্লেষাক্ত স্বৰে উত্তৰ দিয়ে মহৰ্ষি বদান্যই— শিলাখণ্ড যেনেকৈ তৰল হ'ব নোৱাৰে, শিশিৰ বিন্দু যেনেকৈ কঠিন হ'ব নোৱাৰে, আসক্তিও তেনেকৈ কেতিয়াও অপ্ৰগল্‌ভ হ'ব নোৱাৰে।

অষ্টাবক্র— কিন্তু আপোনাৰে ইচ্ছাক সম্মানিত কৰি আমি উভয়ে যি অঙ্গীকাৰ জীৱনত গ্ৰহণ কৰিছো, সেই অঙ্গীকাৰ কোনো মুহূৰ্ততো আমাৰ আচৰণত অসম্মানিত হোৱা নাই।

চমকি উঠে মহৰ্ষি বদান্য। তেওঁৰ সন্দেহ আৰু বিশ্বাসৰ কঠিন হৃৎপিণ্ডৰ ওপৰত যেন এক উদ্ধতৰ হঠভাষিত গৰ্বৰ আঘাত পৰিছে।

বদান্যই কয়— কিন্তু মই জানো, এদিন নহয় এদিন তোমালোকৰ উদ্‌ভ্ৰান্ত আসক্তিৰ ওচৰত তোমালোকৰ অঙ্গীকাৰ মিথ্যা হৈ যাব।

অষ্টাচক্র— কেতিয়াও নহ'ব।

তীব্ৰতৰ উষ্মাত তপ্ত হৈ উঠে বদান্যৰ কণ্ঠস্বৰ— তেন্তে শুনা অষ্টাবক্র, এবছৰৰ মূৰত আজিৰ দৰে এনে এক প্ৰভাতত মোৰ ওচৰলৈ আহি যদি এই সত্য ঘোষণা কৰিব পাৰা যে, তোমালোকৰ অঙ্গীকাৰ সেই বননিভৃতৰ ভৃঙ্গগীত— গুঞ্জৰিত কোনো মুহূৰ্ততো বিচলিত হোৱা নাই, তেতিয়াহে মই বিশ্বাস কৰিম সুপ্ৰভাৰ পাণি প্ৰাৰ্থনা কৰাৰ অধিকাৰ তুমি পাইছা।

অষ্টাচক্র— তাৰপিচত?

বদান্য— তাৰপিচত মই বিচাৰ কৰিম, সুপ্ৰভাৰ পাণি গ্ৰহণৰ অধিকাৰ তোমাৰ আছে নে নাই?

অষ্টাচক্র— আপোনাৰ ইচ্ছাক সশ্ৰদ্ধচিত্তে স্বীকাৰ কৰি ললো।

হয়, সঁচাই আসক্তি। মনে মনে স্বীকাৰ কৰে অষ্টাবক্র আৰু সুপ্ৰভাই, মহৰ্ষি বদান্যৰ অনুমানত কোনো ভুল নাই। কুমাৰী সুপ্ৰভাই তাইৰ উষ্ণ নিশ্বাস বায়ুৰ চঞ্চলতাৰ মাজত বক্ষৰ গভীৰৰ পৰা উৎসাৰিত এক তৃষ্ণাৰ মৰ্মৰ ধ্বনি শুনিবলৈ পায়। যেন তাইৰ শোণিতত সঞ্চাৰিত এক স্বপ্নৰ প্ৰাণ দোহদবেদনা বৰণৰ কাৰণে উৎসুক হৈ উঠিছে। সুপ্ৰভাই বিশ্বাস কৰে, পিতা বদান্যৰ অভিযোগ মিথ্যা নহয়। ফুল্ল কুসুমৰ নৱপৰাগৰ দৰে এক সুৰভিত মোহে তাইৰ সকলো সময়ৰ ভাবনাক অৱশ কৰি ৰাখিছে। উন্দলকুসুমসুৰভিৰ দৰে কিবা যেন এক বাসনাৰ শিহৰণে তাইৰ অধৰপুটত সময়ে সময়ে দুৰন্ত প্ৰলোভ

সঞ্চাৰিত কৰি যায়। বিশ্বাস কৰে সুপ্ৰভাই, এই তৃষ্ণাৰ পৰম তৃপ্তি থিয় হৈ আছে তাইৰে সম্মুখত, নাম যাৰ অষ্টাবক্ৰ, তৰুণতৰুৰ দৰে স্নিগ্ধ দৰ্শন যি ঋষিৰ কণ্ঠত কেতকীমালিকা অৰ্পণৰ কাৰণে সুপ্ৰভাৰ মন তাইৰ স্বপ্ন জাগৰণ আৰু সুষুপ্তিৰো প্ৰতিক্ষণত উৎসুক হৈ আছে।

অষ্টাবক্ৰয়ো সুপ্ৰভাৰ ওচৰত অকপট ভাষাত নিবেদন কৰিবলৈ বিন্দুমাত্ৰ কুণ্ঠাবোধ নকৰে— হয় ঋষি নন্দিনী, সেই বনমৃগদম্পতীৰ জীৱনৰ প্ৰতি সন্ধ্যাৰ উৎসৱৰ দৰে অধৰত অধৰ মিলাবৰ কাৰণে মোৰ ধমনীধাৰাত এক স্বপ্নাতুৰ আকাঙ্ক্ষা প্ৰবহমান। মই জানো; মোৰ সেই আকাঙ্ক্ষাৰ সকলো তৃপ্তিৰ আধাৰ তোমাৰ এই সুন্দৰ অধৰ। পৰিমলগ্ৰাহিণী সমীৰিকা তুমি, মোৰ যৌৱনোত্থ বাসনাৰ সৌৰভভাৰ তোমাৰে সমাদৰত ধন্য হবলৈ বিচাৰে। এই ক্ষিতিতলৰ এক নিভৃতৰ স্নেহত লালিত স্নিগ্ধ ময়ূৰী তুমি, মোৰ প্ৰাণৰ সকলো তৃষ্ণাৰ নীলাঞ্জনে তোমাৰে আহ্বান অন্বেষণ কৰি ফুৰে। নিবিড়সলিল নিকুঞ্জসৰিৎ তুমি, মোৰ সকলো আনন্দৰ হিল্লোলে তোমাৰেই কান্তিসুধা ৰসেৰে অভিষিক্ত হ'বলৈ বিচাৰে। স্বীকাৰ কৰোঁ সুপ্ৰভা, মোৰ বক্ষৰ কুঙ্কুমত মোৰ আসক্তিৰে প্ৰাণ সিঁচৰতি হৈ আছে।

কুণ্ঠাহত স্বৰে প্ৰশ্ন কৰে সুপ্ৰভাই— কিন্তু ইয়ে জানো প্ৰেম?

বিস্মিত হয় অষ্টাবক্ৰ। নাজানো, প্ৰেম নামে কি আকাশসম্ভৱ আকাঙ্ক্ষাৰ কথা তুমি কৈছা, ঋষিতনয়া।

সুপ্ৰভা— ক্ষমা কৰিব ঋষি, মই পিতা বদান্যৰ দুৰ্বহ এক চিন্তাৰ প্ৰশ্ন আপোনাক নিবেদন কৰিছো। অকল সেইটোৰে নহয়, এই প্ৰশ্ন মোৰ নিজৰে জীৱনৰ প্ৰতি মোৰ সংশয়কাতৰ মনৰ প্ৰশ্ন। বলাকাৰ প্ৰাণে যি আকাঙ্ক্ষাত বিদ্যুন্ময় জীমূতৰ ধ্বনিত শিহৰ নিজ দেহৰ শোণিতধাৰাত বৰণ কৰিবৰ কাৰণে ব্যাকুল হৈ উঠে, মোৰ প্ৰাণে সেই আকাঙ্ক্ষা লৈ আপোনাৰ দীপ্ত যৌৱনৰ হৰ্ষ বৰণ কৰিবলৈ বিচাৰে। কোনো সন্দেহ নকৰোঁ ঋষি, মোৰ কণ্ঠমালিকাৰ কেতকীত মোৰ আসক্তিয়ে সুৰভিত হৈ আছে। কিন্তু এই আসক্তি জানো জীৱনৰ কোনো সুন্দৰ আকাঙ্ক্ষা?

অষ্টাবক্ৰ— সুন্দৰ আসক্তি জীৱনৰ সুন্দৰ আকাঙ্ক্ষা।

সুপ্ৰভা বিস্মিত হয়— সুন্দৰ আসক্তি?

অষ্টাবক্ৰ— এৰা, সেই আসক্তি দেহজ বাসনাৰে প্ৰসূত পুষ্প, কিন্তু দেহজ বাসনাৰ নিঃশ্ৰীক উল্লাস নহয়। সেই আসক্তি কেতিয়াও প্ৰগল্‌ভ নহয়। মহৰ্ষি বদান্যই মিছাকৈ বিশ্বাস কৰিছে, আমাৰ কামনাই ক্ষণোদভ্ৰান্ত হৈ আমাৰ

অঙ্গীকাৰৰ গৌৰৱ নাশ কৰিব। বুজিব নোৱাৰি প্ৰশ্নাকুল দৃষ্টিৰে নীৰৱে কেৱল চাই থাকে সুপ্ৰভাই।

অষ্টাবক্ৰই কয়— পাহৰি যোৱা কিয় কুমাৰী, তোমাক আজিও মই স্পৰ্শ কৰা নাই। ইয়াত কতবাৰ সময়ে সময়ে বনসমীৰণ উদ্‌ভ্ৰান্ত হৈছে, কিন্তু তোমাৰ চিৰঘনসংকাশ কেশদামৰ সুচাৰু স্তবক আৰু নিবিড় কটিদেশৰ নবীনাংশুক মেখলা কেতিয়াও উদ্‌ভ্ৰান্ত হোৱা নাই। যেন শতকুম্ভৰ কান্তিৰে ৰচিত দুটি কুম্ভ, পুষ্পহাৰৰ সলজ্জ শাসন তুচ্ছ কৰি ললিত লাৱণ্যভঙ্গে স্তবকিত হৈ আছে তোমাৰ অভিৰাম জঘনশোভাৰ বিহ্বলতা। তথাপি মোৰ লুব্ধ বক্ষ আৰু বাহু দস্যু হৈ উঠিব নোৱাৰে সুলভা। এই সংযম বৰণ কৰিয়েই তোমাৰ আৰু মোৰ আসক্তি সুন্দৰ হ'ব পাৰিছে।

সুপ্ৰভা— আপুনি এই যুক্তিৰে কি সত্য প্ৰমাণ কৰিবলৈ বিচাৰিছে ঋষি।

অষ্টাবক্ৰ— তুমি মোৰ আৰু মই তোমাৰ; মোৰ আৰু তোমাৰ জীৱনে পৰিণয়ত মিলিত হোৱাৰ অধিকাৰ পাইছে।

অষ্টাবক্ৰৰ ভাষণত সুপ্ৰভাই যেন তাইৰ জীৱনৰ এক মধুৰ বিশ্বাসৰ জয়ধ্বনি শুনিবলৈ পায়। কিন্তু এই বিশ্বাসৰ আনন্দ অনুভৱ কৰিবলৈ গৈও হঠাৎ আৰু এটা ক্ষীণ সংশয়ৰ বেদনা সুপ্ৰভাৰ আয়ত নয়নৰ কোণত বাষ্পায়িত হৈ উঠে।

সুপ্ৰভাই ব্যথিত স্বৰে কয়— তথাপি সংশয় হয়।

অষ্টাবক্ৰ— কোৱাঁ, কিহৰ সংশয়?

সুপ্ৰভা— বদান্যতনয়া সুপ্ৰভাতকৈ সুন্দৰতৰ অধৰৰ নাৰী এই জগতত বহুতো তো আছে।

অষ্টাবক্ৰ— আছে, অস্বীকাৰ নকৰোঁ সুপ্ৰভা।

সুপ্ৰভা— ভয় হয় ঋষি, আপোনাৰ এই সুন্দৰ আসক্তি আপোনাৰ বাসনাবিহ্বল চকুযুৰি যিকোনো মুহূৰ্তত যিকোনো বিম্বাধৰাৰ মুখৰ ফালে চাই মুগ্ধ আৰু লুব্ধ হৈ উঠিব পাৰে।

অষ্টাবক্ৰ— পাৰে, অস্বীকাৰ নকৰোঁ প্ৰিয়া।

সুপ্ৰভা— আটাইতকৈ বেছি ভয় ঋষি, আপোনাৰেই প্ৰিয়াতিপ্ৰিয়া এই সুপ্ৰভাৰ মনেও ঠিক একেভুলকে কৰি পেলাব পাৰে।

অষ্টাবক্ৰ— অসম্ভৱ নহয়।

সুপ্ৰভা— ইমান ভঙ্গুৰতাৰে ৰচিত যি আসক্তিৰ প্ৰাণ, সেই আসক্তি সুন্দৰ হলেই বা কি লাভালাভ ঋষি? স্থিৰতা বিহীন সেই আসক্তি আমাৰ জীৱনত পৰিণয়ৰ বন্ধন হ'ব নোৱাৰে।

অষ্টাবক্ৰ— সুন্দৰ আসক্তিৰ প্ৰাণ তৃণ শীৰ্ষৰ শিশিৰৰ দৰে ভঙ্গুৰ নহয়, সুন্দৰাননা। সেই আসক্তি নিষ্ঠাত কঠিন। পৃথিৱীৰ কোনো বিম্বাধৰাৰ মুখৰ ফালে চাই মোৰ নয়ন মুগ্ধ হলেও মোৰ সেই মুগ্ধ নয়নে যে তোমাকেই অন্বেষণ কৰিব সুপ্ৰভা।

সুপ্ৰভা— তেনেহ'লে এই কথা কওক ঋষি, মই আপোনাৰ আকাঙ্ক্ষাৰ উৎসৱত প্ৰয়োজনৰ এজনী প্ৰেয়সী মাত্ৰ।

অষ্টাবক্ৰ— তুমি শ্ৰেয়সী; মই বিশ্বাস কৰোঁ, তুমিয়ে মোৰ আকাঙ্ক্ষাৰ মহত্তমা তৃপ্তি। মোৰ এই বিশ্বাস মিথ্যা নহয় বুলিয়েই মোৰ জীৱনত তোমাক আপোন কৰি লবৰ অধিকাৰ মই পাইছো।

পূৰ্ণশশিপ্ৰভাৰ দৰে পূৰ্ণ এক বিশ্বাসৰ জ্যোৎস্না সুপ্ৰভাৰ প্ৰীত নয়নৰ নীলিমাত উদ্ভাসিত হয়। সুপ্ৰভাই কয়— আৰু কোনো সন্দেহ নাই ঋষি। মোৰ প্ৰশ্নৰ সকলো কুটিলতা ক্ষমা কৰক। মোৰ মনত আৰু কোনো প্ৰশ্ন নাই।

অষ্টাবক্ৰই হাঁহে— কিন্তু মোৰ এটি প্ৰশ্ন আছে, সুপ্ৰভা।

সুপ্ৰভা— কওক।

অষ্টাবক্ৰ— তুমিও জানো বিশ্বাস কৰা যে, এই জগতৰ সকলো যৌবনাঢ্য সুন্দৰতাৰ মাজত মোৰ কুঙ্কুমাঙ্কিত বক্ষ তোমাৰো বক্ষৰ সেই বিপুল বলিষ্ঠ অভিলাষৰ শ্ৰেষ্ঠ তৃপ্তি? যদি জানো, তোমাৰ মনে এই ধৰণীৰ যিকোনো ৰমণীয়চ্ছবি মুখৰ ফালে চাই মুগ্ধ হলেও কেৱল মোৰে আলিঙ্গনত তৃপ্ত হ'বলৈ বিচাৰে, তেতিয়াহে মই তোমাক মোৰ জীৱনলৈ আহ্বান কৰিব পাৰিম, সুপ্ৰভা।

চকিত জ্যোৎস্নাৰ দৰে হাঁহি বিৰিঙি উঠে সুপ্ৰভাৰ নয়নত। চন্দ্ৰ কিৰণত বিমুগ্ধ হৈও চক্ৰবাকীয়ে কেতিয়াও চন্দ্ৰমাৰ বক্ষ অন্বেষণ নকৰে ঋষি, অন্বেষণ কৰে তাইৰ একান্তৰ সহচৰ সেই প্ৰিয়কান্ত চক্ৰবাকৰে কণ্ঠ। বিশ্বাস কৰক ঋষি, ময়ো এই সত্যত বিশ্বাস কৰোঁ যে মোৰ কেতকী মালিকাৰ আৰাধ্য আপুনি, স্বপ্ন আপুনি, শ্ৰেষ্ঠ তৃপ্তি আপুনি। কিন্তু . . ..।

সুপ্ৰভাৰ কেতকীবাসিত জীৱনৰ স্বপ্ন যেন এক অন্তহীন প্ৰতীক্ষাৰ শঙ্কাত হঠাৎ উদ্বিগ্ন হৈ উঠে। কেতিয়া সমাপ্ত হ'ব এই ব্যাকুলতাৰ অভিসাৰ? কেতকীমালিকাৰ তৃষ্ণা জানো চিৰকাল এনেদৰে এক ৰক্ত পাথৰৰ বাধাত স্তব্ধ হৈ থাকিব? কেতিয়া শেষ হ'ব কঠোৰ অঙ্গীকাৰৰ দ্বাৰা শাসিত এই বেদনা-বহনৰ ব্ৰত?

— কিন্তু আৰু কিমান দিন? প্ৰশ্ন কৰা মাত্ৰকে সুপ্ৰভাৰ অভিমানভীৰু যৌৱনৰ বেদনাই হঠাৎ উচ্ছ্বসিত হৈ দুই নয়নৰ প্ৰান্তত দুটি অশ্ৰুবিন্দু ৰচনা

কৰে।

— আজিয়েই শেষ দিন সুপ্ৰভা। অষ্টাবক্ৰৰ কণ্ঠস্বৰত উচ্ছল এক আশ্বাসৰ ভাষা হৰ্ষায়িত হয়। মনত পৰে সুপ্ৰভাৰ, পূৰ্ণ হৈছে এবছৰ কাল। আৰু মনত পৰাৰ লগে লগে দুটি অশ্ৰু বিন্দুৰ বেদনা জ্যোতিৰুদ্ভাসিত ৰত্নকণিকাৰ দৰে সুস্মিত হৈ উঠে। আজি এই প্ৰভাততে পিতা বদান্যৰ ওচৰলৈ গৈ সুপ্ৰভাৰ পাণি প্ৰাৰ্থনা কৰিব সুপ্ৰভাৰে কেতকীমালিকাৰ বাঞ্ছিত অষ্টাবক্ৰই।

বদান্যই কয়— সুপ্ৰভাৰ পাণি গ্ৰহণৰ অধিকাৰ তোমাৰ নাই।

অষ্টাবক্ৰৰ কণ্ঠস্বৰ হঠাৎ দুঃসহ বিস্ময়ত ব্যথিত হৈ উঠে— অঙ্গীকাৰ পালন কৰিছো, এই সত্য জানিও মোৰ প্ৰাৰ্থনা কিয় প্ৰত্যাখ্যান কৰিছে মহৰ্ষি?

বদান্য— নিতান্তই দেহসুখ লাভৰ অভিলাষত ব্যাকুল হৈছে তোমালোক উভয়ৰে মন, সেই কাৰণে তোমালোকে বিবাহিত হোৱাৰ সংকল্প গ্ৰহণ কৰিছা।

অষ্টাবক্ৰ— আপোনাৰ ধাৰণা মিছা নহয় মহৰ্ষি।

ঈষৎ শিহৰিত ভ্ৰূকুটি সংযত কৰি বদান্যই কয়— এই অভিলাষকে আসক্তি বোলে।

অষ্টাবক্ৰ— স্বীকাৰ কৰোঁ।

বদান্য— আসক্তি সত্য হ'লেই পৰিণয় লাভৰ আধাৰ সত্য নহয়। দীৰ্ঘ প্ৰতীক্ষাৰ পৰীক্ষা সহ্য কৰিব পাৰিলেও আসক্তিক কেতিয়াও প্ৰেম বুলি স্বীকাৰ কৰিব নোৱাৰি। মানৱ আৰু মানৱীৰ জীৱন বনচৰ মৃগ আৰু মৃগীৰ জীৱন নহয়। আসক্তি দম্পতীৰ যুগ্ম জীৱনৰ প্ৰকৃত বন্ধনো নহয়।

অষ্টাবক্ৰ— প্ৰকৃত বন্ধনৰে প্ৰথম গ্ৰন্থি।

বদান্য— সেই গ্ৰন্থি নিতান্তই ক্ষণভঙ্গুৰ।

অষ্টাবক্ৰ— স্বীকাৰ নকৰোঁ।

বদান্য— আসক্তিৰ নিষ্ঠা কেইটিমান মুহূৰ্তৰ পৰীক্ষাত মিথ্যা হৈ যায়, খৰ নিদাঘৰ কেইটিমান মুহূৰ্তত যেনেকৈ শুকাই যায় ক্ষুদ্ৰজল গোষ্পদ।

অষ্টাবক্ৰ— সুন্দৰ আসক্তি কেতিয়াও মিথ্যা নহয়।

বদান্য— কি কৈছা অষ্টাবক্ৰ?

অষ্টাবক্ৰ— ঠিকেই কৈছো মহৰ্ষি। সুন্দৰ আসক্তি তপস্বীৰ সংকল্পৰ দৰে নিষ্ঠাত অবিচল। সেই আসক্তি সদানীৰা তটিনীৰ বক্ষৰ দৰে চিৰৰসত উচ্ছল, নীলাকাশৰ কোলাৰ দৰে বিপুল মায়াত অভিভূত। সেই আসক্তিয়ে চুম্বনচতুৰ বাসন্ত ভ্ৰমৰৰ মনোবাসনাৰ দৰে পুষ্পে পুষ্পে অবিৰল তৃপ্তিৰ উৎসৱ সন্ধান

নকৰে। সেই আসক্তিয়ে কেৱল তাৰ শ্ৰেয়সীক, তাৰ মহত্তমা তৃপ্তিক সন্ধান কৰে। সূৰ্যসুখিনী জলনলিনীৰ কামনা কেতিয়াও দিক্‌ভ্ৰান্ত নহয়।

অষ্টাবক্ৰৰ মুখৰ ফালে বিৰক্তভাৱে চাই থাকে বদান্যই। সহ্য কৰিব নোৱাৰে অষ্টাবক্ৰৰ এই অবিৰল হঠভাষণ। দেহজ কামনাৰ চাঞ্চল্যত উদ্‌ভ্ৰান্ত এজন যুৱকৰ আসক্তি যেন গৰ্বত আত্মহাৰা হৈছে আৰু প্ৰলাপ বৰ্ষণ কৰি ঋষি জীৱনৰ এক পৰম নীতিক বিদ্ৰূপ কৰিছে।

নীৰৱ হৈ বহি থাকি আৰু খেদযুক্ত দুঃখিত ললাটৰ ৰুক্ষতাক নিজৰ হাতৰ ৰূঢ় স্পৰ্শেৰে পিহি দি চিন্তা কৰি থাকে বদান্যই, যেন তেওঁৰ মনৰ গোপনৰ এটি প্ৰতিজ্ঞাৰ কঠিনতা স্পৰ্শ কৰি চাইছে। নাই, এই তৰুণ ঋষিৰ চিন্তাৰ ভয়ংকৰ ভুল আৰু সেই ভুলৰ দৰ্প আৰু এটা পৰীক্ষাৰ দ্বাৰা চূৰ্ণ কৰি দিয়াৰ বাহিৰে আৰু কোনো উপায় নাই। কি ৰূঢ় বিশ্বাস। মানৱ আৰু মানৱীৰ জীৱনত পতি-পত্নী সম্বন্ধৰ প্ৰকৃত বন্ধনৰ গ্ৰন্থি হ'ল আসক্তি! হঠবিশ্বাসৰ দুঃসাহসত মুখৰ হৈ উঠিছে চঞ্চল চিন্তক এজন ঋষিযুৱা, আৰু সেই দুঃসাহসকে প্ৰেমাভিলাষতকৈও শ্ৰেষ্ঠতৰ আকাঙ্ক্ষা বুলি বিশ্বাস কৰিছে তেওঁৰে কন্যা সুপ্ৰভাই। মিছা বিশ্বাসত উদ্‌ভাসিত এই অন্ধতা দগ্ধ কৰি নিদিলে জীৱনত প্ৰকৃত প্ৰেমৰ পথ ইহঁতে কেতিয়াও চিনি লব নোৱাৰিব।

আৰু এটা পৰীক্ষা, কিৰাত ৰচিত লতাজালৰ দৰে নয়নৰম্য আৰু মায়াবিকৰাল এটা পৰীক্ষা। স্বয়ং মহৰ্ষি বদান্যই বহুদিন আগতে আয়োজিত কৰি ৰাখিছে। অষ্টাবক্ৰৰ সুন্দৰ আসক্তিৰ উদ্ধত নিষ্ঠা চূৰ্ণ কৰাৰ কাৰণে দূৰদূৰান্তৰৰ এক নিভৃতত ৰচিত প্ৰবল আৰু প্ৰগল্‌ভ এক ছলনা। কেলিকুতুকিনী প্ৰমদাৰ কটাক্ষে শিহৰিত অবিধিবশা অবধূৰ লোলুপ প্ৰলোভে লসিত, অনধীনা স্বৈৰিণীৰ শীৎকাৰে শ্বসিত এক জগৎ, যি জগতৰ এটি মুহূৰ্তৰ উদ্দামতাৰ কাষত নতশিৰ হৈ লুটিখাই পৰিব যিকোনো মানুহৰ আসক্তিৰ নিষ্ঠা।

ইয়াৰ পৰা বহু দূৰত, নগাধিপ হিমৱানৰ তুষাৰধৱল শৈলপ্ৰদেশত আৰু ৰত্নাধিপ কুবেৰৰ অলকাপুৰীৰ অলকাবলিমোহিত মহীধৰমালাৰো উত্তৰে, মেঘসন্নিভ এক ৰমণীয় নীলবনত বাস কৰে প্ৰবীণা উদীচী। শুক্লাম্বৰা, বিবিধ ৰত্নাভৰণে ভূষিতা আৰু অপাৰৰঙ্গপাৰঙ্গমা সেই বৰ্ষীয়সীৰ নিবিড় ভ্ৰূভঙ্গ যেন মদনমনোন্মদ বিভ্ৰম ধাৰণ কৰি আছে। উত্তৰ দিগ্‌ভূমিৰ অনল অনিল আৰু সলিলৰ পৰা উদ্ভূত সকলো মোহ প্ৰতিপালনৰ কাৰণে এই নীলবনত অধিষ্ঠান গ্ৰহণ কৰিছে স্বতন্ত্ৰা স্বৱশা আৰু চিৰকন্যকা উদীচীয়ে। সেই নীলবনৰ পল্লৱমৰ্মৰত আসক্তিৰ সঙ্গীত, বিহঙ্গৰ কলৰৱত আসঙ্গ বাসনাৰ আহ্বান; যেন

অবিৰল লিপ্সাৰ নিশ্বাসত উচ্ছ্বসিত দ্বিতীয় এক অনঙ্গনিকেতনে পথিকনয়নত মোহ সঞ্চাৰৰ কাৰণে মেঘসন্নিভ নীলবনৰ ৰূপ ধাৰণ কৰি আছে।

প্ৰবীণা উদীচীয়ে মহৰ্ষি বদান্যৰ অনুৰোধ সানন্দচিত্তে গ্ৰহণ কৰিছে। শুনিছে উদীচীয়ে, তৰুণ ঋষি অষ্টাবক্ৰই বদান্যতনয়া সুপ্ৰভাক তাৰ আকাঙ্ক্ষাৰ শ্ৰেয়সী বুলি বিশ্বাস কৰে। আসক্তিৰ একনিষ্ঠা সম্পৰ্ধ কণ্ঠে ঘোষণা কৰিছে তৰুণ এক ঋষিয়ে; শুনি হাঁহি সম্বৰণ কৰিব নোৱাৰে উদীচীয়ে। সেই ঋষিৰ কামনাক এক মদবিভ্ৰমৰ আঘাতত নিষ্ঠাহীন কৰি দিবলৈ কিমান সময় লাগিছে? বহুদিনৰ পৰা প্ৰস্তুত হৈয়ে আছে আৰু প্ৰতীক্ষাত দিন যাপন কৰিছে নীলবন-চাৰিণী উদীচীয়ে। কেতিয়া আহিব অষ্টাবক্ৰ? সেই ভুল স্বপ্নৰ স্তাবক অষ্টাবক্ৰ?

সুদূৰ উত্তৰৰ গগনবলয়ৰ ফালে দৃক্‌পাত কৰি মহৰ্ষি বদান্যই যেন তেওঁৰ সংকল্পিত পৰীক্ষাৰ ভয়ংকৰতাক দেখিছিল। এবাৰ সেই পৰীক্ষাৰ সম্মুখীন হ'লে দুনাই উভতি নাহিব অষ্টাবক্ৰ। উদীচীৰ নীলবনঘন বিভ্ৰমনিলয়ৰ মত্তসুখৰ অবিৰল আলিঙ্গনত চিৰকালৰ বাবে নিৰ্বাসন প্ৰাপ্ত হ'ব এই গৰ্বিত ঋষিযুৱাৰ আসক্তি। আৰু মূঢ়া কন্যা সুপ্ৰভায়ো এই সত্য উপলব্ধি কৰিব যে, আসক্তিয়ে খলশিখ অনলৰ দৰে নিজৰ নিষ্ঠা নিজেই দগ্ধ কৰে। আসক্তিক জীৱনৰ এক দিব্য প্ৰেমাভৰণ বুলি ভাবি যি ভুল কৰিছে সুপ্ৰভাই, ভাঙি যাব সেই ভুল।

দূৰান্তৰৰ নভঃপটত কুবেৰগিৰিৰ ধৱলিত শিখৰ আপোন শোভাত উদ্ধত হৈ আছে, কিন্তু তাতোকৈ যেন বেছি উদ্ধত তৰুণ অষ্টাবক্ৰৰ মস্তকত ফুল্লমল্লিকামোদে পুলকিত ধম্মিল্লৰ শোভা। অষ্টাবক্ৰৰ ফালে এবাৰ সহেল অৱজ্ঞাসূচক ভ্ৰূকুটি নিক্ষেপ কৰি উদ্ধত এক আসক্তিৰ প্ৰতি যেন নীৰৱে ধিক্কাৰ বৰ্ষণ কৰে বদান্যই।

বদান্যই কয়— মোৰ এটা প্ৰস্তাৱ আছে, অষ্টাবক্ৰ।

অষ্টাবক্ৰ— আদেশ কৰক, মহৰ্ষি।

বদান্য— কুবেৰগিৰিৰ উত্তৰে ৰমণীয় এক নীলবনত বাস কৰে প্ৰবীণা চিৰকন্যকা উদীচী। মোৰ ইচ্ছা তুমি সেই নীলবনত উদীচীৰ নিলয়ত কেইটিমান দিন আৰু ৰাতি যাপন কৰি ঘূৰি আহা।

অষ্টাবক্ৰ— তাৰপিচত?

বদান্য— যিদিনাৰ যিক্ষণত তুমি উভতি আহিবা সেইদিনাই সেইক্ষণতে মই কন্যা সুপ্ৰভাক তোমাৰ ওচৰত সম্প্ৰদান কৰিম।

অষ্টাবক্ৰৰ নয়ন চকিত হৰ্ষত উজ্জ্বল হয়— আশীৰ্বাদ কৰক।

বদান্য— এতিয়াই আশীৰ্বাদ আশা কৰা কিয় অষ্টাবক্ৰ? সম্প্ৰদত্তা

সুপ্ৰভাৰ পৰিণয়মাল্য গ্ৰহণ কৰি তোমালোক দুজনে যিক্ষণত মোৰ সম্মুখত থিয় হ'বা, সেই ক্ষণতে তোমালোকৰ মিলিত জীৱনক মই আশীৰ্বাদ কৰিম, তাৰ আগতে নহয়।

অষ্টাবক্ৰই শ্ৰদ্ধাভিভূত স্বৰে নিবেদন কৰে— স্বীকাৰ কৰোঁ মহৰ্ষি, আপোনাৰ আশীৰ্বাদ গ্ৰহণ কৰি তেতিয়া ধন্য হ'ব আমাৰ জীৱনৰ পৰিণয়। এটি অনুৰোধ, এতিয়াই আপোনাৰ আশীৰ্বাদ দান নকৰিলেও এটি প্ৰাৰ্থিত বৰ দান কৰক।

বদান্য— মোৰ পৰা এই মুহূৰ্তত কোনো শুভেচ্ছা আশা নকৰিবা অষ্টাবক্ৰ, সেই অধিকাৰ এতিয়াও তুমি পোৱা নাই। যি মুহূৰ্তত মোৰ আশীৰ্বাদ লাভ কৰিব তোমালোকৰ পৰিনীত জীৱনে, সেই মুহূৰ্ততে মই তোমালোকৰ মিলিত জীৱনৰ প্ৰাৰ্থিত বৰ দান কৰিম তাৰ আগতে নহয়।

অষ্টাবক্ৰ— তথাস্তু মহৰ্ষি, আপোনাৰ এই প্ৰতিশ্ৰুতিয়ে মোৰ আজিৰ যাত্ৰাপথৰ মাঙ্গল্য।

উত্তৰ দিগ্‌দেশৰ অভিমুখে যাত্ৰা কৰে হৃষ্টমানস অষ্টাবক্ৰ। মহৰ্ষি বদান্যই ভাবে, এজন যৌৱনাঢ্যৰ গৰ্বান্ধ আসক্তি নতুন এক মূঢ়তাৰ আনন্দত চঞ্চলিত হৈ উঠিছে, এক মূৰ্খ শিশুসৰ্পৰ অহংকাৰ নিজ বিষৰ জ্বালাত উদ্‌ভ্ৰান্ত হৈ নকুল বিবৰৰ অভিমুখে অগ্ৰসৰ হৈছে। আৰু উভতি নাহিব অষ্টাবক্ৰ। আশ্বস্ত হৈছে বদান্য।

কিন্তু তাৰপিচত? আশ্ৰমৰ প্ৰাঙ্গণত বহু সময় নীৰৱে থিয় হৈ থাকে বদান্য, যেন তাৰ তাপিত চিন্তাৰ ক্লেশবোৰে আৰু এটি আশ্বাসময় ছায়াৰ স্পৰ্শ বিচাৰিছে। মূঢ় কন্যা সুপ্ৰভাৰ পৰিণামৰ কথা চিন্তা কৰে বদান্যই। নয়নমোহত উদ্‌ভ্ৰান্তা এই কেতকীৰেণুকুতুকিনী কুমাৰীয়ো যে তাইৰ আকাঙ্ক্ষাৰ ভুল বুজিব পৰা নাই। কি হ'ব তাইৰ জীৱনৰ পৰিণাম?

দেখিবলৈ পায় বদান্যই, লতাগৃহৰ দ্বাৰোপান্তত থিয় হৈ নৱবসন্তৰ আগমনত পুলকিত বনস্থলীৰ ফালে মুগ্ধ হৈ চাই আছে সুপ্ৰভাই। শাল আম আৰু শাল্মলীৰ কান্তিসমাৰোহৰ ফালে চাই এটি তৃষ্ণা যেন সুস্মিত হৈ আছে। এৰা, উপায় আছে, মহৰ্ষি বদান্যই দুঃখিত চিত্তে তেওঁৰ চিন্তাৰ মাজত আৰু এটি পৰিকল্পনা আৱিষ্কাৰ কৰে। তৃষ্ণাচাৰিণী নাৰীৰ সম্মুখত এনেকৈয়ে এটি শোভাময় নয়নোৎসৱ আনি দিব লাগিব। আন কোনো উপায় নাই।

অষ্টাবক্ৰ ৰাওনা হৈছে, সিদ্ধাচাৰণসেৱিত হিমালয়ত উপস্থিত হৈ ধৰ্মদায়িনী বাহুদা নদীৰ পূতসলিলত স্নান কৰে অষ্টাবক্ৰই। তাৰ পিচত ধনপতি

কুবেৰৰ কাঞ্চনময় পুৰুদ্বাৰত উপস্থিত হয়। গন্ধৰ্বৰ বাদ্যযন্ত্ৰৰ ধ্বনি আৰু নৃত্যপৰা অপ্সৰাৰ অবিৰল মঞ্জীৰ শিঞ্জনত মুখৰিত যক্ষভৱনৰ সমাদৰ গ্ৰহণ কৰে। তাৰপিচত কৈলাস মন্দৰ আৰু সুমেৰু, এটাৰ পাচত এটাকৈ সমস্ত পৰ্বতপ্ৰদেশ অতিক্ৰম কৰি উত্তৰ দিগ্‌ভূমিৰ প্ৰান্তলৈ আহি থিয় হয়। বিস্মিত হৈ দেখিবলৈ পায় অষ্টাবক্ৰই, অদূৰত এক নীলচ্ছায়াঘন কাননত স্ফুট কুসুমৰ উৎসৱ যেন মত্ত হৈ বিচিত্ৰ বৰ্ণৰাগচ্ছটা উৎসাৰিত কৰিছে। বিহগকূজন আৰু বনলোকৰ সুৰভি বহন কৰি বায়ু মন্থৰ গতিত বলি আছে।

কাননৰ অভ্যন্তৰত প্ৰৱেশ কৰি কুবেৰ নিলয়তকৈও দীপ্ততৰ ৰত্নপ্ৰভাৰে দীপ্তিমান এক নিকেতন দেখা পায় আৰু বিস্মিত হয় অষ্টাবক্ৰ। নিকেতনৰ সম্মুখত মণিভূমিখনিত সৰোবৰ। পাৰ্শ্বদেশত মন্দাকিনী কলনিনাদিত প্ৰবাহৰ তটৰেখা মন্দাৰকুসুমেৰে অলংকৃত। স্তব্ধ নিকেতনৰ প্ৰৱেশপথত মুক্তাজালময় তোৰণৰ ফালে চাই বিস্মিত অষ্টাবক্ৰই মাত লগায়— মই অতিথি।

অষ্টাবক্ৰৰ সেই আহ্বানত উদ্দীপ্ত ফণিমণিৰাগৰ দৰে চমকি উঠে সেই অদ্ভুত নিকেতনৰ প্ৰভাময় শোভা। শুনিবলৈ পায় অষ্টাবক্ৰই, নিকেতনৰ নীৰৱতাৰ পৰা হঠাৎ ঝংকাৰ দি জাগি উঠিছে সুপ্তিবিবশ কাঞ্চী কেয়ূৰ আৰু মঞ্জীৰৰ উল্লাস। অকস্মাৎ তন্বী তড়িল্লতাতকৈও চকিতলাস্যচপলা, মন্দাকিনীৰ জলমালা ভঙ্গিমাতকৈও তৰলতৰ তনুভঙ্গে ছন্দায়িতা সান্দ্ৰ সিন্দূৰ বেণুময়ী নৱোষাতকৈও সুনিবিড়স্মিতা সাতোটি যৌৱনৱতী দেহিনী যেন অলক্ষ্য এক স্মৰতূণীৰৰ ভিতৰৰ পৰা হঠাৎ উৎক্ষিপ্ত হৈ সাতোটি পুষ্পবাণৰ দৰে অষ্টাবক্ৰৰ বুকুৰ কাষলৈ আহি লুটি খাই পৰে।

বিস্ময়ত বিমুগ্ধ অষ্টাবক্ৰৰ নেত্ৰদ্বয়ত বিচিত্ৰ এক সুখৰ বৰ্ণালী নৰ্তিত হয়। মায়ানিকেতনবাসিনী সাতোটি সুযৌৱনা যেন সাতোটি অঙ্গমাধুৰীৰ অধীশ্বৰীৰ দৰে অষ্টাবক্ৰৰ বিস্ময়ক ধন্য কৰিবৰ কাৰণে সম্মুখলৈ আহি থিয় হৈছে। অপলক নয়নে চাই থাকে অষ্টাবক্ৰই।

ক্ষীণকটিতটত ক্ষীণনিনাদিনী কিঙ্কিণীয়ে যেন মণিত ৰণিত কৰে; নিধুৱনোৎসুকা কোন এই বনিতা?

প্ৰিয় প্ৰগল্‌ভ অভীৰু ভ্ৰূলতাই লুব্ধ লালসাৰ বাণ নিক্ষেপ কৰে; পীনপয়োধৰভাৰত অলসা, কোন এই ললনা সুৰসা?

বদন যেন সুষমাসদন, মদয়িত মদনামোদনিদান, বিবশ বাসনাৰ বাণ নিক্ষেপ কৰে; পূৰ্ণচন্দ্ৰমুখী মনোহৰা কটাক্ষত ভঙ্গিমা নিগৰে, অনঙ্গত উন্মত্ত কৰে; আসঙ্গাভিলাষিণী ৰঙ্গৰঙ্গিণী কোন এই অঙ্গনা?

কেনে গ্ৰীৱাগৌৰিমা, সিতমলয়জ বিভূষিতা অভিৰামা, অনুপ ৰূপৰ অনল গোপন কৰে; কোন এই ৰামা?

ক্ষণ ঈক্ষণত বহ্নি জ্বলে, ৰাতুল অধৰত তনুশোণিমাৰ জ্যোৎস্না জলমলায়; মুনিমনোবনত প্ৰলয়ংকাৰিণী কোন এই কামিনী?

অশাসিত যৌৱনে অশেষ উল্লাসত লাস্য কৰে, কটিবন্ধবিহীনা শিথিলবেণী ব্ৰীড়াবিৰহিতা তনুকা, কোন এই ভামিনী?

তৰুণ ঋষিৰ নয়নত বিস্ময়। যেন বিগলিত ইন্দ্ৰধনুৰ মায়ানুৰাগে ৰঞ্জিত কাদম্বিনীৰ সুষমা ভূতলত লুটি খাই পৰিছে আৰু তাৰ লগতে সাতোটি খৰবাসনাৰ বিদ্যুৎ। লীলাভঙ্গে চঞ্চল সেই সপ্তৰূপসীৰ অবয়বশোভাৰ ফালে চাই অষ্টাবক্ৰৰ বিচলিত বক্ষৰ সমীৰ মুগ্ধ হৈ যায়।

মণিবলয়ৰ চকিত ঝংকাৰেৰে তৰুণ ঋষিৰ উৎসুক কৰ্ণদ্বয় বন্দিত কৰি সপ্ত সুন্দৰীয়ে অভিবাদন জনায়। উত্তৰ দিগ্‌ভূমিৰ অধিষ্ঠাত্ৰী দেৱী উদীচীৰ এই নিকেতনত প্ৰৱেশ কৰক, বৰেণ্য।

বংশীধ্বনিত মোহিত তৰুণ কুৰঙ্গৰ দৰে দুৰ্নিবাৰ কৌতূহলত অভিভূত অষ্টাবক্ৰ সপ্ত সুন্দৰীৰ মঞ্জীৰিত চৰণৰ ধ্বনি অনুসৰণ কৰি নিকেতনৰ ভিতৰত প্ৰৱেশ কৰে আৰু দেখিবলৈ পায়, ৰত্নপৰ্যঙ্কৰ ওপৰত উপবিষ্টা শুক্লাম্বৰা এক বৰ্ষীয়সী। সীমন্তত সিন্দুৰৰ ৰেখা নাই, কিন্তু প্ৰবীণাৰ দেহ বিবিধ আভৰণেৰে বিভূষিতা, যেনিবা তেওঁ এক উৎসৱৰ প্ৰতীক্ষাতহে উদ্বিগ্ন হৈ আছে। আভৰনেৰে বিভূষিত। দেখিলে মনত ভাৱ হয়, প্ৰবীনাৰ আভৰাৰ মাজত জগতৰ সকলো কলধ্বনিৰ মুখৰতা যেন এক উৎসৱৰ প্ৰতীক্ষাত উদ্বিগ্ন হৈ আছে।

বৰ্ষীয়সীয়ে কয়— মই চিৰকুমাৰী উদীচী।

অষ্টাবক্ৰ— মই ঋষি অষ্টাবক্ৰ, মহৰ্ষি বদান্যৰ আদেশত আপোনাৰ ভৱনৰ অতিথি হ'বলৈ বিচাৰোঁ।

উদীচী— মোৰ সৌভাগ্য। মই ধন্য হ'ম ঋষি, যদি এই ভৱনৰ অতিথি হৈ আপুনি মোৰ সমাদৰ গ্ৰহণ কৰে।

অষ্টাবক্ৰ— গ্ৰহণ কৰিবলৈ বিচাৰোঁ।

উদীচী— মই প্ৰীত হ'ম ঋষি, যদি মোৰ সমাদৰত আপুনি প্ৰীত হয়।

অষ্টাবক্ৰ— প্ৰীত হ'বলৈ বিচাৰোঁ, উত্তৰ দিগ্‌দেৱী।

গ্ৰীৱাভঙ্গে ঝংকৃত হৈ, স্মিতায়িত অধৰৰ স্পন্দন মুক্তাপংক্তিতকৈ খৰোজ্জ্বল দশনৰেখাৰ মৃদু দংশনেৰে আহত কৰি উদীচীয়ে কয়। —কয় আদেশ কৰক ঋষি। কওক, কি বিচাৰে আপোনাৰ এই সুন্দৰ নয়নৰ বিস্ময়ে? আপোনাৰ প্ৰীতি সম্পাদনৰ কাৰণে উত্তৰ দিগ্‌ভূমিৰ সকলো প্ৰীতিৰ সুধাসাৰৰসিতা

উদীচীয়ে আপোনাৰে কণ্ঠস্বৰৰ এটি নির্দেশ মাথোন শুনিব'লৈ বিচাৰে।

অষ্টাবক্ৰৰ নিমেষবিহীন নেত্ৰযুগলৰ নিবিড় বিস্ময় অকস্মাৎ চঞ্চল হয়। নাৰীৰ ভ্ৰূলতা যেন দুটি লুব্ধ অলজ্জা, আসক্তিৰ এক অভিনৱ ভঙ্গিমনোহৰ ৰূপচ্ছবি। বৰ্ষীয়সীৰ সেই ভ্ৰূভঙ্গীৰ মাজত যেন কোটি মদিৰাক্ষীৰ কটাক্ষপীযূষ পুঞ্জীভূত হৈ আছে।

নীৰৱ অষ্টাবক্ৰৰ নেত্ৰদ্বয়ৰ কৌতূহল চমকিত কৰি প্ৰশ্ন কৰে উদীচীয়ে— কওক ঋষি, কি বিচাৰে আপোনাৰ বক্ষৰ সৌ কম্পিত নিশ্বাসে, পুলকিত কপোলে আৰু অধীৰ অধৰযুগলে?

অষ্টাবক্ৰই কয়— খন্তেকৰ কাৰণে আপানাৰ সান্নিধ্য বিচাৰোঁ।

বিভ্ৰমসঞ্চাৰিণী বৰ্ষীয়সীৰ ভ্ৰূকৌতুকত যেন এক স্বপ্নৰ আনন্দ বিপুল হৰ্ষে উৎসাৰিত হয়। উচ্চাৰিত স্বৰে প্ৰশ্ন কৰে উদীচীয়ে— কেৱল মোৰে সান্নিধ্য?

অষ্টাবক্ৰ— হয়, চিৰকুমাৰী।

সেই মুহূৰ্তে সপ্ত সুন্দৰীৰ চৰণমঞ্জীৰৰ ঝংকাৰিত ধ্বনিও যেন ব্যাধ-বধূচিত্তৰ উল্লাসৰ দৰে হৰ্ষায়িত হয়। অষ্টাবক্ৰৰ অভিভূত মুখচ্ছবিৰ ফালে, যেন এক পাশবদ্ধ বনকুৰঙ্গৰ অসহায় মূৰ্ত্তিৰ ফালে নত দৃষ্টি নিক্ষেপ কৰি হাঁহি মাৰে উদীচীৰ অনুচাৰিণী সপ্ত সুন্দৰীয়ে আৰু পিচমুহূৰ্ততে কক্ষৰ পৰা গুচি যায়।

মণিজ্যোতিবিহ্বল মায়াভৱনৰ এটি একান্ত, যেন জগতৰ সকলো লোক-লোচনৰ শাসনৰ পৰা মুক্ত এটি নিভৃত, আৰু সেই নিভৃতৰ অন্তৰত মদনৰ নতুন কেতনৰ দৰে বিজয়াবহ আনন্দত চঞ্চল হৈ উঠে লীলাসঙ্গচতুৰা এগৰাকী বৰ্ষীয়সীৰ মসিনিবিড় ভ্ৰূপতাকা। উদ্‌ভ্ৰান্তিৰ বন্ধনেৰে ৰচিত এটি সান্নিধ্য। মাত্ৰ অষ্টাবক্ৰ আৰু উদীচী আৰু কোনো নাই। এই নিভৃতৰ আকাঙ্ক্ষাক কোনো প্ৰশ্নৰ স্পৰ্শই ব্যথিত কৰাৰ কোনো ছায়াও ইয়াত নাই।

উদীচীয়ে কয়— মোৰ সান্নিধ্য লাভ কৰিছে ঋষি, এতিয়া কওক, কি অভিলাষত বিহ্বল হৈছে আপোনাৰ কুঙ্কুমপিঞ্জৰিত বক্ষৰ স্বপ্নভাৰ?

অকস্মাৎ, যেন আপোন বক্ষৰ তপ্ত নিশ্বাসৰ আঘাতত চঞ্চল হৈ, পাৱকতাপত উত্তাপিত শিশু ভুজঙ্গৰ দৰে ব্যথিত হৈ নিবেদন কৰে অষ্টাবক্ৰই— স্নানোদক লাগে।

কলোচ্ছলা স্ৰোতস্বতীৰ দৰে তৰলহাস্যে শিহৰিত হয় উদীচীৰ কণ্ঠস্বৰ। — স্নানোদকেৰে শীতল হ'বলৈ নোৱাৰিব ঋষি। কওক, কি বিচাৰে আপোনাৰ জ্বালানিঃশ্বাসৰ ঝঞ্ঝাই, স্ফুৰিত অধৰৰ সুৰক্ত ৰৌদ্ৰ আৰু বহু কেতকীৰ গন্ধে

পীড়িত ভুজভুজঙ্গৰ হিল্লোলে?

নীলবনৰ ছায়াঘন ৰহস্যৰ কুহৰত লুক্কায়িত সেই মণিময় মায়াভৱনৰ বাহিৰত নীড়াগত বিহগৰ ক্লান্ত কুজনস্বৰ শুনা যায়। সন্ধ্যা হৈছে। অষ্টাবক্ৰই শিহৰিত কণ্ঠে আৱেদন কৰে। —সন্ধ্যা পূজাৰ কাৰণে আসন লাগে।।

হাঁহি উঠে ঝংকাৰময়ী উদীচীৰ— এই ৰত্ন পৰ্যঙ্কত উপবেশন কৰক ঋষি

চমকি উঠি অপলক নেত্ৰে চাই থাকে অষ্টাবক্ৰই। উদীচীয়ে কয়— এয়ে তো যথাৰ্থ আসন। উত্তৰ দিগ্‌ভূমিৰ নীলবনৰ ছায়াছন্ন এই সুখময় জগতৰ সন্ধ্যাবন্দনাৰ কাৰণে কৰ্কশ কুশাসনৰ প্ৰয়োজন নহয় ঋষি। এই জগতৰ সন্ধ্যায়ো মন্ত্ৰ স্তৱ আৰু জপমালাৰে বন্দিত হ'বলৈ নিবিচাৰে।

ৰত্নপৰ্যঙ্কৰ ওপৰত উপবেশন কৰে অষ্টাবক্ৰই। সুন্দৰতৰ হৈ উঠে উদীচীৰ দুই ভ্ৰূলতাৰ চঞ্চল অলজ্জা। বৰ্ষীয়সী উদীচীৰ কজ্জলমসিমদিৰ দৃষ্টিয়ে নিবিড় সমাদৰ বৰ্ষণ কৰি অষ্টাবক্ৰৰ বিচলিত চিত্তৰ তৃষ্ণাক আশ্বাস দান কৰে।

বিমুগ্ধ অষ্টাবক্ৰ। নীলবনঘন অভিনৱ লালসাৰ জগতত এক মায়াভৱনৰ মণিপ্ৰদীপৰ প্ৰখৰ দ্যুতিনখৰৰ স্পৰ্শত যেন উচ্ছিন্ন হৈ গৈছে অষ্টাবক্ৰৰ স্মৰণপথৰ সকলো আলো-ছায়া। কোনো এক উপবনৰ লতাৰ ছায়াত সুযৌৱনা এজনী অনুৰাগিণী নাৰীৰ অভিলাষ অষ্টাবক্ৰৰ কাৰণে নয়নত অমেয় মায়া সঞ্চিত কৰি প্ৰতীক্ষাত আছে যে সেই কথাও মনত নপৰে অষ্টাবক্ৰৰ। পাহৰি গৈছে অষ্টাবক্ৰই, জীৱনৰ কোন প্ৰভাতবেলা কোন বননিভৃতৰ একান্তত তৰুণ তপনৰ আলোকত শ্ৰেয়সীৰ যৌৱনগৰীয়সী কান্তিৰ কল্লোলিত সুষমাক মহত্তমা তৃপ্তি বুলি চিনিব পাৰিছিল অষ্টাবক্ৰই। অষ্টাবক্ৰৰ চকু দুটাৰ পৰা কেতকীৰেণুবাসিত এক ভঙ্গুৰ স্বপ্ন এই বৰ্ষীয়সী লালসাময়ীৰ মদিৰ ভ্ৰূলাস্যৰ এক কঠোৰ আঘাতত চূৰ্ণ হৈ গৈছে।

আকৌ এবাৰ চমকি উঠে অষ্টাবক্ৰ। উল্লাসচপল অথচ নিবিড়কোমল আৰু হৰ্ষায়িত এক স্পৰ্শৰ উৎসৱ হঠাৎ আহি অষ্টাবক্ৰৰ বুকুৰ ওপৰত লুটি খাই পৰিছে। উদীচীৰ উদ্যত দুই বাহুৱে অকস্মাৎ মত্ত হৈ আভৰণমুখৰ মাল্যৰ দৰে ঝংকাৰ দি সজোৰে আলিঙ্গন কৰিছে অষ্টাবক্ৰৰ কুঙ্কুমবাসিত কণ্ঠ, যেন গৰল প্ৰগল্‌ভা বাল্যবধূৰ সন্তাপিত দেহে চন্দনতৰুৰ দেহ খামুচি ধৰিছে। অষ্টাবক্ৰৰ দুই চকুৰ বিৱশ বিস্ময়ৰ সম্মুখত কেৱল ভাহি থাকে প্ৰবীণা কেলিকলানিপুণাৰ মসিমদিৰ ভ্ৰূভঙ্গীৰ বিলোল অলজ্জা।

উদীচীয়ে কয়— কোৱাঁ ঋষি, সকলো কুণ্ঠা অপহৃত কৰি মুক্তকণ্ঠে কোৱাঁ, উত্তৰ দিগ্‌ভূমিৰ সুন্দৰ সন্ধ্যাৰ এই মধুৰ ক্ষণত কি বিচাৰে তোমাৰ যৌৱনান্বিত

জীৱনৰ আকাঙ্ক্ষাই?

অষ্টাবক্ৰ— তৃপ্তি বিচাৰে।

উদীচী— সেই তৃপ্তি ইয়াতেই আছে। এই ৰত্নপৰ্যঙ্কৰ পুষ্পশয্যাত কোনো নিশীথবিহ্বলতাৰ বক্ষত সেই তৃপ্তি অৱশ্যে দেখিবলৈ পাবা, প্ৰতীক্ষাত থাকা, ঋষি।

অষ্টাবক্ৰ— প্ৰতীক্ষাত থাকিব পাৰোঁ, কিন্তু প্ৰতিশ্ৰুতি দিয়াঁ, মোৰ আজিৰ আকাঙ্ক্ষাৰ তৃপ্তিক মোৰ চকুৰ সম্মুখত আনি দিবা তুমি।

কুটিল হাস্য বিচ্ছুৰিত কৰি উদীচীৰ অধৰপুট শিহৰিত হৈ থাকে। প্ৰতিশ্ৰুতি দিলো ঋষি। কিন্তু শপত খাই কোৱাঁ, তোমাৰ আকাঙ্ক্ষাৰ তৃপ্তিক সম্মুখত পালে তেওঁক জীৱনৰ চিৰসহচৰী কৰি লবা।

অষ্টাবক্ৰ— লম, শপত খাই কৈছোঁ।

সুদুৰ উত্তৰৰ দিগ্‌বলয়ত অলকমেঘে বিভ্ৰাজিত আকাশপথৰ ফালে চাই মহৰ্ষি বদান্যৰ দুই চক্ষুৰ আক্ষেপ হঠাৎ হাস্যায়িত হয়। সুন্দৰ আসক্তিৰ গৰ্বত উদ্ধত সেই অষ্টাবক্ৰ পুনৰ উভতি নাহিল। অনুমান কৰিব পাৰিলে বদান্যই, ইমানদিনে সেই হঠভাষী ঋষিৰ সুখকামুক অভিলাষৰ একনিষ্ঠা এক কজ্জলমসি মদিৰাৰ ভ্ৰূভঙ্গৰ গৰলত প্ৰলিপ্ত হৈ নীলবনৰ একান্তত নিৰ্বাসন লাভ কৰিছে।

দিনৰ পাচত ৰাতি আৰু ৰাতিৰ পাচত দিন, এটাৰ পাচত এটাকৈ বহু দিন-ৰাতি অতীত হৈছে। বহু কুহেলিকালসা সন্ধ্যাত বনদ্ৰুমৰ পৰা শিথিল মঞ্জৰীৰ ভাৰ ভূতলত লুটি খাই পৰিছে। যেনেকৈ পূৰ্ণেন্দুবন্দিত ৰজনীৰ, তেনেকৈ তৰুণ তপনবন্দিত প্ৰভাতৰ ৰশ্মিৰাশিয়ে কলস্বনা স্ৰোতস্বিনীৰ দুই তটৰ শিশিৰসিক্ত তৃণভূমিৰ বক্ষত হাঁহিছে, কিন্তু সেই সুন্দৰ আসক্তিৰ মানুহ, সুপ্ৰভাৰ কেতকীমালিকাৰ স্বপ্ন সেই অষ্টাবক্ৰ সেই বনপথলৈ আৰু উভতি নাহে। কেৱল আহে আৰু গুচি যায় সুপ্ৰভা। বৃথা প্ৰতীক্ষাত ব্যথিত হয় কেতকীমালিকাৰ সুৰভি। কলৈ গ'ল, কিয় গ'ল আৰু কেতিয়া উলটি আহিব সুপ্ৰভাৰ কামনাৰ বাঞ্ছিত সেই কুঙ্কুমিততনু ঋষি সুকুমাৰ? কল্পনাও কৰিব নোৱাৰে সুপ্ৰভাই আৰু বুজিবও নোৱাৰে, সেই একনিষ্ঠ অভিলাষ কেনেকৈ তাৰ শ্ৰেয়সীৰ অধৰসুষমা দেখিবলৈ নাপায়ো শান্তচিত্তে দূৰৈত আঁতৰি থাকিব পাৰে?

বদান্যৰ তপোবনস্থলীৰ উপান্তত এটি লতাবৃত কুটীৰৰ নিভৃতত মৃদুদীপ-শিখাৰ ফালে চাই বিহগৰ কূজন শুনে সুপ্ৰভাই। কেতকীমালিকাৰ সুৰভিয়ে সুপ্ৰভাৰ চিন্তাপীড়িত নয়নৰ দৰে জাগৰণত যামিনী যাপন কৰে। প্ৰিয়বিচ্ছেদভীৰু চক্ৰবাকীৰ দৰে চকিতশ্বসিত বক্ষৰ সন্দেহ শান্ত কৰিবৰ কাৰণে

কুটীৰৰ দ্বাৰোপান্তত থিয় হৈ সুপ্ৰভাৰ সমগ্ৰ অন্তৰ যেন উৎকৰ্ণ হৈ উঠে। কিন্তু বৃথা; কোনো প্ৰিয় পদধ্বনি, কোনো গুঞ্জন, মৃদুতম কোনো মৰ্মৰ শব্দও শুনিবলৈ নাপায়। কুঙ্কুমাঙ্কিত কোনো বক্ষৰ বিহ্বল নিশ্বাস বদান্যতনয়াৰ কবৰীসৌৰভ অন্বেষণৰ কাৰণে মৃদুল নিস্বন সঞ্চাৰিত কৰি লতাগৃহৰ ফালে নাহে।

অষ্টাবক্ৰৰ ৰহস্যময় অন্তৰ্ধানে সুপ্ৰভাৰ সকলো ক্ষণৰ ভাবনাৰ আকাশত যেন এক মেঘমেদুৰতা ঘনীভূত কৰি ৰাখিছে। সকলো সহ্য কৰিব পাৰে সুপ্ৰভাই, কেৱল সহ্য কৰিব নোৱাৰে এটি সংশয়। তীক্ষ্ণ কুশাগ্ৰৰ দৰে সেই সংশয়ে যেতিয়া সুপ্ৰভাৰ কল্পনাক বিদ্ধ কৰে, তেতিয়া আটাইতকৈ বেছি বিচলিত হয় সুপ্ৰভাৰ অন্তৰৰ প্ৰাশান্তি। মনত ভাব হয়, সুন্দৰ অথচ কপট এক আসক্তিৰ হঠভাষিত প্ৰতিশ্ৰুতিয়ে নিষ্ঠুৰ বিদ্ৰূপেৰে সুপ্ৰভাৰ কণ্ঠৰ কেতকীক তুচ্ছ কৰি গুচি গৈছে। নয়নোপান্তত অদ্ভুত এক জ্বালাময় সিক্ততা অনুভৱ কৰে সুপ্ৰভাই। মনত ভাব হয়, অশ্ৰু নহয়, তাইৰ যৌৱনৰ প্ৰথম অনুৰাগৰ উদ্দীপ্ত বিশ্বাস যেন নিষ্ঠাহীন এক পৌৰুষৰ চঞ্চল কৌতুকলীলাৰ আঘাতত মথিত হৈ ৰুধিৰ বিন্দুৰ দৰে ফুটি উঠিছে।

এইদৰে সৰ্বক্ষণ সংশয়খিন্ন ভাবনাৰ ভাৰ নীৰৱে সহ্য কৰি আৰু সুপ্তিহীন নয়নৰ কৌতুহল লৈ প্ৰতি নিশান্তৰ আকাশ আৰু বনতৰুশিৰত নৱোষাৰ অৰুণিত সঞ্চাৰ লক্ষ্য কৰে সুপ্ৰভাই। দীপ নুমাই দিয়ে, স্নান সমাপন কৰে। পুষ্প পৰাগে প্ৰসাৰিত তনুত যেন এক নতুন আশাৰ আৱেশ ভৰি উঠে। বননিভৃতৰ ৰক্তপাথৰৰ ওচৰলৈ আহি থিয় হয় সুপ্ৰভা। দেখিবলৈ পায়, ৰক্তপাথৰৰ ওপৰত কোমল দ্ৰুমমঞ্জৰীৰ পুঞ্জ ছিন্নভিন্ন হৈ পৰি আছে, যেন পদাঘাতত পীড়িত এক বাসকশয্যা। অহা নাই অষ্টাবক্ৰ, কোনে জানে জগতৰ কোন বনলোকৰ নিভৃতত কোন শ্ৰোতস্বিনীৰ কাষত তৃষ্ণাৰ্ত হৈ থিয় হৈ আছে সেই আসক্তিৰ পুৰুষ অষ্টাবক্ৰ?

গুচি যায় সুপ্ৰভা আৰু এদিন নিশান্তত লতাগৃহৰ দীপ নুমাই দিও মনে মনে বহি থাকে। ব্যৰ্থ অভিসাৰত কেৱল চৰণ ক্লান্ত কৰি আৰু লাভ কি? অতনুতাপিত তনুৰ দুধৰ্ষ তৃষ্ণা অধৰত ধাৰণ কৰি সেই ৰক্তপাথৰৰ ওচৰলৈ ধাৱিত হোৱাৰ জানো কিবা প্ৰয়োজন আছে? সুপ্ৰভাই যেন কল্পনা চকুৰে তাইৰ হৃতমান আকাঙ্ক্ষাৰ শোণিম বেদনাৰ ফালে অপৰিমেয় মায়াভিভূত নয়নৰ কৰুণা লৈ চাই থাকে। মনত ভাব হয়, ব্যৰ্থ অভিসাৰত আহত তাইৰ যৌৱনময় জীৱন যেন অধঃপতিত জ্যোৎস্নাৰ দৰে ধূলিপুঞ্জৰ ওপৰত পৰি আছে।

এই অৱহেলাৰ ধূলিময় মলিনতাৰ পৰা মুক্ত হ'বৰ কাৰণে হঠাৎ চঞ্চল হৈ উঠে সুপ্ৰভাৰ মন। আকাশৰ শেষ তাৰকা দীপ্তিহীন হৈছে, বনতৰুৰ ওপৰত প্ৰভাময় উষাভাস দেখা দিছে। স্নিগ্ধ স্নানোদকৰ কাৰণে অস্থিৰ হৈ উঠে সুপ্ৰভাৰ তাপিত দেহৰ তৃষ্ণা। লতাগৃহৰ পৰা ওলাই গৈ আশ্ৰমতড়াগৰ ওচৰলৈ আহি থিয় হয় সুপ্ৰভা।

তড়াগসলিলত দেহ নিমজ্জিত কৰি স্নান কৰে সুপ্ৰভাই। সুতনুকা সুপ্ৰভাৰ অনাবৰণ অঙ্গশোভা যেন মৃণালবন্ধনচ্যুত স্ফুট কোকনদৰ দৰে সলিলৰ শীতল সিক্ততাত লিপ্ত হৈ তড়াগৰ বক্ষত হিল্লোলিত হৈ থাকে। অকস্মাৎ চমকি উঠে সুপ্ৰভা, বিস্ময়ত বিকশিত নতুন এক কৌতূহলে দুই নেত্ৰত অপলক হৈ তড়াগতটৰ পুষ্পময় বীথিকাৰ ফালে চাই থাকে।

অৰুণিত তটবীথিকাত অপৰিচিত পথিকৰ মূৰ্তি দেখা যায়। এজন নহয়, দুজন নহয়, বহু জন। এজন এজনকৈ আহে আৰু আশ্ৰমস্থলীৰ প্ৰাঙ্গণৰ ফালে যায়। সুন্দৰদৰ্শন একো একোজন ঋষিযুৱা। দেখিবলৈ পায় সুপ্ৰভাই, কোনো আগন্তুকৰ কৰালিমণ্ডল যেন উষালোকত লিপ্ত সৌ পূৰ্বাকাশৰ দৰে নবীনযৌৱনৰাগে উদ্ভাসিত। কোনো জনৰ বিশাল বক্ষঃপটত ৰক্তচন্দনৰ আলিম্পন, যেন পুষ্পহাস শাল্মলীৰ কান্তিচ্ছটা ৰম্যতৰ আশ্ৰয় লাভৰ লোভত সেই উন্নতকায় ঋষিযুৱাৰ বক্ষৰ ওপৰলৈ আহি লুটি খাই পৰিছে। ইন্দীবৰ বিনিন্দিত দুটি নীলনিবিড় নয়নত কমনীয় কামনাৰ কল্লোল, কোন এই তৰুণ ঋষি? কুসুমস্ৰগাসক্ত কণ্ঠ আৰু স্নিত দশনদ্যুতি লৈ গুচি যায়, কোন সেই পুৰুষপ্ৰবৰ ঋতুৰাজনীৰাজিত ৰতিৰাজোপম সুকান্ত?

সলিললীন দেহৰ স্নানোৎসুক চাঞ্চল্য সংযত কৰি তড়াগকমলৰ মৃণাল আলিঙ্গন কৰে সুপ্ৰভাই, যেন হিল্লোলিত কোকনদৰ প্ৰাণ এক আকস্মিক বিস্ময়ত বিৱশ হৈ গৈছে। কমলবনৰ মাজত মুখ লুকাই কমলাননা ঋষি কুমাৰীয়ে যেন সূৰ্যালোকিত এক স্বপ্নৰ ফালে চাই আছে। মুগ্ধ হৈ গৈছে এক তৃষ্ণাৰ কুসুম। কিম্বা, সুপ্ৰভাৰ সিক্তোজ্জ্বল সেই দুটি আভাময় নয়নে যেন যামিনীচাৰিণী এক চক্ৰবাকীৰ চকুৰ দৰে জ্যোৎস্নাভৰা আকাশৰ ফালে চাই তাইৰ নিজৰে বক্ষৰ উচ্ছ্বাসময় অথচ মধুৰায়িত এক বেদনাৰ উৎসৱ লক্ষ্য কৰিছে। দুঃসহ এই বেদনা, স্ফুট ৰক্তপদ্মৰ সৌৰভময় আকাঙ্ক্ষাৰ বক্ষত তৃষ্ণাকুল ধুমুহা বতাহৰ নিঃস্বন সঞ্চাৰিত হৈছে।

বহু সময় সুপ্ৰভাৰ দেহ-মন যেন এক অভিনৱ স্বপ্নৰ সলিলত নিমজ্জিত হৈ থাকে। তাৰ পিচত হঠাৎ দেখিবলৈ পায় সুপ্ৰভাই, তটবীথিকা জনহীন হৈ

গৈছে। নতুন এক বিস্ময় আৰু বিমুগ্ধতাৰ ভাৰ বক্ষত বহন কৰি লতাগৃহৰ ফালে উভতি যায় সুপ্ৰভা।

— প্ৰস্তুত হোৱা কন্যা।

লতাগৃহৰ দ্বাৰোপান্তলৈ আহি আৰু এক আকস্মিক ৰহস্যৰ আহ্বান শুনি চমকি উঠে সুপ্ৰভা। বাট চাই আছে মহৰ্ষি বদান্যই।

বদান্যই কয়— প্ৰস্তুত হোৱা সুপ্ৰভা, তুমি আজি পতি বৰণ কৰি ধন্যা হ'বা। এই প্ৰভাতৰ শুভক্ষণত তোমাৰ কাৰণে স্বয়ম্বৰ সভা আহূত হৈছে। জ্ঞানী, গুণী আৰু প্ৰিয়দৰ্শন বহু ঋষিযুৱা মোৰ আহ্বানত আশ্ৰমোপবনত সমবেত হৈছে।

সুপ্ৰভাৰ বিস্মিত আৰু বিমুগ্ধ নয়নৰ তৃষ্ণালস দৃষ্টি চকিত তড়িল্লেখাৰ দৰে ক্ষণলাস্যে দীপ্ত হৈ পিচমুহূৰ্ত্ততে সলজ্জ ঘননেত্ৰলোমভাৰত অৱনত হয়। মহৰ্ষি বদান্যৰ নেত্ৰত বিচিত্ৰ এক শ্লেষৰ ছায়া ফুটি উঠে। সুপ্ৰভাৰ উৎফুল্ল মুখৰ ফালে চাই এই সত্যই দেখিবলৈ পায় বদান্যই, আসক্তিৰ কেতকীয়েও কেনেকৈ আৰু কত সহজে নিষ্ঠা হেৰায়। জয়ী হৈছে মহৰ্ষিৰ চিন্তাৰ সেই ৰক্তপাথৰ সদৃশ কঠিন তত্ত্ব, আসক্তিয়ে কেতিয়াও একনিষ্ঠা স্বীকাৰ নকৰে।

কেতকীমালা হাতত তুলি লৈ প্ৰস্তুত হৈছে সুপ্ৰভা। বনস্পতিময় উপবনৰ কাষলৈ গৈ প্ৰিয় দেহ-সন্ধানৰ কাৰণে আগ্ৰহৰ শিহৰ সহ্য কৰিছে এজনী যৌৱনৱতীৰ দেহলতিকাই। বনমৃগীৰ দৰে কেৱল দেহজ অভিলাষৰ আৱেশত জীৱনসঙ্গী বৰণ কৰিবৰ কাৰণে উৎসুক হৈ উঠিছে এজনী ঋষিতনয়াৰ চিত্ত। দুঃখিত হয় বদান্য। ঋষিৰ আশ্ৰমৰ শিক্ষাত লালিত হৈও প্ৰেম আৰু অপ্ৰেমৰ অনুভৱ কৰাৰ ক্ষমতা লাভ কৰিব পৰা নাই তেওঁৰ কন্যাই। মনোময়ী নহয়, নিতান্ত নয়নময়ী। যাৰ মুখ দেখি মুগ্ধ হয় নয়ন, তাৰেই কণ্ঠত বৰমাল্য দান কৰে।

দুঃখিত হৈও চিন্তাৰ গভীৰত এটি হৰ্ষৰ সঞ্চাৰ অনুভৱ কৰিছিল বদান্যই। আসক্তিয়ে কেতিয়াও একনিষ্ঠা স্বীকাৰ নকৰে, এই সত্য আজি স্বীকাৰ কৰিব সুপ্ৰভাই। সুপ্ৰভাৰ জীৱনৰ এটি মিথ্যা বিশ্বাসৰ মোহ সুপ্ৰভাই আজি নিজৰ হাতেৰে চূৰ্ণ কৰি দিবলৈ ওলাইছে। আৰু সময় নাই, শুভলগ্ন উপস্থিত।

বদান্যই কয়— আহাঁ কন্যা।

মৰালীৰ দৰে মৃদুল গতিত, অথচ নয়নত খঞ্জনবধূৰ চঞ্চলতা লৈ সুপ্ৰভাই মহৰ্ষি বদান্যৰ ছায়া অনুসৰণ কৰি স্বয়ম্বৰ সভাৰ ফালে আগবাঢ়ি গৈ থাকে। কেতকীমালিকাৰ সুৰভিত আৰু বিমুগ্ধ তৃষ্ণা তৃপ্তি লাভৰ কাৰণে নতুন এখন জগতৰ ফালে আগবাঢ়ি গৈছে।

নীলবনৰ মায়াভৱনৰ মণিদীপিত কক্ষত ৰত্নপৰ্যঙ্কৰ ওপৰত নিদ্ৰাভিভূত ঋষি অষ্টাবক্ৰ। বাহিৰত নিবিড় তামসী ৰাত্ৰিৰ অন্ধকাৰ। পিকৰবৰ শেষ ঝংকা া ক্লান্ত হৈ নীলবনৰ অন্ধকাৰত সুপ্তিময় স্তব্ধতাৰ মাজত নীৰৱ হৈ গৈছে। কিন্তু সুপ্ত অষ্টাবক্ৰই যেন এখন জ্যোৎস্নাময় উপবনৰ শোভা দেখিছে আৰু শুনিছে মধুৰ পিকধ্বনিৰ সঙ্গীত। বক্ষঃপটত সঞ্চিত সকলো কামনাৰ পৰাগ, ধমনীধাৰাত উচ্ছলিত সকলো অনুৰাগৰ শোণিমা আৰু নিশ্বাসত আকুলিত তৃষ্ণাৰ সমীৰে যেন তৃপ্তিৰসভৰা এক অধৰশোভাক ওচৰত পাইছে। দেখিছে অষ্টাচক্ৰই, চঞ্চল দক্ষিণ সমীৰৰ প্ৰবল কৌতুকত শিথিলিত হৈছে এক নিবিড় কটিবন্ধন নীলাংশুক মেখলা। কুন্তলচ্ছায়া আৰু নয়নমায়াৰ এক উচ্ছ্বাসময়ী ছবি। সেই নাৰীৰ পুষ্পহাৰৰ সলজ্জ শাসন দীৰ্ণ হৈ গৈছে, এক অশান্তা বিহ্বলতা উৎসাৰিত কৰি উৎসৱৰ উৎসৰ্গ হবৰ কাৰণে উৎসুক হৈ অষ্টাবক্ৰৰ বুকুৰ ওচৰলৈ আহি থিয় হৈছে। অষ্টাবক্ৰৰ স্বপ্ন সুৰভিত হৈ উঠিছে। কি আশ্চৰ্য, সেই সুৰভি যে এক কেতকীমালিকাৰ সুৰভি! অষ্টাবক্ৰৰ আকাঙ্ক্ষাৰ মহত্তমাতৃপ্তি! সেই তৃপ্তিক বক্ষোলগ্ন কৰিবৰ কাৰণে সাগ্ৰহে বাহুপ্ৰসাৰিত কৰে অষ্টাবক্ৰই। ভাঙি যায় স্বপ্নৰ আৱেশ, চমকি জাগি উঠে অষ্টাবক্ৰ।

সেই মুহূৰ্ততে এজনী হাস্যাধৰাৰ সুস্বৰ ঝংকাৰ দি বাজি উঠে। মই আহিছো ঋষি।

কোন তুমি? সবিস্ময়ে কম্পিত কণ্ঠে অষ্টাবক্ৰই প্ৰশ্ন কৰাৰ লগে লগে দেখিবলৈ পায় ৰত্নপৰ্যঙ্কৰ ওপৰত তাৰ বুকুৰ কাষতে বহি আছে উদীচী। বৰ্ষীয়সীৰ মূৰ্তি নহয়, যৌৱনমধুৰা আৰু সুচাৰুদেহিনী এক নবীনাৰ নয়নমনোহাৰিণী মূৰ্তি। সেই ঝংকাৰমুখৰ মণিময় আভৰণৰ ভাৰ যেন জৰি পৰি গৈছে। তড়িল্লতাৰ দৰে নিৰাভৰণা সুন্দৰ এক বহ্নিৰ লতিকা অনাবৰণ তৰুণতনুৰ লাস্য স্ফুৰিত কৰি অষ্টাবক্ৰৰ বুকুৰ কাষলৈ আহি লুটি খাই পৰিছে। যেন খৰকামনাৰ সুৱৰ্ণকশা।

— তুমি উদীচী? অষ্টাবক্ৰৰ কণ্ঠস্বৰত আহত স্বপ্নৰ বেদনা কম্পিত হৈ উঠে।

— অঁ, ঋষি, ময়ে তোমাৰ তৃপ্তি। অষ্টাবক্ৰৰ মুখৰ ফালে নয়নকিৰণ বৰ্ষণ কৰে নীলবনৰ মায়াৰে ৰচিত কামনাময়ী তৰুণীয়ে।

অষ্টাবক্ৰই কয়— তুমি মিথ্যা বিশ্বাসত উদভ্ৰান্তা হৈছা উদীচী। তুমি মোৰ তৃপ্তি হ'ব নোৱাৰা।

উদীচীৰ খৰনয়নৰ হৰ্ষ হঠাৎ  াহত হয়— সত্য স্বীকাৰ কৰা ঋষি।

তোমাৰ সেই তৃষ্ণাকাতৰ নয়নযুগলৰ দৃষ্টি মোৰ এই দেহচ্ছবিৰ ফালে নিবদ্ধ কৰি কোৱাচোন বাৰু, বিচলিত হয় নে নহয় তোমাৰ আসক্তিময় বক্ষৰ নিশ্বাস?

অষ্টাবক্ৰ— বিচলিত হয়, অস্বীকাৰ নকৰোঁ।

উদীচী— মুগ্ধ নহয় নেকি?

অষ্টাবক্ৰ— মুগ্ধ হয়, স্বীকাৰ কৰোঁ। কিন্তু মোৰ এই বিচলিত নিশ্বাসৰ শান্তি তুমি নোহোৱা। মোৰ এই বিমুগ্ধ চিত্তৰ তৃপ্তি তুমি নোহোৱা। মোৰ তৃপ্তি কেতকীৰেণুপৰিমলেৰে সুৰভিত হৈ মোৰেই প্ৰতীক্ষাত এই জগতৰ এক আশ্ৰমস্থলীৰ লতাবৃত কুটীৰৰ নিভৃতত আছে।

উদীচী— কোন তেওঁ?

অষ্টাবক্ৰ— মহৰ্ষি বদান্যৰ কন্যা সুপ্ৰভা।

উদীচী— তেওঁ জানো এই উদীচীতকৈও সুন্দৰতৰ অধৰৰ, মদিৰতৰ ভ্ৰূভঙ্গৰ আৰু খৰতৰ নয়ন প্ৰভাৰ নাৰী?

অষ্টাবক্ৰ— নহয় উদীচী, তথাপি এই সত্য তোমাৰেই নীলবনঘন মায়ালোকৰ এই মণিদীপ্ত ভৱনৰ কক্ষত, তোমাৰেই সমাদৰত কোমলীকৃত এই ৰত্নপৰ্যঙ্কত সুশয়ান এক স্বপ্নময় অনুভৱৰ মাজত উপলব্ধি কৰিছো, সেই বদান্যকন্যা সুপ্ৰভাই মোৰ আকাঙ্ক্ষাৰ মহত্তমা তৃপ্তি।

উদীচীৰ দৃষ্টিয়ে যেন বহ্নি উৎসাৰিত কৰে— মই অতৃপ্তি?

অষ্টাবক্ৰ— তুমি বান্ধৱী।

অভাবিত বিস্ময়ত নম্ৰ হৈ পৰে উদীচীৰ দৃষ্টি। — কি কৈছা ঋষি?

অষ্টাবক্ৰ— তৃষ্ণাক তৃষ্ণায়িত কৰা, বাসনাক দিয়া বহ্নি, হেৰা কেলিকটাক্ষলক্ষ্মী তন্বী, তুমি মনোভৱভৱনৰ খৰদ্যুতিময়ী দীপ্তি। কামিজনচিত্ত কৰা পুলকিত বিপুল হৰ্ষত, তুমি ভ্ৰূভঙ্গীময়ী প্ৰীতি। অভিলাষত কৰা উল্লসিত, নিশ্বাসত দিয়া ঝঞ্ঝা, তুমি মদবিলসিত উৎসৱ। তোমাৰেই সমাদৰত মদিৰায়িত মোৰ স্বপ্নই কেতকীৰেণুৰ সুৰভি বক্ষত ধাৰণ কৰিবলৈ বাহু প্ৰসাৰিত কৰিছে, ব্যাকুল কৰিছা, বিহ্বল কৰিছা, মোৰ তৃষিত নয়নপথত তুমিয়ে তেওঁক মাতি আনি চিনাই দিছা, যি মোৰ আসক্তিৰ উপাসনা, মহত্তমা তৃপ্তি, শ্ৰেয়সী। তুমি মোৰ বান্ধৱী, অষ্টাবক্ৰৰ কৃতজ্ঞ অন্তৰৰ শ্ৰদ্ধা গ্ৰহণ কৰা উদীচী।

উদীচীৰ নয়নদ্বয়ৰ পক্ষ্মপল্লৱত যেন কুহেলিকাপীড়িত এক শীতসন্ধ্যাৰ বেদনাই শিশিৰ সঞ্চাৰিত কৰে। উদীচীয়ে কয়— নীলবনলোকৰ এই চিৰকুমাৰীক যদি বান্ধৱী বুলি ভাবা ঋষি, তেনেহ'লে তেওঁক জীৱনৰ চিৰসঙ্গিনী কৰি লোৱাঁ। তোমাক পতিৰূপে বৰণ কৰক উদীচীয়ে।

অষ্টাবক্র— সেইটো নহ'ব, ক্ষমা কৰাঁ উদীচী।

উদীচীৰ কণ্ঠস্বৰ তীব্ৰ আৰ্তনাদৰ দৰে ধ্বনিত হয়।— তোমাৰ আসক্তিময় বক্ষৰ কঠিন নিষ্ঠাৰ নিষ্ঠুৰতা অন্ততঃ এই মুহূৰ্তত বৰ্জন কৰা ঋষি। মোক ক্ষণকালৰ প্ৰেয়সীৰূপে গ্ৰহণ কৰাঁ। তাৰপিচত গুচি যোৱা য'লৈ যাবলৈ বিচাৰে তোমাৰ আকাঙ্ক্ষাই, আশ্ৰমবাসিনী সেই সুপ্ৰভাময়ী এক অমেয় মায়াৰ পূৰ্ণিমাৰ ওচৰলৈ।

অষ্টাবক্র— অসম্ভৱ, ক্ষমা কৰাঁ, বিদায় দিয়া বান্ধৱী।

— যোৱাঁ। জ্বালা ধ্বনিৰ দৰে তীব্ৰস্বৰে ধিক্কাৰ দি আঁতৰি যায় খৰকামনাৰ সুবৰ্ণকশা।

নীৰৱে আৰু নতশিৰে গুচি যায় অষ্টাবক্র। কক্ষৰ অবাৰিত দ্বাৰৰ প্ৰান্তলৈ আহি থিয় হওঁতেই পাচফালৰ পৰা যেন চমকি উঠে এটি অনুৰোধ। —অলপ ৰোৱাঁ ঋষি।

অষ্টাবক্র বিস্ময়ত অভিভূত হয়, থিয় হৈ আছে উদীচী, এক শান্তা স্নিগ্ধা স্মিতৰুদিতাৰ মূৰ্তি। প্ৰখৰ প্ৰগল্‌ভা অলজ্জাৰ মূৰ্তি নহয়, যেন হিমবায়ুলাঞ্ছিতা এক বনলতিকা। নতমুখিনী উদীচীৰ কপোলত অশ্ৰুসলিলৰ ৰেখা। যেন অমল ধাৰাসলিলত গলি গৈছে সেই কজ্জল মসিমদিৰ ভ্ৰূভঙ্গী।

অষ্টাবক্ৰৰ বিস্ময়কেই বিস্মিত কৰি হাঁহি মাৰে উদীচীয়ে— ব্যথিত নহ'বা ঋষি, উদীচীৰ এই নয়নবাৰি বেদনাৰ অশ্ৰু নহয়, আনন্দৰ অশ্ৰু।

অষ্টাবক্র— আনন্দৰ?

উদীচী— অঁ, নিষ্ঠাৰ সুন্দৰ এক আসক্তিৰ ওচৰত জীৱনত এই প্ৰথম পৰাভূত হৈছে নীলবনলোকৰ এক লালসাময়ীৰ অনিষ্ঠা। মই তোমাৰ পৰীক্ষা।

অষ্টাবক্র— তুমি মোৰ শিক্ষা।

উদীচী— জয়ী তুমি।

অষ্টাবক্র— জয়দাত্ৰী তুমি।

জাগ্ৰত বিহগৰ ক্ষীণস্ফুট কলৰৱ শুনা যায়। শেষ হৈছে তামসী ৰাত্ৰি। কক্ষৰ অবাৰিত দ্বাৰপথ অতিক্ৰম কৰি বনপথৰ ওপৰত আহি থিয় হয় অষ্টাচক্র, আৰু দূৰণিৰ দক্ষিণ গগনবলয়ৰ ফালে নেত্ৰ সম্পাত কৰি পথ অতিক্ৰম কৰিবলৈ ধৰে।

কাৰ কণ্ঠত মাল্য দান কৰিব সুপ্ৰভাই? শত প্ৰিয়দৰ্শনৰ মাজত প্ৰিয়তম বুলি বোধ হ'ব কাৰ মুখ? কাৰ কণ্ঠলগ্ন হলে তৃপ্ত হ'ব সুপ্ৰভাৰ কেতকীমালিকাৰ

সুৰভিত স্পৃহা?

শুভক্ষণ সমাগত। স্বয়ম্বৰ সভাত পাণিপ্ৰাৰ্থী বহু ঋষিযুৱাৰ সমাবেশ। যেন শত তৰুণ তৰুবৰৰ বৰতনু শোভাৰে বিনোদিত বাসন্ত প্ৰভাতৰ এক উপবন। সুপ্ৰভাৰ কেতকীমালিকাৰ সুৰভিত স্পৰ্শ কণ্ঠসংলগ্ন কৰিবৰ কাৰণে বিচলিত হৈছে শত যুৱাপ্ৰাণ। সেই শোভাৰ ফালে চাই মুগ্ধ হয় বদান্যকন্যাৰ নেত্ৰদ্বয়।

তথাপি স্থিৰভাৱে থিয় হৈ থাকে সুপ্ৰভা। তাইৰ মুগ্ধ নয়নৰ দৃষ্টি যেন হঠাৎ এক সপোনৰ আৱেশত অন্য জগতলৈ গুচি গৈছে। সুপ্ৰভাৰ কবৰী কপোল আৰু অধৰৰ ওপৰত যেন কঙ্কুমবাসিত বুকু এখনৰ পৰা তৰঙ্গিত বাসনাৰ নিশ্বাস আহি লুটি খাই পৰিছে; সুপ্ৰভাৰ সপোনৰ বুকুখনত মৃগমদামোদিত কুঙ্কুমৰ উৎসৱ জৰি পৰিছে; কেতকীমালিকাৰ উৎসাৰিত পিপাসাৰ সুৰভিয়ে তাইৰ পৰমা তৃপ্তিৰ আধাৰ এক বক্ষৰ পৌৰুষোচ্ছল স্পৰ্শ কাষতে পাইছে। আন কোনো নহয়, অষ্টাবক্ৰ, মল্লিকা পুলকিত ধম্মিল্লৰ গুৰু গৌৰৱত গৰীয়ান সেই অষ্টাবক্ৰৰ মূৰ্তি যেন ঋজুকান্ত বনস্পতিৰ দৰে কামনাবিধুৰা এক মাধৱীলতিকাৰ কাষলৈ আহি থিয় হৈ আছে। এয়ে তো সুপ্ৰভাৰ যৌৱনৰ সকলো আকাঙ্ক্ষাৰ উপাস্য, শ্ৰেষ্ঠ তৃপ্তি। সেই তৃপ্তিৰ কণ্ঠত বৰমাল্য অৰ্পণৰ কাৰণে সাগ্ৰহে বাহু প্ৰসাৰিত কৰে সুপ্ৰভাই। ভাঙি যায় স্বপ্নময় আৱেশ। স্বয়ম্বৰ সভাৰ পৰা দৌৰি যায় সুপ্ৰভা, দাবানলভীতা মৃগবধূৰে যেনেকৈ কাননৰ লতাজাল ছিন্ন কৰি দৌৰি যায়।

লতাগৃহৰ নিভৃতলৈ উভতি আহি অশ্ৰুসিক্ত নয়নে কেতকীমালিকাৰ ওপৰত চুম্বন কৰি ক্ষণোদ্‌ভ্ৰান্ত নয়নৰ জ্বালা উপশমিত কৰিবলৈ চেষ্টা কৰে সুপ্ৰভাই। কিন্তু হঠাৎ বাধা পাই ব্যথিতভাৱে চমকি উঠে। শান্ত লতাগৃহৰ নীৰৱতা চূৰ্ণ কৰি মহৰ্ষি বদান্যৰ ভৎসনা গৰ্জিত হয়— ই কেনেকুৱা আচৰণ সুপ্ৰভা? মোৰেই ইচ্ছাত আহূত স্বয়ম্বৰ সভাক কিয় তুমি এনেদৰে অপমানিত কৰিলা ৰীতিদ্ৰোহিণী কন্যা?

সুপ্ৰভা— ক্ষমা কৰক পিতা, মোৰ জীৱনত স্বয়ম্বৰসভাৰ কোনো প্ৰয়োজন নাই।

বদান্য— কিয়?

সুপ্ৰভা— মোৰ কেতকীমালাই জানে, কোন মোৰ জীৱনৰ সহচৰ হ'লে সবাতোকৈ বেছি সুখী হ'ব মোৰ জীৱন।

বদান্য— কোন তেওঁ?

সুপ্ৰভা— আপুনি জানে পিতা, তেওঁৰ নাম অষ্টাবক্ৰ।

তথাপি তাৰেই নাম! বিস্মিত বদান্যৰ চিৰকালৰ বিশ্বাসৰ সেই কঠিন তত্ত্বৰ গৰ্ব যেন বজ্ৰকঠোৰ এক আঘাতত শিহৰিত হয়। সেই অষ্টাবক্ৰৰ নাম উচ্চাৰণ কৰিছে সুপ্ৰভাই। নিতান্তই দেহজ অভিলাষত ব্যাকুল এধাৰি কেতকীমালিকাৰ সৌৰভত জানো ইমান নিষ্ঠাৰ গৌৰৱ থাকিব পাৰে?

বদান্যৰ ভৎসনাময় ভ্ৰূকুটি হঠাৎ সুস্মিত হয়। সুপ্ৰভাই নাজানে, তাইৰ কেতকীমালিকাৰ কামনাৰ আস্পদ সেই অষ্টাবক্ৰৰ আসক্তিৰ নিষ্ঠা যে এতিয়া নীলবনচাৰিণী এক লালসাময়ীৰ ঘনমসিময় ভূজঙ্গৰ আঘাতত চূৰ্ণ হৈ গৈছে। কল্পনাও কৰিব নোৱাৰে সুপ্ৰভাই, কেতকীমালিকাৰ আশা মিথ্যা হৈ এক দুঃস্বপ্নৰ জগতত বিলীন হৈছে। সুপ্ৰভাৰ কামনাৰ এই নিষ্ঠা নিষ্ঠাই নহয়, কঠিন মোহ মাত্ৰ। সত্য অৱহিত হ'লে এই কঠিন মোহ এতিয়াই আৰ্তনাদ কৰি ভাঙি যাব।

বদান্যই কয়— শুনা কন্যা, তোমাৰ মোহবিমূঢ় নয়নতৃষ্ণাৰ বাঞ্ছিত সেই অষ্টাবক্ৰই এজনী বৰ্ষীয়সী স্বৈৰিণীৰ বিলাসলীলাৰ বান্ধৱ হৈ উত্তৰদিগ্‌ভূমিৰ নীলবৰণৰ নিভৃতত এটা মায়া ভৱনৰ কক্ষত দিবা-নিশি যাপন কৰিছে। সি আৰু উভতি নাহিব, উভতি আহিবৰ সাধ্য তাৰ নাই।

— পিতা! সুপ্ৰভাৰ কণ্ঠ ভেদ কৰি কৰুণ আৰ্তনাদ উৎসাৰিত হয়, যেন অকস্মাৎ এক কিৰাতৰ বিহবাণ ত্বৰিত গতিত আহি বনমৃগীৰ হৃৎপিণ্ড বিদ্ধ কৰিছে।

পিচমুহূৰ্ততে, বনমৃগীৰ বাষ্পমেদুৰিত কৰুণ নয়নৰ দৃষ্টি স্মিতহাস্যোদ্ভাসিত হয়, আৰু মহৰ্ষি বদান্যৰ ভ্ৰূকুটিয়ে অকস্মাৎ এক বিস্ময়ৰ আঘাতত যেন নীৰৱে আৰ্তনাদ কৰি উঠে। লতাগৃহৰ দ্বাৰোপান্তত দণ্ডায়মান এক আগন্তুক, মস্তকত মল্লিকামোদিত ধম্মিল্লৰ সেই উদ্ধত শোভা অনাহত, তৰুণ ঋষি অষ্টাবক্ৰ।

অষ্টাবক্ৰৰ স্মিতোৎফুল্ল মুখৰ ফালে চাই বিস্ময়ত বিমূঢ় অপলক নয়নযুগল তুলি সঁচাকৈয়ে চাই থাকে বদান্যই, তেওঁৰ ইমান দিনৰ বিশ্বাসৰ কঠিন তত্ত্ব মিথ্যা হৈ গৈছে। সঁচাকৈয়ে জয়ী হৈ উভতি আহিব পাৰিছে এক আসক্তিৰ গৰ্ব। সঁচাকৈয়ে পৰাভূত হৈছে নীলবনৰ তামসী ৰাত্ৰিৰ মসি। সঁচাই তপস্বীৰ তপস্যাৰ দৰে অবিচল নিষ্ঠাত কঠিন এই আসক্তি। সঁচাকৈয়ে সুন্দৰ এই আসক্তি। কিন্তু . . .।

কিন্তু এই আসক্তি জানো সঁচা সঁচিকৈ প্ৰণয়ৰ প্ৰথম সংকেত, পতি-পত্নী সম্বন্ধৰ প্ৰথম হেতু, মিলনৰ প্ৰথম গ্ৰন্থি? মহৰ্ষি বদান্যৰ চকুত আৰু এটা কঠিন প্ৰতিজ্ঞাৰ ছায়া দেখা যায়। যেন শেষবাৰৰ কাৰণে নিৰ্মমতম এক পৰীক্ষাৰ দ্বাৰা তেওঁৰ ইমান দিনৰ বিশ্বাসৰ বক্ষ বিদীৰ্ন কৰি চাবলৈ ইচ্ছা কৰিছে বদান্যই, সেই

আসক্তিৰ বক্ষত কোনো সত্যৰ গৌৰৱ আছে নে নাই।

মহৰ্ষি বদান্যই কয়— স্বীকাৰ কৰিছো অষ্টাবক্ৰ, সুপ্ৰভাৰ পাণি গ্ৰহণৰ অধিকাৰ তুমি পাইছা। আৰু মোৰ প্ৰতিশ্ৰুতিৰ কথাও স্মৰণ কৰিছো। সুপ্ৰভাক তোমাৰ ওচৰত এতিয়াই সম্প্ৰদান কৰিবলৈ বিচাৰোঁ।

সুপ্ৰভা আৰু অষ্টাবক্ৰৰ নয়নত স্নিগ্ধ এক হৰ্ষৰ জ্যোৎস্না ফুটি উঠে। মহৰ্ষি বদান্যৰ সম্মুখলৈ আগবাঢ়ি আহে প্ৰীতিভাৰত বিনত দুটি মূৰ্তি।

বদান্যই কয়— কিন্তু তোমাৰো এটা প্ৰতিশ্ৰুতিৰ কথা তোমাক সোঁৱৰাই দিব খোজো, অষ্টাবক্ৰ।

অষ্টাবক্ৰ— কওক মহৰ্ষি।

বদান্য— তোমালোক মোৰ মন্ত্ৰসংস্কাৰৰ দ্বাৰা পৰিণীত হোৱাৰ পিচত মোৰ আশীৰ্বাদ গ্ৰহণ কৰি ধন্য হ'বা।

অষ্টাবক্ৰ— অৱশ্য গ্ৰহণ কৰিম, আৰু ধন্য হ'ম মহৰ্ষি।

বদান্য— কল্পনা কৰিবলৈ পাৰা, কি আশীৰ্বাদ মই দান কৰিবলৈ বিচাৰোঁ?

অষ্টাবক্ৰ— নোৱাৰোঁ, মহৰ্ষি।

বদান্য— মই এই আশীৰ্বাদ দিবলৈ বিচাৰোঁ, তোমালোকৰ দেহ মন আৰু প্ৰাণৰ পৰা আসক্তিৰ শেষ লেশো লুপ্ত হৈ যাওক। কোৱা, প্ৰস্তুত আছা, গ্ৰহণ কৰিবা এই আশীৰ্বাদ?

—মহৰ্ষি! অষ্টাবক্ৰৰ কণ্ঠত অভিশাপভীৰু শংকিতৰ সন্ত্ৰস্ত কণ্ঠস্বৰ শিহৰিত হয়। শিহৰিত হয় সুপ্ৰভাৰ শান্ত কৱৰীভাৰ, যেন তাইৰ সীমন্তৰ ওপৰত দংশন দানৰ কাৰণে ফণা উদ্যত কৰিছে এক দুৰ্ভাগ্যৰ ভুজঙ্গই।

বদান্যই কয়— প্ৰতিশ্ৰুতিৰ অৱমাননা কৰিবলৈ বিচৰা অষ্টাবক্ৰ?

অষ্টাবক্ৰ— নিবিচাৰোঁ মহৰ্ষি, কিন্তু ই কেনেকুৱা আশীৰ্বাদ? আপুনি ভুল কৰি আশীৰ্বাদৰ নামত অভিশাপ দান কৰিবলৈ বিচাৰিছে। আপোনাৰ পৰা অভিশাপ গ্ৰহণ কৰিম, এনেকুৱা প্ৰতিশ্ৰুতি মই আপোনাক দান কৰা নাই মহৰ্ষি।

বদান্য— তুমি বুজাত ভুল কৰিছা, অষ্টাবক্ৰ।

অষ্টাবক্ৰ— মোৰ ভুল বুজিব পৰা নাই মহৰ্ষি। মই জানো আনৰ জীৱনত সুখ আৰু কল্যাণ আহ্বান কৰে যি বাণীয়ে, সেই বাণীয়ে হ'ল আশীৰ্বাণী। কাৰো জীৱনক অসুখী কৰিবৰ কাৰণে যি বাণী উচ্চাৰিত হয়, সেই বাণী আশীৰ্বাণী নহয়।

বদান্য— মোৰ এই আশীৰ্বাণীও তোমালোকৰ জীৱনক সুখী কৰিবৰ

কাৰণে শুভ ইচ্ছাৰ বাণী। তোমালোকৰ জীৱনত আসক্তি নাথাকিব, তাৰ কাৰণে অসুখী নহ'ব তোমালোকৰ জীৱন। তৃষ্ণা নাথাকিলে তৃষ্ণাহীনতাৰ কাৰণে কোনেও দুঃখ অনুভৱ নকৰে, অষ্টাবক্ৰ। ইচ্ছা নাথাকিলে অক্ষমতাৰ ব্যথা কোনেও বোধ নকৰে। অনুভূত অভিলাষে কেতিয়াও অতৃপ্তিৰ ক্লেশ সৃষ্টি নকৰে। আসক্তিহীন জীৱন সুখৰেই জীৱন।

অষ্টাবক্ৰ— কল্পনা কৰিবলৈ নোৱাৰোঁ মহৰ্ষি সি কেনেকুৱা সুখৰ জীৱন।

বদান্য— জলমীনৰ মনত মহাকাশৰ কাৰণে কোনো আকাঙ্ক্ষা নাই, যিহেতু মহাকাশৰ নীলিমাৰ কথা তাৰ অনুভৱত নাই। বনমধুকৰৰ প্ৰানত সুৰলোকৰ পাৰিজাতৰ কাৰণে কোনো তৃষ্ণাৰ গুঞ্জৰণ নাই, যিহেতু সেই পাৰিজাত তাৰ অনুভৱত নাই। অৰন্যমৃগৰ মনত সমুদ্ৰস্নানৰ কাৰণে কোনো ক্ৰন্দন নাই, যিহেতু সলিলোচ্ছল সমুদ্ৰৰ ৰূপ তাৰ স্বপ্নত অনুভৱত আৰু কল্পনাত নাই। যাৰ কাৰণে আসক্তি নাই, তাৰ অভাবৰ কাৰণে অতৃপ্তিও নাই। আসক্তিহীন এই জীৱন এক বেদনাহীন সুখৰ জীৱন। বিশ্বাস কৰিব পাৰিছা জানো অষ্টাবক্ৰ?

অষ্টাবক্ৰ— বিশ্বাস কৰিছো।

বদান্য— তেন্তে মোৰ আশীৰ্বাদ গ্ৰহণৰ কাৰণে প্ৰস্তুত হোৱা অষ্টাবক্ৰ, দেহ মন আৰু প্ৰাণৰ পৰা আসক্তিক চিৰ জীৱনৰ কাৰণে বিদায় দান কৰিবৰ কাৰণে প্ৰস্তুত হোৱা।

অষ্টাবক্ৰ— কিয় মহৰ্ষি? আপুনি তো আজি এই সত্যৰেই প্ৰত্যক্ষ পৰিচয় পাইছে যে, আসক্তিও নিষ্ঠাত সুন্দৰ হ'ব পাৰে।

বদান্য— আসক্তি সুন্দৰ হলে নো কি লাভ হ'ব, অষ্টাবক্ৰ? বিষসলিল স্নিগ্ধ হলে নো কি লাভ? সেই সলিল প্ৰাণৰ পানীয় হ'ব নোৱাৰে। খলপাৱক হেমবৰ্ণ হ'লেই বা কি লাভ? সেই পাৱক গৃহদীপৰ আলোক হ'ব নোৱাৰে। মৰুসমীৰ উচ্ছ্বসিত হলে নো কি লাভ? সেই সমীৰ নিকুঞ্জৰ হিৰন্ময় আনন্দৰ বান্ধৱ হ'ব নোৱাৰে।

অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ জীৱনে, পৰিণয়োৎসুক দুই সুন্দৰ বাসনাই যেন আসন্ন এক শুভ মিলনোৎসৱৰ ফালে চাই চিতানলৰ উৎসৱ দেখিবলৈ পায়। দুৰ্বহ অঙ্গীকাৰৰ বন্ধনত আবদ্ধ দুটি অসহায়ৰ মূৰ্তি। বদান্যই প্ৰশ্ন কৰে— নিৰুত্তৰ কিয় অষ্টাবক্ৰ? কোৱা, কি তোমালোকৰ ইচ্ছা?



অষ্টাবক্ৰ আৰু সুপ্ৰভাই পৰস্পৰৰ মুখৰ ফালে কিছু সময় চাই থাকে, অপলক স্নেহত অভিষিক্ত দুটি দৃষ্টি। অষ্টাবক্ৰই যেন তাৰ জীৱনৰ আলিঙ্গনৰ

পৰা স্খলিত এক কেতকীৰেণুবাসিত স্বৰ্গৰ ফালে মায়াময় নেত্ৰে চাই আছে। সুপ্ৰভাৰ নয়নৰ শিশিৰতো সেই অমেয় মায়াৰ সুষমা অভিনৱ এক মদিৰতাত আৰু নিবিড় হৈ উঠে। অষ্টাবক্ৰৰ চুম্বন ধাৰাৰ দৰে জৰি পৰে সুপ্ৰভাৰ সিক্ত নয়নৰ দৃষ্টি। আসন্ন এক মৃত্যুৰ বজ্ৰনাদ শুনিবলৈ পাইছে, সেই কাৰণে যেন শেষবাৰৰ কাৰণে ভাল পাই বিদায় লবৰ কাৰণে প্ৰস্তুত হয় এক কুঙ্কুম আৰু কেতকীৰ আসক্তি।

মৃত্যু হ'ব আসক্তিৰ, সত্য হ'ব কেৱল মিলন, অদ্ভুত এই আশীৰ্বাদ সহ্য কৰিবৰ কাৰণে হৃদয় কঠিন কৰিবলৈ চেষ্টা কৰে নবীন ৰসালসম যৌৱনধৰ অষ্টাবক্ৰই, চেষ্টা কৰে উপবনৰ সমীৰপ্ৰিয়া লতিকাৰ দৰে সৰসতনুকা সুপ্ৰভাই। কিন্তু নোৱাৰে।

বদান্যৰ আশীৰ্বাদে যেন মলয়া বতাহৰ বুকুৰ পৰা চন্দন গন্ধভাৰ কাঢ়ি নিবলৈ বিচাৰে। প্ৰজাপতিৰ পক্ষপতাকাত বৰ্ণায়িত আলিম্পন নাথাকিব? গধূলিয়ে হেৰাব আভা? আকাশে হেৰাব নীলিমা, পুষ্পই হেৰাব সৌৰভ, সমুদ্ৰই হেৰাব তৰঙ্গ, যৌৱনে হেৰাব আসক্তি? আসক্তিহীন সেই মিলন যে দুই নিঃস্ব ৰিক্ত অস্থিৰ কঙ্কালৰ বেদনাহীন সুখৰ মিলন। সেই মিলন মিলনেই নহয়, সেই জীৱন জীৱনেই নহয়। আসক্তিহীন সেই মিলনৰ বেদনাহীন সুখ এক মুহূৰ্তৰ কাৰণেও সহ্য কৰিবলৈ পৰা নাযাব। তাতকৈ মৃত্যু শ্ৰেয়।

সুপ্ৰভাৰ সেই দৃষ্টিৰ ভাষা বুজিবলৈ পাৰে অষ্টাবক্ৰই আৰু অষ্টাবক্ৰৰ সেই দৃষ্টিৰ ভাষা বুজিবলৈ পাৰে সুপ্ৰভাই। সুস্মিত হৈ উঠে উভয়ৰ ক্ষণবিষাদমেদুৰ নয়নৰ দৃষ্টি, সেই দৃষ্টি নতুন এক সংকল্পৰ আলোকেৰে উদ্ভাসিত।

অষ্টাবক্ৰই কয়— আপুনিও এটি প্ৰতিশ্ৰুতিৰ কথা স্মৰণ কৰক মহৰ্ষি। কওক, আপোনাৰ মন্ত্ৰ সংস্কাৰৰ পুণ্যত পৰিণীত আমাৰ জীৱনত আপোনাৰ সেই আশীৰ্বাদ দানৰ পিচত আপুনি আমাৰ প্ৰাৰ্থিত বৰ প্ৰদান কৰিব।

বদান্য— এৰা, মনত আছে। কোৱাঁ, কি বৰ প্ৰাৰ্থনা কৰিবলৈ বিচাৰা তোমালোকে?

অষ্টাবক্ৰ— আপোনাৰ আশাৰ্বাণী ধ্বনিত হোৱাৰ লগে লগে যেন আমাৰ মৃত্যু হয়, এই বৰ পাবলৈ বিচাৰোঁ মহৰ্ষি।

চীৎকাৰ কৰি উঠে মহৰ্ষি বদান্যই। —মৃত্যু বাঞ্ছা কৰা তোমালোকে?

নীৰৱ, স্তব্ধ, শিলীভূত বৃক্ষৰ দৰে থিয় হৈ থাকে বদান্য, যেন এইবাৰ তেওঁৰ সেই বিশ্বাসৰ হৃৎপিণ্ড স্তব্ধ হৈ গৈছে। আৰু আসক্তিৰ গৌৰৱ ঘোষণা

কৰি তেওঁৰে সম্মুখত থিয় হৈ আছে মিলনোৎসুক কেতকী আৰু কুঙ্কুমৰ অপৰূভূত দুই সংকল্প।

মহৰ্ষি বদান্যৰ দুই চক্ষুৰ কঠোৰ দৃষ্টি হঠাৎ বাষ্পস্ৰাৱেৰে প্লাৱিত হয়। সুপ্ৰভাৰ কণ্ঠস্বৰ ব্যথিতভাৱে চমকি উঠে। — পিতা?

বিস্মিত অষ্টাবক্ৰই আহ্বান কৰে। — ·ই কি মহৰ্ষি?

মহৰ্ষি বদান্যই কয়— নিৰ্মম পৰীক্ষাৰ প্ৰাণ আনন্দত গলি গৈছে অষ্টাবক্ৰ, এই অশ্ৰু আনন্দৰে অশ্ৰু। স্বীকাৰ কৰিছো সুপ্ৰভা, তোমালোকৰ সুন্দৰ আসক্তিয়ে সত্য। স্বীকাৰ কৰিছো অষ্টাবক্ৰ, আসক্তিয়ে এই মৰ্ত্যৰ মানৱ আৰু মানৱীৰ মিলিত জীৱনৰ মালিকা, প্ৰকৃত বন্ধনৰ প্ৰথম গ্ৰন্থি।

সস্নেহ আগ্ৰহে সুপ্ৰভা আৰু অষ্টাবক্ৰৰ দুই পাণি সমন্বিত কৰি মন্ত্ৰ পাঠ কৰে মহৰ্ষি বদান্যই। তাৰপিচতেই আশীৰ্বাণী উচ্চাৰণ কৰে— কুঙ্কুম আৰু কেতকীৰ জীৱন চিৰসুখী হওক।

অষ্টাবক্ৰ— বৰ প্ৰদান কৰক মহৰ্ষি।

বদান্য— কোৱাঁ, কি বৰ লাগে?

অষ্টাবক্ৰ— লাগে আপোনাৰ পদধূলিৰ স্পৰ্শ।

মহৰ্ষি বদান্যৰ চৰণ স্পৰ্শ কৰি প্ৰণাম কৰে অষ্টাবক্ৰ আৰু সুপ্ৰভাই। অষ্টাবক্ৰ আৰু সুপ্ৰভাৰ শিৰ চুম্বন কৰে মহৰ্ষি বদান্যই।

# অতিৰথ আৰু পিঙ্গলা

নৃপতি অতিৰথৰ প্ৰাসাদত নৃত্যসভা। কাঞ্চনময় মঞ্চৰ ওপৰত বহিছিল অতিৰথ। তেওঁৰ এই ৰাজসিক উচ্চতাৰ মৰ্যাদা ৰক্ষা কৰি পাৰিষদবৰ্গ বহিছিল তলত, হৰ্ম্যতলৰ একোখন দাৰুবেদিকাৰ ওপৰত। নৃপতি অতিৰথৰ কাঞ্চনময় মঞ্চাসনৰ পৰা কিছু দূৰত বহিছিল পাৰিষদগণ। উভয়ৰ মাজত শূন্য হৰ্ম্যতলৰ ভালেখিনি ঠাই জুৰি পুষ্পবলয়েৰে বেষ্টিত নৃত্যস্থলী। ৰাজধানীৰ শ্ৰেষ্ঠ ৰূপহী আৰু কলাৱতী বাৰাঙ্গনা সকল আহি নৃত্যে-গীতে প্ৰতি সন্ধিয়া অতিৰথৰ প্ৰাসাদত উৎসৱ প্ৰমোদিত কৰি গুচি যায়।

কুমাৰ নৃপতি অতিৰথ, তৰুণ দেৱদাৰুৰ দৰে যৌৱনাঢ্য মূৰ্তি। অসাধাৰণ ৰূপৱান। অতিৰথৰ নেত্ৰভঙ্গীত অদ্ভুত এক অসাধাৰণত্ব আছে। যেন কোনো এক ঊৰ্ধলোকৰ পৰা তেওঁ অধঃপতিত মানৱ সংসাৰৰ ফালে চাই আছে। চতুৰ্দিকৰ এই ৰূপৰসগন্ধস্পৰ্শকাতৰ মানুহবিলাকৰ দুৰ্বল জীৱনৰ যত লোভ আশা আৰু উল্লাস আছে সকলোবোৰকে তেওঁ তুচ্ছ জ্ঞান কৰে, ঘৃণা কৰে আৰু কেতিয়াবা বা কৰুণা কৰে। কত সহজে মানুহ মুগ্ধ হয়, কত তুচ্ছৰ ওপৰত ইহঁত প্ৰলুব্ধ হয়!

নৃপতি অতিৰথৰ মনত মুনিজনসুলভ বৈৰাগ্যময় জীৱনৰ কাৰণে কোনো আগ্ৰহ নাই। উৎসৱপৰায়ণ মৃগয়াপ্ৰিয় আৰু ৰণোৎসুক নৃপতি অতিৰথ। প্ৰেম প্ৰণয় আৰু অনুৰাগৰ এই পৃথিৱীৰ মাজতেই তেওঁ আছে, অথচ এই পৃথিৱীৰ কোনো তৃষ্ণাই যেন তেওঁৰ হৃদয় স্পৰ্শ কৰিব নোৱাৰে, এক দুৰ্ভেদ্য বৰ্মেৰে তেওঁ তেওঁৰ হৃদয়বৃত্তি আচ্ছাদিত কৰি ৰাখিছে।

এই কাঞ্চনময় মঞ্চৰ ওপৰত বহি নৃপতি অতিৰথে অবিচলিত নেত্ৰে কতবাৰ নৃত্যে-গীতে বিলসিত সান্ধ্য উৎসৱৰ পিনে চাই লক্ষ্য কৰিছে, নৃত্যপৰা বাৰবিলাসিনীৰ তাণ্ডৱিত ভ্ৰূলতাই কত বৃদ্ধ পাৰিষদৰ সম্বিৎ মদবেদনাৰে মথিত কৰি তুলিছে। কোনোজনে কণ্ঠৰ পৰা গন্ধপুষ্পৰ মালিকা সোলকাই লৈ নৰ্তকীৰ মঞ্জীৰিত চৰণৰ ওপৰত নিক্ষেপ কৰিছে। চঞ্চলবিলোচনা বাৰসুন্দৰীৰ কুটিলিত ওষ্ঠসন্ধিৰ পৰা বিচ্ছুৰিত এটি মদহাস্যৰ বিভ্ৰমত আত্মহাৰা হৈ কোনোজনে উষ্ণীষৰ পৰা ভূষণৰত্ন চয়ন কৰি অঞ্জলিপুটে তুলি ধৰিছে, উপহাৰ দিবৰ কাৰণে। গীতপটীয়সী গণিকাৰ কৱৰীচ্যুত কুসুমকোৰক ব্যগ্ৰ বাহু প্ৰসাৰিত কৰি তুলি লৈ উষ্ণীষত ধাৰণ কৰিছে কত যুৱক পাৰিষদে। দেখি বিস্মিত হৈছে অতিৰথ, কত সহজে আৰু কত সামান্য লোভনীয়ৰ কাৰণে ইহঁতে এনেকৈ নিজকে বিলাই দিয়ে।

নৃত্যসভাৰ চাৰিওফালে বিবিধ ধাতৱ আধাৰত শিলাৰস পোৰে,

হেমদণ্ডৰ শীৰ্ষত খৰদ্যুতি দীপিকা জ্বলে, পৰিব্যাপ্ত পুষ্পস্তৱকৰ পৰা উত্থিত পৰিমলত বায়ু বিহ্বল হয়। আজিৰ এই সন্ধিয়াৰ উৎসৱ প্ৰমোদিত কৰিব বাৰাঙ্গনা পিঙ্গলাই। পাৰিষদবৰ্গ প্ৰতীক্ষাকুলচিত্তে নিঃশব্দে বহি আছে। পিঙ্গলা এতিয়াও অহা নাই।

অতিৰথৰ চিত্তত কোনো প্ৰতীক্ষা নাই, আগ্ৰহ নাই, আকুলতা নাই। তেওঁ যেন বহু উচ্চত আৰু বহু দূৰত নিজকে আঁতৰাই ৰাখি দৈনন্দিন এটি নিয়মিত ৰাজকাৰ্য মাত্ৰ পালন কৰাৰ কাৰণে বহি আছে।

ৰাজ্যৰ সকলোৱে বিশ্বাস কৰে, নৃপতি অতিৰথ সঁচাকৈয়ে অসাধাৰণ। অৰণ্যত নহয়, বৃক্ষকোটৰত নহয়, গিৰিগুহাত নহয়, প্ৰেমপ্ৰণয়ত বিচলিত চিত্ত এই সংসাৰৰ মাজত থাকিও আৰু বিপুল ৰূপৰত্ন ৰাজ্য আৰু যৌৱনৰ অধিকাৰী হৈও নৃপতি অতিৰথ অবিচলিত হৈ আছে। পাৰিষদ সকলে নৃপতি অতিৰথৰ সন্মুখত স্তোকবচনে অভিনন্দন জ্ঞাপন কৰে— নৃপতি অতিৰথ, বনবাসী বায়ুপায়ী আৰু কৃচ্ছ্ৰসাধক মুনিজনৰ বৈৰাগতকৈও আপোনাৰ এই নিৰ্লিপ্ততা শতগুণ মহিমাৰ মহীয়সী কীৰ্তি।

পৃথিৱীৰ কামনাবোৰৰ ওচৰতেই থাকে নৃপতি অতিৰথ, কিন্তু তেওঁৰ মন থাকে দূৰৈত। কত ৰাজকুমাৰীৰ স্বয়ম্বৰসভালৈ আমন্ত্ৰণ আহে। সেই আমন্ত্ৰণ প্ৰত্যাখ্যান নকৰে অতিৰথে। কিন্তু বৰমাল্যপ্ৰয়াসী হৈ নহয়, দৰ্শক অতিথিৰূপে তেওঁ ৰাজকুমাৰী সকলৰ স্বয়ম্বৰসভাত উপস্থিত থাকে। নিজকে ইয়াতকৈ আৰু বেছি দুৰ্বল আৰু সাধাৰণ কৰি দেখুৱাব নোৱাৰে তেওঁ।

স্বয়ম্বৰসভালৈ আহি এজন সাধাৰণ দৰ্শকৰ দৰে তেওঁ চাই থাকে, পুষ্পমাল্য হাতত লৈ ৰূপৰম্যা ৰাজকুমাৰী তেওঁৰ সন্মুখলৈ আহি চমকিত চিত্তৰ আগ্ৰহ ৰোধ কৰিবলৈ গৈ এবাৰ থমকি ৰয়। আয়তাক্ষী কুমাৰীৰ কমনীয় দৃষ্টি পিপাসাতুৰ হৈ উঠে। ক্ষুদ্ৰ এটি দীৰ্ঘশ্বাসে ক্ষণিকৰ কাৰণে কুমাৰীৰ বুকুত কঁপনি তোলে আৰু পুনৰ গোপনে ই মাৰ যায়। স্পৃহাহীন দুই চক্ষু তুলি চাই থাকে অতিৰথে। ৰাজকুমাৰীৰ মনত ভাৱ হয়, যেন এক পাষাণৰ বিগ্ৰহ তাইৰ সন্মুখত আছে, সুকঠিন আৰু বেদনাহীন। স্পন্দিত হস্তে পুষ্পমাল্য ধাৰণ কৰি স্বয়ম্বৰা ৰাজপুত্ৰীয়ে অন্য পথ লয়। বিষণ্ণ বদন আৰু অলস নয়ন লৈ অন্যান্য পাণিপ্ৰাৰ্থী ৰাজকুমাৰ সকলৰ সন্মুখলৈ আহি থিয় হয়।

আজি পৰ্যন্ত কোনো নাৰীৰ ওচৰত আত্মদানৰ আগ্ৰহ অনুভৱ কৰা নাই নৃপতি অতিৰথে। ইচ্ছা নকৰে, ইমান সহজে ইমান সাধাৰণৰ দৰে হৈ যাবলৈ। তাতকৈ এয়ে ভাল। বৰং আনন্দ আছে, অনুপম ৰূপ আৰু যৌৱনেৰে ভূষিত

তেওঁৰ পৌৰুষৰ শ্লাঘা লৈ, কামনাৰ সুচাৰু পুত্তলিকাৰ দৰে এই সকলো বৰমাল্য-ধাৰিণীৰ দুই নয়নৰ আবেদন তুচ্ছ কৰাত, শৈলভূমিৰ দেৱদাৰুৱে যেনেকৈ স্পৰ্ধিত শিৰেৰে তাৰ পদপ্ৰান্তবাহিনী ক্ষুদ্ৰ স্ৰোতস্বতীৰ ফালে কেৱল চাই থাকে। আনন্দ আছে, এই সকলো বিম্বাধৰাৰ অভিমানবোৰক তুচ্ছ কৰাত, কজ্জলিত চক্ষুৰ পিপাসাবোৰক অমান্য কৰাত, স্মৰমদাতুৰ ভ্ৰূবল্লীৰ ভঙ্গিমাবোৰক মনে মনে উপহাস কৰাত। তেওঁৰ সকলো আকাঙ্ক্ষা আৰু হৃদয়বৃত্তিবোৰকো যেন এক দেৱত্বৰ গৰ্বেৰে গঠিত কৰি লৈ তেওঁ অত্যুচ্চ এক কাঞ্চনমণ্ডিত পাষাণ-বিগ্ৰহৰ দৰে নিজকে স্থাপিত কৰি ৰাখিছে। পৃথিৱীৰ কোনো নাৰীক বন্দনা কৰিবৰ কাৰণে তেওঁৰ আকাঙ্ক্ষা সেই গৰ্বৰ ঊৰ্ধ্বলোকৰ পৰা নামি আহিবলৈ ৰাজী নহয়। ৰূপাতিশালী কুমাৰ অতিৰথ কোনো নাৰীৰ ৰূপৰ ওচৰত উপাসকৰ দৰে আহি থিয় হ'ব নোৱাৰে।

মাথো কল্পনা কৰিবলৈ ভাল লাগে, পৃথিৱীৰ কোনো এক নাৰীয়ে যেন দূৰান্তৰৰ এক নিভৃতৰ পৰা তেওঁৰ এই যৌৱনধন্য জীৱনৰ সকলো কামনাক প্ৰতি মুহূৰ্তৰ চিন্তাত আৰু স্বপ্নত আহ্বান কৰিছে, তপস্বিনীয়ে যেনেকৈ তাইৰ সকলো সংকল্প উৎসৰ্গ কৰি অহৰহ দেৱতাৰ সান্নিধ্য প্ৰাৰ্থনা কৰে। সেই নাৰীৰ ওচৰত জগৎ মিথ্যা হৈ গৈছে, সত্য কেৱল নৃপতি অতিৰথৰ প্ৰেম।

কিন্তু এনেকুৱা নাৰী জানো আছে? নাথাকক, তথাপি এনেকুৱাই এক অসাধাৰণী প্ৰেমতাপসিকাৰ মূৰ্তি কল্পনাচকুৰে দেখিবলৈ ইচ্ছা কৰে, আৰু নিজকে দেৱতাৰ দৰে দুষ্প্ৰাপ্য আৰু দুৰাৰাধ্য কৰি ৰাখিবলৈ ভাল লাগে।

অকস্মাৎ নূপুৰনিক্কণৰ আঘাতত চমকিত হয় নৃত্যসভাস্থলী। বাৰাঙ্গনা পিঙ্গলা প্ৰৱেশ কৰে।

বিলোলহাৰাৱলীললিত পীনোন্নত বক্ষ, হৰিচন্দনবিৰচিত চিত্ৰক অনুলিপ্ত চিবুক, কুন্দাভ স্মিতচন্দ্ৰিকাৰ দৰে হাঁহি, সিন্ধুজলবিধৌত ৰক্তপ্ৰবালৰ দৰে অধৰদ্যুতি, স্তোকোৎফুল্ল কোকনদোপম সুকোমল পদতল আৰু কৰ্পূৰ পৰাগৰ সুবাসেৰে সুবাসিত গ্ৰীবা— ৰূপাজীৱা পিঙ্গলাই তাইৰ কস্তুৰিকাবাসিত চীনাম্বৰ আন্দোলিত কৰি, স্তবকিত কেশদামৰ মৌক্তিকজালিকা চঞ্চলিত কৰি আৰু মণিময় ৰত্নাভৰণ শিঞ্জিত কৰি পুষ্পবলয়ৰ দ্বাৰা চিহ্নিত নৃত্যস্থলীৰ মাজলৈ আহি থিয় হয়।

সভাস্থলৰ অন্য এক প্ৰান্তত উপবিষ্ট বাদকবৰ্গৰ কোলাত সুষুপ্ত আৰু নীৰৱ স্বৰযন্ত্ৰ অকস্মাৎ জাগ্ৰত আৰু মুখৰ হৈ উঠে, বীণা বিপঞ্চী মৃদঙ্গ আৰু মন্দিৰা। পাৰিষদবৰ্গ উৎসুক আৰু উৎকণ্ঠ হৈ উঠে। কিন্তু দেখা যায় উল্লাসলিপ্সু

এই উৎসৱস্থলীৰ সকলো চঞ্চলতাৰ মাজত অচঞ্চল হৈ থিয় হৈ আছে সুন্দৰী পিঙ্গলা আৰু সুকঠিন পাষাণবিগ্ৰহৰ দৰে অবিচল মূৰ্তি লৈ কাঞ্চনমঞ্চত সমাসীন হৈ আছে নৃপতি অতিৰথ।

পিঙ্গলাৰ দুই নয়নৰ দৃষ্টি কুমাৰ নৃপতি অতিৰথৰ মুখৰ ফালে ধাৱিত হয়, প্ৰস্ফুট পুষ্পকোৰকৰ ফালে মধুলুব্ধ মধুপৰ দৰে। পিছমুহূৰ্ততে, নৃত্যস্থলীৰ পুষ্পবলয় অতিক্ৰম কৰি মদাবেশমন্থৰা মৰালীৰ দৰে ধীৰে ধীৰে অগ্ৰসৰ হৈ নৃপতি অতিৰথৰ সন্মুখলৈ গৈ থিয় হয় পিঙ্গলা। অতিৰথে বিস্মিতভাৱে অপাঙ্গে দৃষ্টিক্ষেপ কৰে আৰু দূৰত উপবিষ্ট পাৰিষদবৰ্গই অনুমান কৰে, ৰাজপদত শ্ৰদ্ধা নিবেদনৰ কাৰণে ৰাজধানীৰ গণিকাগ্ৰগণ্যা পিঙ্গলা ৰাজসিংহাসনৰ সন্মুখলৈ গৈ থিয় হৈছে।

নৃপতি অতিৰথে অপ্ৰসন্নভাৱে কয়— ৰাজাদেশ বিনা ৰাজসন্নিকটলৈ অহা উচিত নহয় তোমাৰ, বাৰাঙ্গনা।

—ৰাজসভালৈ যেতিয়া আমন্ত্ৰণ কৰিছে, ৰাজসন্নিধানলৈ আহি থিয় হোৱাৰ অনুমতি দান কৰক, নৃপতি।

—তোমাৰ উদ্দেশ্যৰ কথা নজনাকৈ অনুমতি দিব নোৱাৰোঁ।

—মোৰ দৰ্শনীয়ক চাবলৈ বিচাৰোঁ। মোৰ বন্দনীয়ক অভিলাষ নিবেদন কৰিবলৈ বিচাৰোঁ।

—কি তোমাৰ দৰ্শনীয়?

—আপোনাৰ এই নৱাৰুণোপম সুন্দৰপ্ৰভ মুখমণ্ডলৰ লাৱণ্যমহিমা। মোৰ নয়নকান্তৰ সেই মুখ নয়নৰ সন্নিকটত ৰাখি চাবলৈ বিচাৰোঁ, যি মুখ ইমানদিনে কেৱল দূৰৰ পৰা দেখিছো।

—আকৌ কি বা তোমাৰ নিবেদন?

—মই আপোনাৰেই প্ৰণয়াকাঙ্ক্ষিণী এক নাৰী, যি নাৰী অভিশপ্তা ৰসাতল-বধূৰ দৰে আপোনাৰ জগতৰ পৰা বহু দূৰত পৰি আছে, বাঞ্ছিতৰ সানুগ্ৰহ আমন্ত্ৰণ নাপালে যি নাৰীৰ কোনো অধিকাৰ নাই বাঞ্ছিতজনৰ ওচৰলৈ যোৱাৰ, শত অনুৰাগৰ পৰাগ-পুঞ্জেৰে যিমানেই পৰিমলবিধুৰ হৈ নুঠক কিয় সেই নাৰীৰ চিত্তোপবনৰ নিভৃতলীন কামনাৰ কুসুমকোৰকনিকৰ। মোৰ দুনয়নৰ সমস্ত কৌতূহলৰ উপাসনা হৈ আছে আপুনি। বাতায়নৰ পৰা দেখিছো আপোনাৰ অশ্বাৰূঢ় বীৰমূৰ্তি, অৰিদমনত ধাৱমান সৈন্যসমাৰোহৰ সন্মুখত অগ্ৰনায়ক হৈ আপুনি গৈছে। ইচ্ছা হয়, সহচৰী হৈ আপোনাৰ তূণীৰ বহন কৰো। দেখিছো, ৰথাৰূঢ় হৈ আপুনি ৰাজপথেদি ইন্দ্ৰোৎসৱৰ অনুষ্ঠানলৈ গৈছে। ইচ্ছা হয় এই

কণ্ঠৰ সুৰভিত মাল্যদাম আপোনাৰ কোলাত নিক্ষেপ কৰো। দেখিছো, পথে পথে আপোনাৰ দানযাত্ৰাৰ সমাৰোহ, প্ৰাৰ্থীসকলৰ হাতে হাতে অকাতৰে ৰত্ন-বস্ত্ৰ-শস্য দান কৰি গৈছে আপুনি। ইচ্ছা হয় দৌৰি গৈ আপোনাৰ সম্মুখত থিয় হওঁ প্ৰাৰ্থিনীৰূপে আৰু নিবেদন কৰো— প্ৰণয়দানে ধন্য কৰা, হে পদ্মকান্তি কুমাৰ, আৰু একো নালাগে।

নৃপতি অতিৰথে কয়— শুনি সুখী হলো।

পিঙ্গলা— ৰাজ্যাধিপতি অতিৰথৰ ওচৰত এটা সামান্য অনুগ্ৰহ প্ৰাৰ্থনা কৰিবলৈ বিচাৰোঁ।

অতিৰথ— কোৱাঁ।

পিঙ্গলা— আজি মোক আৰু নৃত্যে-গীতে এই সভাস্থলত উৎসৱ প্ৰমোদিত কৰিবলৈ নক'ব।

অতিৰথে ভ্ৰূকুটি কৰে— কিয়?

পিঙ্গলা— আজি মনে বিচাৰে, দৰদলিত জলনলিনীৰ দৰে মোৰ এই সতৃষ্ণ অক্ষিদ্বয় বিকশিত কৰি কেৱল আপোনাৰ মুখকিৰণবিম্ব পান কৰো। আজি কেৱল ইচ্ছা কৰো, আপোনাৰ সেই অসিসঙ্গকঠিন বাহুযুগলে পিঙ্গলাৰ গ্ৰীৱাসঙ্গমাধুৰী পান কৰি ফুলৰ দৰে কমনীয় হৈ উঠক।

পুনৰ ভ্ৰূকুটি কৰে অতিৰথে— প্ৰগল্‌ভা পণাঙ্গনা, তুমি নিতান্তই দুঃসাহসিনী।

পিঙ্গলা— মই স্বভাৱিনী। স্মৰবীথিকাবাসিনী মদামোদমধুৰা নাৰী মই। মনে যাকে বিচাৰে তাকে আহ্বান কৰাৰ অধিকাৰ মোৰ আছে।

অতিৰথ বিস্মিত হয়— তোমাৰ অধিকাৰ?

পিঙ্গলা— আপুনিয়ে সেই অধিকাৰ দিছে, ৰাজাধিপতি।

ইষৎ হাস্যে আৰু শ্লেষযুক্ত স্বৰে অতিৰথে কয়— হীনা পণাঙ্গনাৰ কামনাৰ আহ্বান তুচ্ছ কৰাৰ অধিকাৰো সকলোৰে আছে, এই সত্য বিস্মৃত নহ'বা বিভ্ৰমনিপুণা বাৰনাৰী।

পিঙ্গলাৰ ওষ্ঠপুটত সূক্ষ্ম হাস্যৰেখা কুটিল হৈ ফুটি উঠে— তুচ্ছ কৰাৰ শক্তি জানো সকলোৰে আছে?

ৰোষকঠোৰ কণ্ঠস্বৰে অতিৰথে কয়— আহ্বান কৰাৰ শক্তিও জানো সকলোৰে আছে, লাস্যজীৱিনী নাৰী?

পিঙ্গলাৰ আয়ত নয়নত যেন চকিতস্ফুৰিত এক বিদ্যুতৰ ৰেখা নৰ্তিত হ'বলৈ ধৰে। পৃথিৱীৰ পৌৰুষে আজি সম্পৰ্ধ কণ্ঠস্বৰে প্ৰশ্ন কৰিছে, বাৰনাৰী

পিঙ্গলাৰ হাস্যে লাস্যে আৰু কটাক্ষে আহ্বান কৰাৰ শক্তি আছে জানো? প্ৰশ্ন উঠিছে, সৌম্য মেঘৰ বুকুৰ উল্লাসক বিদ্যুল্লতাৰে দীপিত কৰিবলৈ পাৰিব জানো? পিঙ্গলাৰ সুগৰ্বিত বিশ্বাসৰ গভীৰত মুখ লুকুৱাই প্ৰশ্নবোৰে যেন নীৰৱে হাঁহি থাকে কেতকীপৰাগৰ আহ্বান উপেক্ষা কৰিব মদান্ধ ভৃঙ্গই? পূৰ্ণিমাৰ জ্যোৎস্না ওলালে শুই থাকিব চকোৰে? ফেনে-ফোটোকাৰে প্ৰবাহিতা তটিনীৰ কলস্বৰ শুনিবলৈ পালে আকাশচাৰী কলহংস নামি নাহিব তৰঙ্গক আলিঙ্গন কৰিবলৈ?

নিৰুত্তৰ পিঙ্গলাৰ ঈষদোদ্ধতা ভ্ৰূলতাই যেন নৃপতি অতিৰথৰ এই পৌৰুষস্পৰ্দ্ধিত প্ৰশ্নক নীৰৱে উপহাস কৰে। এই প্ৰশ্নৰ মীমাংসা কৰি দিব লাগিব। আহ্বান কৰাৰ শক্তি তাইৰ আছে নে নাই, নৃত্যসভাৰ এই সান্ধ্য উৎসৱত তাৰেই প্ৰমাণ চৰম কৰি জনাই দিবৰ কাৰণে প্ৰস্তুত হয় দ্বিতীয়া মদনবনিতাসমা ৰূপৰম্যা নাৰী পিঙ্গলা।

নৃপতি অতিৰথে আদেশ কৰে— তোমাৰ কৰ্তব্য পালন কৰা বাৰাঙ্গনা, নৃত্যে-গীতে সান্ধ্য উৎসৱ প্ৰমোদিত কৰা।

পুষ্পবলয়বেষ্টিত নৃত্যস্থলীৰ মাজলৈ আহি পুনৰ থিয় হয় পিঙ্গলা। প্ৰত্যূষৰ সুপ্তোত্থিত বিহঙ্গগণৰ দৰে পিঙ্গলাৰ পদমঞ্জীৰে অকস্মাৎ মধুৰ কলধ্বনি উৎসাৰিত কৰে। লীলায়িত, বাহুবিক্ষেপ, ছন্দায়িত অঙ্গহাৰ আৰু স্মৰতৰলিত কটাক্ষধাৰাৰে ৰূপমাধুৰীকণিকা উৎক্ষিপ্ত কৰি ৰত্নকান্তিৰুচিৰা পিঙ্গলাই নৃত্য কৰিবলৈ ধৰে। বাদকবৰ্গৰ সুনিপুণ কৰন্যাসত স্বৰযন্ত্ৰৰ বুকুৰ পৰা তাললয়-সমন্বিত নাদামোদে সভাগৃহ পৰিপ্লুত কৰি তোলে। নিষ্পলক নেত্ৰে চাই থাকে নৃপতি অতিৰথে।

সুধাৰসদ্ৰাৱিতকণ্ঠী দেৱবধূৰ দৰে মধুস্বৰা পিঙ্গলাই সঙ্গীতৰ মাজেদি তাইৰ কামনাবিধুৰ হৃদয়ৰ আহ্বান জনায়।

পূণ্যতোয়া তটিনীৰ ওচৰত ক'ত তৃষিত পান্থ আছে। কেৱল তুমি অকলে কিয় দূৰৈত আঁতৰি আছা বুজা নাই। অন্ধ নোহোৱা, তেন্তে দেখিবলৈ পোৱা নাই কিয়? ভীৰু নোহোৱা, তেন্তে ইমান ভয় কিয়? আহাঁ, সকলোৰে লগত তুমিও আহাঁ। খৰযৌৱনবাহিনী হ্ৰদিণীৰ হৃদয়োপকূললৈ আহাঁ। সুতৰঙ্গিতা তটিনীৰ নীৰাহৰণী সৰণীলৈ আহাঁ। সকলো তৃষিত পান্থৰ লগত তুমিও পান্থ আহাঁ।

সঙ্গীত থামে। নৃত্যাকুল দেহলতিকাৰ মত্ত আন্দোলন সম্বৰণ কৰে পিঙ্গলাই। উদ্দাম কাঞ্চীদামপীড়িত কটিতটত চম্পকসঙ্কাশ হস্ততল ন্যস্ত কৰি অপাঙ্গে অতিৰথৰ মুখৰ ফালে দৃষ্টিপাত কৰে পিঙ্গলাই।

নৃপতি অতিৰথৰ অধৰযুগলত তীব্ৰ এক শ্লেষকুটিল হাঁহি ফুটি উঠে। নগৰশোভিনী বাৰাঙ্গনাৰ এই আহ্বানত এনেকুৱা কোনো শক্তি নাই যে, নৃপতি অতিৰথৰ কামনাক বিচলিত কৰিব পাৰে। নাজানে, সেইকাৰণে ভুল বুজিছে পিঙ্গলাই।

মুখ ঘূৰাই আনফালে চায় পিঙ্গলাই। মুহূৰ্তৰ বাবে কিবা যেন চিন্তা কৰে, তাৰ পিছতেই প্ৰস্তুত হয়। পিঙ্গলাৰ সনৃত্য গীতস্বৰত পুনৰ সভাতল উল্লসিত হৈ উঠে।

আহ্বান কৰে সন্ধ্যাৰ উপবনে। সকলো সমীৰৰ মাজত সবিশেষ হৈ, সকলো প্ৰিয়জনৰ মাজত প্ৰিয়তৰ হৈ, আহাঁ তুমি সুৰভিহৰণ দক্ষিণ সমীৰণ। এই উপবনৰ বিকচ কুসুমৰ কোমল অধৰৰ হাঁহিৰাশিতকৈ তোমাৰ অধৰৰ হাঁহি স্নিগ্ধতৰ।

গীত বন্ধ কৰে পিঙ্গলাই। চিবুকৰ চন্দনচিত্ৰক ঘামতে মলিন হৈ উঠে। ক্লান্ত বক্ষঃপঞ্জৰৰ স্পন্দন সংযত কৰি পিঙ্গলাই সাগ্ৰহ দৃষ্টি তুলি নৃপতি অতিৰথৰ মুখৰ ফালে চায়।

হাঁহি উঠে নৃপতি অতিৰথৰ। বাৰসুন্দৰীৰ আহ্বানৰ আবেদন যেন সুশাণিত বিদ্রূপৰ আঘাতত ছিন্ন কৰি অবিচলিতচিত্তে চাই থাকে অতিৰথে।

মূৰ দোঁৱাই থিয় হৈ থাকে পিঙ্গলা। স্তবকিত চিকুৰভাৰ শিথিলিত হৈছে, দেহলগ্ন সকলো ৰত্নাভৰণো যেন ক্লান্ত হৈ উঠিছে। এক পাষাণ বিগ্ৰহৰ সম্মুখত শিৰীষমৃদুলাঙ্গী ৰূপোত্তমা নাৰীৰ কামনাই বাৰে বাৰে বৃথা আবেদন কৰিছে। সঁচাই জানো তাইৰ আহ্বানত শক্তি নাই? নাইবা তাইৰ আহ্বানৰে ভাষাত বাৰে বাৰে কিবা ভুল হৈ গৈছে। কিন্তু ভুল হৈছে ক'ত?

হেমদণ্ডৰ শীৰ্ষত দীপিকা জ্বলে। জ্বালা আৰু আলোকৰ এটি শিখা। পিঙ্গলাৰ ইচ্ছা হয়, সেই শিখাৰ ওপৰত এই হাৰাৱলীললিত বক্ষঃপট আহুতিৰ দৰে তুলি দিবলৈ, যেন এই মুহূৰ্তে তাইৰ সকলো ভ্ৰান্তি দগ্ধ হৈ যায়। কাম্যজনৰ হৃদয় আপোন কৰিব পৰা নগ'ল, কি দুঃসহ এই পৰাজয়ৰ অপমান! এই লাস্য-হাস্য কটাক্ষ সকলো ধূলিৰ দৰে মূল্যহীন হৈ গৈছে। আহ্বান কৰাৰ শক্তি নাই, এই ধিক্কাৰ শুনি উভতি যোৱাতকৈ মৃত্যুও শ্ৰেয়।

বুজিব নোৱাৰে পিঙ্গলাই, কেতিয়া তাইৰ নয়নদ্বয় বাষ্পায়িত হৈ উঠিছে। দীপিকাৰ শিখাৰ পৰা বিচ্ছুৰিত আলোকে যেন তাইৰ হৃৎপিণ্ডৰ অন্তৰালত বহুদিনৰ পুঞ্জীভূত অন্ধকাৰ স্পৰ্শ কৰিছে। তাইৰ আহ্বানৰ ভাষাৰ ভুল বুজিবলৈ পাৰিছে পিঙ্গলাই। যি পথ কোনোদিনে চকুত পৰা নাই, সেই পথ যেন দেখিবলৈ পাইছে পিঙ্গলাই।

আকৌ মঞ্জীৰ ৰণিত হয়, আকৌ গীত মুখৰিত হয় সভাতল। পিঙ্গলাই তাইৰ অন্তৰৰ সকলো সুধা উৎসাৰিত কৰি আহ্বান জনায়।

—পূৰ্ণিমা ৰজনীৰ আকাশ মই, তুমি ৰমণীয় হিমকৰ। সকলো তাৰকা নুমাই গৈছে, মাথো তুমি আছা সত্য হৈ। মোৰ এই অন্তৰৰ মহাশূন্যতাৰ মাজত আৰু কোনো ক'তো নাই, আছা একমাত্ৰ তুমি। তুমি মোৰ সকলো, তুমিয়ে মোৰ এক। মোৰ সৰ্ববাঞ্ছা তুমি, সৰ্বতৃপ্তি তুমি। মোৰ কামনাৰ একমাত্ৰ আনন্দ হৈ আহাঁ তুমি, থিয় হোৱা মোৰ হৃদয়কুঞ্জৰ দ্বাৰ প্ৰান্তত, হে সুন্দৰতনু অতিথি বন্দনীয়।

গীত সমাপ্ত হয়। নৃত্যপৰা বাৰাঙ্গনাৰ ক্লান্ত চৰণৰ মঞ্জীৰধ্বনি দূৰান্তৰ তটিনী কলনাদৰ দৰে ক্ষীণৰ পৰা ক্ষীণতৰ হয়, তাৰ পিছত আৰু শুনিবলৈ পোৱা নাযায়। নৃত্যস্থলীৰ মধ্যস্থানত স্তব্ধ হৈ থিয় হয় পিঙ্গলা। নৃপতি অতিৰথৰ মুখৰ ফালে চায়।

নিদাঘদিনৰ দগ্ধকেশৰ জলনলিনীৰ দৰে বেদনামলিন হৈ উঠে পিঙ্গলাৰ মুখচ্ছবি। দেখিবলৈ পায় পিঙ্গলাই, নৃপতি অতিৰথ কাঞ্চনময় মঞ্চৰ ওপৰত বহি আছে, যেন বজ্ৰপাষাণেৰে নিৰ্মিত এক নিশ্বাসহীন মূৰ্তি আৰু ৰত্নেৰে ৰচিত দুটি উজ্জ্বল অথচ কামনাহীন চক্ষু।

ধীৰে ধীৰে আগবাঢ়ি যায় পিঙ্গলা, নৃত্যস্থলীৰ পুষ্পবলয় পাৰ হৈ কাঞ্চনমঞ্চৰ সন্নিধানলৈ আহি থিয় হয়।

—নৃপতি অতিৰথ!

— কোৱাঁ, আৰু কি কথা তোমাৰ নিবেদন কৰিব লগা আছে।

—নিবেদন কৰিছো নৃপতি, আৰু ক'বলগীয়া একো নাই। কেৱল আপোনাৰ পৰা প্ৰতিশ্ৰুতি পাই ধন্য হ'বলৈ বিচাৰোঁ।

বিৰক্তিকুটিল কঠিন ভ্ৰূভঙ্গী কৰি অতিৰথে ৰুষ্টস্বৰে কয়— বাৰাঙ্গনা!

শিশিৰায়িতনয়না সুচাৰু প ক্ষ্মলা পিঙ্গলাই মৃদুস্বৰে কয়— কওক।

অতিৰথ— ধূমলেখাই নীলাঞ্জনৰ ৰূপ ধাৰণ কৰে, কিন্তু সেই ছলনাত চাতক আকৃষ্ট নহয়।

কশাহত প্ৰাণীৰ দৰে বেদনানমিতশিৰে নিঃশব্দে থিয় হৈ থাকে পিঙ্গলা। নৃপতি অতিৰথে প্ৰশ্ন কৰে— তোমাৰ কাম শেষ হৈছে?

— হয়, নৃপতি অতিৰথ।

— তেন্তে, এতিয়া প্ৰীতচিত্তে বিদায় গ্ৰহণ কৰা।

স্বৰ্ণমুদ্ৰাৰে ৰজতপাত্ৰ পৰিপূৰ্ণ কৰি স্বহস্তে উত্তোলন কৰে নৃপতি অতিৰথে। আহ্বান কৰে— পুৰস্কাৰ লোৱা, কলাৱতী পিঙ্গলা।

অবিচলিত নেত্ৰে চাই থাকে পিঙ্গলাই। এই পুৰস্কাৰেৰে মই প্ৰীত হ'ব নোৱাৰোঁ।

অতিৰথ— কিয় প্ৰীত হ'ব নোৱাৰা, পণ্যা?

পিঙ্গলা— প্ৰয়োজন নাই।

অতিৰথ— তেনেহ'লে কোৱা, কি লাগে, কি পুৰস্কাৰত প্ৰীত হ'বা?

পিঙ্গলা— অঙ্গীকাৰ কৰক নৃপতি, প্ৰাৰ্থিত পুৰস্কাৰ অৱশ্য দান কৰিবলৈ কুণ্ঠিত নহ'ব।

বিস্মিত ভাৱে অতিৰথে কয়— প্ৰাৰ্থিত পুৰস্কাৰ অৱশ্য পাবা।

অতিমৃদু বিনম্ৰ স্বৰে আৰু সাকাঙ্ক্ষ দৃষ্টিৰে পিঙ্গলাই মিনতি জনায়— মোৰ সঙ্কেতকুঞ্জলৈ এদিন আহিব, এই পুৰস্কাৰ বিচাৰোঁ, আৰু একোকে নিবিচাৰোঁ, নৃপতি অতিৰথ।

ক্ৰোধোদ্দীপ্ত কণ্ঠে নৃপতি অতিৰথে কয়— দুঃসাহস সংযত কৰা পণ্যাঙ্গনা।

কৱৰীলগ্ন মল্লীমালিকা নৃপতি অতিৰথৰ পদপ্ৰান্তত নিক্ষেপ কৰি পিঙ্গলাই কয়— তোমাৰে প্ৰেমকমলমধুব্ৰতা ভ্ৰমৰী মই, অনুৰোধ কৰো অতিৰথ, আহাঁ, এই কোলাহলময় জনতাজীৱনৰ বাধা-লাজ-ভয় আৰু অভিমানৰ পৰা বহু দূৰৈত, এই নগৰৰ বাহিৰত, কুশকুসুমেৰে সমাচ্ছন্ন প্ৰান্তৰৰ শেষপথৰেখা পাৰ হৈ, সপ্তপৰ্ণবনৰ নিৰ্ঝৰমূলত লতানিকুঞ্জৰ নিভৃতত পিঙ্গলাৰ সম্মুখলৈ আহি এবাৰ থিয় হোৱা। কৃষ্ণা দ্বাদশীৰ চন্দ্ৰালোকত এই নাৰীৰ মুখৰ ফালে এবাৰ চাই লোৱা, এই নাৰীমুখৰ সকলো জানো ছলনা। অতনুতাপিতা পিঙ্গলাৰ তনুমাধৱীৰ ওচৰত নবীন সহকাৰৰ দৰে তোমাৰ যৌৱন মনোহৰ চাৰুদেহশোভা লৈ এখন্তেক থিয় হৈ থাকা। চাই যোৱা, এই তুচ্ছ নাৰীৰ মৃণালবাহুৰ আলিঙ্গন আৰু বিম্বাধৰৰ চুম্বনত তোমাৰ জীৱনকুঞ্জৰ চন্দ্ৰিকাবন্দিত নিশীথপ্ৰহৰ তন্দ্ৰাভিভূত হয় নে নহয়।

অতিৰথ— এনেকুৱা হীন কৌতুহল মোৰ নাই।

দুই কৰতলেৰে মুখ আচ্ছাদিত কৰে পিঙ্গলাই, উত্তপ্ত এক পাষাণৰ স্তূপৰ পৰা যেন স্ফুলিঙ্গকণিকা ছিটিকি আহি তাইৰ ওপৰত পৰিছে।

অতিৰথে কয়— অন্য অনুৰোধ কৰা, পিঙ্গলা।

পিঙ্গলা নিমাত।

অতিৰথ— তোমাৰ কথা শেষ কৰা নাৰী।

কৰতলত নিবদ্ধমুখ, লতাঙ্গী পিঙ্গলাই আকৌ মুখ তুলি চায়। ধাৰাহত কমলৰ দৰে সেই মুখশোভা অশ্ৰুসিক্ত আৰু বিশীৰ্ণ।— মোৰ শেষ অনুৰোধ

নিবেদন কৰিবলৈ বিচাৰো নৃপতি।

— কোৱা।

— কলাৱতী পিঙ্গলাৰ সঙ্গীতে আপোনাক পৰিতৃপ্ত কৰিব নোৱাৰিলে, সেইকাৰণে আৰু এবাৰ সুযোগ দান কৰক। মোৰ শেষ সঙ্গীতত মোৰ কামনাৰ শেষ কথা আপোনাক শুনাই দিবলৈ বিচাৰোঁ।

— শেষ কৰা তোমাৰ শেষ সঙ্গীত।

— আজি নহয়, ইয়াত নহয় নৃপতি।

— ক'ত?

— সঙ্কেতকুঞ্জত।

শাণিত পাষাণৰ দৰে চকু দুটাৰে পিঙ্গলাৰ চকুৰ ফালে চাই থাকে নৃপতি অতিৰথে। বাৰাঙ্গনাৰ অন্তহীন ছলনাৰ কৌশল আৰু দৃঢ়তা দেখি বিস্মিত হয়। অপলক নেত্ৰে চাই থাকে পিঙ্গলাই, যেন এক ভুজঙ্গীৰ দৃষ্টিভঙ্গী। কুমাৰ নৃপতি অতিৰথৰ ৰূপযৌৱনৰ কামনাবোৰক কাঞ্চনমঞ্চৰ উচ্চতাৰ পৰা পথপঙ্কধূলিৰ মাজলৈ নমাই আনি গ্ৰাস কৰাৰ কাৰণে এক কুটিল সঙ্কল্পই নিষ্পলক চক্ষু তুলি চাই আছে। অথচ সেই চক্ষুৰ ওপৰত এক প্ৰেমিকা নাৰীৰ অশ্ৰুসিক্ত আবেদনৰ আৱৰণ কি সুন্দৰ আৰু কৰুণ মধুৰ হৈ ফুটি উঠিছে!

নৃপতি অতিৰথ তলমূৰ কৰি কিছু সময় চিন্তামগ্ন হৈ থাকে। যেন তেওঁৰ জীৱন পথৰ এই ছলনাক চূৰ্ণ কৰাৰ উপায় অন্বেষণ কৰিছে।

দূৰণিৰ দেৱালয়ৰ পৰা আৰাত্ৰিক স্তোত্ৰৰ স্বৰ আৰু মাঙ্গল্য মৃদঙ্গৰ ৰৱ তৰঙ্গিত হৈ ভাহি আহে। নৃপতি অতিৰথে হঠাৎ সহাস্যনন্দিত মুখে পিঙ্গলাৰ পিনে চায়।

পিঙ্গলাই মুগ্ধভাৱে কয়— সুহৃত্তম অতিৰথ!

অতিৰথ— শোভনাঙ্গী ভদ্ৰে, শুনিবলৈ বিচাৰোঁ তোমাৰ শেষ সঙ্গীত, তোমাৰ কামনাৰ শেষ কথা। তোমাৰ সঙ্কেতকুঞ্জলৈ অৱশ্য যাম।

মেৰুমৰালীৰ দৰে হৰ্ষোৎফুল্লা পিঙ্গলা নৃত্যসভাস্থলৰ পৰা গুচি যায়।

কৃষ্ণা দ্বাদশীৰ কৃশ চন্দ্ৰলেখাৰ কিৰণত যেতিয়া ক্লান্তা নিশীথিনীৰ আকাশপটত শাৰদাভ্ৰপুঞ্জ শুচিশুভ্ৰ হৈ উঠিছে, তেতিয়া প্ৰাসাদকক্ষৰ ৰত্নপৰ্যঙ্কত শয়িত নৃপতি অতিৰথ হঠাৎ সুপ্তোত্থিত হৈ বাতায়নৰ ওচৰলৈ আহি থিয় হয়। দেখিবলৈ পায় কৃষ্ণা দ্বাদশীৰ নিশাৱশেষ ধীৰে ধীৰে ম্ৰিয়মাণ হৈ আহিছে, শেষ হৈ যাবলৈ আৰু বেছি সময় নাই। কক্ষৰ দীপ নুমাই দি ৰত্ন পৰ্যঙ্কৰ ওপৰত পুনৰ নিদ্ৰাভিভূত অতিৰথ সুখস্বপ্নত মগ্ন হৈ থাকে।

দূৰৈত সপ্তপৰ্ণ অটবীৰ জ্যোৎস্নামোদিত নিশ্বাসবায়ুৰ পৰা তৰুক্ষীৰ গন্ধ ধীৰে ধীৰে ক্ষয় হৈ যায়। নিৰ্ঝৰমূলত এক লতাকুঞ্জৰ নিভৃতত পল্লৱাসনত বহিছিল অভিসাৰিকা পিঙ্গলা। শুকান পাতেৰে ভৰা বনপথত কেৱল কোক্‌লোঙাৰ গমনধ্বনি উত্থিত হয়, যেন পুঞ্জ পুঞ্জ বক্ষঃপঞ্জৰ চূৰ্ণ হৈ শব্দ কৰিছে। প্ৰহৰৰ পিছত প্ৰহৰ উত্তীৰ্ণ হৈ গৈছে, তথাপি নিকুঞ্জদ্বাৰত বাঞ্ছিত প্ৰেমিকৰ পদধ্বনি শুনিবলৈ পোৱা নাযায়। তেওঁ জানো আহিছে, তেওঁ জানো আহিব? উৎকণ্ঠ প্ৰতীক্ষাৰ মুহূৰ্তবোৰো যে শেষ হৈ আহিছে। ব্যাকুলিতচিত্তা অভিসাৰিকাৰ নৱনীততনু যেন হঠাৎ এক নিৰ্মম প্ৰত্যাখ্যানৰ আৰু অপমানৰ হিমদ্ৰৱসম্পাতত কঠোৰীভূত হৈ পাষাণমূৰ্তিৰ দৰে বহি থাকে। পিছমুহূৰ্ততে দগ্ধপক্ষ বিহগীৰ দৰে নিৰ্ঝৰৰ সলিলত দেহ নিক্ষেপ কৰিবৰ কাৰণে উঠি থিয় হয় পিঙ্গলা, আকৌ স্তব্ধ হৈ যায়। কিন্তু সহ্য কৰিবলৈ নোৱাৰে এই স্তব্ধতা। এই নীল চেলাঞ্চল যেন অনলতন্তুৰে ৰচিত এক দুঃসহ জ্বালাময় আৱৰণ, যেন মৃত্যু হোৱাৰ আগতেই ভুল কৰি স্বেচ্ছাই চিতাগ্নিৰ মধ্যস্থানলৈ আহি বহিছে পিঙ্গলা।

নিজৰাৰ পানী পান কৰি তৃপ্ত হোৱা শিশু হৰিণৰ হৰ্ষ শুনা যায়। বৃক্ষচূড়াত সদ্যোজাগ্ৰত বিহঙ্গৰ অস্ফুট কাকলী জাগে। কৃষ্ণা দ্বাদশীৰ চন্দ্ৰলেখা লুপ্ত হৈছে। ৰক্তজবাৰ নিৰ্যাসেৰে ৰচিত ৰেখাৰ দৰে প্ৰাচীকপোলত অৰুণচুম্বিত লজ্জাৰাগৰেখা ফুটি উঠিছে। অভিসাৰিকা কামিনী পিঙ্গলাৰ কাম্যজন নাহিল। সকলোকে এৰি দি এজনক মাথো একবাঞ্ছিত দেৱতাৰ দৰে আহ্বান কৰা হ'ল, তেৱোঁ নাহিল।

জগতৰ সকলো ৰূপৰসবৰ্ণগন্ধৰ আনন্দ হেৰাই যেন এক জাগ্ৰত মৃত্যুৰ অন্ধকাৰত তাই বহি আছে। বধিৰ অন্ধ বাকৰুদ্ধ আৰু অচল জীৱন— কৰতলেৰে দুই চকু আবৃত কৰি বহুসময় বহি থাকে পিঙ্গলা।

কিন্তু ধীৰে ধীৰে শান্ত হৈ আহে পিঙ্গলাৰ মন। বাঞ্ছিতৰ প্ৰত্যাখ্যানৰ জ্বালাই নাৰীৰ কামনাময় যি হৃদয়ত দাৱদাহ সৃষ্টি কৰিছে, সেই হৃদয় যেন ধীৰে ধীৰে ভস্ম হৈ গৈছে। সেই উৎকণ্ঠ অস্থিৰতা আৰু বিফল প্ৰতীক্ষাৰ যন্ত্ৰণাও ধীৰে ধীৰে নিৰ্বাপিত হৈ আহিছে। কলি ধৰা লতাৰ পাতৰ পৰা প্ৰত্যূষৰ নীহাৰবিন্দু নতমুখিনী পিঙ্গলাৰ বিশ্লথ কৱৰীভাৰৰ ওপৰত জৰি জৰি পৰি থাকে।

যেন কাৰোবাৰ স্নিগ্ধ হস্তৰ স্পৰ্শ অনুভৱ কৰিছে পিঙ্গলাই। মুখ তুলি চাৰিওফালে চাই বিস্মিত হয়, তাইৰ প্ৰবঞ্চিত আৰু প্ৰত্যাখ্যাত জীৱনক সান্ত্বনা দিবৰ কাৰণে বিশ্বসৃষ্টিৰ অজস্ৰ নতুন আনন্দ তাইৰ অন্তৰাত্মাৰ আশে পাশে আৰু ওচৰত আহি থিয় হৈছে। তাইৰ ভূমিলুণ্ঠিত চেলাঞ্চলাৰ প্ৰান্তৰ ওপৰত

শুই আছে এক হৰিণ শিশু। দেখিবলৈ পায় পিঙ্গলাই, তাইৰ কোলাত পাখি-সৰা এটা কপৌচৰায়ে ঠোঁটৰ মাজত যৱকণা লৈ বহি আছে।

নির্ঝৰপ্রদেশৰ পৰা অহা হৃষ্ট ডাউকৰ কলনাদ শুনা যায়। ধীৰে ধীৰে গাত্রোত্থান কৰি লতানিকুঞ্জৰ বাহিৰলৈ ওলাই আহি পূর্বাকাশৰ ফালে চঞ্চলভাৱে চাই থিয় হৈ থাকে পিঙ্গলাই।

বনবাসিনী উপাসিকাৰ দৰে পিঙ্গলাই যেন প্রত্যূষৰ শান্তিৰ মাজত এই চৰাচৰৰ অধীশ্বৰ এক পৰমানন্দময়ৰ পদধ্বনি শুনিবৰ কাৰণে থিয় হৈ আছে।

—তুমি আনন্দ, তুমি এক, তুমিয়ে সর্ব। বাকী সকলো মিথ্যা।

নিজৰ অজ্ঞাতসাৰে পিঙ্গলাৰ কম্পিত অধৰত অস্ফুটস্বৰে পুনৰ প্রার্থনাৰ বাণী গুঞ্জৰিত হৈ থাকে— মূঢ়া মানৱী পিঙ্গলাৰ সকলো মোহ বিদূৰিত কৰাঁ প্রভু, জগতৰ একনাথ। তুমি প্রেম, তুমি আনন্দ, তুমি শান্তি, তুমি সর্ববাঞ্ছা, তুমি সর্বতৃপ্তি। তোমাৰ প্রাপ্য পূজাৰ ফুল মর্ত্যমানৱৰ চৰণত নিবেদন কৰাৰ ভ্রান্তিৰ পৰা মোক ৰক্ষা কৰাঁ।

আগুৱাই যায় পিঙ্গলা। নির্ঝৰমূললৈ আহি থিয় হয়। দেখিবলৈ পায় পিঙ্গলাই, গা-গছৰ পৰা স্খলিত বল্কল সলিলধৌত হৈ তটপ্রান্তত পৰি আছে।

বিশ্বৰ একনাথে যেন পিঙ্গলাৰ কাৰণেই উপহাৰ থৈ দিছে। আনন্দময় জীৱনপথৰ সন্ধান ইঙ্গিতেৰে জনাই দিছে। আৰু বিলম্ব নকৰিবা, অতি তুচ্ছ আৰু ক্ষণিকৰ কাৰণে মত্ত হৈ বৃথাই জীৱনৰ বহু সময় নষ্ট কৰিছা। কৰা কামনাৰ ক্ষয়, তেতিয়াহে পাবা তেওঁৰ সন্ধান, যি একনাথ, যি সকলো সুন্দৰতা শান্তি আৰু আনন্দৰ সাৰ।

ৰত্নময় কেয়ূৰ কঙ্কণ আৰু কর্ণভূষা নির্ঝৰৰ সলিলপ্রবাহত নিক্ষেপ কৰে পিঙ্গলাই। স্নান কৰি বল্কল পৰিধান কৰে আৰু লতা-নিকুঞ্জৰ নিভৃতলৈ আহি ধ্যানত নিৰত হয়। কৃষ্ণা দ্বাদশীৰ চন্দ্রাস্তৰ পিছত এক প্রহৰৰ ভিতৰতে এজনী অভিসাৰিকা প্রমদা নাৰীৰ সঙ্কেতকুঞ্জ তপস্বিনীৰ আৰাধনাস্থলীত পৰিণত হয়।

দিন যায়, মাহ যায়, বছৰ অতীত হয়। নৃপতি অতিৰথৰ জীৱনত কোনো পৰিবর্তন ঘটা নাই। তেওঁ অনুপম ৰূপযৌৱন আৰু পৌৰুষৰ অহঙ্কাৰ লৈ কাঞ্চনময় মঞ্চৰ ওপৰত এতিয়াও সমাসীন আছে। তেওঁৰ প্রণয় লাভৰ সৌভাগ্য কোনো নাৰীৰ হোৱা নাই। তেওঁৰ প্রণয় লাভৰ কাৰণে তেওঁৰ মূর্তিক কল্পনাত দেৱতাৰ আসনত বহুৱাই উপাসনা কৰিছে, এনেকুৱা কোনো নাৰীৰ পৰিচয় তেওঁ পোৱা নাই। বাৰাঙ্গনা পিঙ্গলাৰ কথা এবাৰ তেওঁৰ মনত পৰিছিল। মনে মনে হাঁহিছিল অতিৰথে। সেই সুন্দৰ ছলনাক ইমান সহজে এটি উপেক্ষাৰ দ্বাৰা

এনেকৈ চূৰ্ণ কৰি দিয়া হৈছে যে, বিফল অভিসাৰৰ আঘাত পোৱাৰ পিছত পুনৰ উভতি আহি এটি প্ৰশ্ন কৰাৰ শক্তিও নহ'ল সেই নাৰীৰ। মদিৰেক্ষণা সেই নাৰী তাইৰ চঞ্চল নয়নত অশ্ৰুসিক্ত আবেদন লৈ দেখা দিবলৈ পুনৰ অহা নাই। তুচ্ছা বাৰসুন্দৰীৰ এটা দিনৰ সেই লিপ্সাৰ ইতিহাস এতিয়া আৰু অতিৰথৰ মনতো নপৰে।

সেইদিনাও নৃত্যসভাৰ কাঞ্চন মঞ্চত নৱোদিত আদিত্যৰ দৰে সুন্দৰ মূৰ্তি লৈ বহিছিল নৃপতি অতিৰথ। হঠাৎ মনত পৰে, আজি কৃষ্ণা দ্বাদশী। লগে লগে মনত পৰে এবছৰ আগৰ সেই কৃষ্ণা দ্বাদশীৰ কথা। মনত পৰে বাৰাঙ্গনা পিঙ্গলাৰ কথা। পাষাণবক্ষৰ নিভৃতত অদ্ভুত এক কৌতূহলৰ চাঞ্চল্য অনুভৱ কৰে অতিৰথে। সভাদূতক নিৰ্দেশ দিয়ে আজিৰ নৃত্যসভাৰ উৎসৱ প্ৰমোদিত কৰাৰ কাৰণে কলাৱতী প্ৰমদা পিঙ্গলাক আমন্ত্ৰণ কৰি লৈ আহা।

পিঙ্গলা! সুধাকণ্ঠী, সুযৌৱনা, মুনিচিত্তচঞ্চলকাৰিণী, ৰূপাতিশালিনী পিঙ্গলা! স্পৰ্দ্ধাতিশয়া, কঠিন প্ৰণয়কলাশীলা, নৃত্যপটীয়সী পিঙ্গলা! কিন্তু কুমাৰ অতিৰথৰ গৰ্বৰ ওচৰত পৰাভৱ স্বীকাৰ কৰি লৈ ক'ত তাই আজি মুখ লুকাই পৰি আছে? সেই মুখ আজি নতুনকৈ দেখিবলৈ, সেই পৰাভূতা লাস্যময়ীৰ মলিনবদনৰ বিষাদ আকৌ এবাৰ স্বচক্ষে চাই তেওঁৰ অপৰাজেয় পৌৰুষৰ গৰ্বৰে আকৌ এবাৰ উল্লসিত হ'বলৈ ইচ্ছা কৰে অতিৰথে।

সুভাদূত আহি সংবাদ দিয়ে— পিঙ্গলা নাই।

চমকি উঠে অতিৰথ— ক'লৈ গৈছে?

সভাদূত— ৰাজধানীৰ বাহিৰলৈ।

অতিৰথ— কিমান দিন হ'ল?

সভাদূত— এবছৰ।

ৰহস্যময় এক অদ্ভুত শঙ্কাৰ ছায়া পৰে বীৰোত্তম অতিৰথৰ দৃপ্ত দুই চক্ষুৰ দৃষ্টিত।— ক'ত আছে তেওঁ?

সভাদূত— নিৰ্ঝাৰপ্ৰদেশৰ সপ্তপৰ্ণ বনত।

বক্ষোনিৰ্ভৃতৰ বিচলিত নিশ্বাসৰ আলোড়ন দমন কৰিবলৈ গৈ অতিৰথৰ কণ্ঠস্বৰ বিচলিত হয়— কিয়, কি উদ্দেশ্যে?

সভাদুত— তপস্বিনী হৈছে পিঙ্গলা।

চমকি উঠে, কিন্তু আৰু কোনো প্ৰশ্ন নকৰে নৃপতি অতিৰথে। কাঞ্চনমঞ্চৰ পৰা গাত্ৰোত্থান কৰে। নৃত্যসভা ভঙ্গ কৰি দি ধীৰে ধীৰে প্ৰস্থান কৰে। প্ৰাসাদৰ দীপহীন নীৰৱ আৰু শূন্য নৃত্যস্থলী পিছত পৰি থাকে। প্ৰাসাদলগ্ন উপবনৰ একান্তত তেওঁৰ বৃক্ষবাটিকাৰ নিভৃতলৈ আহি নিঃশব্দে বহি থাকে

নৃপতি অতিৰথ।

তপস্বিনী হৈছে পিঙ্গলা। কিন্তু কিহৰ তপস্যা? বোধ হয়, প্ৰেমাস্পদৰ হৃদয়হীন প্ৰত্যাখ্যানৰ আঘাত সহ্য কৰিও এক কঠিন সঙ্কল্পৰ ধ্যানত হৃদয় উৎসৰ্গ কৰি এতিয়াও প্ৰতীক্ষাত আছে সেই নাৰী। উপাসিকাই যেনেকৈ দূৰৈৰ দেৱতাক ওচৰলৈ মাতে, নিৰ্ঝৰ প্ৰদেশৰ বনান্তৰালত লতানিকুঞ্জৰ নিভৃতত কামনাসুন্দৰী এক নাৰীয়ে তাইৰ বাঞ্ছিত পুৰুষৰ আকাঙ্ক্ষাক তেনেকৈ আৰাধনা কৰি ওচৰলৈ মাতিছে। অতিৰথৰ ইমান দিনৰ সেই কল্পনাৰ নাৰীয়ে যেন স্তৱকিত চিকুৰ শোভা, ৰক্তিম অধৰদ্যুতি আৰু চন্দনচিত্ৰিত চিবুক লৈ মূৰ্তি গ্ৰহণ কৰিছে। নৃত্যসভাতলত নহয়, সেই প্ৰেমিকা নাৰীৰ চৰণমঞ্জীৰ আজি যেন অতিৰথৰ হৃৎপিণ্ডস্থলৰ অণুৱে অণুৱে ৰণিত হৈ উঠিছে।

চঞ্চল হৈ উঠে অতিৰথ। ধমনীৰ প্ৰতি শোণিতকণিকা সেই মধুৰাধৰা নাৰীৰ এটি চুম্বনত চঞ্চলিত হবৰ কাৰণে উৎসুক হৈ উঠিছে। কল্পনাৰ চকুৰে দেখিবলৈ পায় অতিৰথে, সপ্তপৰ্ণ বনৰ নিভৃতত দুটি আলিঙ্গনোন্মুখ মৃণালবাহু তেওঁৰ জীৱনৰ সুখস্বৰ্গ ৰচনাৰ কাৰণে প্ৰস্তুত হৈ আছে। অনিৰ্বাণ নক্ষত্ৰৰ দৰে প্ৰতীক্ষাত নিশাযাপন কৰিছে দুটি কমনীয় নয়নৰ তাৰকাই।

বৃক্ষবাটিকাৰ নিভৃতৰ পৰা প্ৰমত্তৰ দৰে দৌৰি ওলাই আহে অতিৰথ। ৰথশালাৰ সম্মুখত গৈ উপস্থিত হয়। অতিৰথৰ আহ্বান শুনা মাত্ৰকে সাৰথিয়ে ৰথ লৈ আহে। প্ৰাসাদৰ সিংহদ্বাৰ, তাৰপিছত নগৰদ্বাৰ পাৰ হৈ কুশকুসুমেৰে সমাচ্ছন্ন প্ৰান্তৰৰ পথত অন্ধকাৰ ভেদ কৰি নৃপতি অতিৰথৰ ৰথ ধাৱিত হয়।

সঁচাই তপস্বিনীৰ দৰে মুদ্ৰিতনয়না এক নাৰীৰ মূৰ্তি। অযত্নবদ্ধ চিকুৰভাৰ সঁচাকৈয়ে জটাভাৰৰ দৰে দেখা যায়। যৌৱনলাৱণ্যমাধুৰী যেন বল্কল বসনেৰে আবৃত কৰি সঁচাকৈয়ে কৃশ জ্যোতিৰ্লেখাৰ দৰে এক তাপসিকাৰ ৰূপ মুখাৱয়ৱত ফুটাই ৰাখিছে পিঙ্গলাই। লতানিকুঞ্জক বনবাসিনী সাধিকাৰ পৰ্ণকুটীৰ বুলিয়েই মনত ভাব হয়। দেখি বিস্মিত আৰু মুগ্ধ হয় নৃপতি অতিৰথ।

পৰ্ণকুটীৰৰ দ্বাৰপ্ৰান্তত প্ৰজ্বলন্ত শুষ্কপত্ৰৰ শিখায়িত পোহৰৰ ওচৰত থিয় হৈ স্তিমিতদেহা পিঙ্গলাৰ তপস্বিনীমূৰ্তিৰ পিনে চাই থাকে অতিৰথে। এক এককৈ কৃষ্ণা নিশীথিনীৰ প্ৰহৰ শেষ হৈ আহিছে। এতিয়াও তপস্বিনীয়ে চকু মেলা নাই। মনৰ সকলো আবেগ আৰু আকুলতা কঠিন ধৈৰ্যসহকাৰে স্তব্ধ কৰি ৰাখি অতিৰথে যেন এটি পৰম মুহূৰ্তৰ প্ৰতীক্ষাত পিঙ্গলাৰ ধ্যানমগ্ন মুখশোভাৰ ফালে চাই থাকে।

কিন্তু আৰু কিমান সময়? কেতিয়া শেষ হ'ব এই দুঃসহ প্ৰতীক্ষাৰ শাস্তি, কেতিয়া শেষ হ'ব পিঙ্গলাৰ সুকঠিন তপস্যা? যদি পিঙ্গলাৰ সৌ সুন্দৰ দুটি ভ্ৰূলতাৰ ছায়াত লালিত সুপক্ষ্মলা চকুৰ মণি দুটা উন্মীলিত হয়, তেনেহ'লে

দেখিবলৈ পাব পিঙ্গলাই, তাইৰ কুঞ্জদ্বাৰলৈ আহি তাইৰে দয়িত অতিথি থিয় হৈ আছে। কিন্তু আৰু কিমান সময়?

অতিৰথে আহ্বান কৰে— প্ৰিয়া পিঙ্গলা!

তপস্বিনীৰ মূৰ্তিত কোনো চাঞ্চল্য নাজাগে।

—মোৰ জীৱনবাঞ্ছিতা, মোৰ সকলো আকাঙ্ক্ষাৰ সাৰভূতা, সুমধুৰা পিঙ্গলা!

পিঙ্গলাৰ অধৰ স্ফুৰিত নহয়, ভ্ৰূলতিকা স্পন্দিত নহয়, সুকোমল কপোলত ৰক্তিমচ্ছটা নাজাগে।

—সেই ৰূঢ় বল্কলৰ নিষ্ঠুৰ স্পৰ্শ বৰ্জন কৰা ৰূপেশ্বৰী পিঙ্গলা। নীল চীনাংশুক, মৌক্তিক জাল, নৱমণিবিনিৰ্মিত কাঞ্চী কেয়ূৰ কঙ্কণ আৰু নূপুৰ, পীতকুঙ্কুমৰ পত্ৰলেখা আৰু নৱশিৰীষ মালাৰে মধুৰৰূপিণী হৈ প্ৰণয়ীৰ আলিঙ্গনবদ্ধ হৈ ধৰা দিয়া প্ৰেমমঞ্জুলা পিঙ্গলা।

বল্কল বসনেৰে আবৃততনু তপস্বিনী পিঙ্গলাৰ ধ্যান ভঙ্গ নহয়।

—জাগা পিঙ্গলা, এই পাষাণী-মূৰ্তি পৰিহাৰ কৰা। নৃপতি অতিৰথৰ প্ৰণয়বিধুৰ হৃদয়ৰ উৎসৱসভাতললৈ আহি চিৰনৃত্যচাৰিণী হোৱা।

প্ৰজ্বলন্ত শুষ্কপত্ৰৰ স্তূপৰ পৰা বায়ুতাৰিত স্ফুলিঙ্গ আহি পিঙ্গলাৰ জটায়িত কেশদামৰ ওপৰত পৰি থাকে। তপস্বিনীৰ মূৰ্তিয়ে লৰচৰ নকৰে।

—বধিৰা পিঙ্গলা, ই আকৌ তোমাৰ কি নতুন ছলনা?

—বধিৰাই শুনিবলৈ নাপায়। নৃপতি অতিৰথে ব্যাকুল হৈ আবেদন কৰে— কথা কোৱা পিঙ্গলা।

পিঙ্গলাৰ অধৰ কম্পিত নহয়।

চীৎকাৰ কৰি উঠে অতিৰথে— বাৰাঙ্গনা পিঙ্গলা!

তপস্বিনীৰ ধ্যানমুদিত চক্ষু উন্মীলিত হয়। শান্ত নিৰ্বিকাৰ বেদনাহীন দুটি চক্ষুৰ দৃষ্টি।

অতিৰথে কয়— তোমাৰ প্ৰতিশ্ৰুতি বিস্মৃত নহবা অভিসাৰিকা। শেষ সঙ্গীতেৰে তোমাৰ হৃদয়ৰ শেষ কামনাৰ কথা ৰাজ্যেশ্বৰ অতিৰথৰ ওচৰত নিবেদন কৰা।

পিঙ্গলাই পুনৰ চকু মুদে। অধৰ স্পন্দিত হয়। ধীৰে ধীৰে, যেন এই বনচ্ছায়াৰ মৰ্মলোকৰ পৰা এক মধুনিষ্যন্দী গীতস্বৰ দিব্যলোকৰ মৰ্মৰধ্বনিৰ দৰে জাগি উঠে। বোধ হয়, নীৰৱ সপ্তপৰ্ণবনৰ তন্দ্ৰায়িত নৈশবায়ু এক তপস্বিনীৰ কণ্ঠস্বৰমাধুৰীৰ স্পৰ্শত জাগি উঠিছে। পিঙ্গলাৰ অন্তৰৰ পৰা উৎসাৰিত সুমন্দ্ৰিত

মন্ত্ৰস্বৰৰ দৰে সেই সঙ্গীতক কৃষ্ণা দ্বাদশীৰ নৈশবায়ুয়ে যেন উৰ্দ্ধলোকৰ এক পৰমকাম্যৰ ফালে কঢ়িয়াই লৈ গৈছে।

—তুমি একনাথ! তুমি শান্তি, তুমি আনন্দ। তুমি কাম্য, তুমি বন্দ্য। তুমি সকলো দুঃখৰ শেষ, তুমি সকলো সুখৰ শেষ। তুমি সকলো হীনৰ সম্মান, তুমি সকলো দীনৰ সম্পদ! তোমাৰে কৰুনাই কৰে ক্ষয়, জীৱনৰ যত ভুল বাসনাৰ ভয়। চিনিছো তোমাক চিৰ চিন্ময় একনাথ। নিৰঞ্জন কৰুণাঘন নিখিলেশ একনাথ— তুমি মোৰ, মই তোমাৰ।

সন্ত্ৰস্ত শ্বাপদৰ দৰে ধীৰে ধীৰে আঁতৰি যাবলৈ ধৰে অতিৰথ। অভিসাৰিকাৰ কুঞ্জকুটীৰৰ দ্বাৰলৈ নহয়; ই যে এক কামনাবিহীনা তপস্বিনীৰ পৰ্ণকুটীৰৰ দ্বাৰ। শুষ্কপত্ৰৰ প্ৰজ্বলন্ত শিখাই যেন দাবানলৰ জ্বালা লৈ উদ্ধত আকাঙ্ক্ষাচাৰী অতিৰথৰ বুকুৰ ভিতৰত এই মুহূৰ্তে প্ৰৱেশ কৰিব। ত্বৰিত পদে বনভূমি অতিক্ৰম কৰি গৈ থাকে অতিৰথ। পিঙ্গলাৰ গীতস্বৰ যেন কৰাল অগ্নিবাণৰ দৰে নৃপতি অতিৰথৰ পাছে পাছে দৌৰি আহিছে। দাৱানলদগ্ধ মদমাতঙ্গৰ দৰে সপ্তপৰ্ণ অটবীৰ অভ্যন্তৰৰ পৰা মুক্ত হবৰ কাৰণে দ্ৰুতপদে প্ৰস্থান কৰে অতিৰথে। আৰ্তনাদ কৰি উঠে— ক্ষমা কৰা তপস্বিনী।

বনোপান্তত প্ৰান্তৰপথত অপেক্ষমাণ ৰথৰ পৰা সাৰথি দৌৰি আহে— আজ্ঞা কৰক ৰাজ্যেশ্বৰ।

ৰথত আৰোহণ কৰি নৃপতি অতিৰথে কয়— ৰাজধানীৰ অভিমুখে নহয়, এই প্ৰান্তৰপথ ধৰি ৰথ চলাই থকা সাৰথি, যিমানদূৰ যাব পাৰি আৰু যেতিয়ালৈ এই নিশাৰ অৱসান নহয়।

সপ্তপৰ্ণ বনৰ সিদ্ধসাধিকাৰ গীতস্বৰ আৰু শুনা নাযায়। তথাপি ৰথৰ ওপৰত শান্ত হৈ বহি থাকিব পৰা নাছিল নৃপতি অতিৰথ। সেই দাৱদাহৰ জ্বালাই যেন নৃপতি অতিৰথৰ ত্ৰস্ত বক্ষৰ অস্থিবোৰক কঠিন বন্ধনেৰে বন্দী কৰি ৰাখিছে।

কৃষ্ণা দ্বাদশীৰ চন্দ্ৰমা পাণ্ডুৰ হৈ আহিছে। ম্লান জ্যোৎস্নালোকত দেখিবলৈ পোৱা যায় অদূৰত প্ৰশান্তসলিলা এখন নদী প্ৰৱাহিত হৈ আছে। নৃপতি অতিৰথে প্ৰশ্ন কৰে— এইখন নদীৰ নাম কি, সাৰথি?

—নীবাৰা। পুণ্যতোয়া নীবাৰা। পাতকীবিলাকে এই নদীৰ পানীত স্নান কৰি সিহঁতৰ প্ৰায়শ্চিত্ত ব্ৰত আৰম্ভ কৰে। বাসনা ক্ষয় কৰাৰ কাৰণে আৰু তপঃসাধনাৰ উদ্দেশ্যে বনযাত্ৰাৰ পূৰ্বে সংসাৰবিমুখ মানুহে এই নদীৰ পানীত স্নান কৰি শুচি হয়।

অতিৰথে ব্যস্ত হৈ কয়— ৰথ থমোৱা সাৰথি।

ৰথৰ পৰা অৱতৰণ কৰে নৃপতি অতিৰথে। মূৰৰ পৰা মুকুট সোলকাই ৰথৰ আসনৰ ওপৰত থয়।

সাৰথিয়ে ভীতকণ্ঠে চিঞৰি উঠে— ৰাজ্যেশ্বৰ!

নৃপতি অতিৰথে শান্তস্বৰে কয়— কথা নকবা সাৰথি, এই মুকুট লৈ ৰাজধানীলৈ উভতি যোৱা।

সাৰথিয়ে তথাপি প্ৰশ্ন কৰে— আৰু আপুনি?

—মোৰ আৰু উভতি যোৱাৰ পথ নাই, সাৰথি।

দুৰ গিৰিবক্ষৰ কুহেলিকা আৰু অৰণ্যৰ ছায়াৰেখাৰ ফালে সতৃষ্ণনয়নে চাই থাকে অতিৰথে, যেন এক তপস্যাৰ জগতে তেওঁক নীৰৱে আহ্বান কৰিছে।

ধীৰে ধীৰে অগ্ৰসৰ হৈ, সুশীতলা নীবাৰাৰ প্ৰসন্ন সলিলত স্নান কৰাৰ কাৰণে বোকাৰ ওপৰেদি গৈ থাকে তপস্যাভিলাষী অতিৰথ।

# জনক আৰু সুলভা

দূৰত মিথিলা নগৰী, দেখা যায় বিদেহৰাজ ধৰ্মধ্বজ জনকৰ নিবিড়ধৱল প্ৰাসাদৰ শিখৰকেতন। যেন এই প্ৰভাতৰ নৱাৰুণপ্ৰভা পান কৰিবৰ কাৰণে জাগ্ৰত বিহঙ্গমৰ দৰে চঞ্চল হৈ উঠিছে পৱনকম্পিত কেতনৰ মণিজাল। আৰু, মিথিলাৰ পুৰপ্ৰাচীৰৰ পৰা বহু দূৰৈত কাননভূভাগৰ নিভৃতত এক কুসুমিত কিংশুকৰ ছায়াত অচঞ্চল নেত্ৰে ৰক্তলাজানুৰঞ্জিত দিগ্‌ললাটৰ ফালে চাই থিয় হৈ আছে গেৰুৱাবস্ত্ৰপৰিহিতা এক সন্ন্যাসিনী, সন্ন্যাসিনী সুলভা।

নাজানে সন্ন্যাসিনী সুলভাই শেষ নিশাৰ নিয়ৰেৰে অভিষিক্ত কিংশুকৰ এটি মঞ্জৰী কেতিয়া বৃন্তচ্যুত হৈ তাইৰ জটাকীৰ্ণ ৰুক্ষ অলকস্তৱকৰ ওপৰত পৰিছে। বুজিব নোৱাৰে সুলভাই, ধ্যানস্তিমিত এই দেহৰ গেৰুৱা অচ্ছাদনৰ ওপৰত কেতিয়া বিন্দু বিন্দু পৰাগচিহ্ন অঙ্কিত কৰি থৈ গৈছে কুসুমৰজেৰে অন্ধীভূত চপল মধুপৰ দলে। ধীৰে ধীৰে অগ্ৰসৰ হৈ বনসৰসীৰ তটলৈ আহি থিয় হয় সন্ন্যাসিনী সুলভা। তাৰপিচত অঞ্জলিপুটে সলিল গ্ৰহণ কৰি মন্ত্ৰপাঠৰ কাৰণে প্ৰস্তুত হয়।

উপাসিকা সুলভাই, মুনিব্ৰতত দীক্ষিতা সুলভাই, সুকঠিন ব্ৰহ্মচৰ্যত অভ্যস্তা সুলভাই বিগত দহ বছৰ ধৰি এইদৰে তাইৰ কামনাহীন জীৱনৰ প্ৰতি প্ৰভাতত মন্ত্ৰ পাঠ কৰি আহিছে। সংসাৰ নিলয়ৰ সকলো ভোগ স্পৃহা আৰু অনুৰাগৰ বন্ধনৰ পৰা বহু দূৰলৈ আঁতৰি গৈছে সুলভাৰ জীৱন। ৰাজৰ্ষি প্ৰধানৰ কন্যা সুলভা, ক্ষত্ৰিয়াণী সুলভা আজি এই পৃথিৱীৰ এক বিষয়ৰাগৰহিতা সন্ন্যাসিনী মাত্ৰ। দহ বছৰৰ তপঃক্লেশ আৰু বৈৰাগ্য ভাবনাই ৰাজতনয়া সুলভাৰ চকুৰ সন্মুখত এক নতুন জগতৰ ৰূপ অনাবৃত কৰি দিছে। এই জগৎ তৃষ্ণাহীন আৰু বেদনাহীন এক জগৎ। ইয়াত সুখবোধ নাই, দুঃখবোধো নাই, উল্লাস নাই, ক্ৰন্দন নাই। সৰ্বত্যাগৰ আনন্দেৰে অভিমণ্ডিত এই জগতত সুখাসুখ, লাভালাভ আৰু পিয়াপ্ৰিয় জ্ঞানৰ দ্বন্দ্ব নাই, এই জীৱন শুদ্ধ আত্মজ্ঞানৰ আলোকেৰে ভাস্বৰিত জীৱন। অখণ্ড প্ৰশান্তিৰ জীৱন। দেহ থাকে, যৌৱনো থাকিব পাৰে,কিন্তু দেহ আৰু যৌৱনৰ কোনো অভিমানৰ বেদনাই এই জীৱন্মুক্ত জীৱনৰ প্ৰশান্তি ক্ষুণ্ণ কৰিব নোৱাৰে।

মোক্ষাভিলাষিণী সুলভাৰ জীৱনক তাইৰ এই পৰম এষণাই অহৰ্নিশ ব্যাকুল কৰি ৰাখিছে। পৰিব্ৰাজিকা সুলভাৰ দহোটা বছৰৰ প্ৰতি মুহূৰ্ত এই আত্মজ্ঞানৰ সন্ধানত ক্ষয় হৈ গৈছে। অনুভৱ কৰিছে সুলভাই, ইমানদিনে

যাতনাহীন হৈছে তাইৰ এই দেহ, অনেক আকাঙ্ক্ষা আৰু অনেক স্পৃহাত এদিন চঞ্চল হৈ উঠিছিল যি দেহ আৰু দেহৰ কল্লোলিত চঞ্চল যৌৱন। যেনেকৈ নিদাঘতপনৰ জ্বালা, তেনেকৈ শিশিৰৰজনীৰ হিমভাৰ পীড়িত বায়ুৰ দংশন এই দেহত বৰণ কৰি লৈ ধ্যানাসনত সুস্থিৰ হৈ বহি থাকিব পাৰে সুলভাই। তপ্ত ৰৌদ্ৰত আৰু জ্যোৎস্নাত কোনো প্ৰভেদ অনুভৱ নকৰে সন্ন্যাসিনী সুলভাৰ দেহে। এয়ে তো সেই দেহ, কিন্তু কল্পনা কৰিবলৈও বিস্ময় বোধ কৰে সুলভাই, আজি ক'লৈ গ'ল ৰাজপ্ৰাসাদৰ স্নেহ, আৰু গৰ্বত লালিত সেই দেহৰ বাসনাবিলাসিত নিশ্বাসবোৰ? কোনে জানে ক'ত চিৰকালৰ বাবে হেৰাই গৈছে সেই মঞ্জীৰিত চৰণৰ চঞ্চলতা ! এয়ে তো সেই দুই বাহু, কিন্তু কনককেয়ূৰে শোভিত হোৱাৰ কাৰণে আজি আৰু এই দুই বাহুত কোনো তৃষ্ণা নাই। শীতল সিতচন্দনৰ চিত্ৰকে চিত্ৰিত হৈছিল যি বক্ষঃফলক, আজি সেই বক্ষঃফলকত তপ্ত বনভূমিৰ ধূলি উৰি আহি ক্ষতচিহ্ন অঙ্কিত কৰে। কিন্তু তাৰ কাৰণে সুলভাৰ মনত কোনো ক্লেশ আৰু কোনো দুঃখ নজন্মে।

সেই কাৰণে আৰু অধিক বিস্মিত হৈ প্ৰশ্ন কৰে সুলভাই, তেনেহ'লে তাই জানো আজি ইমানদিনে সঁচাকৈয়ে এই সংসাৰৰ সকলো হিমতাপ ক্ষুধা পিপাসা আৰু কামনাক পৰাজয় কৰিব পাৰিছে? সন্ন্যাসিনীৰ জীৱনে জানো ইমানদিনে তাইৰ আত্মজ্ঞান বিচাৰি পাইছে ? কিন্তু কি আশ্চৰ্য, নিজৰেই মনৰ এই প্ৰশ্নৰ ভাষা শুনি সন্ন্যাসিনী সুলভাৰ মন হঠাৎ বিষণ্ণ হৈ উঠে। যদি সঁচাকৈয়ে তৃষ্ণাহীন হৈ গৈছে এই দেহ,তেনেহ'লে শান্ত নহয় কিয় এই মন? এই তপঃক্লিষ্ট দেহৰ ফালে চাই আজিও কিয় হঠাৎ ভয়ত বিহ্বল হৈ উঠে উপাসিকাৰ অক্ষিতাৰকা?

অঞ্জলিপুটে গৃহীত সলিলৰ পিনে চাই মন্ত্ৰপাঠ কৰিবলৈ গৈ আজিও অকস্মাৎ অন্যমনা হৈ পৰে আৰু মন্ত্ৰ পাহৰি যায় সুলভাই। অন্য দিনৰ দৰে আজিও নিজৰ এই ক্ষণবৈচিত্ত্যৰ ৰহস্য বুজিবলৈ নোৱাৰি বিষণ্ণ হয় সুলভা, কিন্তু পিচমুহূৰ্ততে চমকি উঠে।

দেখিবলৈ পাইছে সুলভাই আৰু বুজিবলৈও পাৰিছে সুলভাই, ক'ত আৰু কিয় তাইৰ এই দহ বছৰৰ কঠোৰ ব্ৰহ্মব্ৰত আৰু তপশ্চৰ্যাৰে গঠিত জীৱনত, যাতনাবোধহীন এই বক্ষঃফলকৰ অন্তৰালত এটি বেদনা অভিমানকুণ্ঠিত নিশ্বাসৰ দৰে লুকাই আছে। সন্ন্যাসিনী সুলভাই তাইৰ যি হাতত মন্ত্ৰপূত সলিল ধাৰণ কৰি আছে, সেই হাতত অঙ্কিত আছে অতীতৰ এক

মন্ত্ৰপূত সলিল ধাৰণ কৰি আছে, সেই হাতত অঙ্কিত আছে অতীতৰ এক ক্ষতৰেখাৰ চিহ্ন,যেন কমলপত্ৰৰ ওপৰত বিগত দিৱসৰ এক শিলাৰে আঘাতৰ স্মৃতি। দহ বছৰ আগতে জীৱনৰ এক আশাভঙ্গৰ বেদনা সহ্য কৰিব নোৱাৰি ৰাজৰ্ষি প্ৰধানৰ কন্যা মানিনী সুলভাৰ অন্তৰ তাইৰ নিজৰে ৰূপ আৰু যৌৱনৰ বিৰুদ্ধে ক্ষুব্ধ হৈ উঠিছিল। নিজৰ হাতৰ পুষ্পমাল্য নিজে ছিন্ন কৰি ভূতলত নিক্ষেপ কৰিছিল সুলভাই! আৰু, সেই পুষ্পমাল্যয়ো যেন আহত ভুজঙ্গৰ দৰে এটি চকিত দংশনত ৰাজতনয়াৰ কৰকমলত ৰুধিৰবিন্দু স্ফুটিত কৰি ভূতলত লুটি খাই পৰিছিল। সেই ক্ষত আজি আৰু নাই, সেই ক্ষতৰ জ্বালাও কেতিয়াবাই নিশ্চিহ্ন হৈছে, কেৱল আছে সেই ক্ষতৰ এটি স্মৃতিচিহ্নৰেখা।

ৰাজৰ্ষি প্ৰধানে তেওঁৰ কন্যা সুলভাৰ কাৰণে এবাৰ এবাৰকৈ তিনিবাৰ স্বয়ম্বৰসভা আহ্বান কৰিছিল। চন্দ্ৰোদয়ত বিলোল সমুদ্ৰতীৰৰ দৰে অঙ্গে অঙ্গে যৌৱনকল্লোলিত ৰূপ আৰু শোভা লৈ কুমাৰী সুলভাই তাইৰ জীৱনৰ চিৰসঙ্গী আহ্বানৰ আশাত যি পুষ্পমালিকাক সাদৰ চুম্বনেৰে চঞ্চলিত কৰি ৰাখিছিল, সেই মালিকা কণ্ঠত ধাৰণ কৰিব পাৰে, এনে কোনো যোগ্যজন বিচাৰি নাপালে ৰাজৰ্ষি প্ৰধানে। আহিছিল কত শত ক্ষত্ৰিয় কুমাৰ, ৰাজৰ্ষি প্ৰধানৰ বিবেচনাত সিহঁতৰ মাজত এজনো কিন্তু তেওঁৰ কন্যা সুলভাৰ স্বয়ম্বৰ সভাত প্ৰবেশলাভ কৰিবৰ যোগ্য নাছিল। সুলভাৰ পাণিপ্ৰাৰ্থী কুমাৰহঁতে সুলভাৰ পাণিগ্ৰহণৰ অযোগ্য বুলি ধিক্কৃত হৈ স্বয়ম্বৰ সভাৰ প্ৰবেশপথৰ পৰা উভতি গৈছিল।

সকলোৱে অযোগ্য, কিন্তু বিদেহৰাজ জনক তো অযোগ্য নহয়। ৰাজৰ্ষি প্ৰধানৰ কন্যা সুলভাৰ স্বয়ম্বৰ সভাৰ কথা তো তেৰোঁ শুনিবলৈ পাইছে। ফুল্লযৌৱনা সুলভাৰ সেই ৰূপৰ কাহিনী শুনিবলৈ পাইছে জনকে, যি ৰূপৰ প্ৰভাত ৰাজৰ্ষি প্ৰধানৰ প্ৰাসাদৰ সকলো মণিদীপৰ দ্যুতিও ম্লান হৈ যায়। সুলভাৰ স্বয়ম্বৰ সভাত উপস্থিত হ'বৰ কাৰণে সাদৰে নিমন্ত্ৰণী পত্ৰ বিদেহৰাজ জনকৰ ওচৰত কিমানবাৰ প্ৰেৰিত হৈছে। কিন্তু নাহিল জনক।

জানিছে সুলভাই, জানিছে ৰাজৰ্ষি প্ৰধানে, আৰু যিয়েই নাহক, আহিব পৰা নাই জনক। বিষয়কামনাৰহিত মোক্ষব্ৰত নিষ্কাম আৰু আত্মজ্ঞানী জনক এই জগতৰ কোনো ৰূপোত্তমা নাৰীৰ বৰমাল্য লাভৰ কাৰণে প্ৰলুব্ধ হ'ব নোৱাৰে।

এবাৰ এবাৰকৈ তিনিবাৰ। বৃথাই কেৱল প্ৰতীক্ষা কল্পনা আৰু হৃদয়চাঞ্চল্য সহ্য কৰে কুমাৰী সুলভাৰ হাতৰ বৰমাল্যই। বাষ্পাভিভূত হয়

পিতাক প্ৰধানৰো চকু। কিন্তু কেৱল এবাৰ এবাৰকৈ তিনিবাৰ, তাৰপিচত আৰু নহয়। শেষ স্বয়ম্বৰ সভাৰ শূন্য কক্ষত একাকিনী থিয় হৈ কেৱল চাই থাকে সুলভাই, অপৰাহ্নৰ আকাশবক্ষৰ পৰা ধীৰে ধীৰে বিলীন হৈ গ'ল ক্লান্ত দিৱসৰ সৌৰকৰপ্ৰভা; সন্ধ্যাৰ ৰক্তৰাগ ফুটি উঠিল শান্ত চিতানলদ্যুতিৰ নিচিনা, তাৰপিচতেই পৌৰ্ণমাসী ৰজনীৰ পূৰ্ণ শশধৰ। কিন্তু মনত খেলায় সুলভাৰ, তাইৰ জীৱনৰ এটি ব্যৰ্থতাৰ বেদনা যেন পূৰ্ণকলাৰ ৰূপ গ্ৰহণ কৰি আকাশত ফুটি উঠিছে। বৰমাল্য ছিন্ন কৰি ভূতলত নিক্ষেপ কৰে সুলভাই। মাল্যসূত্ৰৰ খৰস্পৰ্শত ক্ষতাক্ত হয় সুলভাৰ কৰতল।

ৰাজৰ্ষি প্ৰধান আহি কম্পিত স্বৰে প্ৰশ্ন কৰে— এয়া কি কৰিলা কন্যা?

সুলভা— আৰু এই বৃথা প্ৰতীক্ষাৰ জীৱন সহ্য কৰিবলৈ ইচ্ছা নকৰোঁ পিতা।

ৰাজৰ্ষি প্ৰধানে অশ্ৰুসজল চকু তুলি প্ৰশ্ন কৰে— বৃথা প্ৰতীক্ষা কিয় বুলিছা?

সুলভা— বুজিছো পিতা, মোৰ অদৃষ্টই বিচাৰে যে, মোৰ হাতৰ বৰমাল্য যেন মোৰ হাততে শুকাই শেষ হৈ যায়। এবাৰ এবাৰকৈ তিনিবাৰ ব্যৰ্থ হৈছে মোৰ প্ৰতীক্ষা। মোক আৰু এই উপহাস সহ্য কৰিবলৈ নক'ব।

কিছুসময় মনে মনে থাকে ৰাজৰ্ষি প্ৰধান। তাৰপিচতেই ব্যথিত স্বৰে কয়— তেনেহ'লে তুমি জানো চিৰ কুমাৰী হৈ জীৱনাতিপাত কৰিবলৈ ইচ্ছা কৰা?

সুলভা— হয়, পিতা।

আকৌ কিছুসময় নীৰৱে কিবা যেন চিন্তা কৰে ৰাজৰ্ষি প্ৰধানে। পিচ মুহূৰ্ততে তেওঁৰ বিষাদমেদুৰ দুই চকুৰ দৃষ্টি হঠাৎ দীপ্ত হৈ উঠে। ৰাজৰ্ষি প্ৰধানে কয়— মোৰ কুলযশৰ কথা জানো তুমি নাজানা?

সুলভা— জানো পিতা, আপুনি সকলো ক্ষত্ৰিয়ৰ সন্মান আৰু শ্ৰদ্ধাৰ আস্পদ। আপুনি ৰাজৰ্ষি, আপোনাৰ পূৰ্বপুৰুষৰ অনুষ্ঠিত যজ্ঞকৰ্মত স্বয়ং সুৰপতি ইন্দ্ৰও উপস্থিত আছিল। মই সেই যজ্ঞনিষ্ঠ ক্ষত্ৰকুলৰ কন্যা।

ৰাজৰ্ষি প্ৰধান— সেই কন্যাই যদি চিৰকুমাৰীৰ জীৱন যাপন কৰে, তেনেহ'লে সকলো সমাজত এই বংশৰ অপযশ প্ৰচাৰিত নহ'ব জানো কন্যা?

পিতাকৰ প্ৰশ্ন শুনি অকস্মাৎ সন্ত্ৰস্তৰ দৰে চমকি উঠিলেও ধীৰ দৃষ্টি তুলি শান্তস্বৰে সোধে সুলভাই— আপুনি কি ক'বলৈ বিচাৰিছে পিতা? চিৰকুমাৰী হৈ

বাচি থকাৰ পৰিৱৰ্তে আপোনাৰ কন্যাই যদি এতিয়াই মৃত্যু বৰণ কৰে, তেনেহ'লে জানো আপোনাৰ কুলখ্যাতি অক্ষুণ্ণ থাকিব?

ৰাজৰ্ষি প্ৰধানে ব্যথাবিব্ৰত স্বৰে কয়— নাই কন্যা, তোমাৰ পিতাৰাক ইমান নিষ্ঠুৰ বুলি নাভাবিবা।

অশ্ৰুপ্লাৱিত হয় সুলভাৰ নয়নযুগল— মোৰ ৰূঢ় ভাষণৰ অপৰাধ ক্ষমা কৰক পিতা, আৰু আদেশ কৰক মোক; কওক, কি কৰিলে আপোনাৰ কুলখ্যাতি ক্ষুণ্ণ নহ'ব।

ৰাজৰ্ষি প্ৰধান— তুমি মোৰ কুলখ্যাতি বৃদ্ধি কৰা কন্যা।

সুলভা— কওক, তাৰ কাৰণে কি কৰিব লাগিব?

ৰাজৰ্ষি প্ৰধান— তুমি ব্ৰহ্মব্ৰত গ্ৰহণ কৰাঁ। বিষয়সংসৰ্গৰ পৰা মুক্ত হৈ আত্মজ্ঞান লাভ কৰা তুমি। ভৱিষ্যতৰ মানুহৰ মুখে মুখে তোমাৰ পিতৃকুলৰ এই সুযশ কীৰ্তিগাথা হৈ ধ্বনিত হ'ব, মোক্ষপথৰ পথিক হৈছিল আৰু আত্মসিদ্ধি লাভ কৰিছিল ক্ষত্ৰিয় প্ৰধানৰ কুমাৰী কন্যা ব্ৰহ্মবাদিনী সুলভাই। মোৰ ইচ্ছা, সাত্ত্বিকা হোৱা তুমি, পৰম জ্ঞানৰ দ্বাৰা প্ৰশান্ত হওক তোমাৰ জীৱন। সুখাকাঙ্ক্ষাৰহিত এখন জগতৰ পথত পৰিব্ৰাজিকা হোৱাঁ তুমি।

ৰাজৰ্ষি প্ৰধানৰ মুখৰ পৰা যেন মন্ত্ৰধ্বনিৰ দৰে এক নতুন জীৱনৰ পৰিচয় বাণী শুনিবলৈ পাইছে সুলভাই। উৎকৰ্ণ হৈ শুনি শুনি প্ৰসন্ন হৈ উঠে সুলভাৰ নয়নৰ দৃষ্টি। সুলভাই কয়— সেয়ে হওক, পিতা।

তাৰপিচত দীঘ দহোটি বছৰ। ব্ৰহ্মচাৰিণী সুলভাৰ জীৱন তপস্যা আৰু পৰিব্ৰজ্যাত অতিবাহিত হৈছে। তথাপি আজি বিদেহ ৰাজ্যৰ এই বনসৰসীৰ জনহীন তটত বহি সুলভাই তাইৰ অঞ্জলিপুটে গৃহীত সলিলৰ পিনে চাওঁতে দেখিবলৈ পায়, দহ বছৰ আগৰ সেই ঘটনাৰ স্মৃতি ধাৰণ কৰি আজিও আছে তাইৰ কৰতলৰ সেই ক্ষতৰেখাৰ চিহ্ন, ছিন্ন বৰমাল্যৰ সেই চকিত দংশনৰ চিহ্ন।

অঞ্জলিপুটে গৃহীত সলিল বনসৰসীৰ বক্ষত নিক্ষেপ কৰি উঠি থিয় হয় সন্ন্যাসিনী সুলভা। কি ভয়ঙ্কৰ এই চিহ্নৰ প্ৰাণ, যি চিহ্নই আজিও তাইৰ মনৰ মন্ত্ৰমালা ছিন্ন কৰি দিয়ে! সন্দেহ হয় সুলভাৰই জানো সঁচাই জ্ঞানাৰ্থিকা পৰিব্ৰাজিকাৰ জীৱন, অথবা নিজৰেই মনৰ এক অভিমানৰ বেদনাত সুখৰ প্ৰাসাদৰ পৰা পলতকা এক বনচাৰিণীৰ জীৱন?

পুনৰ সলিল গ্ৰহণ কৰিবৰ কাৰণে অঞ্জলি প্ৰসাৰিত কৰি বনসৰসীৰ সলিলৰ পিনে নিমাত মস্তকে চাবলৈ ধৰোঁতে আৰ্তনাদ কৰি উঠে সুলভাই— ই কি!

নিজৰেই সুন্দৰ মুখৰ প্ৰতিবিম্ব দেখিবলৈ পাই চমকি উঠে সুলভা। কৰৱীত কিংশুকমঞ্জৰীৰ গুচ্ছ। সন্ন্যাসিনীৰ তপঃক্লিষ্ট মুখৰ প্ৰতিবিম্ব নহয়, যেন এক অভিসাৰিকাৰ বিহ্বল মুখচ্ছৱি বনসৰসীৰ সলিলত ভাহিছে। কৰৱীত কিংশুকমঞ্জৰীৰ গুচ্ছ পিন্ধাই দিছে কোনে জানে কোন ভুলৰ দেৱতাই। নিজৰ দেহৰ ফালে চাবলৈ গৈ আৰু বিস্মিত হয় সুলভা, সন্ন্যাসিনীৰ গৈৰিক বসনৰ ওপৰত ক্ষুদ্ৰ ক্ষুদ্ৰ পৰাগধূলি চিত্ৰিত হৈ আছে।

বিষয়সংসৰ্গৰ পৰা পলাতকা আৰু আত্মজ্ঞানসাধিকা এক ব্ৰহ্মচাৰিণীৰ জীৱন লৈ আজি এই বিদ্ৰূপৰ খেলা খেলিছে অদৃষ্টৰ কোন অভিশাপে? সেই কাৰণেই নেকি তাইৰ জীৱনে আজিও বিচাৰি নাপালে পৰম প্ৰশান্তি? সচাঁকৈয়ে জানো সন্ন্যাসিনী সুলভা আজিও গৈৰিক বস্ত্ৰেৰে আচ্ছাদিত এটি অভিমান মাত্ৰ? জ্ঞানান্বেষিনীৰ এই দহ বছৰৰ পৰিব্ৰজ্যা জানো কেৱল এক কণ্টকক্ষতবিব্ৰত অভিসাৰ?

বনসৰসীৰ তটৰ পৰা উঠি, ধীৰে ধীৰে পুনৰ কিংশুকতৰুৰ ছায়ালৈ আহি থিয় হয় সুলভা। বনবিহগৰ কলকূজনত প্ৰভাতবায়ু মুখৰিত হয়।মনত ভাব হয় সুলভাৰ, এই কলকূজন যেন এক আৰ্তস্বৰ; যেন এক শমীবৃক্ষৰ অন্তৰত সুগুপ্ত পাৱকশিখাৰ আভাস দেখিবলৈ পাই সন্ত্ৰস্ত হৈ উঠিছে বনভূমি। বুজিবলৈ পাৰে সুলভাই, দহ বছৰ পিচত আজি নিজৰ অন্তৰৰ পিনে চাবলৈ গৈ সন্ত্ৰস্ত হৈ উঠিছে সন্ন্যাসিনীৰ প্ৰাণ। পৰিব্ৰাজিকাই আজি নিজৰেই অজ্ঞাত মনৰ ইঙ্গিতত অভিসাৰিকাৰ দৰে মিথিলা নগৰীৰ উপান্তত এই বনভূভাগৰ এক কিংশুকৰ ছায়াতলৈ আহি থিয় হৈ আছে।

ইয়ালৈ কিয় আহিছে সুলভা? মিথিলা নগৰীৰ নিবিড়ধৱল ৰাজপ্ৰাসাদৰ শিখৰকেতনৰ ফালে নিষ্পলক নয়ন তুলি কিয় চাই থাকে সুলভাই? কিয় বাৰে বাৰে অকাৰণে ধ্যান ভঙ্গ হয়? বহু জনপদ, বহু আশ্ৰম, বহু ঋষিকুটীৰ, বহু তপোবন আৰু বহু তীৰ্থভূমি অতিক্ৰম কৰি অগ্ৰসৰ হৈছে যি পৰিব্ৰাজিকাৰ জীৱন, তাইৰ চৰণে কিয় বিদেহ ৰাজ্যৰ এক কিংশুকৰ ছায়া শ্ৰয়ত আহি ক্লান্তি বোধ কৰে?

দুহাতেৰে অশ্ৰুসিক্ত নয়ন আবৃত কৰে সুলভাই। বুজিবলৈ পাৰে সুলভাই, মিথিলা নগৰীৰ সৌ নিবিড়ধৱল প্ৰাসাদৰ অন্তৰ পৰীক্ষা কৰিবৰ কাৰণে এক অদ্ভুত তৃষ্ণা বক্ষত লৈ এই কিংশুকৰ ছায়াত তাই থিয় হৈ আছে। সেই প্ৰাসাদত বাস কৰে বিদেহাধিপতি ধৰ্মধ্বজ জনক, বেদজ্ঞ ক্ষত্ৰিয় জনক, মহাত্মা পঞ্চশিখৰ শিষ্য জনক। সাংখ্যজ্ঞান যোগ আৰু নিষ্কাম যজ্ঞ, এই ত্ৰিবিধ মোক্ষতত্ত্ব অৱলম্বন কৰি আৰু পৰব্ৰহ্মত চিত্ত সমৰ্পণ কৰি বিষয়ৰাগবিহীন

নৃপতি জনক বিষয়াদিৰ মাজত বিশুদ্ধ বৈৰাগ্য লৈ অৱস্থান কৰিছে। তেওঁ আত্মজ্ঞানী, তেওঁ বিমুক্ত, তেওঁ নির্লিপ্ত। ভর্জিত বীজে যেনেকৈ সলিলসিক্ত হলেও অঙ্কুৰ উৎপাদন নকৰে, জনকেও তেনেকৈ বন্ধনৰ আয়তনস্বৰূপ তেওঁৰ এই ধর্মার্থকামসঙ্কুল ৰাজকীয়তাৰ মাজতে মুক্তসঙ্গ অৱস্থাত জীৱনযাপন কৰিছে।

দেখিবলৈ ইচ্ছা কৰে, এই আত্মজ্ঞানী জনকৰ বৈৰাগ্যভাৱনাত অনুলিপ্ত দুটি নয়নৰ ৰূপ। জানিবলৈ ইচ্ছাকৰে, দিনৰজনীৰ কোনো মুহূর্তত মনৰ কোনো চিন্তাৰ ভুলত ছিন্ন হৈ নাযায় জ্ঞানী জনকৰ মন্ত্ৰমালা? সচাঁকৈয়ে জানো লোষ্ট্র আৰু কাঞ্চনত সমজ্ঞান লাভ কৰিছে বিপুল ৰত্নৰ অধিপতি জনকে? কেনেকুৱা সেই বীতৰাগ পুৰুষৰ বক্ষ, যি বক্ষৰ নিশ্বাসত অনুৰাগ নাই, ঘৃণাও নাই?

ইমানদিনে বুজিব পৰা নাছিল, আজি বুজিব পাৰিছে সুলভাই, আত্মজ্ঞানী জনকক চাবৰ কাৰণে যি দুর্বাৰ কৌতূহল তাইৰ তপঃক্লিষ্ট মনৰ আকাশত সুপ্ৰভ তাৰকাৰ দৰে গোপনে ফুটি উঠিছিল, সেই কৌতূহল আজিও ফুটি আছে। নৃপতি জনকৰ জীৱন কাহিনীয়ে সুলভাৰ কল্পনাত এক অদ্ভুত মোহ সঞ্চাৰিত কৰিছে। সিক্ত নয়ন গেৰুৱা বসনৰ অঞ্চলেৰে মচি লৈ মনে মনে আজি স্বীকাৰ কৰে সুলভাই, জনক নামে এটি জীৱনৰ ৰূপ চাবৰ কাৰণেইপৰিব্ৰাজিকা সন্ন্যাসিনায়ে আজি অভিসাৰিকাৰ আগ্ৰহ লৈ বিদেহৰাজ্যৰ এই কিংশুকতৰুৰ আশ্ৰয়ত আহি থিয় হৈছেহি।

আৰু দ্বিধা নকৰে সুলভাই। ধীৰে ধীৰে অগ্ৰসৰ হয়। পাচত পৰি থাকে কিংশুকৰ ছায়া। নিবিড়ধৱল প্ৰাসাদৰ শিখৰকেতনৰ পিনে লক্ষ্য ৰাখি বনপথ অতিক্ৰম কৰি গৈ থাকে সুলভা। দেখিলে মনত ভাব হয়, যেন এক কান্ত বিয়োগ বিধুৰ চক্ৰবাকীয়ে নিশা পথ ভুল কৰি মিথিলাধীশ জনকৰ এই সভাভৱনৰ অভ্যান্তৰলৈ লৰি আহিছে।

**সন্ন্যাসিনী সুলভা সভাস্থলত প্ৰৱেশ কৰা মাত্ৰকে বিস্ময়াৱিষ্ট নেত্ৰে চাই থাকে নৃপতি জনকে। বুজিব নোৱাৰে, এই নাৰী সঁচাকৈয়ে জানো বিষয় ৰাগৰহিতা এক সন্ন্যাসিনী, অথবা দয়িতবাহুবিচ্যুতা এক বিৰহিণী প্ৰেমিকা? দীর্ঘকালৰ তপঃশ্ৰমৰ ক্লান্তি অঙ্কিত হৈ আছে এই বৰযৌৱনা নাৰীৰ নয়নত, যেন কিৰাতধাৱিতা কুৰঙ্গীৰ বেদনার্ত নয়ন। জটাকীর্ণ হৈছে নাৰীৰ কুন্তলকলাপ, কিন্তু এই পৰিব্ৰাজিকাৰ পথক্লেশত অভিভূত দুই চৰণৰ নখমণিৰ পৰা যেন জ্যোৎস্না স্ফুৰিত হয়। মনত ভাব হয়, এক আতপতাপিতা কেতেকীৰ দেহ স্নিগ্ধ ছায়াৰ অনুসন্ধানত এই পৃথিৱীৰ পথত দৌৰি দৌৰি ক্লান্ত হৈ দিশ হেৰাই ভুল কৰি সভাস্থললৈ আহি থিয় হৈছেহি।**

**বিনম্ৰ বচনে শ্ৰদ্ধা নিবেদন কৰে জনকে। স্বাগত সম্ভাষণ জ্ঞাপন কৰি আগন্তুকাৰ পৰিচয় জানিবলৈ —ইচ্ছা প্ৰকাশ কৰে। —বোধ হয়, আপুনি**

সকলো ভোগসুখস্পৃহা ত্যাগ কৰি আত্মজ্ঞানৰ সন্ধানত সন্ন্যাসিনী হৈছে। কওক, বিদেহাধিপতি জনকৰ এই ৰাজসভাস্থললৈ আপোনাৰ শুভাগমনৰ হেতু কি?

সুলভাই কয়—আপোনাক চোৱাৰ ইচ্ছা।

বিব্ৰত বোধ কৰে জনকে— আপোনাৰ এই ইচ্ছাৰ হেতু বা কি?

সুলভা— মোৰ মনৰ এটি আশা সফল হ'ব,এই বিশ্বাস লৈ আপোনাক চাবলৈ আহিছো, মিথিলেশ ৰাজৰ্ষি।

জনকে বিস্মিত হৈ কয়— মোক দেখি আপোনাৰ মনৰ এটি আশা সফল হ'ব, আপোনাৰ মনৰ ই কেনে বিচিত্ৰ ভাবনা, সন্ন্যাসিনী!

সুলভা— আত্মজ্ঞানী জনকৰ, মোক্ষধৰ্মানুব্ৰত জনকৰ বৈৰাগ্যভাবিত দুটি নয়নৰ দৃষ্টি চাই মাথো বিস্মিত হৈ মই উভতি যাবলৈ বিচাৰোঁ। ইয়াৰ বাহিৰে আন কোনো ইচ্ছা লৈ আপোনাৰ সমীপত অহা নাই এই পৰিব্ৰাজিকা সন্ন্যাসিনী।

নৃপতি জনকে প্ৰশ্ন কৰে— আপোনাৰ মনত জানো কিবা সংশয় আছে যে, মিথিলাপতি জনকৰ জীৱন সচাঁকৈয়ে কামনাবিহীন বিমুক্তৰ জীৱন নহয়।

সুলভা— সন্দেহ কৰিবলৈ ইচ্ছা নকৰে, বিদেহৰাজ।

নৃপতি জনকে কয়— আপোনাৰ এই কথাই প্ৰমাণিত কৰিছে যে, আপোনাৰ মনত সন্দেহ আছে।

ভাববিচলিত সাগ্ৰহ স্বৰে অনুৰোধ কৰে সুলভাই।— সন্ন্যাসিনীৰ সেই সন্দেহ দূৰ কৰি দিয়ক।

**যেন ক্লান্ত জীৱনৰ ভাৰ নিবেদন কৰিছে সুলভাই। কিযে এক গূঢ় বেদনা বিহ্বল দৃস্টি লৈ নৃপতি জনকৰ মুখৰ পিনে চাই থাকে সুলভাই। যেন জনকৰ সৌ বিশাল বক্ষঃপটৰ ওপৰত লুটি খাই পৰি শান্ত হ'বলৈ বিচাৰে সুলভাৰ জটাকীৰ্ণ কুন্তলৰ বেদনাই। কামনাবিহীন সৌ জ্ঞানীৰ বদনসন্নিধানলৈ গৈ আত্মহাৰা হ'বলৈ বিচাৰে সুলভাৰ অধৰসুষমাই। দেখি মনত ভাব হয়,অকস্মাৎ এক প্ৰণয় মহোৎসৱৰ উচ্ছাস আহি শিহৰিত কৰিছে সন্ন্যাসিনীৰ গেৰুৱা বসনৰ অঞ্চল। দহ বছৰ আগৰ এক পৌৰ্ণমাসী সন্ধ্যাৰ এটি তৃষ্ণা যেন অদৃশ্য বৰমাল্যৰ দৰে সুলভাৰ হাতত চঞ্চল হৈ দুলিছে। স্বয়ম্বৰা নায়িকাৰ দৰে প্ৰেমবিধূৰ নেত্ৰে জনকৰ মুখৰ ফালে চাই থাকে সুলভাই।**

**মুগ্ধ জনকৰ বিৱশ দৃষ্টি হঠাৎ চমকি উঠে। সন্ত্ৰস্তৰ দৰে বিচলিত কণ্ঠস্বৰে**

যেন প্ৰচ্ছন্ন এক ভৰ্ৎসনাৰ ভাষা ধ্বনিত কৰে জনকে। — ই কি সন্ন্যাসিনী, ই কেনে ধৰণৰ আচৰণ?

সুলভা— আপুনি বিচলিত হ'ল কিয়?

জনক— মোৰ সন্দেহ হয় সন্ন্যাসিনী, তুমি সন্ন্যাসিনী নাহোৱা।

নৃপতি জনকৰ এই ভৰ্ৎসনাক প্ৰশান্ত চিত্তে বৰণ কৰি লোৱাৰ কাৰণেই নীৰৱে মূৰ দোঁৱাই থিয় হৈ থাকে সুলভা। নিজৰ হৃদয় সম্বন্ধে সুলভাৰ মনত আৰু কোনো সন্দেহ নাই। উপলব্ধি কৰিছে সুলভাই, সন্ন্যাসিনী সুলভাৰ এই জীৱন এক সবাসনা অভিসাৰিকাৰ জীৱন মাত্ৰ। সুলভাৰ এই প্ৰাণ এক পাৰমাৰ্থিকৰ প্ৰাণ নহয়, জগতৰ এক প্ৰেমাৰ্থিকা নাৰীৰ প্ৰাণ মাত্ৰ। সুদীৰ্ঘ দহ বছৰ ধৰি গৈৰিক বসনৰ বন্ধনৰ বেদনাত মাথো নীৰৱে আৰ্তনাদ কৰিছে এক ছিন্ন বৰমাল্যৰ অভিমানে। ভৰ্ৎসনা নহয়, যেন এক অতি কঠোৰ সত্যৰ ঘোষণাক অন্তৰৰ সকলো তৃষ্ণা সহকাৰে স্নিগ্ধ আকাশবাণীৰ দৰে গ্ৰহণ কৰিছে সুলভাই। নিজৰ ওচৰত ধৰা পৰি গৈছে সুলভা, ভালেই হৈছে। আৰু বেছি ভাল লাগে সৌ কান্তিমান সৌম্য আৰু সত্তম পুৰুষৰ বিস্মিত দুটি সুন্দৰ চকুৰ ওচৰত নিজকে ধৰা পেলাই দি।

সুলভাই কয়— আপোনাৰ সন্দেহ মিথ্যা নহয়। কিন্তু সেই সন্দেহত বিচলিত হ'ব কিয় বিমুক্ত মোক্ষধৰ্মানুব্ৰত আত্মজ্ঞানী জনকৰ মন?

নীৰৱ হয় জনক। তাৰপিচত শান্তভাৱে সুলভাৰ মুখৰ পিনে চাই কয়— আপুনি ঠিকেই কৈছে সন্ন্যাসিনী, কিন্তু মোৰ অনুৰোধ, আপুনি বিদায় গ্ৰহণ কৰক।

সুলভাৰ অধৰত সুন্দৰ হাস্যৰেখা শিহৰিত হৈ ফুটি উঠে।- মোৰ সান্নিধ্যক ইমান ভয় কিয়, নৃপতি জনক? লোষ্ট্ৰ আৰু কাঞ্চনত যিজনাৰ সমজ্ঞান তেখেতে কিয় এক প্ৰগল্‌ভা নাৰীৰ চকুৰ দৃষ্টিক ইমান ভয় কৰিব? আপোনাৰ মনত এই বিকাৰ কিয় অবিকাৰ হৃদয় আত্মজ্ঞানী?

কি কঠোৰ ভৰ্ৎসনা! সুলভাৰ সুন্দৰ হাস্যবিভ্ৰমত শিহৰিত এই প্ৰশ্নৰ আঘাতত তৎক্ষণাৎ আৰ্ত হৈ যায় নৃপতি জনকৰ বক্ষৰ স্পন্দন। কোন এই নাৰী, যি আজি বিপুল কৌতুকমদে মত্ত হৈ নৃপতি জনকৰ বক্ষৰ। নৃভৃতত সঞ্চিত আত্মবিশ্বাসৰ তন্তুবোৰ ছিন্নভিন্ন কৰিছে? কোন এই নিলাজী নাৰী যি আজি প্ৰেমাভিলাষিণী নায়িকাৰ দৰে অধৰদ্যুতি বিকশিত কৰি জনকৰ অন্তৰ পটত মনোহাৰিণী মোহচ্ছবি মুদ্ৰিত কৰি দিছে? ই জানো এক মায়াবিনীৰ মায়াকেলি, অথবা, এক সাত্ত্বিকাৰ যোগবলৰ লীলা। অনুভৱ কৰে জনকে, তেওঁৰ দুই চক্ষুৰ দৃষ্টিক মুগ্ধ কৰিছে, তেওঁৰ কল্পনাক অভিভূত কৰিছে, তেওঁৰ বাসনাবিহীন চিত্তৰ শূন্য গহনত কামনাময় পৰাগধূলিৰ ধুমুহা সঞ্চাৰিত কৰিছে এই নাৰীয়ে।

সুলভাৰ ওচৰলৈ আগুৱাই আহি মৃদুস্বৰে কয় জনকে— মোৰ এটি অনুৰোধ ৰক্ষা কৰাঁ, গৈৰিক বসন পৰিহিতা কামিনী?

সুলভা— কওক।

জনক— তোমাৰ এই ভয়ংকৰ মায়াকৌতুক প্ৰত্যাহাৰ কৰি শান্তচিত্তে বিদায় গ্ৰহণ কৰা।

সুলভা— আপুনি জানো মোক শান্তচিত্তে বিদায় দিব পাৰিব,নৃপতি জনক?

জনক— অৱশ্যে পাৰিম।

সুলভা— তেনেহ'লে বিদায় ললো।

যাবলৈ ধৰে সুলভাই। হয়, বিশ্বাস কৰে সুলভাই,শান্তচিত্তে সুলভাক বিদায় দিব পাৰিব জনকে, কাৰণ শান্তি আছে জনকৰ মনত। নিজকে এতিয়াও চিনিবলৈ পৰা নাই এই আত্মজ্ঞানীয়ে, আৰু নিজৰে হৃদয়ৰ এক অন্ধকাৰৰ সান্ত্বনাত শান্ত হৈ আছে।

জনকে কয়— তুমি কৈ যোৱা, তোমাৰ মনত কোনো দঃখ ৰৈ নগ'ল তো?

থমকি ৰৈ মিচিকিয়া হাঁহি এটা মাৰে সুলভাই— আকৌ এই প্ৰশ্ন কিয় মিথিলেশ? ই যে প্ৰেমিকোচিত হৃদয়ৰ কৌতুহল, ই যে প্ৰণয়ানুৰাগী পুৰুষৰ মুখৰ ভাষা!

নীৰৱে থিয় হৈ থাকে জনক, আৰু সন্ন্যাসিনী সুলভা ধীৰে ধীৰে সভাস্থলৰ পৰা অগ্ৰসৰ হৈ ভৱনোপবনৰ বীথিকাৰ ওচৰত থিয় হয়। নিশব্দে কেৱল চাই থাকে জনকে। গেৰুৱা বসনেৰে আবৃতদেহা কোন সেই নাৰী, কিংশুকমঞ্জৰীৰ দ্যুতিৰে ৰচিত যাৰ মুখৰুচি? বিহ্বল নয়নভঙ্গীৰ মায়া বিচ্ছুৰিত কৰি গুচি গ'ল নাৰী, কিন্তু জানি নগ'ল, তাইক বিদায় দি মহাত্মা পঞ্চশিখৰ শিষ্য অৰু তত্ত্বজ্ঞ এই জনকৰ হৃৎপিণ্ডৰ নিভৃতত সঁচাই অদ্ভুত এক বেদনা বাজি উঠিছে।

— শুনি যোৱা ৰহস্যময়ী! সভাস্থলৰ পৰা দৌৰি ওলাই গৈ উপবনৰ বীথিকাৰ ফালে চাই আহ্বান কৰে জনকে। ৰয় সুলভা। যেন এই ব্যাকুল আহ্বানৰ অৰ্থ বুজিবৰ কাৰণে মুখ ঘুৰাই চায়। নৃপতি জনকে ব্যস্তভাৱে ওচৰলৈ আহি অপৰাধীৰ দৰে কম্পিত কণ্ঠে কয়— বিদায় লোৱাৰ আগতে জানি যোৱা নাৰী, তোমাক মই শান্তচিত্তে দিায় দিব পৰা নাই।

চকিতস্মিতা বিদ্যুল্লেখাৰ দৰে খৰহাস্য প্ৰভাৰে দীপ্ত হৈ উঠে সুলভাৰ নয়ন কপোল আৰু চিবুক। অভিসাৰিকাৰ অন্তৰে ইমান দিনৰ মুৰত তাইৰ

অন্বেষণাৰ শেষ বিচাৰি পাইছে। দহ বছৰ আগৰ এদিনাখনৰ ছিন্ন পুষ্পমাল্যৰ দংশনে যি বেদনাৰ চিহ্ন অঙ্কিত কৰি দিছিল কুমাৰী সুলভাৰ মনত,নৃপতি জনকৰ বেদনাবিধুৰ কণ্ঠৰ এই এটি আবেদনৰ স্পৰ্শত সেই চিহ্ন মচা গ'ল।

আশা সফল হৈছে সুলভাৰ। এতিয়া আৰু কোনো দুঃখ নাই সুলভাৰ মনত। নিজৰ এই দেহৰ পিনে চাবলৈ আৰু ভয় নকৰে। ইমান দিনৰ মূৰত পৰিব্ৰাজিকাৰ পথৰ বাধা আঁতৰি গ'ল। আজি ইয়াতেই এই জ্ঞানীৰ চৰণৰ ওচৰত তাইৰ অন্তৰৰ তৃষ্ণাৰ বোজা নমাই থৈ মুক্ত হ'ব পাৰিব সুলভা। এইবাৰ একেবাৰে ৰিক্ত হৈ সংসাৰবাসনাৰ সীমা পাৰ হৈ চিৰকালৰ বাবে গুচি যাব পাৰিব সুলভা।

প্ৰশ্ন কৰে জনকে— তোমাৰ পৰিচয় জানিবলৈ বিচাৰোঁ ৰূপোত্তমা।

সুলভা— মই ৰাজৰ্ষি প্ৰধানৰ কন্যা কুমাৰী সুলভা।

জনকৰ কণ্ঠস্বৰত দুঃসহ বিস্ময় চমকি উঠে। — তুমি!

সুলভা— হয়, জনক।

ব্যথাৰ্তস্বৰে প্ৰশ্ন কৰে জনকে— ক্ষত্ৰিয়াণী সুলভা, তুমি বৃথাই কিয় সন্ন্যাসিনীৰ জীৱন গ্ৰহণ কৰিলা?

সুলভা— সন্ন্যাসিনীৰ জীৱন আজিও গ্ৰহণ কৰিব পৰা নাই, কিন্তু পাৰিম, যদি আপুনি মোৰ এটি অনুৰোধ ৰক্ষা কৰে, ক্ষত্ৰিয়োত্তম জনক।

অপৰাহ্নৰ সূৰ্য ধীৰে ধীৰে অস্তাচলত অদৃশ্য হৈ যায়। উপবনৰ লতাপ্ৰতানৰ ওপৰত ৰশ্মি সম্পাত কৰে পৌৰ্ণমাসী সন্ধ্যাৰ চন্দ্ৰমাই। বিস্ময়ভৰা অপলক নয়নে সুলভাৰ মুখৰ ফালে চাই আহ্বান কৰে জনকে।— সুলভা! কোৱাঁ, কি তোমাৰ অনুৰোধ?

সুলভা— আপোনাৰ বক্ষৰ সান্নিধ্য বিচাৰোঁ। চমকি উঠে জনক— মোৰ বক্ষৰ সান্নিধ্য?

সুলভা— হয়, নৃপতি জনক, আপোনাৰ বক্ষৰ স্পৰ্শ নহয়, মাত্ৰ সান্নিধ্য।

জনক— ই আকৌ কেনেধৰণৰ সন্ন্যাসিনীৰ জীৱনৰ অভিলাষ?

সুলভা— প্ৰেমিকাৰ জীৱনৰ অভিলাষ।

জনক— সেই অভিলাষ মোৰ ওচৰত নিবেদন কৰি কি লাভ হ'ব তোমাৰ?

অকস্মাৎ কঠোৰ হৈ উঠে সুলভাৰ কণ্ঠস্বৰ- কেৱল মোৰ লাভ নহয় মিথিলেশ, তোমাৰো লাভ হ'ব।

চকিত আঘাতত সন্ত্ৰস্ত হৈ এক পদ পিছুৱাই গৈ কঠোৰভাষিণী সুলভাৰ মুখৰ ফালে চাই থাকে জনকে। দেখিবলৈ পায় জনকে, সুলভাৰ চকুযুৰিয়ে কৌমুদীধাৰাৰ দৰে সুতৰল জ্যোতিঃসুধা উৎসাৰিত কৰি হাঁহিছে।

সুলভাই কয়— তোমাৰো লাভ হ'ব আত্মজ্ঞানৰ অভিমানত আবৃত হে পুৰুষ সুন্দৰ, বুজিব পাৰিবা, তোমাৰ সৌ মোক্ষব্ৰত কঠিন অন্তৰৰ কৰবাত বাসনাৰ অৱলেশ আছে নে নাই। জানিব পাৰিবা আত্মপৰ প্ৰভেদবুদ্ধিয়ে যদি কিবা মোহ তোমাৰ জীৱনত লুকাই ৰাখিছে।

কোনো উত্তৰ নিদিয়ে নৃপতি জনকে। এই কুহকিনী নাৰীৰ ধিক্কাৰ স্তব্ধ কৰি দিয়াৰ জোখাই যুক্তি আৰু শক্তি হেৰাই মূক হৈ গৈছে জনক।

অকস্মাৎ উচ্ছল অশ্ৰুবাষ্পসিক্ত হৈ যায় সুলভাৰ নয়নজ্যোৎস্না। সুলভাই কয়— শূন্য মন্দিৰ দেখিবলৈ পালে ভিক্ষুকে যেনেকৈ ভিতৰত প্ৰবেশ কৰি নিশিযাপন কৰে, মযো তেনেকৈ আপোনাৰ সৌ বক্ষোনিলয়ৰ আশ্ৰয়ত এই পৌৰ্ণমাসী ৰজনী যাপন কৰিবলৈ বিচাৰোঁ

আগবাঢ়ি আহে সুলভা। জনকৰ বক্ষঃসন্নিধানলৈ আহি প্ৰভাপুলকিত নয়নত এক অদ্ভুত তৃষ্ণা উদ্ভাসিত কৰি থিয় হৈ থাকে সুলভা, যেন এক সৌম্য মেঘৰ বুকুৰ ওচৰত সহচৰী বিদ্যুল্লেখা আহি থিয় হৈছিহি।

পৌৰ্ণমাসী ৰজনীৰ আকাশত হিমকৰ ভাহে। এটাৰ পাচত এটাকৈ ক্ষয় হৈ যায় সময়ৰ পল অনুপল আৰু বিপল। সুলভাৰ মুখৰ ফালে নিমেষহীন দৃষ্টি তুলি চাই থাকে জনকে। সন্ন্যাসিনী সুলভা নহয়, মোক্ষব্ৰত জনক নহয়, যেন প্ৰেমিক আৰু প্ৰেমিকাই এক চন্দ্ৰিকাস্নাত লতাপ্ৰতানৰ নিভৃতত শুভমিলনবাসৰ যাপন কৰিছে।

নাই চন্দনৰ অনুলেপন, নাই কুঙ্কমৰ চিত্ৰক, তথাপি নৱবধূৰ মুখৰ দৰে সুস্মিত হৈ ফুটি উঠিছে সন্ন্যাসিনী সুলভাৰ তপঃক্লিষ্ট মুখশোভা। হঠাৎ যেন বিপুল পিপাসাভাৰে শিহৰিত হৈ নৃপতি জনকৰ অধৰ চঞ্চল হৈ উঠে।

সুলভাই কয়— নাই নৃপতি জনক, ভুল নকৰিব।

নিৰুত্তৰ জনকে ব্যথিতভাৱে চাই থাকে। সমব্যথিনীৰ দৰে নম্ৰ কণ্ঠস্বৰে সুলভাই কয়— মোৰ এই দেহত কোনো তৃষ্ণা নাই। তৃষ্ণা আছিল মনত, সেই তৃষ্ণাৰ আজি অৱসান ঘটিল আপোনাৰ এই বক্ষৰ সন্নিধানলৈ আহি, আৰু আপোনাৰেই চক্ষুৰ প্ৰেমবিহ্বল দৃষ্টি বৰণ কৰি।

উপবনতৰুৰ পল্লৱঘন অন্তৰালৰ পৰা কোকিলনাদ উত্থিত হৈ নৈশ বায়ুৰ তন্দ্ৰা ভাঙি দিয়ে। নৃপতি জনকৰ দুই বাহু হঠাৎ যেন অসহ ঔৎসুক্যত অস্থিৰ হৈ সুলভাৰ কণ্ঠত আলিঙ্গন দানৰ কাৰণে উদ্যত হয়।

পিচুৱাই আঁতৰি যায় সুলভা- ভুল নকৰিব। জনকৰ বক্ষৰ নিশ্বাসে যেন ক্ষোভিত স্বৰে আৰ্তনাদ কৰে- সচাঁই তোমাক চিনিবলৈ নোৱাৰিলো মায়াকুতুকিনী সুকঠোৰা নাৰী।

জীৱন সহচৰীৰ দৰে সৌহাৰ্দ্যভাবনাত ব্যাকুল হৈ শান্ত স্বৰে প্ৰশ্ন কৰে সুলভাই— কিন্তু নিজকে এতিয়াও জানো চিনিবলৈ নোৱাৰিব, নৃপতি জনক?

জনকৰ দুই বাহুৰ চাঞ্চল্য হঠাৎ সন্ত্ৰাসিত হয়। সুলভাৰ প্ৰশ্নৰ ধ্বনি যেন এক বজ্ৰৰ নিৰ্ঘোষ। স্তব্ধ হৈ নীৰৱে কেৱল চাই থাকে জনকে।

এৰা, এতিয়াহে জ্ঞানী জনকৰ ভুল ভাঙিছে। এতিয়াহে নিজৰে দুই চকুৰ চকিতাত দৃষ্টিৰে নিজকে দেখিবলৈ পাইছে জনকে, কেৱল মোক্ষব্ৰতৰ এক ছদ্মৱেশ ধাৰণ কৰি মিথ্যা সন্তোষৰ জীৱন যাপন কৰিছে জনকে। আত্মজ্ঞানৰ অহঙ্কাৰকে ইমান দিনে ধৰি আত্মজ্ঞান বুলি যি মোহ পোষণ কৰিছিল জনকে, সেই মোহ চূৰ্ণ কৰি দিলে সুলভাই, নৃপতি জনকৰ কল্যাণকাৰিণী বান্ধৱী সুলভাই।

সুলভাই কয়— এইয়া চাওক নৃপতি জনক, পৌৰ্ণমাসী ৰজনীৰ চন্দ্ৰ অস্তাচলত মিলি গৈছে!

চন্দ্ৰাস্তবিধুৰ দিগবলয়ৰ পিনে বিষদালস দৃষ্টি তুলি চাই থাকে জনকে। কিন্তু সুলভাই তাইৰ সুন্দৰ অধৰত যেন স্নিগ্ধ এক সান্ত্বনা সুস্মিত কৰি কয়— এই বিষাদ ত্যাগ কৰক জনক। ভুল ভাগি গ'ল আপোনাৰ, ভুল ভাগি গৈছে মোৰ। দুয়োজনৰ জীৱনৰ পৰম অন্বেষণাৰ পথত শুষ্ক ধূলিৰ আঁৰত এডাল মায়াভীৰু বাসনাৰ কাঁইট লুকাই আছিল, সেই কাঁইট আজি চূৰ্ণ হৈ গ'ল, নৃপতি জনক ধীৰে ধীৰে উজ্জ্বল হৈ উঠে জনকৰ দুই চক্ষু। সুস্মিত আৰু শান্ত দৃষ্টিৰে সুলভাৰ মুখৰ ফালে চাই থাকে জনকে। আৰু জনকৰ সেই সুস্মিত মুখৰ ফালে চাই দিব্য এক প্ৰসন্নতাত উদ্ভাসিত হয় সুলভাৰো আননশোভা। এক পৰম অন্বেষণাৰ সাধনাত দুটি জীৱনৰ ভ্ৰমজয়ৰ প্ৰশান্ত আনন্দই বান্ধৱ বান্ধৱীৰ দৰে দুয়োজনৰ মুখৰ ফালে চাই আছে।

সুলভা— এতিয়া মোক শান্তিচিত্তে বিদায় দিয়ক।

জনক— বিদায় দিলো বান্ধৱী।

গুচি গ'ল সুলভা। চাই থাকে জনকে, পৌৰ্ণমাসী ৰজনীৰ শেষ চামৰ চন্দ্ৰৰ দৰে ধীৰে ধীৰে ছায়াময় কাননৰ প্ৰান্তৰেখাৰ অন্তৰালত মিলি গৈছে সন্ন্যাসিনী সুলভা।

# অনল আৰু ভাস্বতী

মাহিষ্মতী নগৰী। দূৰৰ পৰা চালে মনত ভাব হয়, যেন স্বৰ্ণপ্ৰাচীৰেৰে পৰিবৃত শৰৎ-মেঘৰ স্তৱক। ওচৰলৈ আহি থিয় হ'লে দেখা যায়, কুসুমাকীৰ্ণ অৰণ্য-বলয়েৰে বেষ্টিত শুভ্ৰধৱল আৰু শিল্পৰুচিৰম্য সৌধাৱলী, পদ্ম স্বস্তিক আৰু বৰ্ধমান। এই মাহিষ্মতী নগৰীৰ এক পুষ্পকাননৰ নিভৃতত মনঃশিলাময় পাষাণৰ অনুৰাগে ৰঞ্জিত হৈ আছে এক কলস্বনা স্রোতস্বিনী। ইয়ালৈ আহি প্ৰতি অপৰাহ্নত এবাৰ থিয় হৈ থাকে অনল আৰু দেখি বিস্মিত হয়, তেওঁৰেই অহা যোৱাৰ পথৰ মাজত কোনোবাই যেন নানা মাঙ্গল্য উপচাৰ সজাই প্ৰত্যহৰ এক ব্ৰত উদ্‌যাপন কৰি গুচি গৈছে। সিতচন্দনসিক্ত আম্ৰ-কিশলয়ৰ এটি গুচ্ছ আৰু এটি দীপ। যূথিকাৰ কলি নহয়, কিন্তু দেখিবলৈ সুশ্বেত যূথিকাৰে কলিৰ দৰে, কাৰোবাৰ হৃদয়ৰ নিবেদিত শ্ৰদ্ধাৰ লাজাঞ্জলি পথৰ ওপৰত লুটি খাই পৰি আছে। এই কানননিভৃতৰ ক্ষিতিসৌৰভ উশীৰবাসিত সলিলেৰে অধিক সুবাসিত কৰি দি কাৰোবাৰ ভৃঙ্গাৰ এইমাত্ৰ গুচি গৈছে।

প্ৰতি অপৰাহ্নৰ দৰে আজিও পুনৰ বিস্মিত হৈছে অনল। কাৰ পূজা এনেদৰে তেওঁৰ অহা-যোৱা পথৰ ওপৰত পৰি থাকে? বুজিব নোৱাৰে আৰু আজি পৰ্যন্ত জানিবও পৰা নাই, এই পূজা কিহৰ পূজা। মাহিষ্মতীৰ এটি দীপ কাৰ নীৰাজনৰ কাৰণে প্ৰতিদিন এই নিভৃতলৈ আহে আৰু গুচি যায়?

জানিব পৰা নাই, কিন্তু জানিবলৈ ইচ্ছা কৰে, সেইকাৰণে আজিও এই মাহিষ্মতী নগৰী এৰি গুচি যাব পৰা নাই অনল।

অকস্মাৎ বিপুল স্ফুৰ্জথুৰ দৰে প্ৰবল নিনাদৰ আঘাতত মাহিষ্মতীৰ অৰণ্যবলয় শিহৰিত আৰু সন্ত্ৰস্ত হৈ উঠে। সেই নিনাদ মেঘগৰ্জন নহয়, অৰণ্যৰ মদমত্ত মাতঙ্গযূথৰ বৃংহিতো নহয়। শুনিবলৈ পায় অনলে, চতুৰঙ্গবলোপেত দিগ্বিজয়ীৰ ভীষণ ৰণোল্লাস আহি মাহিষ্মতী নগৰীৰ ওপৰত জঁপিয়াই পৰিছে। অনুমানো কৰিব পাৰে অনলে কোন এই দিগ্বিজয়ী। ৰণামোদে চঞ্চল যি বীৰবাহিনীৰ কৰধৃত পতাকাৰ প্ৰোৎফুল্ল কিঙ্কিনীজালে মাহিষ্মতীৰ প্ৰাসাদকেতনৰ গৰ্ব হৰণ কৰাৰ সঙ্কল্পত নিক্বণমুখৰ হৈ উঠিছে, তাৰ পৰিচয় জানে অনলে।

আহিছে দিগ্বিজয়াভিলাষী পাণ্ডৱ সহদেৱ। নৰ্মদা অতিক্ৰম কৰি ৰাজ্যৰ পাচত ৰাজ্য জয় কৰি মহাশূৰ সহদেৱৰ যুযুৎসু সৈন্য প্ৰভঞ্জন বেগে ধাৱিত হৈ আহিছে। পৰাজয় স্বীকাৰ কৰিছে অৱন্তিৰাজে। পৰাভূত হৈছে ভীষ্মকৰ ভোজকটকপুৰ। বিপৰ্যস্ত হৈছে নিষাদভূমি। উচ্ছেদিত হৈছে পুলিন্দ দেশ। এইবাৰ

মাহিষ্মতী। পাণ্ডৱৰ গজযূথৰ কৰ্ণতালশব্দ ঢোল বজা দি বাজিছে, সেই ধ্বনিৰ আঘাতত মাহিষ্মতী নগৰদ্বাৰৰ লৌহকপাট কঁপি উঠিছে। পাণ্ডৱবাহিনীৰ নিক্ষিপ্ত শৰজালত আচ্ছন্ন মাহিষ্মতীৰ আকাশৰ নিবিড়ধৱল মেঘ ভীত বলাকাৰ দৰে আৰ্তনাদ কৰি উঠিছে।

কিন্তু নাজানে পাণ্ডৱ সহদেৱে, এই মাহিষ্মতীৰ এটি দীপৰ ফালে এতিয়া কৰুণাভিভূত নেত্রে চাই আছে অনলে, যাৰ খৰনেত্রৰ বিচ্ছুৰিত ক্রোধে এই মুহূৰ্তে লক্ষ প্ৰজ্বলন্ত উল্কাৰ জ্বালা লৈ পাণ্ডৱৰ চতুৰঙ্গবাহিনীক দগ্ধ কৰি পেলাব পাৰে।

আতঙ্কিত মাহিষ্মতী নগৰীক দিগ্বিজয়ী সহদেৱৰ আঘাতৰ পৰা ৰক্ষা কৰিবৰ কাৰণে প্ৰস্তুত হ'ল অনল। পুষ্পকাননৰ নিভৃতৰ পৰা আগবাঢ়ি আহি নগৰীৰ উপান্তত থিয় হয় আৰু প্ৰচণ্ড জ্বালাময় স্বৰূপ প্ৰকট কৰি দিয়ে অনলে। কৰালধূম জ্বালাবাষ্প আৰু উল্কাৱৎ লক্ষ জ্বলন্ত বহ্নিশিখা পাণ্ডৱবাহিনীৰ ওপৰত ভয়ঙ্কৰ এক আক্রোশৰ উৎসৱত মত্ত হৈ উঠে। ভস্মীভূত হয় পাণ্ডৱৰ ৰণৰথ, বিজিত হয় গজ অশ্ব আৰু পদাতিক। হঠাৎ এই জ্বালালীলাৰ উৎপাতত ভীত হৈ অস্ত্ৰসম্বৰণ কৰে সহদেৱে। স্তব্ধ হয় পাণ্ডৱসেনাৰ ধনু প্ৰাস আৰু ভল্ল, অঙ্কুশ পট্টিশ আৰু তোমৰ। অনলৰ অনুকম্পা প্ৰাৰ্থনা কৰি দূত প্ৰেৰণ কৰে দিগ্বিজয়ী সহদেৱে।

দূত আহি নিৱেদন কৰে— দিগ্বিজয় প্ৰয়াসী পাণ্ডৱে আপোনাৰ সহায়তা প্ৰাৰ্থনা কৰিছে, হে বায়ুসখা বৈশ্বানৰ। মাহিষ্মতী নগৰীৰ অধিপতি নীলে কেৱল পাণ্ডৱৰ বশ্যতা সুবিনীতচিত্তে ঘোষণা কৰি ক্ষণকালৰ কাৰণে কিৰীট অৱনত কৰক, এইমাত্র অভিলাষ। আপুনি বাধা নিদিলে পাণ্ডৱৰ এই অভিলাষ অৱশ্যে সিদ্ধ হ'ব। হে হিমাৰি হব্যবাহন, নাজানো, যজ্ঞপ্ৰিয় পাণ্ডৱৰ প্ৰতি আপুনি কিয় পৰাঙ্মুখ হৈছে আৰু আপোনাৰ সৌহাৰ্দ্য লাভ কৰি অপৰাজেয় হৈছে মাহিষ্মতীৰ অযাজ্ঞিক নৰপতি নীল।

মাহিষ্মতীৰ শঙ্খধৱল পাষাণৰ প্ৰাসাদত নৃপতি নীলৰ ঈষৎ প্ৰসন্ন আৰু ঈষৎ বিষণ্ণ মুখৰ ফালে চাই প্ৰশ্ন কৰে নীলতনয়া ভাস্বতীয়ে— তথাপি আপুনি বিষণ্ণ কিয় পিতা? প্ৰসন্ন হৈছে অনল, প্ৰচণ্ড সহদেৱৰ বিকট সমৰস্পৰ্দ্ধাৰ আঘাতৰ পৰা মাহিষ্মতীৰ সম্মান ৰক্ষা কৰিছে অনলে। আকৌ দুশ্চিন্তা কিয় পিতা?

নীলে কয়— এতিয়াও নিশ্চিন্ত হ'ব পৰা নাই, তনয়া। অনলৰ অনুকম্পা প্ৰাৰ্থনা কৰি অনলৰ ওচৰলৈ প্ৰচুৰ পূজোপচাৰ আৰু ৰত্নৰথ প্ৰেৰণ কৰিছে মাদ্ৰীসুত সহদেৱে। ভয় হৈছে কন্যা, তোমাৰ শ্ৰদ্ধাৰ সেই সচন্দন সহকাৰকিশলয় দীপ আৰু লাজাঞ্জলিৰ ফালে আৰু বেছি সময় কৰুণাভিভূত নেত্ৰে চাই থাকিবলৈ নোৱাৰিব বহ্নিদেৱ অনলে। সহদেৱৰ অভিবাদনত বন্দিত অনলে যদি এই মাহিষ্মতীৰ প্ৰতি তেওঁৰ ইমানদিনৰ কৃপা প্ৰত্যাহাৰ কৰি পাণ্ডৱশিবিৰলৈ গুচি যায়, তেনেহলে এই মাহিষ্মতীক আৰু কোনে ৰক্ষা কৰিব?

ভাস্বতী— মোৰ বিশ্বাস নহয় পিতা। অনলে জানো পাণ্ডৱপ্ৰেৰিত ৰত্ন ৰথৰ ঔজ্জ্বল্য দেখি মুগ্ধ হৈ যাব আৰু পাহৰি যাব মাহিষ্মতীৰ অন্তৰৰ ইমানদিনৰ পূজা?

নীল— কিন্তু অনলে জানো কেতিয়াবা তোমাৰ পূজাৰ উপচাৰ দেখি মুগ্ধ হৈছে?

ভাস্বতী— নাজানো পিতা।

নীল— তুমি জানো অনলক কেতিয়াবা দেখিছা?

ভাস্বতী— নাই।

নৃপতি নীলৰ নয়নত আৰু গভীৰ বিষাদৰ ছায়া পৰে। সেই কাৰণেতো নিশ্চিত হ'ব পৰা নাই।

পিতাক নীলৰ কথা শুনি হঠাৎ ঔৎসুক্যত চঞ্চল হৈ উঠে ভাস্বতীৰ সুভঙ্গিম ভ্ৰূৰেখা— আপোনাৰ কথাৰ অৰ্থ কি?

নীল— যদি চিত্ৰিতা কেতকীৰ দৰে নয়নাভিৰামা এই পূজাচাৰিণীক, মাহিস্মতীৰ অন্তৰৰ জ্যোতিৰ্লেখাৰ দৰে নীলতনয়া এই ভাস্বতীক কোনো শুভ মুহূৰ্তত দেখিবলৈ পালেহেঁতেন অনলে আৰু দেখি মুগ্ধ হলহেঁতেন, তেনেহ'লে নিৰ্ভয় আৰু নিশ্চিন্ত হ'ব পাৰিলেহেঁতেন মাহিষ্মতী। অনলপ্ৰিয়া ভাস্বতীৰ মাহিষ্মতীক স্পৰ্শ কৰাৰ দুঃসাহস কোনো দিগ্বিজয়ীৰ মনত উদিত নহ'লহেঁতেন। পাণ্ডৱ সহদেৱৰ শত স্তুতিবাদ পূজোপচাৰ আৰু উজ্জ্বল ৰত্নৰথ চক্ৰৰ হৰ্ষ অনলৰ প্ৰত্যাখ্যানত বিফল হৈ উভতি গ'লহেঁতেন চিৰকালৰ বাবে।

ভাস্বতী— আশীৰ্বাদ কৰক পিতা, যেন মোৰ ব্ৰত সফল হয়।

নীল— কিহৰ ব্ৰত কন্যা?

সলজ্জ স্বৰে ভাস্বতীয়ে কয়— মোৰেই জীৱনৰ এক নতুন ব্ৰত।

প্ৰসন্ন স্বৰে পিতৃ নীলে তেওঁৰ অন্তৰৰ আশা অভিব্যক্ত কৰে— বুজিছো কন্যা, আশীৰ্বাদ কৰোঁ, তোমাৰ এই ব্ৰত সফল হওক, অনলৰ ভাৰ্যা হওক মাহিষ্মতীৰ কুমাৰী ভাস্বতী।

অপৰাহ্নৰ আলোকেৰে উদ্ভাসিত হৈছে মাহিষ্মতীৰ পুষ্পকানন। মানঃশিলাময় পাষাণৰ বুকুৰেদি বৈ যোৱা স্ৰোতস্বিনী, যেন তৰলিত ৰক্তিম আভাৰ প্ৰবাহ; যেন চুম্বনকেলিকান্ত অপ্সৰাৰ দল নিশাৱসানত নিৰ্ঝৰমূললৈ আহি অধৰৰাগ ধৌত কৰি গুচি গৈছে, সেইকাৰণে শোণিম হৈ পৰিছে সলিল। নক্তমালৰ পল্লৱভাৰে আতপতাপিত তৃণভূমিৰ ওপৰত ছায়া বিস্তাৰ কৰে। অনলৰ অহা-যোৱাৰ পথৰ মাজভাগত প্ৰতিদিনৰ দৰে আজিও এটি পূজা-দীপৰ শিখা জ্বলে। নীলতনয়া ভাস্বতী কাষত থিয় হৈ থাকে।

জীৱনত সপোনতো কেতিয়াও কল্পনা কৰা নাছিল ভাস্বতীয়ে যে, এনেদৰে অভিসাৰিকাৰ দৰে উৎকণ্ঠা লৈ এক পুৰুষৰ অহা-যোৱাৰ পথৰ ওপৰত আহি থিয় হৈ থাকিব লাগিব। কিন্তু ই কেনেকুৱা অভিসাৰ! জীৱনত কোনো মুহূৰ্ত্তে যাৰ মূৰ্তি নয়নগোচৰ হোৱা নাই, তাৰেই দৰ্শন লাভৰ প্ৰতীক্ষাত থিয় হৈ থকা। নিদ্ৰা আৰু জাগৰণৰ কোনো মুহূৰ্ত্তে যাৰ কাৰণে মনৰ কোনো ভাবনা অনুৰাগেৰে চঞ্চলিত হৈ উঠা নাই, তাৰেই কাৰণে বিচলিতচিত্তে বাট চাই থকা। অদ্ভুত এই পৰীক্ষা স্বেচ্ছাই বৰণ কৰি লৈছে ভাস্বতীয়ে।

মাহিষ্মতী নগৰীৰ গৰ্ব আৰু সম্মান দিগ্বিজয়ী পাণ্ডৱৰ ওচৰত বশ্যতা স্বীকাৰৰ অভিশাপৰ পৰা ৰক্ষা কৰিব পাৰে যি, এনে এক পৰম পৰাক্ৰান্তৰ কৰুণা আৰু সহায়তা আহ্বান কৰি আজি ইমানদিনে এক বন্দনাব্ৰত উদ্‌যাপন কৰি আহিছে ভাস্বতীয়ে। ইমানদিনে ই কেৱল এজন শ্ৰদ্ধেয়ক শ্ৰদ্ধা কৰাৰ ব্ৰত আছিল। শক্তিমানৰ ওচৰত প্ৰপন্নৰ আবেদনৰ ব্ৰত। কিন্তু আজি সেই পূজাস্থলীৰ ওচৰত প্ৰণয়াভিলাষিণী নায়িকাৰ দৰে থিয় হৈ আছে অবিদিতপ্ৰণয়া কুমাৰী ভাস্বতী। আহিব অনল আৰু নীলমেঘলালিতা তড়িল্লেখাৰ দৰে তন্বী নীলতনয়াৰ তনুৰুচি মুগ্ধনেত্ৰসম্পাতে অভিসিক্ত কৰি আহ্বান কৰিব আহাঁ চিত্ৰভানুৰ চিত্তবিমোহিনী ভাস্বতী।

নিজৰে কল্পনাৰ ভাষা শুনিবলৈ পাই চমকি উঠে ভাস্বতী। ক্লান্ত দ্রুমোৎপলৰ নিশ্বাস পৰিমল হঠাৎ উচ্ছ্বসিত হয়। শিহৰিত হয় বনবায়ু। শিহৰিত হয় ভাস্বতীৰ ভ্ৰূলতা। নৱপৰিণয়লজ্জাবিধুৰা আৰু বাসকশয়নভীৰু বধুৰ দৰে ভাস্বতীৰ আৰক্তিম কপোলত স্বেদাঙ্কুৰকণা ফুটি উঠে। আজি এই পুষ্পবনৰ নিভৃতত ভাস্বতীৰ জীৱনে যেন উদ্ভিন্ন শতদলৰ দৰে বিকশিত হৈ উঠিবলৈ বিচাৰে। যেন নিখিলমধুৰিমাৰ সিক্ততা লাভ কৰি পুষ্পিত হ'বলৈ বিচাৰে যৌৱনবেদনাই। হয়, বুজিবলৈ পাৰে ভাস্বতীয়ে, তাই আজি এক প্ৰেমিকৰ দুই মুগ্ধ নয়নৰ দৃষ্টি বৰণ কৰাৰ ব্ৰত উদ্‌যাপনৰ আশাত কলস্বনা এই স্ৰোতস্বিনীৰ তটত আহি থিয়, হৈছে।

— কোন তুমি কুমাৰী?

দীপ্ততনু এক পুৰুষশ্ৰেষ্ঠ আহি নীলতনয়া ভাস্বতীৰ সম্মুখত থিয় হৈ প্ৰশ্ন কৰে।

ভাস্বতীয়ে কয়— মই নীলতনয়া ভাস্বতী। আপোনাৰ পৰিচয় জানিবলৈ ইচ্ছা কৰোঁ ধীমান।

মৃদুহাস্যে অধৰ শিহৰিত কৰি ভাস্বতীৰ উৎসুক নয়নৰ ফালে চাই দীপ্ততনু আগন্তুকে কয়— মই অনল।

ভাস্বতী— মাহিষ্মতীৰ শ্ৰদ্ধা গ্ৰহণ কৰক অনলদেৱ।

অনল— শ্ৰদ্ধা কিয়?

ভাস্বতী— আপোনাৰেই লীলা-পৰাক্ৰমে বিপন্মুক্ত হৈছে মাহিষ্মতী। আপুনি সহায় থাকিলে দিগ্বিজয়ী পাণ্ডৱ মাহিষ্মতীৰ প্ৰাসাদকেতন অৱনমিত কৰাৰ আশা বৰ্জন কৰি উভতি যাব।

অনল— মোৰ সহায়তাৰ পৰা মাহিষ্মতী বঞ্চিত হ'ব পাৰে, এনেকুৱা সংশয়ৰ কোনো হেতু জানো দেখিবলৈ পাইছা, নীলতনয়া?

ভাস্বতী— নাই অনলদেৱ, তথাপি পিতাই শুনি নিশ্চিন্ত হ'বলৈ বিচাৰে, মাহিষ্মতীৰ পূজা গ্ৰহণ কৰি আপুনি তৃপ্ত হৈছে।

অনল— তৃপ্ত হৈছোঁ।

ভাস্বতী— কিন্তু আপোনাৰ অহা-যোৱাৰ পথৰ মধ্যস্থানত এই

পুষ্পকাননৰ নিভৃতত প্ৰতি প্ৰভাতত আহি পূজাৰ উপচাৰ সজাই থৈ যায় যি পূজাচাৰিণীয়ে, তাইক আপুনি কোনোদিনে দেখিবলৈ পোৱা নাই।

অনল— পোৱা নাই। মনত আশা ৰাখিছোঁ, এদিন তেওঁক দেখিবলৈ পাম আৰু দেখি মুগ্ধ হ'ম।

ভাস্বতী— আজি তেওঁক দেখিবলৈ পাইছে।

বিস্মিত অনলে কয়— তুমি?

ভাস্বতী— হয় মই। মোৰেই সুৱৰ্ণভৃঙ্গাৰে উশীৰবাসিত সলিল ঢালি আপোনাৰ পদস্পৰ্শপূত পথৰ মৃত্তিকা নিত্য সুৰভিত কৰিছে।

অনল— মাহিষ্মতীৰ হিতকাৰিণী কন্যা, তোমাৰ শ্ৰদ্ধাত তৃপ্ত হৈছোঁ মই আৰু বিস্মিত হৈছোঁ তোমাক দেখি, কিন্তু . . .

ভাস্বতী— কওক।

অনল— কিন্তু মুগ্ধ হ'বলৈ পৰা নাই।

ভাস্বতীৰ নয়নদ্যুতি বাত্যাহত দীপশিখাৰ দৰে ব্যথিত হৈ উঠে। বুজিবলৈ পাৰে ভাস্বতীয়ে, মিথ্যা কোৱা নাই অনলে। নীলতনয়াৰ মুখৰফালে চাই আছে অনলে, যেন কৌতুকামোদে কুতূহলী এক দহনদাতা এক মৃৎপ্ৰদীপৰ ফালে চাই আছে। এই দৃষ্টি প্ৰেমবিৱশ পুৰুষৰ মুগ্ধ চক্ষুৰ দৃষ্টি নহয়।

অনলে প্ৰশ্ন কৰে— ব্যথিত হ'লা কিয়, নীলৰাজতনয়া?

ভাস্বতী— আশা ছিন্ন হ'লে, স্বপ্ন চূৰ্ণ হ'লে আৰু কল্পনা দগ্ধ হৈ গ'লে কোননো ব্যথিত নহয়?

অনল— কি ক'বলৈ বিচাৰা? তেনেহ'লে তুমি জানো মাহিষ্মতীৰ ৰক্ষাকাৰী অনলৰ অনুৰাগিণী?

ভাস্বতী— নাই।

অনল— তেন্তে?

ভাস্বতী— মই দুটি মুগ্ধ পুৰুষনয়নৰ অনুৰাগিণী। মনে বিচাৰে, তাৰেই কণ্ঠত বৰমাল্য দান কৰোঁ, যি এই নীলতনয়া ভাস্বতীৰ মুখৰ ফালে চাই মুগ্ধ হৈ যাব।

অনল— সুন্দৰ তোমাৰ আকাঙ্ক্ষা। আশীৰ্বাদ কৰোঁ, তোমাৰ এই আকাঙ্ক্ষা সত্য হৈ উঠক। তাৰপিচত এদিন সত্য হ'ব অনলৰ আকাঙ্ক্ষা।

ভাস্বতী— কি আশীৰ্বাদ কৰিলে, বুজিব পৰা নাই, অনলদেৱ।

অনল— পৰানুৰাগিণী নীলতনয়াৰ সেই বৰমাল্য জয় কৰি লৈ কণ্ঠত ধাৰণ কৰি এদিন তৃপ্ত হ'ব অনল।

আৰ্তনাদ কৰি উঠে ভাস্বতীয়ে— নিষ্ঠুৰ কৌতুকৰ অধীশ্বৰ, হে বৈশ্বানৰ।

অনল— কোৱা, নীলতনয়া ভাস্বতী।

ভাস্বতী— মোৰ প্ৰেম কামনা কৰিব যিজনে, মই কেৱল তেওঁকেই প্ৰেম দান কৰিম।

অনল— কৰিবা।

ভাস্বতী— মোক দেখি মুগ্ধ হ'ব যিজন, মই কেৱল তেওঁৰেই কণ্ঠত বৰমাল্য দিম।

অনল— দিবা।

ভাস্বতী— প্ৰেমিকৰ ওচৰত সমৰ্পিত প্ৰাণ ভাস্বতীৰ হাতৰ সেই বৰমাল্য কাঢ়ি নিব পাৰে, এনে শক্তি ত্ৰিলোকত কাৰো নাই, হুতবহ অগ্নি, আপোনাৰো নাই।

অনলে কয়— কিন্তু, যদি এই মুহূৰ্তে তোমাৰে প্ৰণয়বাসনাত চঞ্চল হৈ তোমাক আহ্বান কৰোঁ ভাস্বতী, তেনেহ'লে? যদি পুষ্পমধুপিপাসী মধুপৰ দৰে লুব্ধ হৈ তোমাৰ এই সুন্দৰ মুখকমলৰ ওচৰলৈ আগুৱাই যায় অনলৰ বক্ষৰ তৃষ্ণা, তেন্তে?

ভাস্বতী— তেন্তে এই মুহূৰ্তে অনলৰ কণ্ঠত বৰমাল্য দান কৰি ধন্য হ'ব নীলৰাজতনয়া ভাস্বতী।

কৌতুকভৰে, পুনৰায় হাস্য উচ্ছ্বসিত কৰি অনলে কয়— বিদায় দিয়া ভাস্বতী।

ভাস্বতী— বিদায় গ্ৰহণ কৰক বৈশ্বানৰ।

গুচি গৈছে অনল, কিন্তু মনত ভাব হয় ভাস্বতীৰ, যেন এক হৃদয়হীন

কৌতুকীৰ দৃষ্টি তাইৰ দেহ ৰূপ আৰু যৌৱনৰ ওপৰত অপমানৰ জ্বালা নিক্ষেপ কৰি গুচি গৈছে। নীলতনয়া ভাস্বতী জানো সঁচাকৈয়ে ইমান অমধুৰা যে তাইৰ মুখৰ ফালে চাই মুগ্ধ হ'ব নোৱাৰে জগতৰ কোনো পুৰুষৰ চকু?

কন্টকবিদ্ধা মৃগবধুৰ দৰে পুষ্পকাননৰ নিভৃতত নক্তমালৰ তলৰ ছায়াত বহি থাকে ভাস্বতী। অপৰাহ্নৰ আলোক ক্ৰমশঃ ক্ষীণতৰ হৈ আহে। স্নিগ্ধতৰ হয় নক্তমালৰ ছায়া। ৰাগময়ী সন্ধ্যাৰ প্ৰথম দ্যুতি আহি ভাস্বতীৰ কপোল স্পৰ্শ কৰে। অকস্মাৎ এক আগন্তুকৰ পদধ্বনি শুনি উৎকৰ্ণ হৈ উঠে নীলতনয়া ভাস্বতী।

স্নিগ্ধদৰ্শন এক ব্ৰাহ্মণকুমাৰ ধীৰে ধীৰে আগবাঢ়ি আহি সন্ধ্যাৰ বিষাদলীনা জলকমলিনীৰ দৰে অশ্ৰুময়ী ভাস্বতীৰ মুখৰ ফালে মুগ্ধ আৰু অপলক চক্ষুৰ দৃষ্টি তুলি চাই থাকে। বিস্মিত হয় ভাস্বতী, যেন তাইৰে অন্তৰৰ বেদনাৰ ভাষা শুনিবলৈ পাই অন্তৰীক্ষৰ পৰা এক অনিন্দ্যসুন্দৰ প্ৰেমিকৰ হৃদয় আহি সন্মুখত থিয় হৈছেহি। সৌ চকুযুৰিৰ দৃষ্টি-পীযূষধাৰাৰ আৰ্দ্ৰতা লাভ কৰি যেন জাগি উঠিছে ভাস্বতীৰ যৌৱনময় প্ৰাণৰ কামনা, হিমকৰ কিৰণৰ স্পৰ্শত যেনেকৈ জাগি উঠে তন্দ্ৰাভিভূত বনমল্লিকাৰ কোৰক। জীৱনৰ প্ৰথম অনুৰাগৰ আবেগত স্মিতহাস্যজ্যোতি অধৰত স্ফুৰিত কৰি ভাস্বতীয়ে প্ৰশ্ন কৰে— কোন আপুনি?

— মই ব্ৰাহ্মণকুমাৰ সুবৰ্চা। পুষ্পকাননচাৰিণী জ্যোতিৰ্লেখাৰ দৰে কোন তুমি কুমাৰী?

— মই নীলতনয়া ভাস্বতী।

— কাৰ পদধ্বনিৰ উপাসনাৰ কাৰণে এই কাননভূমিত বহি আছা, ৰাজতনয়া ভাস্বতী?

— আপুনি কাৰ পদধ্বনি অন্বেষণৰ আশাত এই কাননৰ নিভৃতলৈ আহিছে কুমাৰ?

— কোনো আশা লৈ অহা নাই। মোৰ আশাৰ অতীত প্ৰিয়দৰ্শিনী এক নাৰীৰ সন্মুখলৈ আহি থিয় হৈ মোৰ জীৱন আজি ধন্য হ'ল। এই মুখচ্ছবি মোৰ জীৱনৰ চিৰকালৰ স্বপ্ন হৈ থাকিব। অনাহত সঙ্গীতৰ দৰে তোমাৰ এই মঞ্জীৰিত চৰণৰ ধ্বনি মোৰ সকলো কল্পনাৰ অন্তৰত চিৰকাল বাজিব। বৰবৰ্ণিনী ভাস্বতী,

তোমাৰ হাতৰ বৰমাল্যৰ ফালে চাই কেৱল ব্যৰ্থ পিপাসাৰ বেদনা কঢ়িয়াই লৈ গুচি যাব সুবৰ্চা।

— নীলতনয়া ভাস্বতীৰ হাতৰ বৰমাল্যৰ প্ৰতি ইমান মোহ কিয় প্ৰকাশ কৰিছে, কুমাৰ?

— সঁচাকৈয়ে জানো বুজিব পৰা নাই?

— নাই।

— মনে বিচাৰে, মোৰ জীৱনৰ সকলো মুহূৰ্তৰ কামনাৰে বন্দিত হোৱা তুমি। হোৱা মোৰ সকলো স্বপ্ন সুপ্তি তন্দ্ৰা আৰু কল্পনাৰ তৃপ্তি। হোৱা সুবৰ্চাৰ সুখদুঃখভাগিনী গৃহিণী!

ভাস্বতীয়ে কয়— সত্য হওক আপোনাৰ মনোবাঞ্ছা, প্ৰিয় সুবৰ্চা।

সুবৰ্চা— তেন্তে দিয়া তেমাৰ বৰমাল্য। প্ৰণয় সফল কৰা, নীলতনয়া ভাস্বতী।

ভাস্বতী— এটি অনুৰোধ আছে।

সুবৰ্চা— কোৱা।

ভাস্বতী— পিতা নীলৰ স্নেহাভিষিক্ত হৃদয়ৰ আশীৰ্বাদ লাভ কৰি যিদিনা তুমি গ্ৰহণ কৰিবা ভাস্বতীৰ এই হাত...

সুবৰ্চা— সেইদিন কেতিয়া আহিব ভাস্বতী?

ভাস্বতী— পাৰ্থনা কৰা, সেই শুভদিন যেন অচিৰাসন্ন হয়। সেইদিনা, এক উৎসৱমধুৰ সন্ধ্যাৰ এক পুণ্য ক্ষণত এই পুষ্পকাননৰ স্ৰোতস্বিনীৰ তটলৈ আহি, তোমাৰ কণ্ঠত তোমাৰেই প্ৰিয়াৰ প্ৰেমব্যাকুল হাতৰ বৰমাল্য গ্ৰহণ কৰিবা।

—ভাস্বতী!

ৰবৰোষিত কেশৰীৰ দৰে পিতাক নীলৰ ক্ৰোধকম্পিত আহ্বান শুনি চমকি উঠে ভাস্বতী।

মাহিষ্মতীৰ প্ৰাসাদৰ এক কক্ষৰ নিভৃতত পিতাক নীলৰ সন্মুখলৈ আহি বিস্মিতভাৱে চাই থাকে ভাস্বতীয়ে।

—মাহিষ্মতীৰ সৰ্বনাশ বিচাৰা, কন্যা?

— এই সন্দেহ কিয়, পিতা?

—সন্দেহ নহয়; সকলো দেখিছো কন্যা। তুমি ব্ৰতভঙ্গকাৰিণী, তুমি এক কামতস্কৰৰ সঙ্গিনী। তোমাৰ আচৰণত কুপিত হৈ অনল অদৃশ্য হৈছে। মাহিষ্মতীৰ ৰক্ষাকাৰী অনলৰ প্ৰতি তোমাৰ শ্ৰদ্ধা প্ৰেমত পৰিণত হ'ব, তুমি হ'বা অনলভাৰ্যা ভাস্বতী, মোৰ এই আশা তুমিয়ে চূৰ্ণ কৰি দিলা উদভ্ৰান্তা কন্যা!

— মই মোৰ প্ৰেমিকৰ ওচৰত হৃদয় দান কৰিছো।

— সেই বনচাৰী ব্ৰাহ্মণ তোমাৰ প্ৰেমিক?

— হয়, পিতা।

—অনলৰ প্ৰেমলাভৰ কাৰণে তোমাৰ মনত কোনো আকাঙ্ক্ষা নাই?

—নাই।

—কিয়?

— অপ্ৰেমিক অনলৰ মনত আপোনাৰ কন্যা ভাস্বতীৰ কাৰণে কোনো প্ৰেম নাই।

— সেই কাৰণেই তো ব্ৰতচাৰিণী হ'বা তুমি। মাহিষ্মতীৰ বিপদবাৰণ লোকপ্ৰবীৰ অনলৰ প্ৰেমাভিলাষত তপস্বিনী হ'বা। বিশ্বাস আছিল, সেই তপস্যা এদিন সফলো হ'ব। কিন্তু সামান্য এই প্ৰতীক্ষাৰ ধৰ্মও বৰ্জন কৰি তুমি কোনোবা এক বনচাৰী ছলপ্ৰণয়ীৰ মুখৰ ফালে চাই আৰু মুগ্ধ হৈ বৰমাল্য দানৰ প্ৰতিশ্ৰুতি দিছা দুৰাচাৰিণী কন্যা। শুনা তেন্তে, তোমাৰ এই দুৰাশা সফল নহ'ব।

—পিতা! আৰ্তনাদ কৰি পিতাক নীলৰ মুখৰ ফালে চাই বাষ্পায়িত নয়নে হৃদয়ৰ বেদনা নিবেদন কৰে ভাস্বতীয়ে— এনেকুৱা অভিশাপ নিদিব পিতা।

নীল— অভিশাপ শান্তচিত্তে সহ্য কৰাৰ কাৰণে প্ৰস্তুত হোৱাঁ।

চীৎকাৰ কৰি উঠে ভাস্বতীয়ে— স্পষ্টকৈ কওক পিতা, ক'ত আছে সুবৰ্চা।

নীল— এই প্ৰাসাদৰেই এক লৌহকক্ষত শৃঙ্খলিত সুবৰ্চাই এতিয়া তাৰ

দুঃসাহসৰ শাস্তি সহ্য কৰিছে।

— পিতা!

—আৰ্তনাদ স্তব্ধ কৰা, কন্যা!

কিন্তু ই কি বিস্ময়! নীলতনয়া ভাস্বতীৰ এই আৰ্তনাদৰ প্ৰতিধ্বনি যেন লক্ষ অগ্নিশিখা হৈ প্ৰাসাদৰ চতুৰ্দিকে জাগি উঠিছে। অন্তৰীক্ষৰ পৰা এক প্ৰজ্জ্বলিত দাৱানল অকস্মাৎ মাহিষ্মতীৰ শঙ্খধৱল পাষাণনিৰ্মিত প্ৰাসাদৰ শিৰত লুটি খাই পৰিছে। আতঙ্কিত আৰু বিস্মিত হৈ এই কৰাল ধূমপুঞ্জ আৰু অগ্নিজ্বালাৰ বিভীষিকাৰ লীলা চাই থাকে মাহিষ্মতীৰ অধিপতি নীলে। ই যে অনলৰে আক্ৰোশৰ দৰে অতিকৰাল জ্বালালীলা।

কোন এই ব্ৰাহ্মণবেশী সুবৰ্চা? অকস্মাৎ,যেন তেওঁৰ অন্তৰৰ ভিতৰত এক দাৱদগ্ধ বিস্ময় আৰু কৌতূহলৰ জ্বালা সহ্য কৰিব নোৱাৰি দ্ৰুতবেগে ধাৱিত হয় নীল, আৰু লৌহকক্ষৰ ওচৰলৈ আহিয়েই হতবাক হৈ থিয় হৈ থাকে। হয়. সত্য হৈছে তেওঁৰ অনুমান। ভস্মীভূত হৈ গৈছে লৌহকক্ষ, আৰু সহাস্যমুখে থিয় হৈ আছে সেই স্নিগ্ধতনু ব্ৰাহ্মণকুমাৰ সুবৰ্চা।

কাতৰস্বৰে প্ৰশ্ন কৰে নীলে— আপোনাৰ পৰিচয় প্ৰদান কৰক ব্ৰাহ্মণকুমাৰ। দৈৱবলে বলী, কোন আপুনি?

মৃদুহাস্য স্ফুৰিত কৰি সুবৰ্চাই কয়— মই অনল।

অদৃশ্য হ'ল অগ্নিজ্বালাৰ বিভীষিকা। সান্ধ্য বায়ুৰ মৃদু শীত সঞ্চাৰত পুনৰ শান্ত আৰু স্নিগ্ধ হৈ উঠে মাহিষ্মতীৰ প্ৰাসাদ। কৃতাঞ্জলিপুটে আৰু প্ৰসন্নহাস্যে হৃদয়ৰ আনন্দ নিৱেদন কৰে নীলে— ধন্য হ'ল মাহিষ্মতী! ধন্য হ'ল মাহিষ্মতীৰ অধিপতি নীল আৰু নীলতনয়া ভাস্বতী! আপোনাৰ কৃপালীলাত মোৰ সকলো আশা সফল হ'ল,অনলদেৱ।

অনলে কয়— নিশ্চিত হওক নৃপতি নীল, মোৰ নিৰ্দেশত দিগ্বিজয়ী পাণ্ডৱে কেৱল আপোনাৰ দান গ্ৰহণ কৰি তৃপ্ত হৈ গুচি যাব।

নীল— মাহিষ্মতীৰ শ্ৰদ্ধা গ্ৰহণ কৰক, দেৱ বৈশ্বানৰ।

অনলে কয়— আৰু, মোৰেই বাঞ্ছিতা ভাস্বতীক মোৰ ওচৰত সম্প্ৰদান কৰক, ভাস্বতীপিতা নীল।

— ভাস্বতী! স্নেহাভিভূত আহ্বান কৰে নীলে।

অনল—এটি প্ৰস্তাৱ আছে নৃপতি নীল। ভাস্বতীৰ ওচৰত মোৰ পৰিচয় এতিয়াই প্ৰকাশ কৰি নিদিব।

নীল— তথাস্তু।

নৃপতি নীলে পুনৰ আহ্বান কৰে— ভাস্বতী!

ভাস্বতী আহি সন্মুখত থিয় হয়। মৃদু হাস্যে কৃতাৰ্থ হৃদয়ৰ আনন্দ উদ্ভাসিত কৰি নীলে কয়— আহাঁ কন্যা, এই চোৱাঁ, তোমাৰ প্ৰেমধন্য জীৱনৰ সহচৰ সুবৰ্চা তোমাৰেই প্ৰতীক্ষাত আছে ।

মন্ত্ৰ পাঠ কৰি তনয়া ভাস্বতীক সুবৰ্চাৰ ওচৰত সম্প্ৰদান কৰি গুচি গ'ল নৃপতি নীল। ভাস্বতীৰ পাণি গ্ৰহণ কৰি কৃতাৰ্থ সুবৰ্চাই আকাঙ্ক্ষ স্বৰে প্ৰশ্ন কৰে— বৰমাল্য ক'ত, প্ৰিয়া ভাস্বতী?

স্নিগ্ধহাসিনী বনমল্লিকাৰ দৰে সুষমা বিকশিত কৰি স্মিতাধৰা ভাস্বতীয়ে কয়— আছে।

— ক'ত?

—পুষ্পকাননৰ নিভৃতত, সেই নক্তমালৰ ছায়াত, সেই মনঃশিলাৰ অলক্তেৰে ৰঞ্জিত স্ৰোতস্বিনীৰ তটত।

সন্ধ্যাৰাগে ৰঞ্জিত হৈ আছে নক্তমালৰ ছায়া। উৎপলপৰিমলে বিহ্বল হৈছে বনবায়ু। পুষ্পচয়ন কৰিছে ভাস্বতীয়ে আৰু মালা গঁথাও সমাপ্ত হৈছে। ওচৰত আহি থিয় হয় ভাস্বতীৰ প্ৰেমিক সুবৰ্চা, ভাস্বতীৰ স্বামী সুবৰ্চা।

প্ৰণাম কৰে ভাস্বতীয়ে আৰু তাৰ পিছতেই দুইহাতে বৰমাল্য উত্তোলন কৰি সুবৰ্চাৰ মুখৰ পিনে চায়— প্ৰিয় সুবৰ্চা।

কিন্তু ই কি? ই কাৰ মূৰ্তি? সেই মুহূৰ্তে যেন এক দুঃসহ শাস্তিৰ আঘাতত ব্যথিত হৈ যন্ত্ৰনাক্ত স্বৰে চীৎকাৰ কৰি উঠে ভাস্বতীয়ে— কোন তুমি?

— মই তোমোৰেই প্ৰিয় প্ৰেমিক আৰু পতি সুবৰ্চা।

— মিছা কথা! তুমি অনল, তুমি কেৱল অনল, জ্বালালীলাবিলাসী অনল। তুমি সুবৰ্চা নোহোৱা।

—সুবৰ্চাৰ ছদ্মৰূপ ধাৰণ কৰি ময়ে তোমাৰ প্ৰেম কামনা কৰিছোঁ ভাস্বতী। যি অনলৰ মুগ্ধ চক্ষুৰ দৃষ্টি বৰণ কৰাৰ আশাত পুষ্পকাননৰ এই নিভৃতত সিদিনা থিয় হৈছিলা তুমি, সেই অনলেই সুবৰ্চা হৈ তোমাক মুগ্ধ দৃষ্টিৰে বৰণ কৰিছিল ভাস্বতী।

ভাস্বতী— নিষ্ঠুৰ কৌতুকৰ অধীশ্বৰ, হে বৈশ্বানৰ!

বিস্মিত হয় অনল— নিষ্ঠুৰ বুলিছা কিয়, ভাস্বতী? ময়েইতো তোমাৰ সুবৰ্চা।

ভাস্বতী— নাই, মোৰ সুবৰ্চা তুমি নোহোৱা।

অনল— তোমাৰ কথাৰ অৰ্থ বুজিব পৰা নাই।

ভাস্বতী— কিয় পৰা নাই, অনলদেৱ? পৰপুৰুষৰ কণ্ঠত মাল্যদান কৰিব নোৱাৰে, সুবৰ্চাৰ ভাৰ্যা আৰু প্ৰেমিকা ভাস্বতীয়ে।

— পৰপুৰুষ?

— হয়, মোৰ আশাৰ স্বপ্ন উদ্ভাসিত কৰিছে যি, মোৰ কামনাৰ আশা উদ্দীপিত কৰিছে যি, মোৰ অন্তৰৰ স্তৰে স্তৰে মুদ্ৰিত হৈ আছে যাৰ মূৰ্তি, তেওঁ হ'ল সুবৰ্চা। মোৰ ওচৰত আপুনি পৰপুৰুষ মাত্ৰ। অপৰৰ প্ৰেমবন্দিতা নাৰীৰ হাতৰ বৰমাল্য জয় কৰাৰ দুৰ্বাসনা বৰ্জন কৰক অনলদেৱ।

— ভাস্বতী! উত্তপ্ত হৈ উঠে অনলৰ কণ্ঠস্বৰ। —জানে নৃপতি নীলে, সুবৰ্চাৰ ছদ্মৰূপত মই অনলে তেওঁৰ তনয়া ভাস্বতীৰ প্ৰেম কামনা কৰিছোঁ। তোমাৰ পিতা নৃপতি নীলে মোৰ ওচৰত তেওঁৰ দুহিতা ভাস্বতীক সম্প্ৰদান কৰিছে। তুমি তোমাৰ পিতাৰাৰ মন্ত্ৰোচ্চাৰিত সম্প্ৰদান ব্যৰ্থ কৰিব নোৱাৰা। সেই অধিকাৰ তোমাৰ নাই।

ভাস্বতী— তুমি সুবৰ্চাৰ ৰূপ ধাৰণ কৰি পিতা নীলৰ সম্মুখত ভাস্বতীৰ যি হাত গ্ৰহণ কৰিছা, আজি এই সন্ধ্যাৰাগে অৰুণিত পুষ্পকাননৰ নিভৃতৰ উৎসৱত সুবৰ্চাৰেই ৰূপ ধাৰণ কৰি প্ৰেয়সী ভাস্বতীৰ হাতৰ সেই বৰমাল্য গ্ৰহণ কৰা।

সকলো জ্বালালীলাৰ অধীশ্বৰ অনলৰ অন্তৰত যেন এক অপমানৰ জ্বালা

লাগে। বিষণ্ণ স্বৰে কয়— তোমাৰ ওচৰত মই চিৰকাল সুবৰ্চাৰ ৰূপ ধৰি থিয় হৈ থকাটোকে তুমি জানো কামনা কৰা?

ভাস্বতী— হয় অনল। তুমি সুবৰ্চা হোৱা।

অনল— নাই।

ভাস্বতী— আহাঁ অনল, মোৰ জীৱনৰ একমাত্ৰ প্ৰেমিক সেই সুবৰ্চাৰ ৰূপ ধাৰণ কৰি মোৰ জীৱনৰ চিৰসঙ্গী হৈ থাকা।

অনল— নাই, এই দুৰাশা ত্যাগ কৰা, নীলকন্যা।

ভাস্বতী— তেনেহ'লে সুবৰ্চাৰ প্ৰিয়া ভাস্বতীৰ বৰমাল্য লাভৰ আশা ত্যাগ কৰক, অনলদেৱ।

সেই মুহূৰ্তে বৰমাল্য ছিন্ন কৰি স্ৰোতস্বিনীৰ সলিলত নিক্ষেপ কৰে ভাস্বতীয়ে।

বিদ্ৰূপকুটিল ভ্ৰুভঙ্গী আৰু কৌতুকতৰল হাস্য শিহৰিত কৰি চাই থাকে অনলে। আৰু স্থিৰ চিত্ৰলেখাৰ দৰে থিয় হৈ স্ৰোতস্বিনীৰ অস্থিৰ সলিলৰ ফালে চাই থাকে ভাস্বতীয়ে।

অনলে কয়— তোমাৰ সকলো প্ৰলাপ ক্ষমা কৰিলো, ভাস্বতী।

কোনো উত্তৰ নিদিয়ে ভাস্বতীয়ে।

অনল— সুন্দৰাননা ভাস্বতী, তোমাৰ সৌ চিবুক আৰু অধৰ, সৌ পীনবক্ষ আৰু ক্ষীণকটি, সৌ সুগ্ৰীৱাভঙ্গী আৰু গুৰুশ্ৰোণীভাৰ, সকলোৰে ওপৰত মোৰ স্বত্ব আছে।

প্ৰাণহীনা আৰু ভাষাহীনা পাষাণৰ পুত্তলিকাৰ দৰে স্তব্ধ হৈ থিয় হৈ থাকে ভাস্বতী।

অনলে কয়— অনলৰ বক্ষোলগ্ন হোৱা, মাহিষ্মতীৰ দীপশিখা।

কোনো সহাঁৰি নিদিয়ে ভাস্বতীয়ে।

নিবিড় আলিঙ্গনত ভাস্বতীৰ অচঞ্চল মূৰ্তি বক্ষোলগ্ন কৰে অনলে। পুষ্পকাননৰ নিভৃতত সন্ধ্যাৰাগেৰে অভিভূত নক্তমালৰ ছায়াই অনলৰ বাসনা বাসিত উৎসৱৰ মুহূৰ্তবোৰক নীৰৱে সহ্য কৰি থাকে।

— অনলৰ তৃষ্ণাৰ তৃপ্তি, নীলতনয়া ভাস্বতী।

তৃপ্তপ্ৰাণ অনলৰ আহ্বানত যেন মূৰ্ছা ভাঙি জাগি উঠে ভাস্বতী। বিস্ৰথ কৰৰীভাৰ কম্পিতহস্তে বিন্যস্ত কৰি অনলৰ মুখৰ ফালে চায়। কিন্তু চমকি উঠে অনল আৰু আৰ্তস্বৰে তেওঁ কয়— ই কি ভাস্বতী, তোমাৰ নয়ন অশ্ৰুসিক্ত কিয়?

ভাস্বতী— অন্যপূৰ্বা নাৰীক বক্ষোলগ্ন কৰিছে আপুনি, আপোনাৰ সংকল্প সিদ্ধ হৈছে। আপোনাৰ লীলা পৰাক্ৰমৰ দ্বাৰা উপকৃত মাহিষ্মতীৰ এটি কৃতজ্ঞতাৰ দেহক আপুনি কেৱল আপোনাৰ অধিকাৰৰ উল্লাসত উপভোগ কৰিছে। তৃপ্ত হৈছে আপুনি, কিন্তু মোৰ তৃপ্তি সুবৰ্চাৰ সন্ধানত স্ৰোতস্বিনীৰ জলত ভাহি গৈছে।

আহত কণ্ঠস্বৰে চীৎকাৰ কৰে অনলে— কি কলা ভাস্বতী?

ভাস্বতী— যি শুনিলে তাকেই কৈছো, অনলদেৱ। মোৰ বৰমাল্য, মোৰ মঞ্জীৰধ্বনি, মোৰ নিশ্বাস আৰু অতৃপ্ত অধৰে অনন্তকাল মোৰ সুবৰ্চাকে বিচাৰি ফুৰিব।

অনল—তেনেহ'লে বৃথা কিয় অনলৰ এই প্ৰণয়োৎসুক বাহুৰ আলিঙ্গন বৰণ কৰিলা, নীলতনয়া?

ভাস্বতী— বৰণ কৰা নাই, অনলদেৱ।

অনল— ভাস্বতী।

ভাস্বতী— কওক।

অনল— এনেকুৱা কৃত্ৰিম জীৱনেই জানো তোমাৰ কাম্য?

ভাস্বতী— হয় অনলদেৱ, ভাস্বতীৰ মন কেতিয়াও আপোনাৰ বক্ষৰ ওচৰলৈ নাযাব। আপোনাৰ কামনাৰ জ্বালা চিৰকাল সহ্য কৰিব ভাস্বতীৰ দেহে, কিন্তু ভাস্বতীৰ মনে চিৰকাল তাইৰ স্বপ্নচাৰী প্ৰেমিক সুবৰ্চাৰ বুকুত লুটি খাই থাকিব।

অনলৰ চকু অকস্মাৎ খৰবহ্নিশিখাৰ দৰে জ্বলি উঠে— ই যে অভিশাপ, অশুচি স্বৈৰিণীৰ জীৱন।

হাঁহি উঠে ভাস্বতীৰ— হয়, আপোনাৰেই আশীৰ্বাদ, আপোনাৰেই কৌতুকৰ দান, হে সৰ্বশুচি বৈশ্বানৰ।

—x—

# ইন্দ্ৰ আৰু শ্ৰুবাৱতী

আশ্ৰমবাসিনী এক তপস্বীনী নাৰীৰ ধ্যাননিমীলিত নেত্ৰ বাৰে বাৰে চমকি জাগি উঠে। সেই তপস্বিনীৰ নাম শ্ৰুবাৱতী।

আশ্ৰমৰ সন্মুখত বনবীথিকাৰ কোনো এক ৰহস্যৰ কুণ্ডলদ্যুতি ঘূৰি ফুৰে। শ্ৰবাৱতীৰ মনত ভাৱ হয়, অন্তৰীক্ষৰ বুকুৰ পৰা এটি জ্যোতিৰ্ময় কৌতূহল ভূতললৈ আহে অঅৰু বনবীথিকাৰ কদম্ব চম্পক আৰু নীলাশোকৰ ছায়া নিবিড় স্নিগ্ধতাৰ মাজত কিবা এটা অন্বেষণ কৰি ফুৰে।

ঋষি ভাৰদ্বাজ দুষ্কৰ এক তপঃসাধনাৰ উদ্দেশ্য হিমালয় পৰ্বতলৈ যাত্ৰা কৰিছে। আশ্ৰম কুটীৰত একাকিনী বাস কৰে। তেওঁৰ তপস্বিনী কন্যা শ্ৰুবাৱতী। পীতকৌশেয়বসনা আৰু একবেণীধৰা শ্ৰুবাৱতীৰ মুখৰ ফালে চাই নিশ্চিন্ত হৈ যাত্ৰা কৰিছে ভাৰদ্বাজ। কঠোৰ ব্ৰহ্মব্ৰত যাপন কৰি কুমাৰী শ্ৰুবাৱতীয়ে তাইৰ কামনাময় মনোলোকৰ সকলো কল্পনাক ক্লিষ্ট কৰা দেখি সুখী হৈছে ভাৰদ্বাজ। ভাৰদ্বাজে দেখি গৈছে, উষাৰ দৰে মনোৰমা যি কুমাৰীৰ অঙ্গে অঙ্গে যৌৱনৰ উদ্ভাস ব্যাকুল হৈ উঠিছে, সেই কুমাৰী স্বেচ্ছাই ধূলিধূসৰা স্বৰ্ণৰেখাৰ দৰে নিষ্প্ৰভ হৈ আশ্ৰমৰ ছায়াতৰু তলত পৰি থাকে।

গুচি গৈছে ঋষি ভাৰদ্বাজ। অতন্দ্ৰিত সবিতাই কালচক্ৰত ধাৱিত হৈ অনেক দিন ৰাতি কলা আৰু কাষ্ঠা ৰচনা কৰিছে আৰু তপস্বিনী শ্ৰুবাৱতীয়েও অনেক তপস্যা কৰিছে। ষড়ঋতুৰ ৰঙ্গে লীলায়িত বনস্থলীৰ বুকুলৈ অনেক বৰ্ণচ্ছটা আৰু অনেক সৌৰভ আহিছে আৰু গৈছে তপস্বিনী শ্ৰুবাৱতীৰ দুই চকুৰ ধ্যান মুহূৰ্তৰ কাৰণেও বিচলিত নহয়।

কিন্তু কোনে জানে, কি আছিল সেইদিনাৰ সেই আলোকত অনিলত আৰু সলিলত? এক প্ৰভাতত তপস্বিনী শ্ৰুবাৱতীৰ জাগ্ৰত চক্ষুৰ দৃষ্টিক যেন ক্ষণবিহ্বলতাৰে নিবিড় কৰি দি আৰু সেই বিহ্বল দুই চক্ষুত নতুন এক ধ্যানৰ আবেশ সঞ্চাৰিত কৰি গুচি গ'ল নয়নমোহন এক ৰহস্যৰ কুণ্ডলদ্যুতি। এই প্ৰভাতৰ দৰে কত শত প্ৰভাতত বনস্থলীৰ বক্ষৰ নিভৃতত কলনাদিনী তটিনীৰ সলিলত স্নান কৰিছে শ্ৰুবাৱতীয়ে আৰু মুকুতাময় বালুকাৰ অজস্ৰ দ্যুতিচ্ছবি দুই ভৰিৰে পদ দলিত কৰি আশ্ৰমৰ কুটীৰলৈ উভতি আহিছে। বালুকাৰ সেই মুকুতাৰ দ্যুতিয়ে কোনোদিনে যাৰ দুই চকুৰ কৌতূহল চমকিত কৰিব পৰা নাই, তাইৰে চকু দুটা আজি দুই কুণ্ডলৰ দ্যুতি দেখি বিস্মিত হৈছে। কোন সেই পথিক, চমকিত হিৰণকিৰণেৰে ৰচিত কলেবৰ, যেন যৌৱনায়িত লাৱণ্যৰ চঞ্চলোচ্ছল

ছবি বিচ্ছুৰিত কৰি গুচি গ'ল? ক'ৰ পৰা আহিল আৰু ক'লৈ গুচি গ'ল সেই দীপ্তকান্ত ৰূপমান? মণিময় কুণ্ডলৰ দ্যুতিতকৈও কত নয়নাভিৰাম তাৰ নয়নজ্যোতি!

তপস্বিনী শ্ৰুবাৱতীয়ে যেন তাইৰ হৃদয়ৰ বিচলিত নিঃশ্বাসৰ মাজত সেই প্ৰশ্ন আৰু বিস্ময়ৰ ধ্বনি শুনিবলৈ পায়। নিজ কৰকঙ্কনৰ শব্দত শঙ্কিতা অভিসাৰিকাৰ দৰে চমকি উঠে আৰু লজ্জিত হয় শ্ৰুবাৱতী । তপস্বিনীৰ জটায়িত বেণীভাৰ যেন চূৰ্ণ হ'বৰ কাৰণে শিয়ৰি উঠিছে। দ্ৰুত বেগে গুচি যায় শ্ৰুবাৱতী। আশ্ৰম কুটীৰৰ ছায়াছন্ন নিভৃতৰ ভিতৰলৈ আহিও কিবা যেন বিচাৰি ফুৰে শ্ৰুবাৱতীয়ে। তপস্বিনীয়ে তাইৰ ক্ষণবিহ্বল নেত্ৰৰ এক ভয়ঙ্কৰ উদ্‌ভ্ৰান্তিক লুকাই থবৰ কাৰণে গভীৰতৰ এক অন্ধকাৰৰ আশ্ৰয় বিচাৰে।

সুস্থিৰ হৈ ধ্যানাসনত উপবেশন কৰে শ্ৰুবাৱতীয়ে। কিন্তু গম পায়, আজিৰ প্ৰভাতৰ আলোকে তপস্বিনীৰ দুই চকুৰ চখ সফলকাম কৰিছে। শ্ৰুবাৱতীৰ নয়ন প্ৰান্তৰ পৰা তপ্ত মুক্তাফলৰ দৰে দুটি অশ্ৰুবিন্দু স্খলিত হয়, ধ্যানভঙ্গ তপস্বিনীৰ কৌশেয বসনৰ প্ৰান্ত সিক্ত কৰি তোলে।

সচাঁকৈয়ে তপস্বিনীৰ নেত্ৰত নতুন এক স্বপ্ন আবেশ সঞ্চাৰিত হয়। দুটি কুণ্ডলদ্যুতিৰ স্বপ্ন। পাহৰিবলৈ নোৱাৰে শ্ৰুবাৱতীয়ে,আৰু নিজৰ হৃদয়ৰ ৰিদ্ধেও পুনৰ বৃথা সংগ্ৰাম নকৰে। কোন তেওঁ? কিয় আহিল, ক'ৰ পৰা আহিল, আৰু ক'লৈ গুচি গ'ল? সেই পুৰুষৰ নেত্ৰদ্বয়ত যেন অন্তৰীক্ষৰ সমস্ত নীলিমাৰ পীযূষ নিবিড় হৈ আছে। কোনে জানে,ধূলিময় এই মৰ্ত্যলোকৰ কোন শ্যামলতাৰ কাৰণে পিপাসা লৈ বনবীথিকাৰ ছায়াই ছায়াই ঘুৰি ফুৰে সেই বিপুল ৰূপৰ পুৰুষ।

পীতকৌশেযে বসন পৰিহিতা এজনী প্ৰেমিকাৰ কামনাই যেন প্ৰতিক্ষণ তপস্যা কৰে। বিশ্বাস কৰে শ্ৰুবাৱতীয়ে, মৰ্ত্যলোকৰ কামনাবোৰে যেন এজন সুন্দৰ দয়িতক জীৱনত অভ্যৰ্থনা কৰিবৰ কাৰণে প্ৰতিক্ষণ তপস্যা কৰিছে। বোধহয়, তৃষ্ণাৰ্ত ধূলিকণিকাই অন্তৰৰ সকলো কামনাৰে আহ্বান কৰিছে বুলিয়েই আকাশচৰে জলদ ধাৰা-বিগলিত আবেগে ভূতললৈ নামি আহি স্নেহ লেটিয়াই দিয়ে। লতিকাৰ আহ্বান শুনে দক্ষিণ সমীৰে, কিশলয়ৰ আহ্বান শুনে প্ৰভাত মিহিৰে। মৰ্ত্যৰ পুষ্প লতিকা আৰু কিশলয়ৰ দৰে নীৰৱ তপস্যাৰতা এক মৰ্ত্য নাৰীৰ কামনাই যদি অহৰহ তাইৰ জীৱনপ্ৰিয় দয়িতক আহ্বান কৰে, তেনেহ'লে সি জানো নহাঁকৈ থাকিব পাৰে? নিমীলিত নয়নত গভীৰ সপোনৰ আবেশ লৈ

সেই হৃদয় দয়িতৰ কুণ্ডলদ্যুতিক হৃদয়ৰ মাজত দেখিবলৈ পায় শ্ৰুবাৱতীয়ে।

বোধহয় সফল হ'ব আশ্ৰমবাসিনী এক মৰ্ত্য নাৰীৰ কামনাৰ তপস্যা। ধ্যাননিমীলিত চকুযুৰি হঠাৎ চমকিত হৈ জাগ্ৰত হয় আৰু শ্ৰু বাৱতীয়ে মনে মনে ভাবে, সেই কুণ্ডলদ্যুতি যেন ওচৰলৈ আহি থিয় হৈ আছিল। উৎকৰ্ণ হৈ শুনি থাকে শ্ৰুবাৱতীয়ে, আশ্ৰম প্ৰাঙ্গণৰ আশ্ৰম প্ৰান্ত পাৰ হৈ ছায়াচ্ছন্ন বনবীথিকাৰ নীৰৱ পৱনৰ মৃদু পুলকিত পদধ্বনি সঙ্গীত উপহাৰ দি গুচি গ'ল এক অধ্বনীন। শ্ৰুবাৱতীয়ে তাইৰ স্বপ্নভাৰালাস নিমীলিত চকুযুৰিৰ দুৰ্ভাগ্যক ধিক্কাৰ দি আশ্ৰম প্ৰাঙ্গণৰ বাহিৰত আহি থিয় হয় আৰু বন বীথিকাৰ ফালে চাই থাকে।

ষড়ঋতুৰ ৰঙ্গে লীলায়িত বনস্থলীৰ দৰে পীতকৌশেয়বসনা প্ৰেমিকা শ্ৰুবাৱতীৰো অন্তৰলোকত বিচিত্ৰ বাসনাৰ উৎ সৱ লীলায়িত হয়। পাৰুল কুসুমৰ গন্ধভাৰ তপ্ত কৰি লৈ গ্ৰীষ্মৰ আগমন হয় । পৱন বেগে ওপৰলৈ উঠি বনস্থলীৰ পাতবোৰে যেন কাতৰ নিঃশ্বাস কাঢ়ে। শুকান বেণুবনত যেন জ্বালা বিমথিত কঙ্কালৰ ক্ৰন্দন ধ্বনিত হয়। মধ্যাহ্নৰ নিদাৰ্ঘত বনবীথিকাৰ মত্ততাৰ ফালে দুই অপলক নয়নৰ উত্তপ্ত আগ্ৰহ প্ৰসাৰিত কৰি চাই থাকে শ্ৰবাৱতীয়ে। দেখিবলৈ পায় শ্ৰুবাৱতীয়ে সেই ৰূপমানৰ কুণ্ডলৰ দ্যুতিয়ে অদূৰৰ এজোপা উদ্দালক বৃক্ষৰ ছায়াৰ স্নেহ আহৰণ কৰিছে। শ্ৰুবাৱতীৰ মনে কয়, কাষলৈ আহাঁ পথিক, তপস্বিনীৰ জটায়িত বেণীভাৰ এতিয়াই বিগলিত হৈ কৱৰীৰ ছায়া দান কৰিব। সেই ছায়াৰ শীতলতা আৰু স্নেহ গ্ৰহণ কৰি সুখী হোৱা তুমি।

বৰ্ষাকালীন মেঘৰ্জনত হৰ্ষান্বিতা চাতকীৰ দৰে শ্ৰুবাৱতীয়ে আশ্ৰম প্ৰাঙ্গণৰ পৰা এজোপা ভূকদম্ব বক্ষৰ কাষত দণ্ডায়মান তাইৰ তপস্যাৰ আকঙ্ক্ষিত সেই পথিকৰ ফালে চাই থাকে। নৱবাৰিস্নাত ব নভূমিৰ বক্ষৰ তৃণাঙ্কুৰ বৈদূৰ্যমণিৰ দৰে দেদীপ্যমান হৈ উঠে, জাগ্ৰত হয় মদ কলকণ্ঠ ময়ূৰৰ কেকা। শ্ৰুবাৱতীৰ জটায়িত বেণীভাৰৰ ওপৰত সৰি পৰে, সিক্ত স্নিগ্ধ অৰ্জুনৰ মঞ্জৰী। দ্বিধা নকৰে, বিন্দুমাত্ৰও কুণ্ঠা বোধ নকৰে, তপস্বিনীয়ে অবাধ আগ্ৰহে বাহু প্ৰসাৰিত কৰি তুলি লয় সেই মঞ্জৰী। ইচ্ছা কৰে, স্নিগ্ধ অৰ্জুনৰ এই মঞ্জৰীক কৰ্ণভূষণ কৰি লৈ এই মুহূৰ্ততে এই তপস্বিনীৰ বেশ মিথ্যা কৰি দিবলৈ আৰু ওচৰলৈ দৌৰি যাবলৈ , যি প্ৰিয় দৰ্শনৰ কুণ্ডলদ্যুতি এতিয়া সেই ভূকদম্ব তৰুৰ ছায়াৰ নিবিড়তাৰ মাজত দীপ্তমান হৈ আছে। কিন্তু নোৱাৰে শ্ৰুবাৱতীয়ে, আশ্ৰমৰ পুষ্প লতিকা আৰু কিশলয়ৰ দৰে মত্যনাৰীৰ কামনায়ো যেন কেৱল নীৰৱে চাই থাকি বাঞ্চিতক আহ্বান কৰে, তুমি কাষলৈ আহি এই সিক্ত অৰ্জুনৰ

মঞ্জৰী নিজ হাতে তুলি লৈ তাপসিতাৰ দুই কাণত দুলাই দি যোৱা পথিক।

শাৰদ নভঃপটৰ অভ্ৰমালাত আৰু ভূতলৰ নতুন কাহিবনৰ বুকুত অমলধৱল উৎসৱৰ আনন্দ বিৰাজমান হয়। অনিলপ্ৰকম্পিত বনান্তৰ সপ্তপৰ্ণ কাননৰ কোবিদাৰ আৰু উপবনৰ কুৰুবকৰ যৌৱন উল্লসিত হয়। নিবিড়তৰ হৈ ফুটি উঠে নীলোৎপলৰ নীলিমা আৰু বন্ধুজীৱৰ ৰক্তিমা। সৰোবৰতটৰ হংসৰৱানুনাদ আৰু শালিধান্যৰ সৌৰভত বায়ুৱে প্ৰেমতাপসিকা শ্ৰুবাৱতীৰ অন্তৰত যেন সুধ্বনিময় সঙ্গীতৰ মুখৰতা আৰু নিবিড় সৌগন্ধ্যৰ আবেশ বৰ্ষণ কৰে। দেখিবলৈ পায় শ্ৰুবাৱতীয়ে, সেই পথিকৰ কুণ্ডলদ্যুতি নিকটতৰ হৈছে। কোবিদাৰ তৰুৰ কম্পিত পল্লৱৰ চঞ্চল ছায়াৰ মাজত থিয় হৈ আছে পথিক। শ্ৰুবাৰতীৰ মনে কয়, কাষলৈ আহি অনুভৱ কৰি যোৱা পথিক, তোমাৰ কাৰণে কি দুঃসহ চঞ্চলতা সহ্য কৰিছে ধ্যানহাৰা ধ্যানিনীৰ বক্ষৰ অনিলে!

তপস্বিনীৰ কোমল কপোলত নৱস্ফুট লোধ্ৰৰেণু ছটিয়াই দিয়ে হেমন্তৰ কৌতকসমীৰে। শিশিৰস্নেহে শিহৰিত হৈ মৃগাঙ্গনা বনপথেদি দ্ৰুতবেগে গুচি যায়। প্ৰিয়ঙ্গুলতিকাৰ দেহত পাণ্ডুৰ অভিমান শিহৰিত হয়। ক্ৰৌঞ্চনাদত হৃদয় চমকিত হ'লেও তপস্বিনী শ্ৰুবাৱতীৰ অপলক নয়নৰ দৃষ্টিয়ে অবিচলিত আগ্ৰহ সহকাৰে বনবীথিকাৰ ফালে চাই থাকে। আহিছে,আৰু ওচৰলৈ আহিছে শ্ৰুবাৱতীৰ সৰ্বক্ষণৰ আশাৰ বাঞ্ছিত সেই পথিকৰ মূৰ্তি। বনবীথিকাৰ যি জোপা পলাশৰ ৰক্তিমা শিখা হৈ জ্বলিছে, সেই পলাশ জোপাৰ ওচৰতে জ্বলিছে সেই কুণ্ডলদ্যুতি। তপস্বিনীৰ কোমল কপোলত লোধ্ৰৰেণুৰ চুম্বন লিপ্ত হৈ আছে। ৰেণুময় সেই চুম্বনৰ চিহ্ন মছি পেলাবলৈ নিবিচাৰে, নোৱাৰেও শ্ৰুবাৱতীয়ে। শ্ৰুচবাৰতীৰ মনে কয়, কাষলৈ আহি জানি যোৱা পথিক, তপস্বাৰিণীৰ কপোলৰ এই ৰেণুময় চিহ্ন চকিত চুম্বনে মছি দিবৰ অধিকাৰ কেৱল তোমাৰে অধৰৰ আছে।

হিমকণ্টকিত শীতবায়ুৰ নখাঘাতত বনবীথিকাৰ বৃক্ষই শ্যামপল্লৱৰ সমাৰোহ হেৰাই ৰিক্ত হয়, কিন্তু ৰিক্ত নহয় তপস্বনীৰ নয়নৰ কৌতূহল ইক্ষুবনৰ সৌৰভ বক্ষত ধাৰণ কৰি অকস্মাৎ চঞ্চল হৈ উঠে অলস শীতানিল, আৰু তপস্বিনী শ্ৰুবাৱতীৰ নয়নেও চঞ্চল হৈ কেৱল লক্ষ্য কৰে, সেই পথিকৰ কুণ্ডলদ্যুতি আশ্ৰম প্ৰান্তৰ ওচৰত নক্তমালকুঞ্জৰ ছায়াবিৰল নিভৃতৰ ওচৰলৈ আহি স্থিৰ হৈ আছে। তপস্বিনীৰ পীত কৌশেয় বসনৰ অঞ্চল যেন নিজৰেই শিথিলিত লজ্জাৰ শিহৰণ সহ্য কৰিবলৈ গৈ আৰু বিবশ আৰু বিচলিত হয়।

শ্ৰুবাৰতীৰ মনে কয়, কাষলৈ আহি সুখী হোৱা পথিক। ছিন্ন কৰা তপস্বিনীৰ এই সুখী পীতকৌশেয় আবৰণৰ শাসন। ৰিক্ত হিমবায়ুৰ স্পৃহা মিথ্যা কৰি দি তোমাৰ তপ্ত আৰু মত্ত বাহুদ্বয়ৰ কামনা খৰায়িত কৰি নখবিলিখনে আলিম্পত কৰা তোমাৰ প্ৰণয়কামিনী এই তাপসিকাৰ বিবশ তনু।

আশ্ৰমপ্ৰাঙ্গণৰ নীলাশোকৰ আশা পল্লৱিত কৰি দেখা দিলে পিকৰৱ-মুখৰ বসন্তৰ দিন। তাম্ৰপ্ৰবালৰ ভাৰত বিনম্ৰ আম্ৰদ্ৰুমবাহুৱে যেন আগ্ৰহভৰে নিখিলৰ ভৃঙ্গগুঞ্জৰণ আৰু বিহঙ্গৰবৰ মধুৰতাক আপোন কৰি নিবৰ কাৰণে বুকুৰ কাষত পাবলৈ বিচাৰিছে। দেখিবলৈ পায় শ্ৰুবাৰতীয়ে, তাইৰ জাগ্ৰত নয়নৰ তপস্যাৰ বাঞ্ছিত সেই পথিক সঁচাকৈয়ে স্মিতহাস্যৰ সুষমাৰে বসন্ত দিনৰ সকলো সুন্দৰতাক মধুৰ কৰি দি চকুৰ সমুখলৈ আহি থিয় হৈ আছে।

আগন্তকৰ কুণ্ডলদ্যুতিৰ হাস্য আৰু প্ৰখৰ হৈ উঠে।— সেই পীতকৌশেষ বসন আৰু জটায়িত বেণীভাৰৰ বন্ধনত জীৱন আৰু যৌৱন ব্যথিত কৰি কোন সুখৰ কাৰণে তপস্যা কৰিছা, ভাৰদ্বাজতনয়া?

শ্ৰুবাৱতী,য় উত্তৰ দিয়ে— এই পীতকৌশেয় বসন আৰু জটায়িত বেণীভাৰে আপোনাৰে প্ৰেমাভিলাষিণী এজনী নাৰীৰ দেহ মন আৰু প্ৰাণৰ কামনাক গোপন কৰি ৰাখিছে। মিথ্যা তপস্বিনীৰ মিথ্যা ক্লেশ বেশ আৰু কৃচ্ছ্ৰ ক্ষমা কৰক, অনঘ।

আগন্তুকৰ নয়নৰ বিস্ময় কৌতুকত দীপ্ত হৈ উঠে। — তুমি মোৰ প্ৰেমাভিলাষিণী?

শ্ৰুবাৱতী— হয়, প্ৰিয় অতিথি।

আগন্তুক— তুমি জানা মোৰ পৰিচয়?

শ্ৰুবাৱতী— নাজানো, জানিবৰ সৌভাগ্য হোৱা নাই কেতিয়াও, জানিবলৈ ইচ্ছাও নকৰোঁ ধীমান। কেৱল জানো তপস্বিনী শ্ৰুবাৰতীৰ নয়নৰ পৰা তাইৰ সকলো ধ্যান কাঢ়ি নি সেই নয়নত এক বিপুল মধুৰ স্বপ্নৰ আবেশ সঞ্চাৰিত কৰিছে যি প্ৰিয় মুৰ্তিয়ে, সেই মূৰ্তি আপোনাৰে মূৰ্তি। ব্ৰহ্মব্ৰতিনীৰ ভুল তপস্যাই তামাসিক্ত হৃদয়ৰ মিথ্যাক মিথ্যা কৰি দি আপোনাৰে কুণ্ডলদ্যুতিয়ে আশ্ৰম বাসিনী শ্ৰুবাৱতীৰ নয়নৰ স্বপ্নক জ্যোৎস্নায়িত কৰিছে। তপস্বিনীক কৰিছে প্ৰেমিকা।

আগন্তুক— ভুল বুজিছা আশ্ৰমবাসিনী নাৰী। তোমাৰ সাত্ত্বিত বা তামসিত, সত্য অথবা মিথ্যা, কোনো ইচ্ছা তপস্যাকেই মিথ্যা কৰি দিবৰ কোনো ইচ্ছা মোৰ নাছিল।

শ্ৰুবাৱতী— মোৰ ভুল বুজিবলৈ পৰা নাই, মহাভাগ। আপুনি কওক, আপোনাৰ মণিময় কুণ্ডলৰ দ্যুতিয়ে এই বনবীথিকাৰ ছায়াই ছায়াই ইমানদিন ধৰি কোন লতিকাৰ শ্যামলতা আৰু স্নিগ্ধতা সন্ধান কৰি ফুৰিছে?

আগন্তুক— এই মৰ্ত্যৰ কোনো শ্যামলতা আৰু স্নিগ্ধতাৰ কাৰণে মোৰ বুকুত আৰু নয়নত কোনো তৃষ্ণা নাই, ঋষি কুমাৰী। মাত্ৰ আছে কৌতূহল।

শ্ৰুবাৱতী— ই কেনেকুৱা কৌতূহল ?

আগন্তুক— মাত্ৰ কৌতূহল। মৰ্ত্যৰ এক আশ্ৰমবাসিনী নাৰীয়ে কাৰ কাৰণে অথবা কিহৰ কাৰণে প্ৰতীক্ষা কৰে। কেৱল এই এটি কৌতূহলৰ তৃপ্তিৰ কাৰণে ঋষি ভাৰদ্বাজৰ আশ্ৰমৰ ফালে চাই আছে সুৰপতি ইন্দ্ৰৰ চকুৱে।

চমকিত হয় শ্ৰুবাৱতীৰ দুই নয়নৰ বিস্ময়।— আপুনি সুৰপতি ইন্দ্ৰ?

মিচিক্ কৰে হাঁহে ইন্দ্ৰই. — এৰা শ্ৰুবাৱতী, স্বৰ্গাধীশ বাসবৰ নয়নে মাথো ইমানখিনি জানিবলৈ বিচাৰে, এই মৰ্ত্যৰ কোন তপস্বী আৰু কোন তপস্বিনীৰ ধ্যানত স্বৰ্গবাসনা আছে।

শ্ৰুবাৱতী— তপস্বিনীৰূপিনী শ্ৰুবাৱতীৰ নয়নত আৰু কোনো ধ্যান নাই, মাথো আছে এটি স্বপ্ন আৰু সেই স্বপ্নত তিলমাত্ৰ স্বৰ্গবাসনা নাই বাসব।

ইন্দ্ৰৰ দুই নয়নৰ কৌতূহলে যেন ক্ষীণ বিদ্ৰূপৰ বিদ্যুতৰ দৰে শিহৰিত হৈ মৰ্ত্য নাৰীৰ এই মধুৰভণিত অহংকাৰৰ ভুল শুধৰাবলৈ বিচাৰে। ইন্দ্ৰই কয়— স্বৰ্গ নিবিচাৰা, কিন্তু স্বৰ্গপতি বাসবৰ প্ৰণয় লাভৰ বাসনাৰে স্বপ্নায়িত কৰি ৰাখিছা জীৱন আৰু যৌৱনৰ কামনা, কি অদ্ভুত তোমাৰ স্বপ্ন শ্ৰুবাৱতী!

শ্ৰুবাৱতী— আশ্ৰমবাসিনী মৰ্ত্য নাৰীৰ স্বপ্নক আপুনি ভুল বুজিছে স্বৰ্গধীশ। স্বৰ্গক নহয়, স্বৰ্গাধীশ ইন্দ্ৰকো নহয়, এই মৰ্ত্যৰে বনগীথিকাচাৰী এজন সুন্দৰ পথিকৰ যৌৱন বিমোহিত তনুশোভাক ভাল পাইছে শ্ৰুবাৱতীয়ে, উপবনৰ মাধবীয়ে যেনেকৈ তাইৰ চকুৰ ওচৰত থকা সহকাৰ তৰুৰ তৰুণ তনুৰ শোভা ভাল পায়। স্বৰ্গক নিবিচাৰোঁ স্বৰ্গপতিকো নিবিচাৰোঁ। যাৰ কুণ্ডলদ্যুতিয়ে হৰ্ষ সঞ্চাৰ কৰি বনতৰুৰ ছায়াই ছায়াই ঘুৰি ফুৰে ,তেওঁ হ'ল অমৰ লোকৰ

বৃন্দাৰক বন্দিত বাসৱ। মোৰ নয়নৰ প্ৰতীক্ষাই কেৱল তেওঁকেই বিচাৰিছে, যি মোৰ নয়নলৈ আনি দিছে প্ৰথম বিস্ময়, প্ৰথম মুগ্ধতা, অনুৰাগে ৰঞ্জিত প্ৰথম ক্ষণবিহ্বলতা। বনবীথিকাৰ এক পথিক মোৰ নয়নবীথিৰ পথিক হৈছে। সেই পথিকৰ কাৰণে আশ্ৰমবাসিনী নাৰীয়ে ইমানদিন প্ৰতীক্ষাৰ তপস্যা কৰিছে।

ইন্দ্ৰ— এনেকৈ প্ৰতীক্ষা কৰাৰ পৰা লাভ নাই, শ্ৰুবাৰতী।

শ্ৰুবাৰতী— মোৰ প্ৰতীক্ষা সাৰ্থক হৈছে, বাসব।

ইন্দ্ৰ— কি ক'বলৈ বিচাৰিছা, বুজিব পৰা নাই।

শ্ৰুবাৰতী— মৰ্ত্যনাৰী মই, ষড়ঋতুৰ দৰে লীলায়িত এই মৰ্ত্যৰ সকলো পুষ্প আৰু কিশলয়ৰ কামনাৰ দৰে মোৰো কামনাই প্ৰতিক্ষণে কামনাৰ তপস্যা কৰিছে। আৰু সেই প্ৰতীক্ষা সফলো হৈছে। মোৰ জীৱনৰ নিদাঘৰ নিঃশ্বাসে আজি মধুময় বসন্তৰ সৌৰভক কাষতে পাইছে। আপুনি আহিছে, মৰ্ত্যনাৰীৰ প্ৰতীক্ষাক আপুনি তুচ্ছ কৰিব পৰা নাই, স্বৰ্গাধীশ।

ইন্দ্ৰ— স্বৰ্গধীশ বাসৱৰ চকুৰে কোনো মুগ্ধতা লৈ তোমাৰ সন্মুখলৈ অহা নাই, শ্ৰুবাৰতী। তোমাৰ প্ৰতীক্ষাৰ টানত নহয়, মই আহিছো মোৰ কৌতূহলৰ তৃপ্তিৰ কাৰণে।

নিদাঘতাপিতা বনলতিকাৰ দৰে ব্যথিতভাৱে নীৰৱে থিয় হৈ থাকে শ্ৰুবাৰতী। ইন্দ্ৰই কয়— মৰ্ত্যৰ প্ৰতীক্ষাৰ টানত স্বৰ্গ কাষলৈ নামি নাহে, ঋষি কুমাৰী। এনেকুৱা দুৰাশাৰ ভুল বৰ্জন কৰা, ভাৰদ্বাজতনয়া।

তেনেকৈ নীৰৱ হৈয়ে এই মিথ্যা দুৰাশাৰ লজ্জা সহ্য কৰিবৰ কাৰণে নতমুখে থিয় হৈ থাকে শ্ৰুবাৰতী।

ইন্দ্ৰই কয়— স্বৰ্গপতি ইন্দ্ৰৰ ওচৰত প্ৰেম আশা নকৰিবা, মৰ্ত্যবাসিনী সুন্দৰী মানৱী। যদি ইচ্ছা আছে, কেনেহ'লে আশা কৰা ইন্দ্ৰৰ অনুগ্ৰহ।

শ্ৰুবাৰতীয়ে মুখ তুলি চায়— অনুগ্ৰহ?

**ইন্দ্ৰ— এৰা। ঋষিতনয়া,স্বৰ্গই কেৱল এই মৰ্ত্যক কৰুণা কৰিব পাৰে, অনুগ্ৰহ কৰিব পাৰে, বৰ দান কৰিব পাৰে। তাৰ বেছি একো কৰিব নোৱাৰে। তাৰ বেছি কিবা বিচৰাৰ অধিকাৰো এই মৰ্ত্যৰ কোনো প্ৰেম প্ৰণয় আৰু কামনাৰ নাই।**

শ্ৰুবাৰতী— আশ্ৰমবাসিনী এই মৰ্ত্য নাৰীৰ জীৱনক কিহৰ অনুগ্ৰহ কৰিব খোজে বাসৱ?

ইন্দ্ৰ— যদি স্বৰ্গলোকত স্থিতি লাভৰ বাসনা আছে, তেনেহ'লে তাৰ কাৰণে তপস্যা কৰা ভাৰদ্বাজতনয়া। যথা সময়ত আৰু তপস্যাৰ অন্তত তুমি স্বৰ্গলোকত স্থিতি লাভ কৰিবা। দেৱৰাজ ইন্দ্ৰৰ এই অনুগ্ৰহবাণী শুনি এতিয়া প্ৰীত হোৱাঁ, শ্ৰুবাৰতী।

শ্ৰুবাৰতী— আপোনাৰ অনুগ্ৰহবাণী শুনি প্ৰীত হৈছো বাসৱ, কিন্তু মোৰ জীৱনৰ কামনাই আপোনাৰ এই অনুগ্ৰহ নিবিচাৰে।

ইন্দ্ৰৰ মনৰ বিস্ময় ভ্ৰূকুটি হৈ ফুটি উঠে— কি তোমাৰ জীৱনৰ কামনা?

শ্ৰুবাৰতী— আশ্ৰমবাসিনী এই মৰ্ত্য নাৰীৰ দুই নয়নৰ সকলো আগ্ৰহ ধন্য কৰি দি এই নীলাশোকৰ ছায়াৰ ওচৰত আপুনি আৰু এবাৰ আহি থিয় হ'ব, আৰু ভাৰদ্বাজ তনয়া শ্ৰুবাৰতীয়ে এই মিথ্যা তপস্বিনীৰ মূৰ্তি মছি দি মধুবাসাৰিকা বধূৰ দৰে দয়িতৰ বক্ষ বৰণ কৰিবৰ কাৰণে আপোনাৰ সন্মুখত আহি থিয় হ'ব।

ইন্দ্ৰ— ধন্য তোমাৰ কামনাৰ দুঃসাহস। কিন্তু মনত ৰাখিবা দুৰাশাৰ নাৰী, মৰ্ত্যৰ আদেশ পালন কৰিবৰ কাৰণে স্বৰ্গৰ মনত কোনো আগ্ৰহ নাই।

অশ্ৰুসজল হৈ উঠে শ্ৰুবাৰতীৰ নয়নযুগল— আদেশ নহয় বাসৱ, মৰ্ত্যৰ প্ৰেম আশ্ৰমবাসিনী এই নাৰীৰ হৃদয়ত পূজা হৈ ফুটি উঠিছে, এই ইচ্ছা পূজাচাৰিণীৰ হৃদয়ৰ ইচ্ছা।

ইন্দ্ৰ— স্বৰ্গৰ ওচৰত যাবলৈ নিবিচাৰো, অথচ স্বৰ্গক ওচৰত আনিবলৈ বিচাৰোঁ, বিচিত্ৰ এই পূজা, পূজা নহয় শ্ৰুবাৰতী। ই স্বৰ্গৰ অপমান।

শ্ৰুবাৰতী— স্বৰ্গৰ অপমান নহয় বাসৱ, এই পূজা হ'ল পৰা পূজা।

ইন্দ্ৰ— ই আকৌ কেনে ধৰণৰ পূজা?

শ্ৰুবাৰতী— অমৃতত্ববিহীনা মৰ্ত্যনাৰী মই, ক্ষণকালৰ মধুৰতাকে অনন্ত কৰি ৰাখোঁ, চিৰ বিৰহৰ বেদনাতে চিৰ মিলনৰ তৃপ্তি পাওঁ, ক্ষণিক শুভদৰ্শনৰ কাৰণে মৰজীৱনৰ শেষ লগ্ন পৰ্যন্ত প্ৰতীক্ষা কৰোঁ। মোৰ পৰা পূজাই বিৰাজমানক সততে আহ্বান কৰে, স্বচ্ছক পাদ্য অৰ্ঘ্য দান কৰে, নিৰ্মলক স্নান

কৰায়, ৰম্যক আভৰণ দিয়ে, নিত্য তৃপ্তক নৈবেদ্য দিয়ে, অনন্তক প্ৰদক্ষিণ কৰে, বেদাধাৰক স্তোত্ৰপাঠৰ দ্বাৰা বন্দনা কৰে, আৰু সু-প্ৰকাশক নীৰাজন কৰি সুখী হয়। বুকুৰ কাযত পোৱাৰ কাৰণে মৰ্ত্যৰ প্ৰাণে স্বৰ্গক মাটি লেটিয়াই অলপ সৰু কৰি লয় স্বৰ্গপতি। শ্ৰুবাৰতীৰ প্ৰেমেও স্বৰ্গপতি বাসৱক এই ধুলিময় ধৰাৰ গছৰ ছায়াৰ ওচৰত প্ৰিয় অতিথিৰ দৰে চকুৰ আগত দেখিবলৈ বিচাৰে।

ইন্দ্ৰ— অসম্ভৱ, সেইটো হ'ব নোৱাৰে শ্ৰুবাৰতী। তুমি তোমাৰ সেই প্ৰেমাভিলাষ ত্যাগ কৰা। স্বৰ্গপতিৰ জীৱনৰ কোনো ক্ষণৰ কৌতূহল ভুলতো প্ৰেমাভিলাষ হৈ তোমাৰ আশ্ৰমৰ নীলাশোকৰ ছায়াৰ ওচৰলৈ কেতিয়াও ঘুৰি আহি থিয় নহ'ব।

শ্ৰুবাৰতী— কিন্তু মই আপোনাৰ প্ৰতীক্ষাত থিয় হৈ থাকিম, বাসৱ।

কপট তপস্বিনীৰ জটায়িত বেণীভাৰ নতুন এক প্ৰতিজ্ঞাৰ আবেগত শিহৰি উঠে। দেখি বিস্মিত আৰু বিৰক্ত হয় ইন্দ্ৰ। স্বৰ্গপতিৰ অধৰত অবিশ্বাসৰ মৃদু বিদ্ৰূপ ৰেখা বিৰিঙি উঠে। — কতকাল প্ৰতীক্ষা কৰিবা,মৰজীৱনৰ নাৰী?

শ্ৰুবাৰতী— এই মৰজীৱনৰ শেষ মুহূৰ্ত পৰ্যন্ত। গুচি যায় বাসৱ, নীলাশোকৰ ছায়া সুস্থিৰ হৈ মাটিত লুটি খাই পৰি থাকে।

কালচক্ৰত ধাৱিত হৈ অতন্দ্ৰিত সবিতাই দিন ৰাতি কলা আৰু কাষ্ঠা ৰচনা কৰে আৰু স্বৰ্গাধীশ বাসৱে এদিন তেওঁৰ নিজৰে অন্তৰৰ ভিতৰত এক কৌতূহলৰ ধ্বনি শুনি চমকি উঠে আৰু বিস্মিত হয়। মৰ্ত্যৰ এক আশ্ৰমবাসিনী নীলাশোকৰ ছায়াৰ ওচৰত এতিয়াও জানো স্বৰ্গাধীশ বাসৱৰ পদধ্বনি শুনিবৰ কাৰণে প্ৰতীক্ষাত উৎকৰ্ণ হৈ থিয় হৈ আছে? অসম্ভৱ, বিশ্বাস নহয় বাসৱৰ, আৰু এই মিথ্যা কৌতূহলৰ বিৰুদ্ধে ভ্ৰূকুটি হানি আশ্বস্ত হ'বলৈ চেষ্টা কৰে বাসৱে। বোধ হয়, মৃত্তিকাময় জগতৰ সেই নাৰীৰ প্ৰেম আৰু প্ৰতীক্ষা বনব্ৰততীৰ ক্ষণপুষ্পিত শোভাৰ দৰে সেই বসন্তৰে চ'ত মাহৰ শেষৰ সমীৰিত হাঁহাকাৰত শেষ হৈ গৈছে। কেৱল প্ৰতীক্ষাৰ কাৰণে প্ৰতীক্ষা,আশ্ৰমবাসিনী নাৰীৰ ইমান অহংকাৰৰ ঘোষণা নিজৰে মিথ্যাত চূৰ্ণ হৈ গৈছে।

বাসৱৰ কৌতূহল অতি তীব্ৰ হৈ উঠে। তেওঁ আৰু পলম নকৰে। বনবীথিকাৰ ওচৰলৈ আহি তেওঁ দেখিবলৈ পায়, দুৰান্তৰৰ সেই আশ্ৰমৰ প্ৰাঙ্গণত সেই নীলাশোকৰ ওচৰত ছায়াময়ী হৈ থিয় হৈ আছে এক অচঞ্চলা তপস্বিনীৰ ৰিক্ত আৰু নিৰাভৰণ মূৰ্তি।

বিস্মিত হয় বাসৱ। সচাকৈয়ে বনবীথিকাচাৰী এক পথিকৰ প্ৰেমলাভৰ কাৰণে অফুৰন্ত প্ৰতীক্ষা সহ্য কৰিছে শ্ৰুবাৱতীয়ে! লুকাই থয় দ্যুতিময় কুণ্ডলৰ মণি। বনবাসী ঋষিযুবাৰ ছদ্মবেশ ধাৰণ কৰে ইন্দ্ৰই।

ধীৰে ধীৰে ছায়াচ্ছন্ন বনবীথিকাৰ স্নিগ্ধতাৰ মাজেদি আগুৱাই গৈ থাকে ইন্দ্ৰজালত আচ্ছন্ন ইন্দ্ৰ। সুন্দৰ দৰ্শন এক ঋষিযুৱা। কণ্ঠত যজ্ঞোপবীত,ললাটত ভস্মত্ৰিপুণ্ড্ৰক, মস্তকত জটাভাৰ। যেন সেই বনলোকৰ এক পিপাসিত তপস্যাৰ মূৰ্তিয়ে দুৰান্তৰৰ আশ্ৰম-প্ৰাঙ্গণৰ এক নীলাশোকৰ ছায়াৰ ফালে তৃষ্ণাৰ্ত নয়নে কৌতূহল অপসাৰিত কৰি আগবাঢ়ি গৈ থাকে।

কিন্তু চমকি নুঠে নীলাশোকৰ ছায়া। পীতকৌশেয়বসনা তপস্বিনীৰ জটায়িত বেণীভাৰত কোনো বিস্ময়ৰ শিহৰণ নাজাগে। আগন্তুক ঋষিযুৱাৰ মুখৰ ফালে অকম্পিত শান্ত দৃষ্টি তুলি নীৰৱে সন্মান জ্ঞাপন কৰে শ্ৰুবাৱতীয়ে।

ঋষি যুৱাই কয়— মই তপস্বী বশিষ্ঠ।

শ্ৰুবাৱতীয়ে কয়— মই ভাৰদ্বাজতনয়া শ্ৰুবাৱতী।

বশিষ্ঠ— মই তোমাৰ আশ্ৰমৰ অতিথি শ্ৰুবাৱতী, অতিথিৰ প্ৰাপ্য সকলো সমাদৰ কই তোমাৰ ওচৰত আশা কৰোঁ আশ্ৰমবাসিনী।

শ্ৰুবাৱতী— অতিথিৰ প্ৰাপ্য সকলো সমাদৰ অৱশ্য পাব ঋষি।

তৰুণ বশিষ্ঠৰ নয়নৰ আনন্দ অকস্মাৎ এক নিবিড়মদিৰ আবেদনত মন্থৰ হৈ উঠে। তাপিত বনমৃগৰ দৰে ব্যাকুল হৈ নীলাশোকৰ ছায়াৰ আৰু ওচৰলৈ আগুৱাই আহে বশিষ্ঠ। প্ৰণয়োচ্ছল স্বৰে আহ্বান কৰে বশিষ্ঠই— শ্ৰুবাৱতী!

শ্ৰুবাৱতী— আদেশ কৰক ঋষি।

বশিষ্ঠ— কেৱল অতিথিৰ প্ৰাপ্য সমাদৰ নহয়, আশ্বাস দিয়াঁ শ্ৰুবাৱতী, তোমাৰ সমাদৰত অতিথিৰ সকলো আশা তৃপ্ত হ'ব।

শ্ৰুবাৱতী— ক্ষমা কৰক ঋষি, ভাৰদ্বাজতনয়াৰ ওচৰত এনে আশ্বাস আশা নকৰিব।

বশিষ্ঠ— মোৰ সকলো পুণ্য তুমি গ্ৰহণ কৰাঁ শ্ৰুবাৱতী, বিনিময়ত কেৱল আশ্বাস দিয়াঁ, তুমি মোৰ জীৱনৰ সকলো আনন্দৰ সহচৰী হ'বা।

শ্ৰুবাৱতী— ক্ষমা কৰক পুণ্যৱান, বৃথা এনে ভয়ংকৰ অনুৰোধ কৰি আশ্ৰমবাসিনী নাৰীৰ হৃদয়ৰ শান্তি ব্যথিত নকৰিব।

বশিষ্ঠ— অকাৰণে ব্যথিত নহ'বা শ্ৰুবাৱতী। বশিষ্ঠৰ প্ৰিয়া হৈ, বশিষ্ঠৰ পুণ্যত পুণ্যৱতী হৈ স্বৰ্গলোকলৈ গৈ চিৰসুখৰ জীৱনত স্থিতি লাভ কৰাঁ। মোৰ তৃপ্তিয়ে তোমাৰ মুক্তি হৈ উঠিব শ্ৰুবাৱতী।

শ্ৰুবাৱতী— মোৰ মনত স্বৰ্গৰ কাৰণে কোনো লোভ, কোনো উল্লাস আৰু কোনো ক্ৰন্দন নাই।

বশিষ্ঠ— স্বৰ্গৰ কাৰণে লোভ নহওক, মুক্ত কণ্ঠে কোৱাচোন বাৰু সুধাহীনা এই বসুধাৰ নাৰী, তোমাৰ হৃদয়ত আৰু সন্ধ্যামুদিতা কুমুদিনীৰ দৰে তোমাৰ সেই কুণ্ঠাসুন্দৰ যৌৱনকলিকাৰ শোণিতত প্ৰণয়বিহ্বল পুৰুষৰ প্ৰেমৰ কাৰণে জানো কোনো লোভ নাই?

শ্ৰুবাৱতী— আছে ঋষি, পীতকৌশেয়বসনা তপস্বিনী শ্ৰুবাৱতীৰ নয়নৰ পৰা সকলো ধ্যান কাঢ়ি নি সেই নয়নত প্ৰণয়স্মিত স্বপ্ন ভৰাই দিছে যি পুৰুষে, সেই পুৰুষৰ কাৰণে লুব্ধ হৈ আছো মই।

বশিষ্ঠ— কোন তেওঁ?

শ্ৰুবাৱতী— বাসৱ।

কপট বশিষ্ঠৰ নয়নত যেন অস্ফুট অথচ দুঃসহ এক বিশ্বাসৰ বিস্ময় চমকি উঠে আৰু ধীৰে ধীৰে প্ৰখৰ নয়নৰ কৌতূহল শান্ত আৰু নম্ৰ হৈ পৰে। প্ৰশ্ন কৰে বশিষ্ঠই— বাসৱক ভাল পাইছা তুমি, মৰ্ত্যনাৰী?

শ্ৰুবাৱতী— হয়, ঋষি।

বশিষ্ঠ— কিহৰ কাৰণে?

শ্ৰুবাৱতী— ভালপোৱাৰ কাৰণে।

বশিষ্ঠ— কিন্তু তুমি জানো সঁচাকৈয়ে বিশ্বাস কৰা শ্ৰুবাৱতী, স্বৰ্গাধীশ বাসৱে কেতিয়াবা ধূলিময় মৰ্ত্যৰ কুটীৰলৈ আহি এজনী ঋষিতনয়াৰ প্ৰেমৰ প্ৰতিদানত প্ৰেম নিবেদন কৰিব?

শ্ৰুবাৱতী— মৰ্ত্যনাৰীৰ জীৱনত ইমান বিশ্বাসৰ কি প্ৰয়োজন ঋষি? মৰ্ত্যৰ প্ৰাণে কেৱল ভালপোৱাৰ কাৰণেহে ভাল পাবলৈ জানে। নাজানো, স্বৰ্গৰ

প্ৰাণে কিয় আৰু কেনেকৈ ভাল পায়।

বশিষ্ঠ— স্বৰ্গৰ প্ৰাণে ভাল পাই কেৱল সুখী হয়, আৰু সুখৰ কাৰণে ভাল পায়।

শ্ৰুবাৱতী— মৰ্ত্যৰ প্ৰাণে ভাল পাই বেদনা পায়, তথাপি ভাল পায়।

কপট বশিষ্ঠৰ চকু দুটা যেন পুনৰ এই মৰ্ত্যপ্ৰেমৰ অহংকাৰৰ আঘাতত কঠোৰ হৈ উঠে। কঠোৰতৰ এক পৰীক্ষাৰ ইচ্ছা কপট বশিষ্ঠৰ দুই চক্ষুৰ দৃষ্টিত চঞ্চল হৈ উঠে। মৰ্ত্যনাৰীৰ এই প্ৰেমৰ অহংকাৰক আৰু এটা কঠিন ছলনাৰ আঘাতত চূৰ্ণ কৰি দি, তাৰ পিচত সহাস্য কৰুণা আৰু সান্ত্বনা দি প্ৰেমিকা মৰ্ত্যনাৰীক প্ৰীত কৰি আৰু ধন্য কৰি স্বৰ্গধামলৈ গুচি যাব স্বৰ্গাধীশ।

ক্ষুব্ধ তৰঙ্গৰ দৰে ফেনিলোচ্ছল স্বৰে আদেশ দিয়ে বশিষ্ঠই — মাত্ৰ অতিথিৰ প্ৰাপ্য সমাদৰ তোমাৰ পৰা আশা কৰোঁ শ্ৰুবাৱতী। তাতকৈ বেছি একো আশা নকৰোঁ।

শ্ৰুবাৱতী— কওক, কি সমাদৰত আপুনি প্ৰীত হ'ব?

বশিষ্ঠই তেওঁৰ কমণ্ডলুৰ পৰা' পাঁচোটা সৰু বগৰি উলিয়াই শ্ৰুবাৱতীক ক'লে— এই পাঁচটা বগৰি ৰন্ধন কৰাঁ। সুৰন্ধিত এই পাঁচটা বগৰিয়ে মোৰ দিনান্তৰ ভোজ্য। সূৰ্য্য অস্তমিত হোৱাৰ পূৰ্বে মই মোৰ ভোজ্য গ্ৰহণ কৰি তৃপ্ত হ'বলৈ বিচাৰোঁ।

শ্ৰুবাৱতী— তথাস্তু ঋষি।

বশিষ্ঠ— কিন্তু এটা চৰ্ত আছে।

শ্ৰুবাৱতী— কওক।

বশিষ্ঠ— যদি অতিথিক এই সমাদৰৰ দ্বাৰা তৃপ্ত কৰিবলৈ তুমি অক্ষম হোৱা শ্ৰুবাৱতী, তেনেহ'লে ক্ষুণ্ণ আৰু অপমানিত অতিথিৰ অভিশাপো তুমি গ্ৰহণ কৰিব লাগিব।

বিস্মিত হৈ প্ৰশ্ন কৰে শ্ৰুবাৱতীয়ে— অভিশাপ।

বশিষ্ঠ— তোমাৰ প্ৰেমাস্পদ সেই বাসৱক তুমি চিৰকালৰ বাবে পাহৰি যাবা।

— অকৰুণ ঋষি! শ্ৰুবাৰতীৰ শিহৰিত কণ্ঠস্বৰ আৰ্তনাদৰ দৰে ধ্বনিত হয়। পিচমুহূৰ্ততে যেন নীলাশোকৰ চঞ্চলিত পল্লৱৰ স্নিগ্ধ নিঃশ্বাসৰ স্পৰ্শত শান্ত হৈ যায় শ্ৰুবাৰতীৰ ত্ৰস্ত হৃদয়ৰ আৰ্ততা। দুৰণিৰ ছায়াচ্ছন্ন বনবীথিকাৰ ফালে চাই কিবা যেন চিন্তা কৰে শ্ৰুবাৰতীয়ে। ধীৰে ধীৰে শান্ত আৰু কঠিন এক সংকল্পৰ আনন্দ তাইৰ অধৰৰেখাত সুস্মিত হৈ উঠে।

শ্ৰুবাৰতীয়ে কয়— অপেক্ষা কৰক ঋষি। সূৰ্য অস্তমিত হোৱাৰ পূৰ্বে আপুনি আপোনাৰ আকাঙ্ক্ষিত ভোজ্য পাব।

কুটীৰত প্ৰবেশ কৰে শ্ৰুবাৰতী আৰু একাকী নীলাশোকৰ ছায়াৰ কাষত থিয় হৈ কপট বশিষ্ঠৰ নয়নত সেই কঠোৰ কৌতূহল আৰু প্ৰখৰ হৈ জ্বলি উঠে। ইন্দ্ৰজালৰ মায়াই আশ্ৰমবাসিনী মৰ্ত্যনাৰীৰ প্ৰেমৰ অহংকাৰক আৰু এবাৰ আক্ৰমণ কৰিছে। পাঁচটা মায়াবদৰিকা লৈ কুটীৰৰ ভিতৰলৈ গুচি গৈছে শ্ৰুবাৰতী, কোনো অগ্নিতাপত সেই মায়াবদৰিকা ৰন্ধিত নহব।

মধ্যাহ্নৰ সূৰ্য পশ্চিম দিগবলয়ৰ ফালে আগুৱাই যায়। ধীৰে ধীৰে অপৰাহ্নৰ আলোক নিষ্প্ৰভ হৈ আহে। অস্তাচল শিখৰত আসন্ন সন্ধ্যাৰ ৰক্তিম আভা সঞ্চাৰিত হয়। ইন্দ্ৰমায়াৰ কৌতুকত সেই আশ্ৰমকুটীৰৰ পৰা সকলো ইন্ধন কাঠ সেই মুহূৰ্ততে অদৃশ্য হৈ যায়। অপলক নয়নে কুটীৰদ্বাৰৰ ফালে চাই থাকে কপট বশিষ্ঠই। মায়াবদৰিকা ৰন্ধনত ব্যৰ্থ হৈ, ইন্দ্ৰৰ হৃদয়ে তাইৰ প্ৰেমাস্পদ বাসৱক বিস্মৃত হৈ সেই কুটীৰৰ ভিতৰৰ পৰা ধীৰে ধীৰে ইয়ালৈ আহি, এই কপট বশিষ্ঠৰ সুন্দৰ মুখৰ ফালে চাব। আৰু বেছি সময় নাই। অস্তাচল চূড়াৰ অন্তৰালত ক্লান্ত তপনৰ শেষ ৰশ্মিয়ে বিদায় লবৰ কাৰণে থৰ থৰ কৰি কঁপিছে।

কিন্তু ক'তা সেই নীৰৱ কুটীৰৰ ভিতৰত এতিয়াও কোনো আৰ্তনাদ হোৱা নাই কিয়? কিংবা স্মৃতিহাৰা শূণ্য হৃদয়ৰ নতুন কৌতূহল লৈ ধীৰে ধীৰে এতিয়াও কিয় নীলাশোকৰ ছায়াৰ ফালে আগুৱাই নাহে সেই নাৰী?

কপট বশিষ্ঠই তেওঁৰ অন্তৰৰ এই বিস্ময় সহ্য কৰিব নোৱাৰি কুটীৰৰ দ্বাৰৰ কাষলৈ আহি থিয় হয়।

অকস্মাৎ দাৰুমূৰ্তিৰ দৰে স্তব্ধীভূত হৈ যায় বিস্ময়চঞ্চল কপট বশিষ্ঠৰ শৰীৰ। অগ্নিজ্বালাময় আৰু এক কপট বিস্ময়ৰ স্পৰ্শত কপট বশিষ্ঠৰ দুই চকুৰ পৰা সকলো কৌতুক নিঃশেষ হৈ যায়।

চাই থাকে কপট বশিষ্ঠই, সুস্মিত হৈ উঠেছে প্ৰেমিকা শ্ৰুবাৱতীৰ নয়ন আৰু অধৰ। ইন্ধন নাই, কিন্তু পীতকৌশেয়বসনা নাৰীয়ে যেন তাইৰ নিজ তনুক ইন্ধন ৰূপে উৎসৰ্গ কৰিবৰ কাৰণে অগ্নিকুণ্ডৰ ফালে চাই আছে। মৰ্ত্য ভূমিৰ এক ব্ৰততীয়ে তাইৰ জীৱনৰ অত প্ৰিয় যৌৱনপুষ্পিত দেহক যেন মুহূৰ্তৰ মদ কৌতুকত ভস্ম আৰু অঙ্গাৰ কৰি দিবলৈ প্ৰস্তুত হৈছে । কপট বশিষ্ঠৰ অভিশাপক চৰম উপহাসৰ জ্বালাত ভস্মীভূত কৰিবৰ কাৰণে প্ৰস্তুত হৈছে শ্ৰুবাৱতী। কিমান কঠিন এই মৰ্ত্যৰ মৃত্তিকাৰ অহংকাৰ!

শিয়ৰি উঠে কপট বশিষ্ঠৰ দৃষ্টি। দেখিবলৈ পায়, সুস্মিতনয়নত আৰু অধৰত এক শান্ত সংকল্পৰ অহংকাৰ লৈ ধীৰে ধীৰে অগ্নিকুণ্ডৰ ফালে অগ্ৰসৰ হৈছে শ্ৰুবাৱতী। ত্বৰিতপদে কুটীৰৰ ভিতৰত প্ৰবেশ কৰে কপট বশিষ্ঠ আৰু শ্ৰুবাৱতীৰ গতি ৰোধ কৰিবৰ কাৰণে বাধা দি কয়— ৰ'বা শ্ৰুবাৱতী।

শ্ৰুবাৱতী— ৰ'ব নোৱাৰে ঋষি। বাধা দিবলৈ চেষ্টা নকৰিব।

বশিষ্ঠ— মৰ্ত্যৰ ক্ষণায়শাসিত জীৱনৰ নাৰী, জীৱনৰ মূল্য বিস্মৃত হোৱা কিয়?

শ্ৰুবাৱতী— মৰ্ত্যৰ আশ্ৰমবাসিনী শ্ৰুবাৱতী নামে এই নাৰীৰ জীৱনৰ কোনো মূল্য নাই,যদি সেই জীৱন তাইৰ প্ৰেমৰ উপাস্য বাসৱৰ কথা পাহৰি গৈ বাচি থাকে। সেই জীৱন এক মুহূৰ্তৰ কাৰণেও সহ্য কৰিবলৈ নিবিচাৰোঁ।

কপট বশিষ্ঠৰ নয়নৰ প্ৰখৰ কৌতূহল অকস্মাৎ স্নিগ্ধ এক বিশ্বাসৰ হৰ্ষ হৈ ফুটি উঠে। স্নিগ্ধ স্বৰে ক'লে— শান্ত হোৱাঁ, হৃদয়ৰ সকলো আক্ষেপ ত্যাগ কৰা শ্ৰুবাৱতী। স্বৰ্গাধীশ বাসৱে আজি বিশ্বাস কৰে, মৰ্ত্যৰ আশ্ৰমবাসিনী পীতকৌশেয়বসনা ঋষিকুমাৰীয়ে তাইৰ জীৱনৰ প্ৰতিক্ষণৰ কাম্য সেই পথিক বাসৱক ভাল পাইছে। প্ৰতিদান নিবিচাৰে, উপকাৰ, উপহাৰ আৰু উপঢৌকন আশা নকৰে, মৰ্ত্যনাৰীৰ এই বেদনাভৰা প্ৰেমৰ মূল্য বেদনাহীন স্বৰ্গৰ মনেও তুচ্ছ কৰিব নোৱাৰে।

শ্ৰুবাৱতী— স্বৰ্গৰ মনৰ কথা আৰু বাসৱৰ বিশ্বাসৰ কথা আপুনি কিয় ঘোষণা কৰিছে ঋষি?

কপট বশিষ্ঠৰ নয়নত স্নেহসিক্ত কৌতুকৰ এটি সুন্দৰ হাঁহি বিৰিঙি উঠে— মই ঋষি নহয়, বশিষ্ঠও নহয়, স্বৰ্গধীশ বাসৱ।

— প্ৰিয় বাসৱ! প্ৰেমতাপসিকাৰ সফল প্ৰতীক্ষাৰ আনন্দ প্ৰণয়সান্দ্ৰ স্বৰে

উচ্ছসিত হয়। স্মিত নয়নৰ সকলো বাসনা উৎসাৰিত কৰি বাসৱৰ মুখৰ ফালে চাই থাকে শ্ৰুবাৱতীয়ে। আৰু কোনো দ্বিধা নাই, এই মুহূৰ্তে অনায়াসে বৰমাল্য হাতত তুলি লৈ প্ৰেমিকাৰ কণ্ঠ স্পৰ্শ কৰিবলৈ পাৰে শ্ৰুবাৱতীয়ে। যেন এক পূৰ্ণিমাৰ চন্দ্ৰিকাৰ আশ্বাস দেখিবলৈ পাইছে শ্ৰুবাৱতীৰ নয়নে। পীতকৌশেষ বসন আৰু জটায়িত বেণীভাৰৰ বন্ধনত ব্যথিত এক সাধবী প্ৰেমিকাৰ সলজ্জ সম্ভ্ৰম মুহূৰ্তৰ ভিতৰত প্ৰেমিকৰ কণ্ঠনিঃসৃত এটি প্ৰিয় সম্বোধনৰ স্পৰ্শত লুপ্ত হৈ যাব। মাত্ৰ এটি আহ্বান। মাত্ৰ দয়িত কণ্ঠৰ এটি প্ৰিয় সম্ভাষণ শুনিবৰ কাৰণে শ্ৰুবাৱতীৰ হৃদয়ৰ সমস্ত পিপাসা উৎসুক হৈ উঠে। সেই আহ্বান ধ্বনিত হ'লেই সমস্ত কুণ্ঠা ত্যাগ কৰি পীকতকৌশেয়বসনা এক আশ্ৰমবাসিনী মৰ্ত্যনাৰী এই মুহূৰ্তে স্বৰ্গাধীশ বাসৱৰ বক্ষত জটায়িত বেণীভাৰ সঁপি দি তৃপ্ত হ'ব।

পৃথিৱীৰ পুষ্পিত যৌৱনা ঋষি কুমাৰী শ্ৰুবাৱতীয়ে যেন এক ক্ষণস্বপ্নৰ মধুৰতাৰ মাজত থিয় হৈ দেখিছে, তাইৰ কোমল কপোলৰ লোধ্ৰৰেণু নিগৰি পৰিছে, কপালত পৰিপীত পটীৰ ৰসৰ তিলক ফুটি উঠিছে। বিগলিত হৈছে জটায়িত বেণীভাৰৰ ভাৰ; নতুন কুন্তলত কুৰুবকৰ শোভা মণ্ডিত হৈ প্ৰেমিকাক মধুৰ বাসৰিকাৰ সাজে সজাই আছে।

বাসৱে আহ্বান কৰে— শ্ৰুবাৱতী!

শ্ৰুবাৱতীৰ ক্ষণস্বপ্নৰ মধুৰতা হঠাৎ ব্যথিত হয় ই কেনেকুৱা আহ্বান? শ্ৰুবাৱতী, কেৱল শ্ৰুবাৱতী, যেন মৰ্ত্যবাসিনী শত কোটি নাৰীৰ মাজত এজনী নাৰীৰ নাম উচ্চাৰণ কৰিছে বাসৱে। সেই আহ্বানত প্ৰেমিকৰ ব্যাকুলতা মদিৰ স্বৰে ধ্বনিত হোৱা নাই।

আকৌ কয় বাসৱে— আশ্বস্ত হোৱা ভাৰদ্বাজতনয়া, স্বৰ্গাধীশ বাসৱ পৰা এটি বৰবাণী শুনি প্ৰীত হোৱাঁ।

আৰ্তস্বৰে প্ৰশ্ন কৰে শ্ৰুবাৱতীয়ে— বৰবাণী?

বাসৱ— এৰা শ্ৰুবাৱতী। মই বিশ্বাস কৰোঁ, তুমি মোক ভাল পোৱা। গতিকে এই বৰ দান কৰোঁ, তুমি তোমাৰ মৃত্যুৰ পিচত স্বৰ্গ লোকলৈ গৈ মোৰ পৰিণীতা পত্নী হ'বা।

কৰুণা কৰিছে স্বৰ্গৰ মনে। মৰ্ত্যৰ প্ৰেমক পুৰস্কাৰৰ প্ৰতিশ্ৰুতি দি প্ৰীত কৰি গুচি যাবলৈ বিচাৰে স্বৰ্গধামৰ অধীশ্বৰে। প্ৰিয়া শ্ৰুবাৱতী, স্বৰ্গৰ মুখত এই

স্বীকৃতি আৰু ধ্বনিত নহ'ল। শ্ৰুবাৱতীয়ে তাইৰ ইহ জীৱনৰ কোনো ক্ষণতে এনে সম্বোধন শুনিবলৈ নাপাব।

মৃত্যুৰ পিচত! যেন উচ্চভাষিত এক কঠোৰ বিদ্ৰূপৰ প্ৰতিশ্ৰুতি। শ্ৰুবাৱতীৰ আহত মনৰ বেদনাই তাইৰ মনৰ ভিতৰতে নীৰৱে হাঁহে। স্বৰ্গৰ পুৰুষে মৃত্তিকাময় এই ভূতলৰ কুটীৰবাসিনী নাৰীৰ প্ৰেম বিহ্বল নয়নৰ প্ৰাৰ্থনাত বন্দিত হৈ এতিয়াও এই কথা কব পৰা নাই— মই তোমাক ভাল পাওঁ। স্বৰ্গৰ সৰে জানো কেৱল শিলা?

শ্ৰুবাৱতীয়ে কয়— আপোনাৰ বৰবাণী মোৰ প্ৰতীক্ষাৰ মৃত্যুবাণী, বাসৱ।

বাসৱ— কি ক'বলৈ বিচাৰিছা, ঋষিকুমাৰী?

শ্ৰুবাৱতী— আপুনি মোক মৃত্যু পৰ্যন্ত প্ৰতীক্ষা কৰি থাকিবলৈ কৈছে বাসৱ, কিন্তু এনেকুৱা প্ৰতীক্ষাৰ আৰু কোনো অৰ্থ নহয়।

বাসৱ— কিয়?

শ্ৰুবাৱতী— মোৰ মৃত্যুৰ পিচত, এই মৰ্ত্য নাৰীৰ ইহজীৱনৰ অন্তত স্বৰ্গাধীশ যি বাসৱে মোৰ বৰমাল্য গ্ৰহণ কৰিব বুলি আশ্বাস দান কৰিছে, সেই বাসৱ মোৰ বাসৱ নহয়।

অমৰপুৰৰ অধীশ্বৰ দেৱৰাজ ইন্দ্ৰৰ কুটিল প্ৰেমৰ অহংকাৰৰ আঘাতত ক্ষুব্ধ হয়।

বাসৱেকয়— এটি শুভক্ষণত স্বৰ্গলোকৰ নন্দনবন বীথিকাত পাৰিজাতৰ ছায়াৰ কাষত থিয় হৈ স্বৰ্গাধীশ বাসৱৰ কণ্ঠত পৰিণয়মাল্য অৰ্পন কৰিবা তুমি শ্ৰুবাৱতী, মৰ্ত্যৰ বেদনাধূলিমলিন ইহজীৱনৰ অন্তত এই পৰম বৰণীয় পৰিণাম লাভৰ কাৰণে সশ্ৰদ্ধচিত্তে তপস্বিনীৰ দৰে প্ৰতীক্ষাত থাকা।

শ্ৰুবাৱতীৰ নয়নত অদ্ভুত এক সজল হাস্যদ্যুতি স্পন্দিত হয়। — মোৰ জীৱনৰ পৰা প্ৰতীক্ষাৰ সবেদন আনন্দৰ কণিকাখিনিও আপুনি ছিন্ন কৰি দিলে বাসৱ। পাৰিজাতৰ ছায়াই স্বৰ্গৰ নন্দবীথিকাক স্নিগ্ধ আৰু সুৰভিত কৰি ৰাখক, মৰ্ত্যৰ প্ৰেমিকা নাৰী তাইৰ প্ৰতীক্ষাহীন ইহ জীৱনৰ শুন্যতা লৈ এই নীলাশোকৰ ছায়াৰ কাষত বিলীন হৈ যাব। মৰ্ত্যৰ কোলাত শেষ নিঃশ্বাস সঁপি দিয়াৰ পূৰ্বমুহূৰ্তত মাথো কৈ যাব, নিবিচাৰোঁ স্বৰ্গ, স্বৰ্গাধীশকো নিবিচাৰোঁ, মই মোৰ মৰ্ত্যৰ বনবীথিকাৰ বাসৱক ভাল পাওঁ।

বাসৱ— বৰ উদ্ধত তোমাৰ প্ৰতীক্ষাময় প্ৰেমৰ অহংকাৰ, তাতোকৈ বেছি উদ্ধত তোমাৰ প্ৰতীক্ষাহীন প্ৰেমৰ অহংকাৰ। স্বৰ্গৰ প্ৰতিশ্ৰুতিক তুচ্ছ কৰি মৃত্তিকালিপ্ত মলিন মৃত্যুকে শ্ৰেয় বুলি ভাবিছা মৰ্ত্যনাৰী, স্বৰ্গাধীশৰ পৰা আৰু কোনো কৰুণা আশা নকৰিবা। বিদায় দিয়া শ্ৰুবাৱতী।

গুচি গ'ল বাসৱ।

অতন্দ্ৰিত সবিতাই কালচক্ৰত ধাবিত হৈ দিন ৰাতি কলা আৰু কাষ্ঠা ৰচনা কৰে, আৰু মৰ্ত্যৰ এক আশ্ৰম প্ৰাঙ্গণত নীলাশোকৰ ছায়াৰ কাষত অমাহত কৃশ চন্দ্ৰলেখাৰ দৰে প্ৰতিদিন ক্ষীণৰ পৰা ক্ষীণতৰ হয় অনশনব্ৰতিনী এক ব্ৰততীৰ দেহ। নীলাশোকৰ ছায়াস্নিগ্ধ মৃত্তিকাৰ শয্যাত মৃত্যুবৰণ কৰাৰ আগতে যেন দুই নয়নৰ প্ৰিয় এটি সপোনৰ লগত বাসকোৎসৱ যাপন কৰিছে প্ৰেমিকা শ্ৰুবাৱতীয়ে। যি ইহজীৱনৰ কুটীৰ দ্বাৰত দয়িতৰ পদধ্বনি কোনো দিনে শুনা নাযাব, প্ৰতীক্ষাহীন সেই ইহজীৱনৰ এটি মুহূৰ্তও সহ্য কৰা টান।

তপস্বিনীৰ মূৰ্তি নহয়। শ্ৰুবাৱতী যেন তাইৰ শেষ স্বপ্নৰ সুষমাত নিজকে সজাই লৈ মৰ্ত্য অভিলাষৰ নৈবদ্যৰ দৰে মাটিৰ ওপৰত বৰ্ণ আৰু সৌৰভৰ পুষ্প হৈ পৰি আছে।পীত কৌশেয় বসন নহয়, জটায়িত বেণীভাৰো নহয়। এজনী প্ৰেকিা নাৰীয়ে যেন শেষ অভিসাৰত এই নীলাশোকৰ ছায়াতললৈ আহি প্ৰেমিকৰ লগত মিলন লাভ কৰিছে। কৰবীত কুৰুবক আৰু কপোলত লোধ্ৰৰেণু লৈ ৰক্তাংশুক শোভিতা এক মধুবাসৰিকা যেন ক্লান্ত হৈ ভূতলত লুটি খাই পৰি আছে।

পখিলাৰ পাখিৰ পৰাগে সেই নাৰীৰ কবৰী সুৰভিত কৰি দি যায়। ৰক্তাংশুকৰ লুণ্ঠিত অঞ্চলত ৰাজীৱ ৰেণু ছটিয়াই দি যায় ভৃঙ্গই। মৃত্যু মুখীনী নাৰীৰ আননত কেতিয়াবা প্ৰাভাতিকী আভা আৰু কেতিয়াবা বা শুক্লা শৰ্বৰীৰ জ্যোৎস্নাই হাঁহে।

আৰু স্বৰ্গলোকৰ নন্দনবীথিকাৰ পাৰিজাতৰ ছায়াৰ কাষত থিয় হৈ বজ্ৰায়ুধ বাসৱৰ হৃদয়ত দুঃসহ এক কৌতূহল চঞ্চল হৈ উঠে। মৰ্ত্যৰ এক নীলাশোকৰ ছায়াচ্ছন্ন আশ্ৰমপ্ৰাঙ্গণে যেন স্বৰ্গাধীশৰ বুকুত এমুঠি ধূলিৰ জ্বালা নিক্ষেপ কৰিছে। সেই কাৰণে বাৰে বাৰে মনত পৰে, আৰু বাৰে বাৰে তেওঁৰ অন্তৰৰ দুঃসহ কৌতূহল শান্ত কৰিবলৈ চেষ্টা কৰে বাসৱে। স্বৰ্গৰ প্ৰাতিশ্ৰুতিক তুচ্ছ কৰি স্বৰ্গাধীশ বাসৱৰ বামাঙ্ক শোভা হোৱাৰ গৌৰৱ তুচ্ছ কৰি জীৱনৰ প্ৰথম প্ৰণয়ত বিস্মিত নয়নৰ ক্ষণ বিহ্বলতাক চিৰক্ষণময় স্বপ্নৰ দৰে নয়নত ধাৰণ কৰি সচাঁকৈ জানো মাটিৰ কোলাত শুই পৰিছে মৃত্যুব্ৰতিনী নাৰী।

মৰ্ত্যৰ কাৰণে স্বৰ্গৰ কৌতূহল! অতি দুঃসহ এই জ্বালাবিচলিত কৌতূহল।

স্বৰ্গাধীশ বাসৱৰ মনত ভাৱ হয়, সুধাহীনা বসুধাৰ নাৰীয়ে যেন হেলাবহসিত লীলাভঙ্গে মৃৰ্ত্যৰ বেদনা বৰণ কৰি সুধানিষিক্ত স্বৰ্গৰ সকলো সুখৰ অমৰতাক অসুখী কৰি দিবলৈ বিচাৰিছে। চাবলৈ ইচ্ছা কৰে বাসৱে, মৰ্ত্যপ্ৰেমৰ সুন্দৰ অহংকাৰৰ সেই বিচিত্ৰ গৌৰৱচ্ছবি। কৃপা কৰুণা আৰু মহত্ত্বৰ দুটি স্বৰ্গীয় নয়ন লুব্ধ হৈ উঠে। মৰ্ত্যলোকৰ এক নীলাশোকৰ ছায়াৰ কাৰণে তৃষ্ণাৰ্ত হয় স্বৰ্গাধীশৰ তাপিত মনৰ কৌতূহল।

অন্তৰীক্ষৰ অন্তৰ মথিত কৰি ধ্বনিত হয় স্বৰ্গাধীশ বাসৱৰ ৰথৰ শিহৰিত আৰ্তস্বৰ। মৰ্ত্যৰ বনস্থলীৰ শিৰত সন্ধ্যাৰ চন্দ্ৰলেখাই কিৰণ সম্পাত কৰে, যেন বিচলিত দ্যুলোকৰ অন্তৰে স্নেহ লাভৰ কাৰণে তৃষ্ণাৰ্ত হৈ ভূতলৰ বাসৱৰ ৰথ দুৰন্ত বেগে আহি বনবীথিকাৰ ধূলিৰ ওপৰত ৰয়। নীৰৱ আৰু নিস্তব্ধ আশ্ৰম প্ৰাঙ্গণৰ পুষ্পিত নীলাশোকৰ ফালে চায় বাসৱে। বাসৱৰ কুণ্ডলদ্যুতি যেন ব্যথিত জ্যোস্নাৰ দৰে বনবীথিকাৰ ছায়াৰ বক্ষত কুণ্ঠিত হৈ পৰি থাকে। পীতকৌশেয়বসনা সেই প্ৰেমিকা নাৰী শ্ৰুবাৱতী জানো সঁচাকৈয়ে মৃত্যু বৰণ কৰি এই মৰ্ত্যৰ ধূলিত বিলীন হৈ গৈছে? তেনেহ'লে এই সন্ধ্যাৰ জ্যোৎস্নাত এতিয়াও কিয় দগ্ধ হৈ অঙ্গাৰ হৈ যোৱা নাই সেই নীলাশোকৰ কুসুম?

শ্ৰুবাৱতী! প্ৰিয়া শ্ৰুবাৱতী! বজ্ৰায়ুধ স্বৰ্গাধীশৰ সুধাসিক্ত কণ্ঠই সুধাহীনা বসুধাৰ এক নাৰীক আহ্বান কৰিবলৈ গৈ আৰ্তস্বৰ উৎসাৰিত কৰে। জ্যোৎস্নায়িত সন্ধ্যাৰ মৰ্ত্যভূমিয়ে দ্যুলোকৰ ক্ৰন্দন শুনিবলৈ পায়ো জানো কঠিন নিষ্ঠুৰতাত নীৰৱ হৈ আছে! স্বৰ্গৰ আশাক ক'ত লুকাই ৰাখিছে এই মৰ্ত্যৰ মৃত্তিকাই।

ধীৰে ধীৰে নীলাশোকৰ ফালে অগ্ৰসৰ হয় বাসৱ। স্বৰ্গৰ মনে ইমান দিনৰ মূৰত বেদনাৰ স্বাদ পাইছে। স্বৰ্গৰ গৰ্বিত কামনাই আজি নত হৈ মাটিৰ ফালে চাই তাৰ স্তোত্ৰৰ পাত্ৰীক দেখিবলৈ পাইছে। বনবীথিকাচাৰী সেই পথিক তাৰ জীৱনৰ বাঞ্ছিতাক আকৌ এবাৰ চকুৰ আগত দেখিবৰ কাৰণে ব্যাকুল হৈ উঠিছে।

সেই নীলাশোক। মুগ্ধ হৈ চাই থাকে বাসৱে।, নীলাশোকৰ ছায়াত মাটিত লুটি খাই পৰি আছে মৰ্ত্যপ্ৰেমৰ এক চন্দ্ৰলেখা। ৰক্তাংশুক শোভিতা এক মধুবাসৰিকাই তাইৰ কবৰীৰ কুৰুবক, সুকোমল কপোলৰ লোধ্ৰৰেণু, কপালৰ পটীৰ ৰসতিলক আৰু বক্ষৰ পত্ৰলেখা লৈ শুই পৰি আছে। সচাঁই, মৰি গৈছে জটায়িত বেণীভাৰৰ বেদনাত বন্দিনী সেই তপস্বিনীৰ মূৰ্তি। আজি নীলাশোকৰ ছায়াত কেৱল এক ভূতললীনা প্ৰেমিকাৰ মূৰ্তিয়ে তাইৰ নয়নৰ স্বপ্নৰ লগত বাসকোৎসৱ যাপন কৰিছে।

ভূতললীনা শ্ৰুবাৱতীৰ আৰু কাষলৈ আগুৱাই আহে বাসৱ, আৰু প্ৰেমিকা মৰ্ত্যনাৰীৰ মঞ্জৰীবলয়িত এটি বাহু সাগ্ৰহে বক্ষত ধাৰণ কৰে। প্ৰেমিকাৰ কণ্ঠসক্ত পুষ্পমাল্য আৰু মৃদু নিঃশ্বাসৰ সৌৰভে স্বৰ্গাধীশ বাসৱৰ বক্ষৰ সমস্ত অনুভৱ সুৰভিত কৰি দিয়ে। মৰ্ত্যৰ প্ৰেমিকা নাৰীয়ে প্ৰতীক্ষাহীন জীৱনৰ শূন্যতাৰ পৰা চিৰকালৰ বাবে মুক্ত হ'বৰ কাৰণে মৃত্যু আহ্বান কৰিছে, আৰু কি অদ্ভুত এই সুধাহীন বসুধাৰ মৃত্তিকা, মৃত্যুৰ বেদনা সুস্মিতজ্যোৎস্নাৰেখাৰ দৰে শ্ৰুবাৱতীৰ অধৰত বিৰাজমান হৈ আছে।

— প্ৰিয়া শ্ৰুবাৱতী! আহ্বান কৰে বাসৱে।

শ্ৰুবাৱতীৰ নিমীলিত নয়নৰ স্বপ্ন সেই আহ্বানৰ মধুৰ ধ্বনিত চমকিত হয়। মৃত্যু মুখিনী নাৰীৰ হৃদয়ৰ কাষত প্ৰেমিকৰ ব্যকুলতা মধুৰগুঞ্জনৰ দৰে ধ্বনিত হৈছে, শ্ৰুবাৱতীৰ নিমীলিত নয়ন কমলকলিকাৰ দৰে ধীৰে ধীৰে বিকশিত হয়।

— আহিছা, প্ৰিয় বাসৱ ! শ্ৰুবাৱতীৰ সকলো বাসনাৰ আনন্দ দুৰান্তৰ কলবেণুকণিত গীতধ্বনিৰ দৰে সুস্বৰিত হয়।

— আহিছো, প্ৰিয়া শ্ৰুবাৱতী!

— মৰ্ত্য নাৰীৰ ধূলিলীন হৃদয়ৰ কাষলৈ কিয় আহিছা স্বৰ্গধীশ বাসৱ?

আকৌ প্ৰশ্ন কৰিছে মৰ্ত্যৰ মৃত্তিকাই? এই প্ৰশ্নই যেন সুধাময় স্বৰ্গলোকৰ এটি ৰিক্ততাৰ ফালে সন্দেহৰ ব্যথা লৈ এতিয়াও চাই আছে। কিন্তু দুনাই ভুল নকৰিব স্বৰ্গৰ বাসৱে। যি কথা শুনিবলৈ পালে স্বৰ্গক বিশ্বাস কৰিব পাৰিব এই মৰ্ত্যৰ প্ৰাণে,সেই কথা মৰ্ত্যৰে ধূলি আৰু তৃণৰ ওপৰত থিয় হৈ ঘোষণা কৰি দিবৰ কাৰণে প্ৰস্তুত হয় বাসৱ।

**বাসৱে কয়— এটি কথা ক'বলৈ আহিছো, শ্ৰুবাৱতী।**

**শ্ৰুবাৱতী—কি?**

**বাসৱ— মই তোমাক ভাল পাওঁ।**

**বনস্থলীৰ সমীৰ হঠাৎ আনন্দত অশান্ত হয়, চঞ্চল হয় পুষ্পিত নীলাশোক। ভূতললীনা চন্দ্ৰ লেখায়ো যেন চঞ্চলিত এক উৎসৱৰ আনন্দত লীন হৈ যাবাৰ কাৰণে বাসৱৰ আলিঙ্গনত আত্মদান কৰে।**

বাসৱে কয়— ব'লা, প্ৰিয়া শ্ৰুবাৰতী।

শ্ৰুবাৰতী— ক'লৈ?

বাসৱ— স্বৰ্গলোকলৈ ব'লা।

শ্ৰুবাৰতী— মইতো স্বৰ্গ নিবিচাৰোঁ বাসৱ।

বাসৱ— কিন্তু স্বৰ্গে যে তোমাক বিচাৰে।

—ঃ—

## জাহানাৰাৰ বিষয়ে লব্ধপ্ৰতিষ্ঠ সাহিত্যিক আৰু বিদগ্ধ পণ্ডিত সকলৰ অভিমত

তোমাৰ 'জাহানাৰা' অনুবাদ অতি সুন্দৰ হৈছে। পঢ়িলে অনুবাদ যেন নালাগে। আশা কৰো ইয়াৰ আদৰ হ'ব।

— কৃষ্ণকান্ত সন্দিকৈ

১৮।৬।৬৮

অনুবাদ হ'লেও, কিতাপখনৰ এটা নিজস্ব সুৰ আছে।

—লক্ষ্মীনাথ ফুকন

৩।৭।৬৮

শ্ৰীবৈশ্যদেৱৰ ভাষা ইমান সৰল আৰু সুন্দৰ হৈছে যে জাহানাৰাই স্বয়ং যেন অসমীয়াতহে এই আত্মকাহিনী লিখিছে।

জাহানাৰাই লিখিছে— 'মই মোৰ বুকুৰ তেজেৰে এই আত্মকথা লিখিছোঁ।' এই কথা আখৰে আখৰে সঁচা। এই দীনা আৰু হতভাগিনী ৰাজকুমাৰীৰ মৰ্মভেদী ভাববোৰ প্ৰকাশ কৰিবলৈ যি যি শব্দ, যি যি বাক্য প্ৰয়োগ কৰাৰ আৱশ্যক হৈছে, সেইবোৰ লিখকে সযতনে যথাস্থানত প্ৰয়োগ কৰি আমাৰ ভাষাৰ জেউতি বঢ়াইছে।

— ঁজ্ঞাননাথ বৰা

২৪।৭।৬৮

I congratulate you for taking honest pains to translate the book into our language and I find the translation reads like an original work.

**- S. Abdul Malik.**

**31.7.68**

জাহানাৰা হাতত লৈ ইমান ভাল লাগিল যে এৰাতিৰ ভিতৰতে ইয়াক পঢ়ি শেষ কৰিলোঁ।

**দণ্ডীৰাম দত্ত**

**৩।৮।৬৮**

পঢ়ি বৰ ভাল পালোঁ। ভাঙনি বৰ সুন্দৰ হৈছে। ভাষা সৰল, সহজ হৈছে। ভাঙনি সাহিত্য সৃষ্টি কৰিব পৰাটো হৈছে বিশেষ এক দক্ষতাৰ কথা। তোমাৰ ক্ষেত্ৰত এই দক্ষতাৰ পৰিচয় পাইছোঁ।

—হেম বৰুৱা

১১।৮।৬৮

I read your rendering as a pice of literature, and found a lot of satisfaction out of your mastery of the language.

**Kshitis Roy.**

**10.10.68**

মোগল যুগৰ সংঘাতময় বুৰঞ্জীৰ মাজত ভাৰত সংস্কৃতিৰ সৰোবৰত ফুলি উঠা জাহানাৰা যেন এপাহি দেৱদুৰ্ল্লভ চিৰসুৰভিত সুবৰ্ণ কমল। অত্যাচাৰী ভাতৃৰ অন্যায় শাসনত নিষ্পেষিত হোৱা সুদীৰ্ঘ কাল অন্ধকাৰ কাৰাগাৰত বন্দিনী জাহানাৰাৰ পদ্মপলাশ চকুৰ লোতকে তিওৱা হিয়াৰ টুপি টুপি তেজৰ আখৰে লিখা ব্যৰ্থ বঞ্চিত প্ৰেমিকা কবি হিয়াৰ কল্পনা সপোনে সুৰঞ্জিত সুৰভিত মৰ্ম্ম কাহিনী বিশ্ব সাহিত্যৰ এখনি মূল্যৱান সম্পদ। এই বহুমূলীয়া সাহিত্যখনিক নিজৰ মাতৃভাষা অসমীয়ালৈ ৰূপ দিয়াত অনুবাদকে সম্পূৰ্ণ সাৰ্থকতা লাভ কৰিছে। সাহিত্যসেৱীৰ প্ৰাণৰ বোৱতী সুঁতিৰ সোঁতত বৈ অহা নিভাঁজ সুৱলা প্ৰাঞ্জল ভাষাৰ প্ৰতিটি শাৰী নিজস্ব গৌৰৱত মনোৰম হৈ উঠিছে। জাহানাৰা হাতত লৈ পাত লুটিয়াই গৈছো, মুগ্ধ মনেৰে—শেষ নোহোৱালৈকে। মোৰ মনত হৈছিল জাহানাৰা যেন এজনী অসমীয়া ছোৱালী, অসমীয়া জাহানাৰাৰ আত্মকাহিনী যেন মই শুনিছো।

— নলিনীবালা দেৱী

৬।১।৬৯

কিতাপখন পঢ়ি উঠি জাহানাৰাক আমি নিঃসঙ্কোচে ভাৰতীয় মহীয়সী নাৰীসকলৰ একেশাৰীতে আসন দিব পাৰোঁ। এই পুথি প্ৰণয়নত শ্ৰীকৃপানাথ বৈশ্য কৃতকাৰ্য্য হৈছে এই বাবেই যে তেওঁৰ পুথিখন সমূলি অনুবাদগন্ধী হোৱা নাই। ইয়াক একেলগে বুৰঞ্জী আৰু উপন্যাসৰ সোৱাদ থকা মূলপুথি এখন বুলিয়েই ভাবিবৰ মন যায়।

—অতুলচন্দ্ৰ হাজৰিকা

২।১০।৬৯

I have gone through the assamese rendering of Jahanara's autobiography by Sri Kripanath Baisya, Assistant Librarian, Gauhati University, and I am favourably impresed. Though it is a translation, it reads like an original pice due to the author's deft handling and lucid exposition. I congratulate the author for his selection of theme. In the history of Mughal Ladies Princess Jahanara shines like a golden star, solitary and unparalleled. Her immaculate spotless character, her love and regard for Hindu scriptures and religion, her rightousness and moral courage, her hatred of bigotry, fanaticism and immorality and the like qualities of head and heart are ennobling and soul-lifting to every reader irrespective of time or clime age or sex. Sri Baisya's translation is faithful to the original in mattrer and spirit. I congratulate the author for his neat work and wish the book a wide popularity.

**Dr. Jogiraj Basu**

**15.11.69**